"সুৰক্ষিত ফলিত থকা এখনই সন্মানিত কোৰ্-"

—৮৫ : ২২, ২৩—

# কোৰ্-আন মযীদ

অসমীয়া অনুবাদ আৰু ব্যাখ্যা




## দ্বিতীয় খণ্ড

পঞ্চম পাৰা পৰা ত্ৰয়োদশ পাৰা লৈকে

মৌলবী আতাউৰ ৰহমান, এম্,এ,

*Assamese Translation with Commentary of the Holy Quran by Maulavi Ataur Rahman, M.A. and published with the financial aid of the Publication Board, Assam, 1962.*

**Price Rs. 8/- ( Eight )**

প্ৰকাশক :
আতাউৰ ৰহমান,
শ্বিলং, অসম

প্ৰথম প্ৰকাশ :
মাৰ্চ্চ, ১৯৬২

মুদ্ৰক :
ডি. পি. মিত্ৰ,
এলম্ প্ৰেচ,
৬৩, বিডন ষ্ট্ৰীট
কলিকতা

বেচ : ৮৲ টকা

# ভূমিকা

পৱিত্ৰ কোৰান ইচলামৰ ধৰ্ম্ম-গ্ৰন্থ। কোৰানৰ আয়তবিলাক হজৰত মহম্মদৰ (দঃ) ওচৰত অৱতীৰ্ণ হৈছিল বুলি বিশ্বাস কৰা হয়। পৱিত্ৰ কোৰান ত্ৰিশ পাৰাত বিভক্ত আৰু সৰ্ব্বমুঠ ১১৪টা চুৰা আছে।

পৃথিৱীৰ বহুত ভাষাত কোৰানৰ অনুবাদ প্ৰকাশ হৈছে; কিন্তু কোৰানৰ অসমীয়া ভাঙনি আৰু ব্যাখ্যা আজিলৈকে প্ৰকাশ হোৱা নাই। সেই কাৰণে এই পৱিত্ৰ ধৰ্ম্ম-গ্ৰন্থখনিৰ বাণী আৰু শিক্ষাসমূহৰ বিষয়ে অসমীয়া ভাষাৰ যোগেদি জানিবৰ সুবিধা নাছিল।

শিক্ষাবিদ মৌলৱী আতাউৰ ৰহমান ভাওৰীয়াই আজি বহু বছৰৰ আগতে কোৰানৰ অসমীয়া ব্যাখ্যাসহ ভাঙনিৰ কাম হাতত লয় আৰু তাৰে প্ৰথম খণ্ড ১৯৪০ চনতে প্ৰকাশ কৰে। সম্প্ৰতি এই আধকৰা কামকে সম্পূৰ্ণ কৰিবৰ অৰ্থে কোৰানৰ অসমীয়া ভাঙনি আৰু ব্যাখ্যাৰ দ্বিতীয় খণ্ড প্ৰকাশন পৰিষদৰ অৰ্থ-সাহায্যত প্ৰকাশ হৈছে। আশা কৰোঁ বাকী খণ্ডবিলাকো যেন প্ৰকাশ কৰিবৰ চেষ্টা সফল হয়।

মোৰ বিশ্বাস, গোটেই কোৰানখনৰ ব্যাখ্যাসহ অনুবাদ হলে ই অসমীয়া সাহিত্যলৈ ডাঙৰ বৰঙনি বুলি স্বীকৃতি লাভ কৰিব।

গুৱাহাটী,
২৬ জানুৱাৰী, ১৯৬২

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব, প্ৰকাশন পৰিষদ,
অসম

# আগ কথা

পৱিত্ৰ কোৰান অসমীয়া বা যেই সেই ভাষালৈ ভাঙনি কৰা কামটো একাধাৰে সহজ আৰু কঠিন। সহজ, যদি এজনে হাতে ঢুকি পোৱা যেই সেই ইংৰাজী অনুবাদ এখন আগত থৈ অসমীয়া বা আন কোনো ভাৰতীয় ভাষালৈ ভাঙিবলৈ লয়। কঠিন, প্ৰকৃততে অত্যন্ত কঠিন, যদি এজনে আৰবী মূল পাঠৰ ভাঙনিটো ঘনিষ্ঠ, নিখুঁত আৰু বিশ্বস্ত, অথচ বুজিবলৈ সুগম কৰিবলৈ বিচাৰে। তাৰ উপৰি আৰবী কোৰানৰ সৌন্দৰ্য্য আৰু শাস্ত্ৰীয় গাম্ভীৰ্য্যৰ অকণো খতি-খুন নোহোৱাকৈ তাৰ ভাঙনি কৰা অতি টান কাম। আৰু যিহেতুকে অনু-বাদকে নানান ব্যাখ্যাকাৰৰ ব্যাখ্যাসমূহৰ পৰা এটা বিশেষ যুক্তিসঙ্গত ব্যাখ্যাৰ অনুসৰণ কৰিব লাগিব, কোৰানৰ শাস্ত্ৰীয় ব্যাখ্যাৰ বিপুল সাহিত্যৰ অধ্যয়ন অপৰিহাৰ্য্য। যোৱা কেই বছৰৰ ভিতৰত বিজ্ঞানৰ আবিষ্কাৰ আৰু আধুনিক জগতৰ পৰিস্থিতিৰ পৰিবৰ্ত্তনৰ লগত তাল বাঁখি কিছুমান আয়তৰ অভিনৱ আৰু বহুমূলীয়া ব্যাখ্যা ওলাব লাগিছে। কোৰান টীকা লিখাত এইবোৰে উচিত পৰিচিতি আৰু ন্যায্য স্থান পাব লাগিব তাত সন্দেহ নাই। মই যথা-সম্ভৱ এই কঠিন আৰু দুৰ্গম বাটেদি বাট বুলিবলৈ সাহ কৰিছোঁ। সেই দেখি এই কাৰ্য্য সম্পন্ন কৰিবলৈ এবাধৰাকৈ ৩৫ বছৰ ( ১৯২৪-৫৯ ) লাগিল।

আৰবীৰ মূলপাঠৰ সৈতে কোৰানৰ প্ৰথম দুই পাৰা বা ভাগেৰে ১৯৪০ চনত প্ৰথম খণ্ড উলিওৱা হৈছিল। আকৌ তাৰ পিছত ১৯৪৪ চনত আৰু দুই পাৰা প্ৰকাশিত হৈছিল। কোৰান সদৌ মিলি ত্ৰিশ কুৰি পাৰা। গতিকে একুৰি ছয় পাৰা তেতিয়া প্ৰকাশ কৰিবলৈ থাকিল। যাইকৈ ছপা আৰু কাগজ মহাৰ্ঘ হোৱা বাবেই ইমান দিনলৈ প্ৰকাশৰ কাম হাতত লোৱা নহল।

প্ৰকাশৰ কাম পুনৰ ধৰিবৰ কাৰণে বদান্যতাৰে সহায় কৰাত মই অসম প্ৰকাশন পৰিষদৰ কাষত গভীৰভাৱে কৃতজ্ঞ। এতিয়া পঞ্চম পাৰাৰ পৰা ত্ৰয়োদশ পাৰালৈকে ন পাৰাৰে দ্বিতীয় খণ্ড পঢ়ুৱৈ সমাজৰ হাতত দিয়াৰ পৰিতৃপ্তি লাভ কৰিছোঁ। আল্লাৰ কাষত মোৰ এই প্ৰাৰ্থনা যেন তেওঁ নিজ কৰুণা গুণেৰে বাকী সোতৰ পাৰাৰ প্ৰকাশৰ উপায় দিয়ে। পাণ্ডুলিপি সদৌ প্ৰস্তুত আছে।

আগৰ প্ৰকাশিত খণ্ডৰ দৰে অসমীয়া অনুবাদৰ লগতে আৰবী পাঠো দিবৰ বৰ ইচ্ছা আছিল। ব্যয় সঙ্কোচনৰ বিবেচনাৰে তেনে কৰা নহল।

গোটেই পৱিত্ৰ কোৰান প্ৰকাশৰ কাম সম্পুৰ্ণ হলে ২৩ বছৰ জুৰি কোৰান-প্ৰত্যাদেশ অৱতীৰ্ণ হোৱাৰ চমু বুৰঞ্জী, তাৰ সঙ্কলন আৰু শৃঙ্খলনৰ বিৱৰণ, কোৰানৰ মূল-শিক্ষা আৰু মানৱ-জাতিৰ ওপৰত তাৰ প্ৰভাৱ ইত্যাদি বিষয় লৈ এখনি ভূমিকা আগত দিয়া হব। চতুৰ্থ খণ্ডৰ শেহত দীঘলকৈ সূচীপত্ৰ দিয়া হব। ইন্ শ্বাআল্লাহুৰ্ ৰহমান।

| | |
|---|---|
| 'আশ্বিয়ানা'<br>শ্বিলং<br>১।৩।১৯৬২ | আতাউৰ ৰহমান |

# সূচী

২৫। আৰু যিবিলাক তিৰোতা তোমালোকৰ সোঁহাতৰ অধীন[২৬] সিহঁতৰ বাহিৰে বিবাহিতা তিৰোতাবিলাকো ( অবৈধ ; তোমালোকৰ নিমিত্তে আল্লাই এই বিধান নিৰূপিত কৰিছে। আৰু সিহঁতৰ বাহিৰে সেইবিলাক তিৰোতা তোমালোকৰ পক্ষে বৈধ যিবিলাকৰে সৈতে তোমালোকে নিজ সম্পত্তি দান কৰি বৈবাহিক জীৱন যাপন কৰিবলৈহে বিচাৰা, ব্যভিচাৰৰ অৰ্থে নহয় ;[২৭] আৰু তোমালোকে যিবিলাকক বিয়া কৰি মঙ্গল লাভ কৰিছা সিহঁতক সিহঁতৰ নিৰূপিত যৌতুক প্ৰদান কৰিবা ; আৰু যৌতুক নিৰূপিত হোৱাৰ পিছত তোমালোকে পৰস্পৰ সম্মত হৈ কোনো পৰিবৰ্ত্তন কৰিলে[২৮] ত'ত তোমালোকৰ কোনো দোষ নাই ; বাস্তৱতে আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

২৬। আৰু তোমালোকৰ মাজৰ যিজনৰ স্বাধীনা বিশ্বাসিনী ৰমণীক বিবাহ কৰিবলৈ যথেষ্ট সম্বল নাথাকে সেইজনে তোমালোকৰ সোঁহাতৰ অধীনত থকা বিশ্বাসিনী দাসীৰ এগৰাকীক ( বিবাহ কৰিব পাৰে ) ; আৰু আল্লাই তোমালোকৰ বিশ্বাস ভালকৈ জানে ; তোমালোকৰ সকলোৰেই পৰস্পৰৰ লগত সম্পৰ্ক,[২৯] এতেকে সিহঁতৰ প্ৰভুবিলাকৰ অনুমতি লৈহে সিহঁতক বিবাহ কৰিবা আৰু ন্যায়ৰূপে সিহঁতক সিহঁতৰ যৌতুক দান কৰিবা—সিহঁতে ব্যভিচাৰিণী নোহোৱাকৈ অথবা গোপনে বন্ধু গ্ৰহণ নকৰি যেন বৈবাহিক জীৱন যাপন কৰে[৩০] ; আৰু সিহঁত বিবাহিতা হোৱাৰ পাছত যদি সিহঁতে প্ৰকাশ্য নিৰ্গত কাৰ্য্য কৰে তেন্তে স্বাধীনা ৰমণীয়ে যি শাস্তি পাব তাৰ আধা[৩১] সিহঁতে ভোগ কৰিব। এই বিধান তোমালোকৰ

২৬। যুদ্ধত বন্দী হোৱা তিৰোতাবিলাকক বৰ্জ্জিতা স্ত্ৰীৰ দৰে গন্য কৰিব পাৰি, কিয়নো যুদ্ধৰ ফলত ঘৰৰ সৈতে সিহঁতৰ কোনো সম্বন্ধ নাথাকে।

২৭। বিয়া পবিত্ৰ জীৱনৰ দুৰ্গস্বৰূপ। 'হিস্‌ন'ৰ মূল অৰ্থ হৈছে দুৰ্গ। "আৰব দেশত পত্নীৰ সন্তান নহলে আন পুৰুষৰ দ্বাৰা গৰ্ভবতী হোৱাৰ প্ৰথা প্ৰচলন আছিল। তাকে মুচাফেহত্ বোলা হৈছিল। কোৰাণে এই প্ৰথা অবৈধ কৰিলে"।—মচীহ মৌউদ।

২৮। যৌতুক নিৰ্দ্দিষ্ট হোৱাৰ পাছতো স্বামী আৰু পত্নীয়ে নিজ ইচ্ছামতে তাক বঢ়াব বা কমাব পাৰে।

২৯। সেই দেখি বন্দিনী তিৰোতাক বা দাসীক ঘিণোৱা উচিত নহয়।

৩০। কোৰাণৰ এই আদেশ—দাসীবিলাককো বিয়া কৰোৱা বাধ্যতামূলক ; উপপত্নীস্বৰূপ ৰখাটো সম্পূৰ্ণ অবৈধ। বিয়া কৰোৱাৰ আগতে ছোৱালীজনীৰ প্ৰভুৰ অনুমতি লোৱা আৱশ্যক। আনকি, দাসীৰ প্ৰভুৱেও তাইক উপপত্নীস্বৰূপে ৰাখিব নোৱাৰে।

৩১। অৰ্থাৎ ৫০টা বেতৰ কোব। অবিবাহিতা স্বাধীনা তিৰোতাৰ শাস্তি হৈছে ১০০ কোব। চোৱা, ২৪ : ৩।

মাজৰ সেইজনৰ নিমিত্তে যিজনে পাপলৈ ভয় কৰে ; আৰু যদি তোমালোকে সংযম[৩২] কৰা ই তোমালোকৰ নিমিত্তে মঙ্গলজনক ; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

## ৰুকু ৫

ধৰ্ম্মৰ বিধান পালন কৰা কঠিন নহয় , অইনৰ সম্পত্তি দখল নকৰি ব্যবসা কৰা উচিত ; ডাঙৰ পাপৰ পৰা বিৰত থাকিলে আল্লাই সকলুৰা পাপ মাৰ্জ্জনা কৰে।

২৭। তোমালোকৰ পূৰ্ব্ববৰ্ত্তীসকলৰ আদৰ্শসমূহ তোমালোকৰ আগত ব্যক্ত কৰিবলৈ আৰু সেই পথ প্ৰদৰ্শন কৰিবলৈ[৩৩] আৰু কৰুণাৰে সৈতে তোমালোকৰ ফাললৈ প্ৰত্যাবৰ্ত্তন কৰিবলৈ আল্লাই ইচ্ছা কৰে , আৰু আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠজ্ঞানী।

২৮। আৰু তোমালোকৰ ফাললৈ কৰুণাৰে সৈতে প্ৰত্যাবৰ্ত্তন কৰিবলৈ আল্লাই ইচ্ছা কৰে ; আৰু যিবিলাকে নিজৰ কামপ্ৰবৃত্তিৰ অনুসৰণ কৰে সিহঁতে ইয়াকে ইচ্ছা কৰে যেন তোমালোকে ( পাপৰ ফাললৈ ) সম্পূৰ্ণৰূপে প্ৰবৃত্ত হোৱা।

২৯। আল্লাই তোমালোকৰ ভাৰ লঘু কৰিবলৈ ইচ্ছা কৰে, কিয়নো মানৱক দুৰ্ব্বল কৰি সৃজন কৰা হৈছে[৩৪]।

৩০। হে বিশ্বাসীসকল, তোমালোকে পৰস্পৰৰ সম্মতিক্ৰমে কৰা ব্যবসা-বাণিজ্য এৰি ইজনে সিজনৰ সম্পত্তি গ্ৰাস নকৰিবা,[৩৫] আৰু তোমালোকে নিজৰ ধ্বংস সাধন[৩৬] কৰিবা ; নিশ্চয় আল্লা তোমালোকৰ প্ৰতি পৰম দানশীল।

৩২। দাসীবিলাকৰ সম্বন্ধে সতৰ্ক আৰু সংযমশীল থকা উচিত। এই আদেশ পালন নকৰাৰ কাৰণে মুচ্‌লিম ৰাজ্যবিলাকৰ পতন হব ধৰিল।

৩৩। যিবাটেদি চলি তেওঁলোকে আল্লাৰ অনুগ্ৰহ লাভ কৰিব পাৰিছিল সেই বাট।

৩৪। ইচ্‌লামৰ মতে ধৰ্ম্ম-বিধান ( শৰীয়ত ) পালন কৰা কঠিন নহয়। শৰীয়তে মানৱৰ ভাৰ লঘু হে কৰে, আৰু ইচ্‌লামৰ শিক্ষা মতে চলি মানুহে অতি সহজে আল্লাৰ সন্নিধান লাভ কৰিব পাৰে।

৩৫। অইনক প্ৰৱঞ্চনা কৰি ধন সাঁচা একেবাৰেই নিষেধ। ব্যবসাবাণিজ্য অৱলম্বন কৰি ন্যায়ৰূপে ধন অৰ্জ্জন কৰিব পাৰি। এই আদেশ পালন কৰি পূৰ্ব্ববৰ্ত্তী মুচলমানবিলাকে যথেষ্ট আৰ্থিক উন্নতি লাভ কৰিছিল।

৩৬। ব্যবসা-বাণিজ্য দ্বাৰা জাতীয় জীৱন উন্নত হয়। তাকে নকৰি বলেৰে নাইবা প্ৰতাৰণা কৰি ধন সাঁচিলে জাতিৰ ধ্বংস সাধন কৰা হয়। (১) আত্মহত্যা নকৰিবা, (২) নিজৰ মাজতে ৰণ নকৰিবা, (৩) মানুহক বধ নকৰিবা—এই তিনোটা অৰ্থই হব পাৰে।

৩১। আৰু যেয়ে সীমালঙ্ঘন কৰি আৰু অন্যায়ৰূপে সেই কাৰ্য্যকেই কৰে আমি তাক নিশ্চয় নৰকৰ অগ্নিত নিক্ষেপ কৰিম, আৰু আল্লাৰ পক্ষে ই সহজ।

৩২। যি মহাপাপসমূহৰ পৰা তোমালোকক সাৱধান কৰি দিয়া হৈছে তাৰ পৰা যদি তোমালোক বিৰত্ হোৱা[৩৭] আমি তোমালোকৰ সামান্য অপৰাধ-সমূহ দূৰ কৰিম, আৰু আমি তোমালোকক সম্মানৰ ঠাইত প্ৰবেশ কৰিবলৈ দিম।

৩৩। আৰু আল্লাই যি ধন সম্পত্তি দ্বাৰা তোমালোকৰ কিছুমানক আন কিছুমানৰ ওপৰত শ্ৰেষ্ঠতা দান কৰিছে তালৈ তোমালোকে লোভ নকৰিবা; পুৰুষে যি অৰ্জ্জন কৰিছে তাৰ অংশ পুৰুষে পাব, আৰু তিৰোতাই যি অৰ্জ্জন কৰিছে তাৰ অংশ তিৰোতাই পাব[৩৮], আৰু তোমালোকে আল্লাৰ পৰা তেওঁৰ দান ভিক্ষা কৰা; নিশ্চয় আল্লাৰ সকলো বস্তুৰেই উত্তম জ্ঞান আছে।

৩৪। আৰু প্ৰত্যেকৰ নিমিত্তে পিতামাতায় আৰু আত্মীয়স্বজনে যি এৰি থৈ যায় তাৰ উত্তৰাধিকাৰী আমি নিযুক্ত কৰিছোঁ; আৰু সেইবিলাককো যিবিলাকৰে সৈতে তোমালোক অঙ্গীকাৰবে আবদ্ধ[৩৯]; তোমালোকে সিহঁতক সিহঁতৰ অংশ দান কৰা; বাস্তৱতে সকলো বস্তুৰ ওপৰতেই আল্লাই লক্ষ্য ৰাখে।

---

৩৭। সামান্য দোষক প্ৰথম অৱস্থাতেই দমন নকৰিলে ক্ৰমান্বয়ে শেষ অৱস্থাত ডাঙৰ পাপ হৈ পৰে। মূল পাপসমূহৰ পৰা বিৰত থাকিবলৈ মানুহে যদি আন্তৰিক চেষ্টা কৰে, সামান্য দোষবিলাকে গুটি ধৰিব নোৱাৰে, আৰু আল্লাই সেইবিলাক মোচন কৰে।

৩৮। ইচ্লামৰ শিক্ষা মতে পুৰুষ আৰু নাৰী উভয়ে আল্লাৰ কৃপাৰ সমানে অধিকাৰী। পুৰুষ নিজ কাৰ্য্যৰ নিমিত্তে দায়ী। আৰু সেই দৰে তিৰোতা নিজ কৰ্ত্তব্যৰ নিমিত্তে দায়ী। নিজ অৰ্জ্জনৰ ফল উভয়ে ভোগ কৰিব পাৰিব। জাতীয় উন্নতি লাভৰ এয়ে উপায়। চোৱাঁ, ৪ : ১২৪ ; ১৬ : ৯৮।

৩৯। সেই অঙ্গীকাৰ আত্মীয়-স্বজনৰ লগতেই হওক বা বন্ধুবান্ধৱৰ লগত, মুচলমানৰ তাক পূৰ্ণ কৰা কৰ্ত্তব্য।

## ৰুকু ৬

স্বামী-স্ত্ৰীৰ বিচ্ছেদ আৰু মিলন সম্বন্ধে আদেশ; সকলোৰে প্ৰতি সৎ ব্যৱহাৰ কৰা আৰু পৰৰ মঙ্গলৰ নিমিত্তে ধন ব্যয় কৰা মুচ্‌লিমৰ কৰ্ত্তব্য।

৩৫। পুৰুষ স্ত্ৰীৰ সংৰক্ষক, কিয়নো সিহঁতৰ কিছুমানক (পুৰুষক) আল্লাই কিছুমানৰ (স্ত্ৰীৰ) ওপৰত শ্ৰেষ্ঠতা দান কৰিছে[৪০] আৰু সিহঁতে (পুৰুষে) নিজৰ ধন-সম্পদৰ পৰা ব্যয় কৰি (স্ত্ৰীৰ) প্ৰতিপালন কৰে; সেই কাৰণে ধাৰ্ম্মিকা নাৰীবিলাক বাধ্য হৈ থাকে,—আল্লাই যিদৰে ৰক্ষা কৰে সেই দৰে তেওঁলোকে যি গোপনীয়[৪১] তাৰ সংৰক্ষণ কৰে; কিন্তু যিবিলাক স্ত্ৰীৰ সম্বন্ধে সিহঁতৰ অবাধ্যতাৰ তোমালোকে আশঙ্কা কৰা, সিহঁতক সজ উপদেশ দিবা, আৰু শয্যাৰ পৰা সিহঁতক পৃথক কৰি ৰাখিবা, আৰু (আৱশ্যক হলে) সিহঁতক প্ৰহাৰ কৰিবা[৪২]; পিছত যদি সিহঁত তোমালোকৰ বাধ্য হয়, সিহঁতৰ বিপক্ষে কোনো প্ৰকাৰ চেলু নিবিচাৰিবা; নিশ্চয় আল্লা উচ্চ, মহান।

৩৬। আৰু যদি তোমালোকে উভয়ৰ (স্বামী-স্ত্ৰীৰ) মাজত বিচ্ছেদ হবৰ আশঙ্কা কৰা, তেন্তে তাৰ পৰিয়ালৰ এজন বিচাৰক আৰু তাইৰ পৰিয়ালৰো এজন বিচাৰক নিযুক্ত কৰিবা; যদি সিহঁত দুয়ো পুনৰ্ম্মিলনৰ বাঞ্ছা কৰে, আল্লাই উভয়ৰ মাজত তাকেই স্থাপন কৰিব[৪৩]; নিশ্চয় আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞাতা।

---

৪০। শাৰীৰিক হিচাবে পুৰুষ নাৰীতকৈ শ্ৰেষ্ঠ; গতিকে তিৰোতাই নিজ সংৰক্ষণ আৰু ভৰণপোষণৰ নিমিত্তে পুৰুষৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয়। পুৰুষ স্ত্ৰীৰ শিক্ষাদান ভৰণপোষণ আৰু সন্মান ৰক্ষাৰ সম্বন্ধে দায়ী। আধ্যাত্মিক হিচাবে পুৰুষ আৰু নাৰী সমান; চোৱা ৩ : ১৯৬ ; ৪ : ১২৫ ; ১৬ : ৮৯।

৪১। স্বামীৰ উপস্থিতিত তাৰ বাধ্য হৈ থাকে আৰু তাৰ ৰহস্য প্ৰকাশ নকৰে, আৰু তাৰ অনুপস্থিতিত তাৰ ধন-সম্পত্তিৰ যত্ন লয় আৰু নিজৰ সতীত্ব ৰক্ষা কৰে।

৪২। সামান্য দোষত পত্নীক ঘৰৰ পৰা উলিয়াই দিয়া নীচমনা মানুহৰ হে কাম। কিন্তু ডাঙৰ দোষ কৰিলে পত্নীৰ স্বভাৱ সংশোধন কৰিবৰ অৰ্থে ঘৰৰ ভিতৰতে যি উপায় ন্যায়সঙ্গত তাকে অবলম্বন কৰা উচিত। প্ৰহাৰ কৰাটো অন্তিম উপায়। হজৰত ৰচুল কৰীমে (স্ব) শাৰীৰিক কষ্ট দিবলৈ নিষেধ কৰিছে। (তিৰ্‌মিজী)।

৪৩। হজ্‌ৰত ৰচুলৰ (স্ব) মতে পত্নীবৰ্জ্জন (তালাক)—অতি গৰ্হিত কাম। পুনৰ্ম্মিলনৰ নিমিত্তে সকলো প্ৰকাৰ উপায় অবলম্বন কৰিব লাগে। ঘৰৰ বিবাদ ঘৰৰ ভিতৰতেই মীমাংসা কৰিব লাগে। বাহিৰত বিবাদৰ কথা প্ৰকাশ হলে বা মামলা মকৰ্দ্দমা কৰিলে, পৰীয়ালৰ দুৰ্নাম হয়।

৩৭। আৰু আল্লাৰেই আৰাধনা কৰা, আৰু তেওঁৰে সৈতে কোনো বস্তুকেই অংশী নাপাতিবা; আৰু পিতৃমাতৃ আৰু আত্মীয়বিলাক আৰু মাউৰাবিলাক আৰু দৰিদ্ৰবিলাক আৰু সম্পৰ্কীয় ওচৰচুবুৰীয়া আৰু আহুচুৰা ওচৰচুবুৰীয়া আৰু সহযাত্ৰী[৪৪] আৰু পথিক আৰু যিবিলাকক তোমালোকৰ সোঁহাতে অধিকাৰ কৰিছে,[৪৫]—সকলোৰে প্ৰতি সদয় ব্যৱহাৰ কৰিবা; নিশ্চয় দাম্ভিক অহঙ্কাৰী-বিলাকক আল্লাই ভাল নাপায়;

৩৮। আৰু সেইবিলাককো যিবিলাকে নিজেও কৃপণতা কৰে আৰু অইন আনুহকো কৃপণ হবলৈ আদেশ দিয়ে, আৰু সিহঁতক আল্লাই নিজ কৃপাৰে যি দান কৰিছে তাক গোপন কৰে[৪৬]; আৰু অবিশ্বাসীবিলাকৰ নিমিত্তে আমি সাজু কৰি থৈছোঁ অপমানজনক শাস্তি;

৩৯। আৰু সেইবিলাককো যিবিলাকে মানুহক দেখুৱাবলৈ[৪৭] নিজৰ ধন-সম্পত্তি ব্যয় কৰে, আৰু আল্লাত আৰু শেহদিনত বিশ্বাস নকৰে; আৰু যেয়ে শ্বয়তানক নিজৰ সঙ্গী কৰে, (সি যেন মনত ৰাখে) সি কেনে অসৎ সঙ্গী!

৪০। আৰু সিহঁতৰ নো কি কষ্ট হলহেঁতেন, যদি সিহঁতে আল্লাত আৰু শেহ দিনত বিশ্বাস কৰিলহেঁতেন, আৰু সিহঁতক যি সম্পদ আল্লাই দান কৰিছে তাৰে পৰা ব্যয় কৰিলহেঁতেন? আৰু সিহঁতৰ সম্বন্ধে আল্লা সৰ্ব্বজ্ঞ।

৪১। বাস্তৱতে আল্লাই বিন্দুমাত্ৰও অন্যায় নকৰে; আৰু যদি কোনো সৎকাৰ্য্য কৰা হয় তেওঁ তাক বৃদ্ধি কৰে; আৰু নিজ কাষৰ পৰা মহৎ বিনিময়[৪৮] প্ৰদান কৰে।

---

৪৪। (ক) ভাৰ্য্যা আৰু স্বামী, (খ) ব্যৱসাত যি অংশী, (গ) লগৰীয়া, (ঘ) প্ৰিয় বন্ধু। কাৰ্য্যৰ সঙ্গী, বা যাত্ৰাত সঙ্গী, বা নামাজৰ সঙ্গী, অথবা ধৰ্ম্ম অধ্যয়নৰ সঙ্গী—মচীহ মৌউদ।

৪৫। যিবিলাকৰ ভাৰ অইনৰ ওপৰত অৰ্পণ কৰা হয় সেই বিলাকক বুজাইছে, যেনে, দাস বা চাকৰ, ৰণত ধৰা পৰা বন্দী, অৰ্থাৎ যিবিলাকেই আমাৰ তলতীয়া বা বশবৰ্ত্তী। "চাকৰ আৰু দাস আৰু ঘৰচীয়া জন্তু, যাৰ ওপৰত তোমালোকৰ অধিকাৰ চলে"—মচীহ মৌউদ।

৪৬। ব্যয় কৰিব লাগিবৰ ভয়ত ধন লুকুৱাই থয়।

৪৭। আল্লাৰ কাৰণে নিজৰ ধন ব্যয় নকৰে, বৰং নিজৰ খ্যাতি আৰু যশ বঢ়াবৰ নিমিত্তেহে ব্যয় কৰে। যদি অইনক আদৰ্শ দেখুৱাবৰ কাৰণে ধন প্ৰকাশ্যে ব্যয় কৰে, তাত কোনো দোষ নাই। অভিপ্ৰায় আৰু উদ্দেশ্য লৈহে কথা।

৪৮। ক) সৎকাৰ্য্যৰ ফল নিজে ভোগ কৰিব, আৰু সমাজেও তাৰ ভাগ পাব। (খ) আল্লাৰ সন্তুষ্টি লাভ।

৪২। সেই ঘটনা কেনে হব, যেতিয়া আমি প্ৰত্যেক সম্প্ৰদায়ৰ পৰা একোজন সাক্ষী আনিম, আৰু সিহঁতৰ সম্বন্ধে তোমাক সাক্ষীস্বৰূপ সম্মুখীন কৰিম[৪৯]।

৪৩। সেইদিনা যিবিলাকে অবিশ্বাস কৰিছে আৰু এইজন ৰচুলৰ অবাধ্য হৈছে সিহঁতে ইয়াকে বাঞ্ছা কৰিব, যেন সিহঁত পৃথিবীত বিলীন হৈ যায়[৫০]। আৰু সিহঁতে আল্লাৰ পৰা কোনো কথাকেই গোপন কৰিব নোৱাৰিব।

## ৰুকু ৭

নমাজ পঢ়াৰ আগতে শাৰীৰিক বিশুদ্ধতাৰ প্ৰয়োজন; ইহুদীবিলাকৰ বিৰুদ্ধাচৰণ; আনক আল্লাৰ সমান কৰা গুৰুতৰ পাপ: মানৱক পৱিত্ৰ কৰা আল্লাৰ কাৰ্য্য।

৪৪। হে বিশ্বাসীসকল, যেতিয়া তোমালোক অচেতন[৫১] অৱস্থাত থাকা, যি বাক্য উচ্চাৰণ কৰা তাৰ অৰ্থ নুবুজালৈকে,[৫২] নমাজৰ ওচৰ নাচাপিবা,—আৰু ভ্ৰমণ নকৰিলে অপৱিত্ৰ অৱস্থাতো স্নান নকৰালৈকে ( নমাজৰ ওচৰ নাচাপিবা ); কিন্তু যদি তোমালোক নৰীয়াত পৰা বা ভ্ৰমণত থাকা, বা তোমালোকৰ কোনোজনে শোচাচাৰ কৰি উঠাৰ পিছত অথবা তোমালোকে স্ত্ৰী স্পৰ্শ কৰাৰ পিছত পানী নোপোৱা, তেন্তে বিশুদ্ধ মাটিৰে তয়ম্মুম্[৫৩] কৰি লবা, আৰু তোমালোকৰ মুখ আৰু

৪৯। প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে সেই সম্প্ৰদায়ৰ নবী হব সাক্ষী। হজ্ৰত মহম্মদ(স্ব) নিজ সম্প্ৰদায়ৰ ( উম্মতৰ ) নিমিত্তে সাক্ষী হব। তেওঁ সৎকাৰ্য্য কৰোঁতাৰ পক্ষে আৰু দুষ্কাৰ্য্য কৰোঁতাৰ বিৰুদ্ধে সাক্ষী দিব।

৫০। শব্দৰ অৰ্থমতে: 'পৃথিবীখন সিহঁতৰ সমতল হৈ পৰে', অৰ্থাৎ সিহঁতৰ যেন অস্তিত্ব নাথাকে। অবিশ্বাস আৰু অবাধ্যতাৰ জীৱনতকৈ মৃত্যুয়েই ভাল। এই আয়তত অবিশ্বাসী আৰু বিদ্ৰোহীবিলাকৰ অৱস্থা বৰ্ণনা কৰিছে, কিয়নো সেই দিনত পৃথিবী ধ্বংস হৈ যাব; তাত অবিশ্বাসীবিলাক কেনেকৈ লয় হব ?

৫১। সাধাৰণ অৰ্থ হৈছে, উন্মত্ততাৰ অৱস্থা। কিন্তু ইয়াৰ দ্বাৰা বুজিব পাৰি, যি অৱস্থাত আমাৰ বুদ্ধি-জ্ঞান নাথাকে সেই অৱস্থাত নমাজত মন স্থিৰ কৰিব নোৱাৰি, যেনে টোপনী, মনৰ ব্যগ্ৰতা, অনাহাৰে থকা। ( চোৰী, বোখাৰী, কিতাবুচ্ছলাত )।

৫২। নমাজত আৰবী ভাষাত যি আয়তসমূহ পঢ়া হয় বা যি দো'আ কৰা হয়, তাৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম কৰিব লাগে। আৰবীখিনি বুজি পঢ়াৰ বাহিৰে নিজৰ ভাষাতো প্ৰাৰ্থনা কৰিব লাগে। এই উপায়ে আধ্যাত্মিক পৰিতোষ লাভ কৰিব পাৰি।

৫৩। চোৰী, ৫ : ২৩১, ২। পৱিত্ৰ মাটি বা ধূলিৰ ওপৰত দুইখন হাত থপাবয়াই মুখ আৰু হাত মচি পেলোৱাকে তয়ম্মুম্ বোলে।

তোমালোকৰ দুখন হাত মচি পেলাবা ; নিশ্চয় আল্লা শ্ৰেষ্ঠ সহনশীল, পৰম মাৰ্জ্জনাকাৰী।

৪৫। তুমি সেইবিলাকৰ প্ৰতি লক্ষ্য কৰা নাই নে যিবিলাকক পুথিৰ এভাগ দান কৰা হৈছে ? সিহঁতে ভ্ৰম অৰ্জ্জন কৰে, আৰু সিহঁতে ইয়াকে ইচ্ছা কৰে যেন তোমালোকেও পথভ্ৰান্ত হোৱা।

৪৬। আৰু আল্লাই তোমালোকৰ শত্ৰুবিলাকক ভালকৈ জানে ; আৰু বন্ধুৰূপে আল্লাই যথেষ্ট।

৪৭। ইহুদীবিলাকৰ মাজৰ কিছুমানে যথাস্থানৰ পৰা শব্দবিলাক আঁতৰায়,[৫৪] আৰু সিহঁতে কয়, "আমি শুনিছোঁ আৰু[৫৫] অমান্য কৰিছোঁ," আৰু "তুমি শুনা যি শুনিব নোৱাৰিবি,"[৫৬] আৰু নিজৰ জিভা ঘুৰাই আৰু ধৰ্ম্মবিষয়ে বিদ্ৰূপ কৰি (কয়) "ৰাইনা"[৫৭]; কিন্তু যদি সিহঁতে ইয়াকে কলেহেঁতেন, "আমি শুনিছোঁ আৰু আমি বাধ্য হৈছোঁ", আৰু "তুমি শুনা" আৰু "আমাৰ ফাললৈ মন কৰা," সি সিহঁতৰ পক্ষে নিশ্চয় উত্তম আৰু অধিক সঙ্গত হলহেঁতেন ; কিন্তু সিহঁতৰ অবিশ্বাসৰ কাৰণে আল্লাই সিহঁতৰ প্ৰতি অভিসম্পাত পেলাইছে ; সেই দেখি সিহঁতে অলপহে বিশ্বাস কৰে।

৪৮। হে ধৰ্ম্মপুথিৰ লোকবিলাক, তোমালোকৰ লগত থকা পুথিৰ সত্যতাৰ সমৰ্থকৰূপে আমি যি ( কোৰাণ ) নমাই পঠিয়াইছোঁ তাত বিশ্বাস কৰা— আমি কিছুমানৰ মুখ পৰিবৰ্ত্তন কৰাৰ[৫৮] পূৰ্ব্বেই ; পিছত সিহঁতক সিহঁতৰ পিঠিৰ ফালে ঘুৰাম, অথবা যিদৰে আমি জিৰণিৰ দিনৰ বিধান লঙ্ঘনকৰোঁতাবিলাকক[৫৯]

---

৫৪। সেইদৰে সিহঁতে আয়তসমূহৰ অৰ্থ বিকৃত কৰে।

৫৫। এডোখৰ উচ্চাৰণ কৰে আৰু এডোখৰ অস্পষ্টকৈ কয়।

৫৬। শুনিব নলগীয়া কথা। ইয়াৰ নানাপ্ৰকাৰ অৰ্থ হয়। সিহঁতে জানি শুনি দ্বিঅৰ্থক শব্দবোৰ প্ৰয়োগ কৰিছিল।

৫৭। চোৱাঁ, ২ : ১০৫ আৰু তাৰ টিকা। ধৰ্ম্মবিষয়ে বিদ্ৰূপ কৰা ইহুদীবিলাকৰ অভ্যাস আছিল। হজ্ৰত মহম্মদক(স্ব) সম্বোধন কৰি কথা কওঁতে কিছুমান শব্দ ভাল অৰ্থত ফুটাই কৈছিল, আৰু কিছুমান উল্টা অৰ্থৰ শব্দ অস্পষ্ট ভাবে তেওঁ নোশুনাকৈ প্ৰয়োগ কৰিছিল। কোৰাণে সৰলমনেৰে কথা কবলৈ শিক্ষা দিয়ে। মুখত এটা কথা আৰু মনত আইন এটা কথা সৰলতাৰ চিন নহয়।

৫৮। সিহঁতৰ অবিশ্বাস আৰু অবাধ্যতাৰকাৰণে আল্লাই সিহঁতৰ প্ৰকৃতিকে পৰিবৰ্ত্তন কৰিছিল, আৰু সেই পৰিবৰ্ত্তন মুখতে প্ৰকাশ পায়। চোৱাঁ : ২ : ৬৬ ; ৫ : ৬১ ; ৭ : ১৬৪-১৬৯।

৫৯। চোৱাঁ, ২ : ৬৬।

বৰ্জ্জন কৰিছিলোঁ সেইদৰে সিহঁতকো বৰ্জ্জন কৰিম ; আৰু আল্লাৰ আদেশ সম্পন্ন হোৱা সুনিশ্চিত।

৪৯। যদি আনক আল্লাৰ সমান কৰা হয়, আল্লাই তাক নিশ্চয় ক্ষমা নকৰে[৬০]; আৰু তাৰ বাহিৰে যাকে ইচ্ছা তাকে সকলো ক্ষমা কৰে ; আৰু যেয়ে আনক আল্লাৰ সমান কৰে, স্বৰূপতে সি এটা গুৰুতৰ পাপ সাজে।

৫০। যিবিলাকে নিজকে পৱিত্ৰ বুলি প্ৰচাৰ কৰে সেইবিলাকৰ ফালে তুমি মন কৰা নাই নে ? নহয়, আল্লাইহে যাকে ইচ্ছা তাকে পৱিত্ৰ কৰে ; আৰু সিহঁতৰ অকণো অন্যায় কৰা নহব[৬১]।

৫১। চোৱাঁ, আল্লাৰ বিৰুদ্ধে সিহঁতে কেনেকৈ মিছা সাজে[৬২] ! সেয়ে প্ৰত্যক্ষ পাপ হিচাবে যথেষ্ট।

## ৰুকু ৮

মানুহক হিতসাধনৰ নিমিত্তে মুক্ত হাতৰে ব্যয় কৰিব লাগে ; হিংসা কৰা ডাঙৰ পাপ ; ৰাজ্যশাসনৰ উত্তম নীতি : যিজন শাসনৰ যোগ্য তেনেজনক শাসনৰ ভাৰ অৰ্পণ কৰা উচিত ; বিচাৰ ন্যায়মতে কৰিব লাগে ; আল্লা, তেওঁৰ ৰচুল, আৰু শাসনকৰ্ত্তাৰ বাধ্য হৈ থাকিব লাগে।

৫২। যিবিলাকক ধৰ্ম্ম-পুথিৰ কিছু অংশ[৬৩] দান কৰা হৈছে সেইবিলাকৰ বিষয়ে তুমি ভাবি চোৱা নাই নে ? সিহঁতে দেব-দেৱী আৰু শ্বয়তানৰ[৬৪] প্ৰতি

৬০। আনক আল্লাৰ স্থান দিয়াটো হৈছে আল্লাৰ প্ৰকাশ্য বিৰুদ্ধাচৰণ আৰু মহা পাপ। কিন্তু এনে বুজা ভুল হব যে মুশ্ৰিকে অনুতাপ (তৌবা) কৰিব নোৱাৰে, বা মুশ্ৰিকৰ তৌবা আল্লাই গ্ৰহণ নকৰে। অৰ্থ হৈছে, শ্বিৰ্কৰ অন্তৰাত যি মৰিব তাক আল্লাই ক্ষমা নকৰে।

৬১। দাম্ভিক মানুহে নিজকে নিজেই শুদ্ধ কৰিবলৈ চায় ; কিন্তু আল্লাই পৱিত্ৰ নকৰিলে মানুহ নিজেই পৱিত্ৰ হব নোৱাৰে।

৬২। ইহুদীবিলাকে হজ্ৰতৰ(স্ব) নবিত্বৰ দাবী নামানিছিল। অথচ তেওঁবিলাকৰ ধৰ্ম্ম-পুথিতেই হজ্ৰতৰ (স্ব) সম্বন্ধে ভবিষ্যতবাণী আছে। সিহঁতে ধৰ্ম্ম-পুথিৰ এভাগ পঢ়ে আৰু এভাগ নপঢ়ে।

৬৩। তোৰা আৰু ইন্‌যীলত কোৰাণৰ সত্যসমূহৰ কিছু অংশ আছিল। সেই নিমিত্তে সেইবিলাক ধৰ্ম্মপুথিক কোৰাণৰ অংশ বোলা হৈছে।

৬৪। আৰবী শব্দ 'যিব্‌ত'ৰ অৰ্থ যাদুবিদ্যা ; আল্লাৰ ঠাইত যাক পূজা কৰা হয় ; অসাৰ বস্তু বা নিষ্ফল কাৰ্য্য।

ত্বাগুতৰ নিমিত্তে চোৱাঁ, ২ : ২৫৮ আৰু টীকা।

বিশ্বাস কৰে ; আৰু অবিশ্বাসীবিলাকৰ সম্বন্ধে কয়, বিশ্বাসীবিলাকতকৈ সিহঁতহে সুপথত অগ্ৰগামী[৬৫] ।

৫৩। সেইবিলাকক আল্লাই অভিশাপ দিছে, আৰু আল্লাই যাক অভিশাপ দিয়ে তাৰ নিমিত্তে তুমি এজনো সাহায্যকাৰী নোপোৱা।

৫৪। ৰাজত্বত সিহঁতৰ কোনো অংশ আছে নে ? যদি থাকে, সিহঁতে মানুহক খেজুৰগুটিৰ সৰু আঁচৰ[৬৬] সমানো দান নকৰিব।

৫৫। অথবা আল্লাই নিজ প্ৰাচুৰ্য্যৰ পৰা মানুহক যি দান কৰিছে তাৰ কাৰণে সিহঁতে সিহঁতক হিংসা কৰে নে[৬৭]? অথচ স্বৰূপতে আমি ইব্ৰাহীমৰ সন্ততিক ধৰ্ম্মপুথি আৰু জ্ঞান দান কৰিছিলোঁ, আৰু তেওঁলোকক দান কৰিছিলোঁ এখন বিশাল সাম্ৰাজ্য[৬৮]।

৫৬। পিছত সিহঁতৰ মাজৰ কিছুমানে তেওঁত বিশ্বাস কৰিছিল, আৰু সিহতৰ মাজৰ আন কিছুমানে তেওঁৰ পৰা বিমুখ হৈছিল ; আৰু নৰক প্ৰজ্বলিত অগ্নিৰ নিমিত্তে যথেষ্ট ।

৫৭। যিবিলাকে আমাৰ নিদৰ্শনসমূহত অবিশ্বাস কৰিছে সেইবিলাকক আমি নিশ্চয় নৰকৰ অগ্নিত নিক্ষেপ কৰিম ; সিহঁতৰ গাৰ ছাল পুৰি নষ্ট হোৱা মাত্ৰ তাৰ সলনি আন এখন ছাল সিহঁতক দিম,[৬৯] যাতে সিহঁতে শাস্তিৰ সোৱাদ লৈ থাকিব পাৰে ; নিশ্চয় আল্লাই ক্ষমতাশালী, শ্ৰেষ্ঠজ্ঞানী।

৫৮। আৰু যিসকলে বিশ্বাস কৰে আৰু সৎকাৰ্য্য কৰে তেওঁলোকক আমি যাৰ তলেদি জুৰিসমূহ বৈ গৈছে এনে উদ্যান বিলাকত প্ৰবেশ কৰিবলৈ দিম, য'ত তেওঁলোকে অনন্তকাল বসতি কৰিব ; তাত তেওঁলোকৰ নিমিত্তে

---

৬৫। মুচলমানে ইহুদীবিলাকৰ নবীত আৰু তেওঁলোকৰ ধৰ্ম্মপুথি তোৰাত্ত বিশ্বাস কৰিছিল, তথাপি তেওঁলোকে অবিশ্বাসীবিলাকতকৈ মুচলমানক অধিক বিপথগামী বুলি ভাবিছিল। তেওঁলোকৰ শত্ৰুতাৰ সীমা নাছিল।

৬৬। কিঞ্চিৎমাত্ৰকে সিহঁতে দান নকৰিব, অথচ আল্লাৰ এয়ে ইচ্ছা যে তেওঁ দিয়া ঐশ্বৰ্য্য মানৱৰ হিতসাধনৰ কাৰণে ব্যয় কৰা হয়।

৬৭। আৰবৰ মুচলমানবিলাকো হজ্ৰত ইব্ৰাহীমৰ ( আ ) বংশধৰ। তেওঁলোকে যদি ৰাজত্ব লাভ কৰে তেন্তে ইহুদীবিলাকে তেওঁলোকক হিংসা কৰিব নালাগে।

৬৮। হজ্ৰত দাউদ ( আ ) আৰু হজ্ৰত চুলেইমানৰ ( আ ) ৰাজ্য।

৬৯। হিংসাই অগ্নিৰ দৰে মানুহৰ অন্তঃকৰণক অবিৰাম দাহ কৰে।

থাকিব পৱিত্ৰ সহচৰী সকল; আৰু তেওঁলোকক আমি সুশীতল ছাঁৰ[৭০] মাজত অৱস্থান কৰিবলৈ দিম।

৫৯। স্বৰূপতে আল্লাই তোমালোকক ইয়াকে আদেশ দিছে যে যিবিলাক দায়িত্ব গ্ৰহণ কৰিবৰ উপযুক্ত সেইবিলাকৰ প্ৰতি তোমালোকে দায়িত্বৰ ভাৰ ন্যস্ত কৰা[৭১]; আৰু তোমালোকে[৭২] মানুহৰ মাজত বিচাৰ কৰিব ধৰিলে, ন্যায়মতে বিচাৰ কৰিবা; আল্লাই যি শিক্ষা তোমালোকক দিছে সি নিশ্চয় অতি উত্তম, প্ৰকৃততে আল্লা পৰম শ্ৰোতা, শ্ৰেষ্ঠ নিৰীক্ষণ[৭৩] কৰোঁতা।

৬০। হে বিশ্বাসীসকল, তোমালোকে আল্লাৰ বাধ্য হোৱাঁ, আৰু বাধ্য হোৱাঁ ৰচুলজনৰ, আৰু যি শাসনকৰ্ত্তাবিলাকক[৭৪] তোমালোকে বাছি লৈছা তেওঁলোকৰো; পিছত যদি তোমালোকৰ মাজত কোনো বিষয়ে বাদ বিসংবাদ[৭৫] হয়

৭০। হিংসাকৰোঁতাবিলাক প্ৰজ্বলিত অগ্নিত থাকিব, কিন্তু যিসকল ধৰ্ম্মপৰায়ণ আৰু মানৱৰ উপকাৰ সাধন কৰোঁতা তেওঁলোক থাকিব সুশীতল শান্তিময় উদ্যানসমূহত। তেওঁলোকৰ অন্তৰত শান্তি বিৰাজ কৰিব, যেনেকৈ অবিশ্বাসী বিলাকৰ অন্তৰত হিংসাৰ অগ্নি জ্বলি উঠিব।

৭১। ইচ্‌লামে গণতন্ত্ৰ-প্ৰণালীক সমৰ্থন কৰে। ৰাজ্য শাসনৰ ক্ষমতা এনেবিলাক মানুহক অৰ্পণ কৰিব লাগে যিবিলাক প্ৰকৃততে শাসনৰ যোগ্য। প্ৰজাবৰ্গই তেনে মানুহ বাছি লব।

৭২। প্ৰজাই বিচাৰ কৰিলে ন্যায়মতে কৰিব, আৰু যিবিলাকৰ ওপৰত শাসনৰ ভাৰ দিয়া হৈছে তেওঁলোকেও ন্যায়মতে বিচাৰ কৰিব।

৭৩। প্ৰত্যেক মানুহে যি কাৰ্য্য কৰে তাকো আল্লাই নিৰীক্ষণ কৰে, আৰু শাসনকৰ্ত্তাবিলাকে ন্যায়মতে শাসন কৰে নে নকৰে তাকো আল্লাৰ অগোচৰ নহয়। এই আয়তে ৰাজ্যশাসন সম্বন্ধে ইচ্‌লাম নীতি কেইটামান উল্লেখ কৰিছে—(১) শাসনকৰ্ত্তা (খলীফা) বাছি লবা, (২) এনে খলীফা যি খিলাফতৰ যোগ্য, (৩) যি ন্যায়মতে শাসন কৰিব, (৪) এনে নিৰ্ব্বাচিত খলীফাৰ বাধ্যতা স্বীকাৰ কৰিবা। (আ: ৬০)

৭৪। যিবিলাকৰ ওপৰত দেশশাসনৰ ভাৰ ন্যস্ত কৰা হৈছে; যিবিলাকে নিজ বিদ্যা-বুদ্ধি দ্বাৰা ধৰ্ম্ম-বিষয়ে মীমাংসা কৰিব পাৰে। (তাযুল্ অকচ; আকবৰুল্ মহ্ৰাবিদ্) প্ৰথম অৰ্থ ললে শাসনকৰ্ত্তা মুচল্‌মানো হব পাৰে আৰু অমুচল্‌মানো হব পাৰে। দ্বিতীয় অৰ্থত মুচল্‌মান ইমাম বা খলীফাক বুজাইছে। "শাৰীৰিক মতে বৰ্জা; আধ্যাত্মিক মতে ইমামুজ্‌জমান।"—মঃ মৌ।

৭৫। ইব্‌নে কছীৰৰ মতে বিৰোধ প্ৰজা আৰু শাসনকৰ্ত্তাৰ মাজতো হব পাৰে, আৰু মুচলমানৰ মাজতো ধৰ্ম্ম বা সমাজ সম্বন্ধে হব পাৰে। প্ৰথম অৱস্থাত মুচলমানক দেশৰ

তেন্তে সেই বিষয়ৰ মীমাংসা আল্লা আৰু ৰচুলজনৰ পৰা বিচাৰিবা,—যদিহে তোমালোকে আল্লাত আৰু শেহ দিনত বিশ্বাস কৰা; সেয়ে উত্তম উপায় আৰু উৎকৃষ্ট পৰিণাম।

## ৰুকু ৯

ভণ্ডবিলাক প্ৰকৃততে বিশ্বাসী নহয় আৰু ধৰ্ম্মপৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰে; ত্যাগস্বীকাৰেই হৈছে আচল ধৰ্ম্ম—ধন-ত্যাগ, দেশ-ত্যাগ, জীৱন-ত্যাগ; হজ্‌ৰত মহম্মদৰ (ছ:) প্ৰকৃত অনুগামীসকলে আধ্যাত্মিক উন্নতিৰ চাৰিটা শ্ৰেণীৰ কোনো এটা শ্ৰেণীৰ মাজত নিজ চেষ্টা আৰু আল্লাৰ কৃপাৰে ভুক্ত হব পাৰে।

৬১। সেইবিলাকৰ বিষয়ে তুমি ভাবি চোৱা নাই নে, যিবিলাকে ছল কৰি কয় যে তোমালৈ যি নমাই পঠোৱা হৈছে আৰু তোমাৰ আগেয়ে যি নমাই পঠোৱা হৈছিল তাত সিহঁতে বিশ্বাস কৰে? সিহঁতে ইচ্ছা কৰে, বিদ্ৰোহী জনৰ[৭৬] মীমাংসা বিচাৰিবলৈ, অথচ সিহঁতক সেইজনৰ বাধ্যতা স্বীকাৰ নকৰিবলৈ আদেশ দিয়া হৈছিল; আৰু শ্বয়তানে ইয়াকে ইচ্ছা কৰে যেন সিহঁতক পথভ্ৰান্ত কৰি দূৰৈৰ বিপথে লৈ যায়।

৬২। আৰু যেতিয়া সিহঁতক কোৱা হয়, 'আল্লাই যি নমাই পঠিয়াইছে তালৈ আৰু ৰচুলৰ ফাললৈ আহাঁ', তুমি ভণ্ডবিলাকক দেখি পাবা সিহঁতে বিৰক্ত হৈ তোমাৰ পৰা বিমুখ হৈ গৈছে।[৭৭]

৬৩। সিহঁতে যি আগেয়ে আৰ্জ্জিছিল তাৰ বাবে সিহঁতৰ ওপৰত যেতিয়া বিপদ পৰিব তেতিয়া কেনে অৱস্থা হব? পিছত সিহঁতে তোমাৰ ওচৰলৈ আহি আল্লাৰ শপত খাই কব, মঙ্গল সাধন আৰু মিলন স্থাপনৰ বাহিৰে আন একোৰেই আমি বাঞ্ছা কৰা নাই।

---

আইন মানি চলিব লাগে; দ্বিতীয় অৱস্থাত ইচ্‌লামৰ যি আইন তাৰে বাধ্য থাকিব লাগে। আৰু ইচ্‌লামৰ আইনৰ অৰ্থ হৈছে কোৰান, হদীছ আৰু ৰচুলৰ (ছ) চুন্নত্‌।

৭৬। শ্বয়তান বা বিদ্ৰোহীদল। ন্যায়পৰায়ণ মানুহে সত্য বিচাৰ কৰিব, কিন্তু যি শ্বয়তানৰ অনুগত সি অন্যায়ৰ বাহিৰে একোকে নাজানে।

৭৭। ভণ্ডবিলাকে বাহিৰত ইয়াকে দেখুৱায় যে সিহঁত শান্তি আৰু মিলন-প্ৰতিষ্ঠাৰ পক্ষে, কিন্তু প্ৰকৃততে সিহঁতে অশান্তিৰ হে সৃষ্টি কৰে।

৬৪। এইবিলাকৰ অন্তৰসমূহত যি আছে তাক আল্লাই জানে ; গতিকে সিহঁতৰ পৰা বেলেগ হৈ থাকিবা, কিন্তু সিহঁতক সৎ উপদেশ দিবা, আৰু সিহঁতৰে সৈতে এনে কথা কবা যি সিহঁতৰ হৃদয় স্পৰ্শ কৰে।

৬৫। আৰু আমি কেৱল এনে ৰচুলকহে প্ৰেৰণ কৰিছোঁ যিজনৰ বাধ্যতা আল্লাৰ আদেশ মতে স্বীকাৰ কৰা হয়,[৭৮] আৰু যদি নিজ আত্মাৰ প্ৰতি অন্যায় কৰাৰ সময়ত সিহঁতে তোমাৰ ওচৰলৈ আহি আল্লাৰ ক্ষমা ভিক্ষা কৰিলেহেঁতেন, আৰু ৰচুলেও সিহঁতৰ হৈ ক্ষমা ভিক্ষা কৰিলেহেঁতেন, সিহঁতে নিশ্চয় আল্লাক শ্ৰেষ্ঠ কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল পালেহেতেন।

৬৬। কিন্তু নহয় ; তোমাৰ প্ৰভুৰ শপত, যেতিয়ালৈকে সিহঁতে নিজ বিবাদ-বিসম্বাদসমূহ বিচাৰৰ নিমিত্তে তোমাৰ ওচৰলৈ নানে, পিছত তুমি যি মীমাংসা কৰা সেই সম্বন্ধে সিহঁতে নিজ অন্তৰসমূহত কোনো সংশয় বোধ নকৰে, আৰু ( যেতিয়ালৈকে ) সিহঁতে সম্পূৰ্ণৰূপে ( তোমাৰ ) বাধ্য নহয়, তেতিয়ালৈকে সিহঁত প্ৰকৃতপক্ষে বিশ্বাসী নহয়।[৭৯]

৬৭। আৰু যদি আমি সিহঁতৰ নিমিত্তে ইয়াকে লিপিবদ্ধ কৰিলোঁহেতেন : তোমালোকে নিজৰ জীৱন বিসৰ্জ্জন কৰাঁ[৮০] অথবা নিজ ঘৰ এৰি ওলাই যোৱাঁ,[৮১] সিহঁতে অলপ কিছুমানৰ বাহিৰে এই কাৰ্য্য সম্পন্ন নকৰিলেহেঁতেন ; কিন্তু সিহঁতক যি উপদেশ দিয়া হৈছিল সেই অনুযায়ী সিহঁতে কাৰ্য্য কৰা হলে, সি

---

৭৮। আল্লাই এই উদ্দেশ্যে ৰচুল বা নবী প্ৰেৰণ কৰে যাতে মানুহে তেওঁৰ আদেশ-নিষেধ মতে চলি নিজৰ জীৱন গঠন কৰে। নবীৰ কৰ্ত্তব্য হৈছে আদেশ দিয়া ; মানুহৰ কৰ্ত্তব্য হৈছে সেই আদেশ পালন কৰা।

৭৯। ইয়াতে আছে প্ৰকৃত পৰীক্ষা। ভণ্ডবিলাকে মুখেৰে কৈছিল যে সিহঁত হজ্ৰত ৰচুলৰ(স্ব) বাধ্য। কিন্তু কাৰ্য্যত সিহঁতৰ অবাধ্যতা হে প্ৰকাশ পাইছিল । সিহঁত প্ৰকৃততে বিশ্বাসী হোৱা হলে সিহঁতে সকলো। বিষয়ৰ বিচাৰ-মীমাংসা হজ্ৰত ৰচুলৰ (স্ব) পৰা বিচাৰিলেহেতেন, আৰু সৰল মনেৰে তাকে শিৰোধাৰ্য্য কৰি ললেহেতেন।

৮০। দেশ বা ধৰ্ম্মৰ কাৰণে জীৱন দান কৰা ভণ্ডবিলাকৰ কাম নহয়, প্ৰকৃত বিশ্বাসী সকলৰহে কাম। আন অৰ্থ হৈছে : নিজৰ আত্মীয়স্বজনক যুদ্ধত হত্যা কৰা। মক্কাত থকা অবিশ্বাসী আত্মীয়বিলাকক বুজাইছে।

৮১। ধৰ্ম্ম, সত্য, আৰু ন্যায়ৰ নিমিত্তে ঘৰ এৰি ওলাই পৰা।

সিহঁতৰ পক্ষে নিশ্চয় মঙ্গলজনক হলহেঁতেন আৰু সিহঁতক ( বিশ্বাসত ) বেচিকৈ দৃঢ়[৮২] কৰিলেহেঁতেন।

৬৮। আৰু তেতিয়া আমি সিহঁতক আমাৰ কাষৰ পৰা নিশ্চয় মহৎ প্ৰতিদান প্ৰদান কৰিলোঁহেতেন।

৬৯। আৰু নিশ্চয় আমি সিহঁতক পোন বাটেদি লৈ গলোঁহেতেন।[৮৩]

৭০। আৰু যিসকলে আল্লাৰ আৰু ৰচুলৰ আজ্ঞা অনুসৰি চলে তেওঁলোক হব সেই সকলৰ সঙ্গী যি সকলৰ ওপৰত আল্লাই অনুগ্ৰহ কৰিছে, অৰ্থাৎ নবীসকল, আৰু সত্যপ্ৰিয়সকল, আৰু প্ৰাণ উৎসৰ্গ কৰোঁতাসকল, আৰু ধৰ্ম্মপৰায়ণসকল ; এইসকলেই হৈছে উত্তম সঙ্গী।[৮৪]

৭১। এই কৃপা আহিছে আল্লাৰ ফালৰ পৰা, আৰু সৰ্ব্বজ্ঞ আল্লাই যথেষ্ট।

## ৰুকু ১০

অত্যাচাৰী অবিশ্বাসীবিলাকৰ বিৰুদ্ধে আত্মৰক্ষাৰ নিমিত্তে মুচলমানক যুদ্ধ কৰিবৰ অনুমতি দান , যুদ্ধ বিশ্বাসীসকল আৰু ভণ্ডবিলাকৰ মাজত এটি মহৎ পৰীক্ষা ; জয় বা পৰাজয় হওক বিশ্বাসী যুদ্ধ কৰোঁতাসকলৰ নিমিত্তে আল্লাৰ ফালৰ পৰা মহান প্ৰতিদানৰ প্ৰতিশ্ৰুতি।

৭২। হে বিশ্বাসীসকল, ( আত্মৰক্ষাৰ কাৰণে ) তোমালোকে সতৰ্ক

---

৮২ পাৰ্থিব প্ৰলোভনৰ বশীভূত নহৈ সত্য আৰু ধৰ্ম্মক প্ৰতিষ্ঠিত কৰিবলৈ অবিৰাম চেষ্টা কৰিলেহেঁতেন।

৮৩। এই সৰুবাট হৈছে নিজৰ সৃষ্টিৰ পূৰ্ণতা লাভ কৰিবৰ বাট। এই বাটেদি যেন আল্লাই আমাক লৈ যায় তাকে প্ৰত্যেক মুচলমানে নমাজত প্ৰাৰ্থনা কৰে। চোৱাঁ ১:৫, আৰু টা।

৮৪। এই আয়তৰ পৰা ভালকৈ বুজিব পাৰি যে হজৰত মহম্মদ ৰচুলুল্লাই যি বাট দেখুৱাইছে সেই বাটেদি চলিলে আধ্যাত্মিক উন্নতিৰ চাৰি স্তৰৰ যেই সেই স্তৰ পৰ্য্যন্ত উঠিব পাৰি, অৰ্থাৎ সৎকৰ্ম্মী ধৰ্ম্ম-পৰায়ণ সাধুপুৰুষ বা সত্যৰ নিমিত্তে সকলোটি উৎসৰ্গ কৰোঁতা, এনেকি জীৱন পৰ্য্যন্ত বিসৰ্জ্জন কৰোঁতা, বা বিশ্বাস, আচৰণ, আৰু কাৰ্য্যত সত্যবাদী, বা নবী-সকলৰ সকলোতকৈ ওখ স্তৰ। চোৱাঁ ৫৭:২০। হজৰত মহম্মদৰ (দ্) এয়ে বিশেষত্ব যে তেওঁৰ পদানুসৰণ কৰিলে নবীত্বও লাভ কৰিব পাৰি। কিন্তু এনে নবীত্বই নতুন শৰীয়ত নানে; বৰং মহম্মদী শৰীয়তৰ ওপৰতেই ইয়াৰ স্থিতি। এই মত আবু হইয়ান আৰু ইমাম ৰাগেবে প্ৰকাশ কৰিছে। আৰু চোৱাঁ তফচীৰ ৰুহুল্-ম'আনী।

থকাৰ উপায় অৱলম্বন কৰা,[৮৫] তাৰ পিছত বেলেগ বেলেগ দল বান্ধি ওলাই পৰিবাঁ, অথবা সকলোৱে একগোটহৈ ওলাবাঁ।

৭৩। আৰু তোমালোকৰ মাজত এনে মানুহো আছে যি নিশ্চয় পিছ হুহকি থাকিব ; পিছত যদি তোমালোকৰ ওপৰত বিপদ পৰে, সি কব, মই যে সিহঁতৰ লগত উপস্থিত নাছিলোঁ স্বৰূপতে আল্লাই মোৰ প্ৰতি অনুগ্ৰহহে কৰিলে।[৮৬]

৭৪। কিন্তু যদি আল্লাৰ ফালৰ পৰা তোমালোকলৈ কৃপা[৮৭] আহে সি নিশ্চয় ইয়াকে কব—এনেদৰে যেন তোমালোকৰ আৰু তাৰ মাজত কদাপি কোনো বন্ধুতায়ে[৮৮] নাছিল,—'হায়! যদি মই সিহঁতৰ সঙ্গী হৈ থকা হলে, ময়ো মহান সফলতা লাভ কৰিলোঁহেঁতেন!'

৭৫। গতিকে সেইবিলাকেই আল্লাৰ পথত যুদ্ধ কৰক যিবিলাকে পাৰ্থিব জীবন সলনি দি পৰলোক লাভ কৰিবলৈ ইচ্ছা কৰে[৮৯] ; আৰু যিজনে আল্লাৰ পথত যুদ্ধ কৰে, তাৰ ফলত তেওঁ নিহত হওক নাইবা বিজয়ী হওক, সেইজনক আমি দান কৰিম মহান প্ৰতিদান।

৭৬। আৰু তোমালোকে কিয়নো আল্লাৰ পথত আৰু সেই শক্তিহীন পুৰুষ আৰু তিৰোতা আৰু সন্তান-সন্ততিৰ কাৰণে যুদ্ধ নকৰিবা যিবিলাকে কয়, হে আমাৰ প্ৰভু, যি নগৰৰ অধিবাসীবিলাক এনে অত্যাচাৰী তাৰ পৰা আমাক উদ্ধাৰ কৰি লৈ যোৱাঁ, আৰু তোমাৰ কাষৰ পৰা আমাৰ নিমিত্তে কোনো এজন

---

৮৫। সকলোপ্ৰকাৰ সতৰ্কতা আৰু আহিব লগীয়া বিপদৰ প্ৰতিকাৰৰ উপায়কে 'হিজ্যৰ' বোলে, আৰু ৰণৰ অস্ত্ৰশস্ত্ৰকো 'হিজ্যৰ' বোলে। শত্ৰুৱে যেতিয়া মুচলমানবিলাকক বেৰি ধৰিছিল আৰু তেওঁলোকৰ বিপক্ষে অভিযান চলাইছিল তেতিয়া তেওঁলোকক আত্মৰক্ষাৰ নিমিত্তেহে ৰণ কৰিবলৈ আদেশ দিয়া হৈছিল।

৮৬। মুচলমান সম্প্ৰদায়ৰ মাজত সোমাই যিবিলাক ভণ্ড (মুনাফেক্কীন) আছিল, সিহঁতে ৰণৰ পৰা আঁতৰত থাকিবলৈ নানা তৰহৰ চেলু বিচাৰি ফুৰিছিল। আৰু আনকো ৰণলৈ ওলাবলৈ নিষেধ কৰিছিল।

৮৭। অৰ্থাৎ যদি যুদ্ধত তোমালোক জয়ী হোৱা।

৮৮। বন্ধুতা থকা হলে তেওঁলোকে আমাকো যুদ্ধ কৰিবলৈ লৈ গলহেঁতেন, আৰু আমিয়ো সেই বিজয়ৰ ভাগী হলোঁহেঁতেন।

৮৯। আল্লাৰ পথত কষ্ট সহ্য কৰা, ত্যাগ স্বীকাৰ কৰা, আৰু ৰণত যোগদান কৰা ভণ্ডবিলাকৰ কাম নহয়; প্ৰকৃততে যিবিলাক বিশ্বাসী সেইবিলাকৰহে কাম। সেইবিলাক যুদ্ধত পৰাস্তয়ে হওক বা জয়ী হওক আল্লাৰ অনুগ্ৰহৰ ভাগী নিশ্চয় হব।

বন্ধু উত্থিত কৰা, আৰু আমাৰ কাৰণে তোমাৰ সন্নিধানৰ পৰা কোনো এজন সহায়কাৰী প্ৰতিষ্ঠিত কৰা।[৯০]

৭৭। যিসকল (প্ৰকৃততে) বিশ্বাসী সেই সকলে আল্লাৰ পথত যুদ্ধ কৰে, কিন্তু যিবিলাক অবিশ্বাসী সিহঁতে শয়তানৰ পথত যুদ্ধ কৰে; গতিকে শয়তানৰ বন্ধুবিলাকৰ বিৰুদ্ধে তোমালোকে সংগ্ৰাম কৰা; বাস্তৱতে শয়তানৰ কৌশল দুৰ্ব্বল।

## ৰুকু ১১

ভণ্ডবিলাক ৰণলৈ ওলাবলৈ অনিচ্ছুক; হজ্ৰতে (স্ব) মানুহৰ ওপৰত ভৰসা নকৰি আল্লাৰ কাৰণে যুদ্ধ আৰম্ভ কৰে; আত্মৰক্ষাৰ নিমিত্তে যুদ্ধ কৰিবলৈ আদেশ; বিশ্বাসীসকলৰ বিজয় নিশ্চিত।

৭৮। সেইবিলাকৰ পিনে তুমি মন কৰা নাই নে যিবিলাকক কোৱা হৈছিল, তোমালোকে নিজৰ হাতসমূহ টানি ৰাখা[৯১] আৰু নমাজৰ অনুষ্ঠান কৰা আৰ জকাত দান কৰা; পিছত যেতিয়া সিহঁতৰ নিমিত্তে যুদ্ধৰ বিধান কৰা হল, সিহঁতৰ মাজৰ এদলে আল্লাক যিদৰে ভয় কৰা উচিত সেই দৰে বা তাতোকৈ বেচিকৈ মানুহক ভয় কৰিব ধৰিল;[৯২] আৰু সিহঁতে কৈছিল, হে আমাৰ প্ৰভু,

৯০। মুচলমানবিলাকে সেই সময়ত নানান নিৰ্য্যাতন সহ্য কৰিবলগীয়া হৈছিল। এনে ক্লেশ-কষ্ট তেওঁলোকে ভোগ কৰিছিল যি বৰ্ণনাৰ অতীত। মক্কাৰ দৰে মদীনাতো তেওঁলোকৰ সম্পদ আৰু জীবন নিৰাপদ নাছিল। এনে নিঃসহায় অৱস্থাত তেওঁলোকে আল্লাৰ আগত ইয়াকে প্ৰাৰ্থনা কৰিছিল তেওঁ যেন তেওঁলোকক উদ্ধাৰ কৰিবলৈ এজন বন্ধু, সংৰক্ষক, সহায়কাৰী পঠাই দিয়ে। হজ্ৰত মুচাই(আ) বনী ইস্ৰাইলক যেনেকৈ ফিৰৌন আৰু তেওঁৰ নৰ-পিশাচ বিষয়াবিলাকৰ পৰা উদ্ধাৰ কৰিছিল তেনেকৈ হজ্ৰত মহম্মদেও (স্ব) নিষ্ঠুৰ নিৰ্য্যাতনকাৰী অবিশ্বাসীবিলাকৰ পৰা মুচলমানবিলাকক উদ্ধাৰ কৰিছিল। এই আয়তৰ পৰা ভালকৈ বুজিব পাৰি, মুচলমানে যদি তৰোৱাল ধৰিছিল সি আত্মৰক্ষাৰ নিমিত্তেহে।

৯১। সেই সময়ৰ কথা যেতিয়া মুচলমান দুৰ্ব্বল আছিল। অসীম যাতনা সহ্য কৰিব নোৱাৰি এদলে যুদ্ধ কৰিবলৈ আগ বাঢ়িব খুজিছিল। কিন্তু হজ্ৰতে (স্ব) সেইবিলাকক ধৈৰ্য্য ধৰিবলৈ উপদেশ দিছিল, কাৰণ, তেতিয়ালৈকে আত্মৰক্ষাৰ নিমিত্তেও যুদ্ধ কৰিবলৈ আল্লাৰ পৰা অনুমতি বা আদেশ অহা নাছিল।

৯২। এইবিলাকেই আছিল দুৰ্ব্বলচিতীয়া ভণ্ড। এইবিলাক ধৰ্ম আৰু সত্যৰ নিমিত্তে ত্যাগস্বীকাৰ কৰিবলৈ প্ৰস্তুত নাছিল। সেইবিলাকে বিচাৰিছিল ইহলোকৰ সুখ

কিয়নো তুমি আমাৰ নিমিত্তে যুদ্ধৰ বিধান কৰিলা? অলপ সময়ৰ নিমিত্তে তুমি আমাক অৱকাশ নিদিবা নে? —তুমি কোৱাঁ, ইহলোকৰ সম্পদ অলপীয়া, আৰু যিজনে আল্লাৰ ভয় ৰাখে তেওঁৰ নিমিত্তে পৰলোকহে মঙ্গলময়, আৰু তোমালোকৰ ওপৰত অকণো অন্যায় কৰা নহব।

৭৯। তোমালোকে য'তে থাকা ত'তে তোমালোকক মৃত্যুৱে লগ পাব—যদিও তোমালোকে দৃঢ়কৈ নিৰ্ম্মাণ কৰা ওখ দুৰ্গসমূহৰ ভিতৰত থাকা;[৯৩] আৰু যদি সিহঁতে কোনো মঙ্গল লাভ কৰে সিহঁতে কয় এই মঙ্গল আল্লাৰ কাষৰ পৰা আহিছে; কিন্তু যদি সিহঁতৰ কোনো অমঙ্গল ঘটে সিহঁতে কয়, এই অমঙ্গল তোমাৰ ফালৰ পৰা আহিছে; তুমি কোৱাঁ, সকলো আল্লাৰ কাষৰ পৰা আহে; তেন্তে সেই জাতিৰ কি হৈছে যে কোনো কথাৰ ভালকৈ উপলব্ধি কৰিবৰ ওচৰো নাচাপে?

৮০। যি মঙ্গল তোমাৰ ভাগত পৰে সি আল্লাৰ পৰাহে আহে, আৰু তোমাৰ যি অমঙ্গল ঘটে সি তোমাৰ নিজৰ পৰা;[৯৪] আৰু মানৱজাতিৰ নিমিত্তে আমি তোমাক ৰচুল স্বৰূপে প্ৰেৰণ কৰিছোঁ; আৰু সাক্ষীৰূপে আল্লাই যথেষ্ট।

৮১। যি ৰচুলৰ বাধ্য হয় স্বৰূপতে সি আল্লাৰো বাধ্য হয়; কিন্তু যিবিলাক বিমুখ হয় সেইবিলাকৰ কাৰণে তোমাক ৰক্ষকৰূপে আমি পঠিওৱা নাই।[৯৫]

৮২। আৰু সিহঁতে কয়, বাধ্যতা ( আমাৰ কৰ্ত্তব্য ); কিন্তু যেতিয়া সিহঁতে তোমাক এৰি ওলাই যায়, সিহঁতৰ মাজৰ এদলে তুমি যি কোৱা তাৰ বিপৰীত কথা লৈ নিশা পৰস্পৰ কু-অভিসন্ধি কৰে; আৰু সিহঁতে নিশা যি পৰস্পৰ কু-অভিসন্ধি কৰে সকলো আল্লাই লিপিবদ্ধ কৰে; গতিকে তুমি সিহঁতৰ পৰা আঁতৰি

---

শান্তি; আৰু যিসকলৰ বিশ্বাস আছিল দৃঢ় তেওঁলোকে পৰলোকৰ মঙ্গলহে কামনা কৰিছিল।

৯৩। যি মৃত্যুক তোমালোকে ভয় কৰিছা তাৰ পৰা কেতিয়াও সাৰিব নোৱাৰা।

৯৪। আগৰ আয়তত যে কোৱা হৈছে, ভাল বেয়া সকলো আল্লাৰ পৰা আহে তাৰ লগত এই আয়তৰ কোনো বিৰোধ নাই। যদি যুদ্ধত তেওঁলোক পৰাজিত হয়, সিয়ো আল্লাৰ বিধিৰ অনুযায়ী। মানুহৰ যি অনিষ্ট হয় তাৰ বাবে সি নিশ্চয় দায়ী। কিন্তু তাৰ এই অনিষ্ট সাধনো আল্লাৰ বিধিৰ বাহিৰে নহয়।

৯৫। তোমাৰ কাৰ্য্য হৈছে সিহঁতক উপদেশ দিয়া, সজ বাট দেখুওৱা; যদি সিহঁতে বিৰুদ্ধাচৰণ কৰে তাৰ বাবে তুমি দায়ী নোহোৱা।

থাকা,[৯৬] আৰ আল্লাৰ প্ৰতি ভৰসা ৰাখা ; আৰু কাৰ্য্যসম্পাদকৰূপে আল্লাই যথেষ্ট।

৮৩। সিহঁতে কোৰানৰ সম্বন্ধে দ'কৈ চিন্তা নকৰে নে? এই গ্ৰন্থখন আল্লাত ভিন্ন অইনৰ পৰা অহা হলে সিহঁতে নিশ্চয় ইয়াত বহুত বিৰোধ পালেহেঁতেন[৯৭]।

৮৪। আৰু যেতিয়া সিহঁতৰ ওচৰলৈ নিৰ্ভয়ৰ বা ভয়ৰ কোনো সংবাদ আহি পায়, সিহঁতে তাকে প্ৰচাৰ কৰি ফুৰে[৯৮] ; কিন্তু তাকে সিহঁতে ৰচুলৰ ওচৰলৈ আৰু নিজ নিয়ন্তাবিলাকৰ ওচৰলৈ লৈ যোৱা হলে, সিহঁতৰ মাজৰ যিবিলাকে তাৰ তত্ব উলিয়াব পাৰে সেইবিলাকে নিশ্চয় সেই বিষয় উপলব্ধি কৰিব পাৰিলেহেঁতেন[৯৯] ; আৰু তোমালোকৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হলে, কেইজনমানৰ বাহিৰে, তোমালোকে নিশ্চয় শয়তানৰ অনুসৰণ হে কৰিলাহেঁতেন।

৮৫। গতিকে তুমি আল্লাৰ পথত যুদ্ধ কৰা—তোমাৰ প্ৰতি নিজৰ বাহিৰে আন কাৰো দায়িত্বৰ ভাৰ অৰ্পণ কৰা হোৱা নাই—আৰু বিশ্বাসীসকলক অনুপ্ৰাণিত কৰা ; হবপাৰে আল্লাই অবিশ্বাসীবিলাকৰ সংগ্ৰাম প্ৰতিৰোধ কৰিব ; আৰু আল্লা সংগ্ৰামত যেনে ক্ষমতাশালী শাস্তি দিয়াতো তেনে কঠোৰ।

৮৬। যিজনে সৎকাৰ্য্য সম্পাদনৰ উপদেশ দিয়ে সেইজনে তাৰ পুণ্যফলৰ অংশ পাব ; আৰু যিজনে অসৎ কাৰ্য্য সম্পাদনৰ উপদেশ দিয়ে সেইজনে তাৰ প্ৰতিফলৰ ভাগ পাব ; আৰু আল্লা সকলো বস্তুৰ ওপৰত ক্ষমতাশালী।

---

৯৬। ভণ্ডবিলাকৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি। হজ্ৰতৰ (ছ) কথাৰ অমান্য কৰি নিশাৰ আন্ধাৰত সিহঁতে কু-অভিসন্ধি সাজিছিল, আৰু এইদৰে শত্ৰুক সহায় কৰিছিল।

৯৭। ২৩ বছৰলৈকে হজ্ৰতৰ (ছ) প্ৰতি কোৰান শৰীফ অৱতীৰ্ণ হৈ আছিল। এই দীৰ্ঘকালৰ ভিতৰত হজ্ৰতৰ জীৱনত নানা পৰিবৰ্ত্তন ঘটিছিল। ভাবিব-লগীয়া কথা এই যে কোৰানৰ চুৰা আৰু আয়তসমূহৰ মাজত এটা অপূৰ্ব্ব সামঞ্জস্য পৰিলক্ষিত হয়। কোৰান যে আল্লাৰ বাণী এই সামঞ্জস্য হৈছে তাৰ প্ৰমাণ।

৯৮। যুদ্ধৰ সময়ত মিছা সংবাদ ৰটালে ৰাজ্যৰ ভীষণ ক্ষতি হয়, কিয়নো শত্ৰুৱে তাৰ দ্বাৰা নানা সুবিধা লব পাৰে।

৯৯। সেই সংবাদ সঁচা নে মিছা তেওঁলোকে পৰীক্ষা কৰি চাব পাৰিব।

৮৭। আৰু যেতিয়া তোমালোকক আদৰেৰে সম্ভাষণ কৰা হয়, তোমালোকে তাতোকৈ উত্তমৰূপে সম্ভাষণ কৰিবাঁ,[১০০] নাইবা (অন্ততঃ) সেইদৰেই সম্ভাষণ ওলোটাই দিবা ; নিশ্চয় আল্লাই সকলো বস্তুৰে লেখ লওঁতা।

৮৮। সেইজনেই আল্লা যাৰ বাজে আন উপাস্য নাই ; অৱশ্যে তেওঁ তোমালোকক পুনৰুত্থানৰ দিনলৈকে[১০১] একেলগ কৰিব ; ইয়াত কোনো সন্দেহ নাই ; আৰু বাক্যত কোন আল্লাতকৈ অধিক সত্যপৰায়ণ হব পাৰে ?

## ৰুকু ১২

ইচ্‌লামৰ বিৰুদ্ধে ভণ্ডবিলাকৰ শত্রুতা ; ধৰ্ম্মত্যাগীবিলাকৰ বিৰুদ্ধাচৰণ ; সিহঁতৰ সৈতে মুচলমানৰ ব্যৱহাৰ কেনে হব লাগে সেই বিষয়ে আদেশ ; কেৱল আত্মৰক্ষাৰ নিমিত্তেহে মুচ্‌লিমে তৰোৱাল ধৰিব পাৰে।

৮৯। কি কাৰণে ভণ্ডবিলাকৰ সম্বন্ধে তোমালোকৰ মাজত দুটা দল হৈ পৰিল[১০২], অথচ সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ বাবে সিহঁতক আল্লাই লুটিয়াই[১০৩] পেলাইছে ? যাক আল্লাই পথভ্ৰান্ত কৰিছে তাক তোমালোকে সুপথত লৈ যাবলৈ ইচ্ছা কৰিছা নে ? অথচ আল্লাই যাক বিভ্ৰান্ত কৰিছে তাৰ নিমিত্তে তুমি কেতিয়াও কোনো বাটকেই মুকলি নোপোৱা।

---

১০০। (১) যদি কোনোৱে তোমাক চালাম দিয়ে, তেওঁক চালামৰ প্ৰত্যুত্তৰ সাদৰে দিবা ; (২) তোমালোকৰ শত্রুৱে সৰল মনেৰে যদি তোমালোকৰ সৈতে সন্ধি কৰিবলৈ ইচ্ছা কৰে, সিহঁতৰে সৈতে সন্ধি স্থাপন কৰিবা। (৩) যিহেতু হজ্‌ৰতৰ (স্ব) দ্বাৰা তোমালোকে আল্লাৰ অনুগ্ৰহ লাভ কৰিছা, তোমালোকৰ কৰ্ত্তব্য যে তেওঁৰ ধৰ্ম্ম-প্ৰচাৰ কাৰ্য্যত তোমালোকে যাৰ পৰ নাই সহায় কৰি নিজৰ কৃতজ্ঞতা প্ৰকাশ কৰা।

১০১। জীৱন আৰু মৰণ পুনৰুত্থানৰ দিনলৈকে চলি থাকিব, আৰু সেই দেখি মানুহ আল্লাৰ আগত গোটখাই থাকিব। 'এলাৰ' অৰ্থ 'ফি' ধৰিলে অৰ্থ হব : পুনৰুত্থানৰ দিনা সকলোকে আল্লাই নিজৰ সন্মুখত সমবেত কৰিব।

১০২। আবদুল্লা বিন্ উবয় ভণ্ডবিলাকৰ নেতা আছিল। ওহদৰ যুদ্ধত মুচলমানবিলাক পৰাজিত হৈছিল। তাৰ প্ৰধান কাৰণ আছিল, আবদুল্লাৰ দল যুদ্ধ-ক্ষেত্ৰ পৰিত্যাগ কৰি যোৱাত আন মুচলমানবিলাকেও নিজৰ ঠাইত দৃঢ় হৈ থাকিব নোৱাৰিলে। তাৰ বাহিৰে ভণ্ডবিলাকে মুচলমানবিলাকৰ গোপনীয় কথাবিলাক শত্রুৰ আগত প্ৰকাশ কৰিছিল। এনেবোৰ কাৰণে কিছুমানৰ মত হৈছিল সিহঁতক নিৰ্ম্মূল কৰা। আনবিলাকৰ মত আছিল সিহঁতৰ দোষ ক্ষমা কৰা। এই আয়তত আৰু তলৰ কিছুমান আয়তত সিহঁতৰ সৈতে কেনে ব্যৱহাৰ কৰা উচিত তাকে উল্লেখ কৰিছে।

১০৩। সিহঁতৰ পূৰ্ব্বৰ অৱস্থা অৰ্থাৎ অবিশ্বাসৰ অৱস্থালৈ ঘূৰাই নিছে।

৯০। সিহঁতে ইয়াকে বাঞ্ছা কৰে—সিহঁতে যিদৰে অবিশ্বাস কৰিছে[১০৪] তোমালোকেও সেইদৰে অবিশ্বাস কৰা হলে, তোমালোক সকলোৱে এক শ্ৰেণী হৈ পৰিলা হেঁতেন। সেই দেখি আল্লাৰ পথত সিহঁতে দেশত্যাগ নকৰালৈকে সিহঁতৰ মাজৰ পৰা বন্ধু গ্ৰহণ নকৰিবা; পিছত, সিহঁত যদি (শত্ৰুৰ দললৈ) ওলটি যায়[১০৫], সিহঁতক ধৰি লবা, আৰু সিহঁতক য'তে পোৱা ত'তে বধ কৰিবা; আৰু সিহঁতৰ মাজৰ পৰা তোমালোকে কেতিয়াও বন্ধু বা সহায়কাৰী গ্ৰহণ নকৰিবা;—

৯১। সেইবিলাকক এৰি যিবিলাকে সেই জাতিৰ লগত যোগ দিয়ে যি তোমালোকৰ সৈতে চুক্তি-বদ্ধ, অথবা যিবিলাকে তোমালোকৰ বিপক্ষে যুদ্ধ কৰিবলৈ নাইবা সিহঁতৰ স্বজাতিৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সঙ্কুচিত হিয়া লৈ তোমালোকৰ ওচৰলৈ আহে[১০৬]; আৰু আল্লাই ইচ্ছা কৰা হলে তেওঁ নিশ্চয় সিহঁতক তোমালোকৰ বিৰুদ্ধে ক্ষমতা দিব পাৰিলহেঁতেন, তেতিয়া সিহঁতে নিশ্চয় তোমালোকৰ বিৰুদ্ধে সংগ্ৰাম চলাই থাকিলেহেঁতেন। পিছত যদি সিহঁত তোমালোকৰ বিৰুদ্ধে ৰণ কৰাৰ পৰা নিবৃত্ত হয়, আৰু তোমালোকৰ লগত সন্ধিৰ প্ৰস্তাৱ কৰে, তেনে অৱস্থাত সিহঁতৰ বিপক্ষে (ৰণ কৰিবলৈ) কোনো বাট আল্লাই মুকলি ৰখা নাই[১০৭]।

৯২। তোমালোকে আন কিছুমানক[১০৮] পাবা যিবিলাকে তোমালোকৰ পৰা নিৰ্ভয় হবলৈ আৰু সিহঁতৰ নিজৰ দলৰ পৰাও নিৰ্ভয় হবলৈ বাঞ্ছা কৰে;

---

১০৪। ভণ্ডবিলাকৰ বিশ্বাসৰ কোনো স্থিৰতা নাছিল। বাহিৰে সিহঁতে নিজকে মুচলমান বুলি পৰিচয় দিছিল, কিন্তু প্ৰকৃততে সিহঁত অবিশ্বাসী আছিল।

১০৫। আজিকালিৰ সামৰিক বিধান মতেও যিবিলাকে শত্ৰুক গোপনে সহায় কৰে সিহঁতক কঠোৰ শাস্তি দিয়া হয় আৰু বিশ্বাসঘাতকক বধ কৰা হয়। ইচ্লামৰ বিধান মতে এনেবিলাক মানুহকো প্ৰথম অৱস্থাত নানান সুযোগ দিয়া হৈছিল যাতে সিহঁতে এনে আচৰণ ত্যাগ কৰে।

১০৬। এই বিলাক ক্ষীণ বিশ্বাসৰ লোক আছিল, কিন্তু ইচ্লামৰ কালে সিহঁতৰ কিছু আশয় থকাৰ কাৰণে মুচলমানৰ বিৰুদ্ধে আৰু সিহঁতৰ বংশ-পৰীয়ালৰ যিবিলাক মুচলমান হৈছিল বা মুচলমানৰ পক্ষে আছিল সিহঁতৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ টান পাইছিল।

১০৭। কোৰানৰ মতে যিবিলাক ধৰ্মত্যাগীয়ে মুচলমানৰ বিৰুদ্ধে যুদ্ধ নকৰে সেইবিলাকক বধ কৰিব নোৱাৰি। ইয়াৰ বিপৰীত মত যুক্তি-সঙ্গত নহয়।

১০৮। এইবিলাকেই হৈছে ইচ্লামৰ প্ৰকৃত শত্ৰু। সিহঁতে মুচলমানবিলাকৰ লগত বন্ধুতা কৰি সকলো কথা জানি মুচলমানৰ শত্ৰুবিলাকৰ লগতো মিলাপ্ৰীতি কৰে। বনি-আচাদ আৰু বনি গতফান মুচলমানবিলাকৰে সৈতে চুক্তিস্থাপন কৰিছিল; পিছত তেওঁলোকৰ শত্ৰুৰ লগতো সহযোগীতা কৰিছিল।

যেতিয়াই সিহঁতক শত্রুতাৰ ফালে ওলোটাই নিয়া হয় সিহঁতে তাত জপিয়াই পৰে[১০৯], পিছত যদি সিহঁতে তোমালোকলৈ সন্ধিৰ প্ৰস্তাব পঠিয়াই তোমালোকৰ বিৰুদ্ধাচৰণৰ পৰা নিবৃত্ত নহয়, আৰু নিজৰ হাতসমূহ টানি নাৰাখে, তেন্তে সিহঁতক ধৰি লবা আৰু সিহঁতক য'তে পোৱা ত'তে বধ কৰিবা ; আৰু সেইবিলাকৰ বিৰুদ্ধেই আমি তোমালোকক প্ৰকাশ্য ক্ষমতা দান কৰিছোঁ।

## ৰুকু ১৩

ভুলক্ৰমে হত্যা কৰাৰ দণ্ড-বিধান ; যাকে তাকে শত্ৰু বুলি ধৰি নলৈ তদন্ত কৰা উচিত ; আল্লাৰ পথত যুদ্ধ কৰোঁতাসকল বহিথকাবিলাকতকৈ শ্ৰেষ্ঠ।

৯৩। আৰু ভুলক্ৰমে ভিন্ন এজন বিশ্বাসীয়ে আন এজন বিশ্বাসীক হত্যা কৰিব নোৱাৰে[১১০]; আৰু যদি কোনো এজনে ভুলক্ৰমে এজন বিশ্বাসীক হত্যা কৰে, তেন্তে ( তাৰ শাস্তি হৈছে ) এজন বিশ্বাসী দাসক মুক্তি দান কৰা, তাৰ ওপৰি মৃতকৰ পৰিয়ালক হত্যাৰ বিনিময় সমৰ্পণ কৰা — যদিহে সিহঁতে নিজ ইচ্ছাৰে দাবী এৰি নিদিয়ে ; কিন্তু যদি মৃতক তোমালোকৰ শত্ৰুপক্ষৰ হয়, আৰু সি বিশ্বাসী, তেন্তে ( তাৰ শাস্তি হৈছে, কেৱল ) এজন বিশ্বাসী দাসক মুক্তি দান কৰা[১১১], আৰু যদি সি সেই সম্প্ৰদায়ৰ যাৰ সৈতে তোমালোক মিত্ৰতাৰ চুক্তিত আবদ্ধ, তেন্তে ( তাৰ শাস্তি হৈছে ) মৃতকৰ পৰিয়ালক হত্যাৰ বিনিময় সমৰ্পণ কৰা, তাৰ ওপৰি এজন বিশ্বাসী দাসক মুক্তি দান কৰা[১১২]; কিন্তু তাকে কৰিবলৈ সি যদি

---

১০৯। আগ-পিছ নাচাই, ভালবেয়া বিচাৰ নকৰি শত্ৰুৰ ফালে ঢাল খায়।

১১০। কোৰাণৰ মতে এজন মুচলমান আন এজন মুচলমানৰ ভাই। সেই কাৰণে ইজনে সিজনৰ প্ৰাণ ৰক্ষা কৰা কৰ্তব্য। মানুহে মানুহক হত্যা কৰা মহাপাপ। ভায়েকে ভায়েকক হত্যা কৰা তাতোকৈ গুৰুতৰ পাপ।

১১১। শত্ৰুপক্ষৰ বিশ্বাসী নিহতৰ নিমিত্তে হত্যাবিনিময় দিবৰ আৱশ্যক নাই। তাৰ কাৰণ এই, ক্ষতিপূৰণ দিলে শত্ৰুৰ ধন আৰু বল বৃদ্ধি হব ; আৰু তাকে সিহঁতে মুচলমানৰ বিৰুদ্ধে ব্যয় কৰিব।

১১২। চুক্তি-বদ্ধ মিত্ৰপক্ষৰ অ-মুচলমান যদি নিহত হয় তাকো মুচলমান নিহতৰ দৰে গণ্য কৰা হব। ইয়াত "আৰু সি বিশ্বাসী" এই কথাখিনি বাদ দিয়া হৈছে। বিশ্বাসী আৰু অবিশ্বাসী নিহতৰ মাজত এই বিষয়ে কোনো পাৰ্থক্য নাই। বৰং মিত্ৰপক্ষক সহায় কৰিবৰ অৰ্থে ক্ষতিপূৰণ আদায় কৰাটোক প্ৰথম স্থান দিছে। ইচ্লামে দাসত্বৰ নিকৃষ্ট প্ৰথা লাহে লাহে তুলি দিছিল। নানাবিধ প্ৰায়শ্চিত্তৰ আকাৰ দিছিল দাস মুক্ত কৰাৰ দ্বাৰা।

অক্ষম, সি আল্লাৰ ক্ষমাপ্ৰাৰ্থনাৰূপে একেৰাহে দুমাহ ৰোজা পালন কৰিব[১১৩] ; আৰু আল্লাই সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

৯৪। আৰু যেয়ে এজন বিশ্বাসীক ইচ্ছা কৰি হত্যা কৰে, তাৰ প্ৰতিদান হ'ব নৰক ; তাতেই সি স্থায়ীৰূপে বাস কৰিব ; আৰু তাৰ ওপৰত নিজৰ ক্ৰোধ নিক্ষেপ কৰিব আৰু তাক নিজ সন্নিধানৰ পৰা আঁতৰ কৰিব আৰু তাৰ নিমিত্তে সাজু ৰাখিব ভীষণ শাস্তি[১১৪]।

৯৫। হে বিশ্বাসীসকল, যেতিয়া তোমালোক আল্লাৰ পথত ( ঘৰৰ পৰা ) ওলাই যোৱা[১১৫] সকলো কথাৰ তদন্ত কৰিবা, আৰু যিজনে তোমালোকক (শান্তিৰ) সম্ভাষণ জনায়[১১৬] সিজনক নকবা, 'তুমি বিশ্বাসী নোহোৱা' ; তোমালোকে পাৰ্থিব জীৱনৰ সম্বল বিচাৰিছা, কিন্তু উত্তম সম্পদ প্ৰচুৰ পৰিমাণে আছে আল্লাৰ কাষত[১১৭] ; অতিতত তেনে আছিলা তোমালোকো[১১৮] ; পিছত তোমালোকৰ প্ৰতি আল্লাই অনুগ্ৰহ বৰ্ষণ কৰিলে। গতিকে তোমালোকে উচিতমতে তদন্ত কৰি লবা ; তোমালোকে যি কাৰ্য্যকে কৰা সেই সম্বন্ধে আল্লা সম্পূৰ্ণৰূপে অভিজ্ঞ।

---

১১৩। যাতে হত্যাকাৰীয়ে এনে প্ৰায়শ্চিত্ত দ্বাৰা নিজ দোষৰ গভীৰতাৰ উপলব্ধি কৰিব পাৰে।

১১৪। আগৰ আয়তত ভুলক্ৰমে যদি হত্যা কৰা হয় তাৰ শাস্তিৰ বিধান উল্লেখ কৰিছে। এই আয়তত জানি-শুনি বিশ্বাসীবিলাকক বধ কৰা যে মহাপাপ আৰু তাৰ শাস্তি যে হত্যাকাৰীয়ে পৰকালতো ভুগিব লাগিব তাকে কৈছে। ইহলোকত যি শাস্তি দিয়া উচিত তাৰ নিমিত্তে চোৱাঁ ২ : ১৭৯।

১১৫। যুদ্ধ কৰিবলৈ। কোন মুচলমান শত্ৰুপক্ষৰ আৰু কোন মিত্ৰপক্ষৰ ভালকৈ তদন্ত কৰিবা ; যাকে তাকে শত্ৰু বুলি ধৰি বধ নকৰিবা।

১১৬। মুচলমানৰ দৰে চালাম দিয়া বুজোৱা নাই। কেতিয়াবা অমুচলমানে (যেনে ইহুদীবিলাকে) মুচলমানৰ দৰে চালাম দিছিল। যথাৰ্থ অৰ্থ হৈছে, যিজন প্ৰকৃততে বিশ্বাসী আৰু সন্ধি স্থাপনত সহায় কৰিবলৈ আহে, তেনে মানুহক বিশ্বাসী-বুলি ধৰি লবা।

১১৭। সকলো কাৰ্য্যকে সত্যৰ ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত কৰিব লাগে। সুনাম অথবা পৃথিবীৰ সম্বল লাভৰ উদ্দেশ্যে কাম কৰিলে আল্লাৰ কাৰণে কাম কৰা নহয়।

১১৮। তোমালোকে নিজেও এক সময়ত অবিশ্বাসী আছিলা। পিছত বিশ্বাসী হলা। তাকে মনত ৰাখি যাকে তাকে তদন্ত নকৰাকৈ অবিশ্বাসী বুলি ধৰি নলবা।

৯৬। যিবিলাক অক্ষম হৈ কষ্টত পৰি আছে[১১৯] সেইবিলাকৰ বাহিৰে যিবিলাক বিশ্বাসী ( ঘৰতেই ) বহি থাকে সিহঁত সেইসকলৰ তুল্য হব নোৱাৰে যিসকলে নিজ ধন আৰু নিজ প্ৰাণেৰে সৈতে আল্লাৰ পথত যুদ্ধ কৰে ; যিসকলে নিজ ধন আৰু নিজ প্ৰাণৰে সৈতে যুদ্ধ কৰে সেইসকলক আল্লাই (ঘৰতে) বহি থকা-বিলাকৰ ওপৰত সম্ভ্ৰমৰ শ্ৰেষ্ঠতা দান কৰিছে, আৰু আল্লাই (সেইসকলৰ) প্ৰত্যেককে মঙ্গলৰ প্ৰতিশ্ৰুতি দিছে ; আৰু যুদ্ধত যিসকলে যোগদান কৰিছে সেই সকলক (ঘৰতে) বহি থকাবিলাকতকৈ মহান প্ৰতিদান দি আল্লাই শ্ৰেষ্ঠ কৰিছে,—

৯৭। তেওঁৰ পৰা অহা নানাৰূপ সমাদৰ আৰু মাৰ্জ্জনা আৰু কৰুণা ; আৰু আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল[১২০]।

# ৰুকু ১৪

অত্যাচাৰ সহ্যৰ অতীত হলে আৰু ধৰ্ম্মপালনৰ স্বাধীনতা নাথাকিলে মুচলমানৰ পক্ষে দেশত্যাগেই শ্ৰেয়ঃ।

৯৮। নিজ আত্মাৰ অন্যায় কৰি থাকোঁতে ফিৰিশ্‌তাবিলাকে যিবিলাকৰ মৃত্যু ঘটাইছিল সিহঁতক তেওঁলোকে কব, তোমালোকৰ অৱস্থা কেনে আছিল ? সিহঁতে কব, আমি পৃথিবীত দুৰ্ব্বল আৰু নিঃসহায় আছিলোঁ ; ফিৰিশ্‌তাবিলাকে কব, আল্লাৰ পৃথিবীখন ইমান প্ৰশস্ত নাছিল নে যে তোমালোকে গৃহত্যাগ কৰি অইন ঠাইত বসতি কৰিলাহেঁতেন[১২১] ? পিছত সিহঁতলৈ থাকিবৰ ঠাই হব নৰক , আৰু ই কি নিকৃষ্ট আশ্ৰয়-স্থল !—

---

১১৯। হাতভৰি নোহোৱা, নৰীয়া, বা নিঃসহায় মানুহ, যুদ্ধ কৰিবলৈ অপাৰগ।

১২০। ধৰ্ম্ম-প্ৰচাৰ, সত্য-প্ৰচাৰৰ কাৰণে ত্যাগ স্বীকাৰ কৰা মুচলমানৰ কৰ্ত্তব্য। যিসকল প্ৰকৃত মুচলিম সেই সকল নিজৰ ধন আৰু নিজৰ প্ৰাণ ধৰ্ম্মৰ নিমিত্তে বিসৰ্জ্জন কৰিবলৈ সদায় সাজু আছিল। সেইনিমিত্তে তেওঁলোক আল্লাৰ বিশেষ অনুগ্ৰহৰ ভাজন হৈছিল। এবাৰ যুদ্ধৰ সময়ত টকাৰ অভাব হৈছিল। হজ্‌ৰতে(স্ব) সকলোকে ধনগুনি দিবলৈ উপদেশ দিলে। হজ্‌ৰত উমৰক হজ্‌ৰতে(স্ব) সুধিলে, তুমি কি দিবা ? তেওঁ কলে, মোৰ যি সম্পদ আছে তাৰ আধা খিনি এতিয়া গ্ৰহণ কৰক। তেওঁ গুচি গল। পিছত হজ্‌ৰত আবুবকৰ আহিল। তেওঁকো হজ্‌ৰতে(স্ব) সেই প্ৰশ্নকে কৰিলে। তেওঁ কলে, মোৰ বুলিবলৈ একো নাই, যি আছে আল্লাই দিয়া বস্তু ; সকলোখিনি গ্ৰহণ কৰক। হজৰতে(স্ব) সেইদেখি আবুবকৰক শ্ৰেষ্ঠ জ্ঞান কৰিছিল।

১২১। অন্যায় অত্যাচাৰ সহ কৰা অপেক্ষা দেশত্যাগ শ্ৰেয়ঃ।

৯৯। পুৰুষ আৰু স্ত্ৰী আৰু লৰাছোৱালীৰ মাজৰ সেইবিলাকৰ বাহিৰে যিবিলাক দলিত, দুৰ্ব্বল, ওলাই যাবলৈ উপায় নাপায়, আৰু ( মুক্তিৰ ) কোনো বাট দেখি নাপায়।

১০০। সেইবিলাকক (দেশ-ত্যাগ কৰিব নোৱাৰাৰ বাবে) আল্লাই সম্ভবতঃ মাৰ্জ্জনা কৰিব ; আৰু আল্লা পৰম মৰ্ষণকাৰী, শ্ৰেষ্ঠ ক্ষমাশীল।[১২২]

১০১। আৰু যিজনে আল্লাৰ পথত দেশত্যাগ কৰে সেইজনে আশ্ৰয় লবৰ বহুতো স্থান, আৰু সম্পদৰ প্ৰচুৰতা, লাভ কৰিব ;[১২৩] আৰু যিজনে আল্লা আৰু তেওঁৰ ৰচুলৰ কাৰণে ঘৰ এৰি ওলাই যায়, আৰু তেনে অৱস্থাত সিজনৰ মৃত্যু ঘটে, স্বৰূপতে তেওঁক প্ৰতিদান দিয়াৰ ভাৰ আল্লাৰ ওপৰত ; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

## ৰুকু ১৫

যুদ্ধক্ষেত্ৰত নমাজ পালনৰ নিয়ম ; যুদ্ধ প্ৰসঙ্গত সকলো কাৰ্য্যৰ মূল উদ্দেশ্য আল্লাৰ সন্তুষ্টিলাভ।

১০২। আৰু দেশৰ মাজত ভ্ৰমণ কৰোঁতে যদি আশঙ্কা কৰা, তোমালোকক অবিশ্বাসীবিলাকে বিপদত পেলাব, তেন্তে নমাজ চমু কৰাত[১২৪] তোমালোকৰ কোনো অপৰাধ নহব ; নিশ্চয় অবিশ্বাসীবিলাক তোমালোকৰ প্ৰকাশ্য শত্ৰু।

১০৩। আৰু যেতিয়া তুমি সিহঁতৰ মাজত থাকা আৰু সিহঁতক একেলগে নমাজ পঢ়াবৰ আয়োজন কৰা, তেতিয়া সিহঁতৰ এদলে যেন নিজ নিজ অস্ত্ৰ লৈ তোমাৰ লগতে থিয় হৈ থাকে ; আৰু যেতিয়া সিহঁত চিযদা (সাষ্টাঙ্গে

১২২। তেওঁলোকৰ নিতান্ত ইচ্ছা আছিল দেশ এৰি ঘৰৰ পৰা ওলাই যাবলৈ। কিন্তু তেওঁলোক নিৰুপায় হৈ সকলো যন্ত্ৰণা সহ্য কৰিবলৈ বাধ্য হৈছিল।

১২৩। প্ৰকৃততে এই গৃহত্যাগী মুচলমানবিলাকে আৰৱ দেশৰ বহু অংশৰ আধিপত্য লাভ কৰিছিল, আৰু কেইবা বছৰৰ পিছত কাইচৰ (Cæsar) আৰু কিচ্ৰাৰ (Chosroe) প্ৰশস্ত দেশসমূহৰ অধিকাৰী হৈছিল।

১২৪। ইবুনে কছীৰৰ মতে চমু কৰাৰ অৰ্থ হৈছে কম সময়তে নমাজ সম্পন্ন কৰা। ভ্ৰমণত ৪ ৰাকাতৰ ঠাইত ২ ৰাকাত আগৰে পৰা পঢ়া হৈছিল ; আতঙ্কজনক অৱস্থাত সেই ২ ৰাকাতো সংক্ষেপ কৰি আৰু অলপ সময়তে পঢ়িব পাৰি। এই আয়তত অকলৈ নমাজ পঢ়াৰ কথা উল্লেখ কৰিছে। পাছৰ আয়তত গোটখাই ( যমা'অৎ কৰি ) নমাজ পঢ়াৰ বিধি দিছে। এই দুয়ো আয়তক ইমাম বোখাৰীয়ে আতঙ্কৰ নমাজৰ ( ছলাতুল্-খৌফ ) অধ্যায়ত উল্লেখ কৰিছে। চোৱা, ইবুনে যৰীৰ, ৫ : ১৪৪।

প্ৰণিপাত) কৰি উঠে, সিহঁতে যেন তোমালোকৰ পিছত স্থান লয়, আৰু দ্বিতীয় দলে যি নমাজ পঢ়া নাই আগ বাঢ়ি আহক আৰু তোমাৰ লগতে নমাজ পঢ়ক; আৰু সিহঁতে যেন নিজ নিজ আত্মৰক্ষাৰ সঁজুলি আৰু নিজ নিজ অস্ত্ৰ শস্ত্ৰ লৈ থাকে;[১২৫] অবিশ্বাসীবিলাকে এই ইচ্ছা কৰে, তোমালোকক নিজ অস্ত্ৰ-শস্ত্ৰ আৰু বয়-বস্তু সম্বন্ধে অসতৰ্ক হোৱামাত্ৰ একোবতে খেদা মাৰি আক্ৰমণ কৰে; কিন্তু যদি বৰষুণৰ কাৰণে তোমালোক অসুবিধাত পৰা বা তোমালোক নৰীয়াত পৰা, অস্ত্ৰ নোলোৱাকৈ নমাজ পঢ়াত তোমালোকৰ কোনো দোষ নহব; আত্মৰক্ষাৰ উপায় তোমালোকে অৱলম্বন কৰি থাকিবা; আৰু অবিশ্বাসীবিলাকৰ নিমিত্তে আল্লাই প্ৰস্তুত থৈছে অপমানজনক শাস্তি।

১০৪। আৰু নমাজ শেহ কৰাৰ পাছত আল্লাক স্মৰণ কৰি থাকিবা—থিয় আৰু বহি থাকোঁতে, আৰু কাতি হওঁতে;[১২৬] কিন্তু যেতিয়া তোমালোকৰ নিমিত্তে আতঙ্কৰ কোনো কাৰণ নাথাকে, (নিয়ম মতে) নমাজৰ অনুষ্ঠান কৰিবা;[১২৭] বিশ্বাসীসকলৰ নিমিত্তে নিশ্চয় নিৰ্দ্ধাৰিত সময়ত নমাজ পঢ়াটো অৱশ্য কৰ্ত্তব্য।

১০৫। আৰু (শত্ৰু-)দলক খেদি নিয়াত হেলা নকৰিবা; আৰু যদি তোমালোকে কষ্ট ভোগ কৰিছা, সিহঁতেও তোমালোকৰ দৰেই কষ্ট ভোগ কৰিছে; কিন্তু যি তোমালোকে আল্লাৰ পৰা আশা কৰা[১২৮] সিহঁতে সেই আশা নকৰে; আৰু আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

---

১২৫। চোৰা, আল্ বহ্ কল্ মুহীত্ব; তাত ৰণৰ মাজত যুদ্ধ-ক্ষেত্ৰতো মুচলমানে কি প্ৰকাৰে নমাজ যমা'অৎ কৰি পঢ়িছিল বৰ্ণোৱা হৈছে। কোনো কোনো সময়ত যেতিয়া শত্ৰু সম্মুখীন, ২ ৰাকাতৰ ঠাইত ১ ৰাকাতো পঢ়ি নমাজ সম্পন্ন কৰা হৈছিল। তাতোকৈ বেচি ভয়ৰ কাৰণ থাকিলে ৰুকু আৰু চিয্দা নকৰি কেৱল সঙ্কেতৰে নমাজ পঢ়িবলৈ অনুমতি দিয়া হৈছিল। ইয়াৰ পৰা বুজিব পাৰি, হজ্ৰতৰ স্বহাবা সকলে অতিপাত অৱস্থাতো নমাজ ত্যাগ কৰা নাছিল।

১২৬। (১) আতঙ্কৰ সময়ত নিয়ম মতে লাহে লাহে একাগ্ৰমনেৰে নমাজ পঢ়া সম্ভৱ নহয়। সেই দেখি তাৰ ক্ষতি এই দৰে পূৰ্ণ কৰিবা যে উঠোঁতে বহোঁতে সদায় আল্লাক স্মৰণ কৰি থাকিবা। (২) যুদ্ধ কৰোঁতে সদায় আল্লাক স্মৰণ কৰিবা, যাতে তোমালোকে শত্ৰুৰ বিৰুদ্ধেও কোনো অন্যায় নকৰা।

১২৭। এনেদৰে একাগ্ৰমনেৰে নমাজ পঢ়িবা যিদৰে পঢ়া উচিত—অৰ্থাৎ চমু নকৰি, লাহে লাহে, অৰ্থ বুজি, আল্লাৰ প্ৰতি লক্ষ্য ৰাখি।

১২৮। আল্লাৰ কৃপা, জয়লাভ, আল্লাৰ সন্তুষ্টি লাভ। এই আয়ৎৰ পৰা ভালকৈ বুজিব পাৰি, আল্লাৰ পথত যুদ্ধ কৰাৰ অৰ্থ কি? নিজৰ স্বাৰ্থৰ নিমিত্তে বা অৰ্থলাভৰ কাৰণে, বা পৰৰ দেশ বলেৰে জয় কৰিবৰ অৰ্থে মুচলমানে কেতিয়াও যুদ্ধ কৰিব নোৱাৰে।

## ৰুকু ১৬

অসৎকাৰ্য্য কৰোঁতাক প্ৰশ্ৰয় দিয়া নিষেধ ; অসৎকাৰ্য্য কৰোঁতাই আল্লাৰ ক্ষমাপ্ৰাৰ্থনা কৰা উচিত ; নিজৰ দোষৰ কাৰণে অইনক দোষাৰোপ কৰা মহাপাপ।

১০৬। নিশ্চয় আমি সত্যৰে সৈতে ধৰ্ম্মগ্ৰন্থখন তোমালৈ নমাই পঠিয়াইছোঁ, যাতে আল্লাই তোমাক যি অনুভূতি দান কৰিছে তাৰ সহায়ৰে তুমি মানৱৰ মাজত বিচাৰ কৰিব পাৰা ;[১২৯] আৰু তুমি বিশ্বাসঘাতকবিলাকৰ হৈ খাটনি নধৰিবা।

১০৭। আৰু আল্লাৰ পৰা ক্ষমা-প্ৰাৰ্থনা কৰা ; নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১০৮। আৰু যিবিলাক নিজৰ প্ৰতি অসত্যাতী সেইবিলাকৰ হৈ তুমি খাটনি নধৰিবা ; নিশ্চয় আল্লাই অসত্যাতী মহাপাপীক ভাল নাপায়।

১০৯। সিহঁতে ( নিজ কুকাৰ্য্য ) মানুহৰ পৰা গোপন ৰাখিবলৈ চেষ্টা কৰে, কিন্তু আল্লাৰ পৰা গোপন ৰাখিব নোৱাৰে ; আৰু যি কথাত তেওঁ অসন্তুষ্ট তাকেলৈ যেতিয়া সিহঁতে নিশা পৰস্পৰ মন্ত্ৰণা কৰে তেওঁ তেতিয়া সিহঁতৰ লগতেই থাকে ; আৰু সিহঁতে যি কাৰ্য্য কৰে আল্লাই তাকে আগুৰি ধৰে।[১৩০]

১১০। চোৱাঁ, তোমালোকেই সিহঁতৰ পক্ষ সমৰ্থন কৰি খাটিছা এই পাৰ্থিৱ জীৱনত ; কিন্তু পুনৰুত্থানৰ দিনা আল্লাৰ আগত সিহঁতৰ হৈ কোনে খাটনি ধৰিব ? বা কোনে সিহঁতৰ কাৰ্য্যৰ ভাৰ গ্ৰহণ কৰিব ?

১১১। আৰু যিজনে অসৎকাৰ্য্য কৰে বা নিজ আত্মাৰ প্ৰতি অন্যায় কৰে, তাৰ পাছত আল্লাৰ ক্ষমা প্ৰাৰ্থনা কৰে, সিজনে আল্লাক পাব শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

১১২। আৰু যি পাপ অৰ্জ্জন কৰে সি কেৱল নিজ আত্মাৰ নিমিত্তে তাকে অৰ্জ্জন কৰে ; আৰু আল্লা সৰ্ব্বজ্ঞ, মহাজ্ঞানী।

১২৯। (১) হজৰত মহম্মদৰ ( দ ) জ্ঞান কোৰানৰ আদেশসমূহৰ সম্বন্ধে পূৰ্ণ আছিল, কিয়নো তেওঁৰ প্ৰতি আল্লাৰ বাণী অৱতীৰ্ণ হৈছিল, আৰু তেৱেঁই কোৰানৰ অৰ্থ সকলোতকৈ বেচি বুজিছিল। (২) এই আয়তত যদিও হজৰতক (দ) সম্বোধন কৰা হৈছে, প্ৰকৃততে তেওঁৰ দ্বাৰা সকলো মুচলমানকে এই আদেশ দিয়া হৈছে যে তেওঁলোকে সকলো বিষয়ৰ মীমাংসা কোৰানৰ দ্বাৰা কৰিব।

১৩০। আল্লাৰ সম্বন্ধে ইচলামৰ শিক্ষা এই যে তেওঁ সৰ্ব্বব্যাপী, সৰ্ব্বজ্ঞ। এই বিশ্বাস দৃঢ় হলে মানুহে পাপ কৰিব নোৱাৰে।

১১৩। আৰু যি নিজে দোষ বা পাপ[১৩১] অৰ্জ্জন কৰে, তাৰ পাছত তাকে কোনো নিৰ্দ্দোষীৰ ওপৰত পেলাই সেইজনক দোষাৰোপ কৰে, স্বৰূপতে সি মিছা অপবাদ আৰু প্ৰত্যক্ষ পাপৰ বোজা নিজেই বহন কৰিব[১৩২]।

## ৰুকু ১৭

ন্যায় প্ৰতিষ্ঠা আৰু সত্য বিচাৰৰ মূল হৈছে কোৰান;
পৰোপকাৰ, ন্যায়কাৰ্য্য, আৰু মানুহৰ মাজত
মিলন-স্থাপন এয়ে ইচ্‌লামৰ শিক্ষা;
এয়ে সুপথ।

১১৪। আৰু তোমাৰ প্ৰতি আল্লাৰ কৃপা আৰু তেওঁৰ কৰুণা নোহোৱা হলে, সিহঁতৰ এদলে নিশ্চয় তোমাক ভ্ৰমৰ বাটেদি[১৩৩] নিবলৈ ইচ্ছা কৰিলে হেঁতেন; কিন্তু সিহঁতে নিজকেই ভ্ৰমৰ বাটেদি লৈ যায়, আৰু সিহঁতে তোমাৰ অকণো অনিষ্ট কৰিব নোৱাৰে; আৰু আল্লাই তোমালৈ ধৰ্ম্মগ্ৰন্থখন আৰু জ্ঞান[১৩৪] নমাই পঠিয়াইছে, আৰু যি জ্ঞান পূৰ্ব্বে তোমাৰ নাছিল সেই জ্ঞান তেওঁ তোমাক প্ৰদান কৰিছে; আৰু তোমাৰ প্ৰতি আল্লাৰ অনুগ্ৰহ মহান।

১১৫। সিহঁতৰ বেচিভাগ মন্ত্ৰণাত[১৩৫] কোনো কল্যাণ নাই, সেই মন্ত্ৰণাৰ

---

১৩১। "খত্বীঅতুনৰ" অৰ্থ হৈছে এনে পাপ যি ইচ্ছাপূৰ্ব্বক কৰা নহয়। "ইছ্‌ম" হৈছে জানিশুনি ইচ্ছাপূৰ্ব্বক কৰা পাপ।

১৩২। তইমা এজন ভণ্ডদলৰ মুচলমান আছিল। সি এটা যুদ্ধৰ বৰ্ম চুৰ কৰিছিল, আৰু ধৰা নপৰিবৰ উদ্দেশ্যে এজন ইহুদীৰ ঘৰত সেই বৰ্ম ৰাখি থৈ আহে। হজ্‌ৰতৰ (স্ব) ওচৰলৈ সেই অভিযোগ অহাত তেওঁ সত্য ঘটনাটো জানিব পাৰি ইহুদীজনক অভিযোগৰ পৰা স্খলন কৰিলে, আৰু মুচলমান চোৰজনক শাস্তি দিলে। এই বিচাৰত বহুত ক্ষীণ বিশ্বাসৰ মুচলমানে বেয়া পাইছিল। হজ্‌ৰতে (স্ব) মুচলমান আৰু অ-মুচলমানৰ মাজত ন্যায়ৰ তৰ্জ্জু সমানভাৱে ধৰিবলৈ উপদেশ দিছিল।

১৩৩। সিহঁতে সত্য কথা লুকুৱাই মিছা উক্তি কৰি তোমাক সত্য ঘটনা জানিব নিদিয়ে যাতে তুমি ন্যায় বিচাৰ কৰিব নোৱাৰা। কিন্তু অনেক সময়ত আল্লাই নিজ প্ৰত্যাদেশৰে সকলো কথা তোমাক জানিব দিয়ে।

১৩৪। কোৰান জ্ঞানৰ আদি, মূল, জ্ঞানৰে পৰিপূৰ্ণ।

১৩৫। আৰবি শব্দ 'নয্‌ৱাৰ' অৰ্থ হৈছে গুপ্ত সভা-সমিতি। কিন্তু কিছুমান লেখকৰ মতে সাধাৰণ প্ৰকাশ্য সভাকো নয্‌ৱা বোলে; কিন্তু ৰাজহুৱা সভাক নয্‌ৱা নোবোল। গুৰুতৰ বিষয়ে পৰামৰ্শ লবলৈ বিশেষ বিশেষ মানুহৰ যি সভা পতা হয় তাকে 'নয্‌ৱা' বোলে। চোৰী মহীৰ, লিচামুল্‌ আৰব্‌।

বাহিৰে যি অনুযায়ী কোনোৱে পৰ্ব্বৰ উপকাৰ বা ন্যায় কাৰ্য্য কৰিবলৈ, বা মানুহৰ মাজত মিলন স্থাপন কৰিবলৈ আদেশ দিয়ে; আৰু যিজনে আল্লাৰ সন্তোষলাভৰ অভিপ্ৰায়ে তেনে কাৰ্য্য কৰে সেইজনক শীঘ্ৰে আমি প্ৰদান কৰিম মহৎ প্ৰতিদান।[১৩৬]

১১৬। আৰু যদি কেও, তাৰ নিমিত্তে সুপথ প্ৰকাশ হোৱাৰ পিছতো, (আমাৰ) ৰচুলৰ বিৰুদ্ধাচৰণ কৰে আৰু বিশ্বাসীসকলৰ পথ এৰি অইন পথ অনুসৰণ কৰে, তাক যিফালে সি ঘুৰিছে সেইফালেই আমি ঘুৰাম, আৰু তাক নৰকত নিক্ষেপ কৰিম;[১৩৭] আৰু (নৰকেই) প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট স্থান।

## ৰুকু ১৮

শ্বিৰ্‌ক্ মহাপাপ; মুশ্ৰিক শ্বয়তানৰ শিষ্য; সৎ কাম বিশ্বাসত প্ৰতিষ্ঠিত হলেহে প্ৰকৃততে ফলৱন্ত হয়; ইচ্‌লাম হজ্‌ৰত্ ইব্ৰাহিমৰেই ধৰ্ম্ম।

১১৭। যদি আনক আল্লাৰ সমানে উপাস্য পতা হয়, আল্লাই তাক নিশ্চয় ক্ষমা নকৰে; আৰু তাৰ বাহিৰে যাকে ইচ্ছা তাৰ নিমিত্তে সকলো ক্ষমা কৰে; আৰু যেয়ে আনক আল্লাৰ সমান উপাস্য পাতে, স্বৰূপতে সি বহুদূৰ বিপথে গৈছে।[১৩৮]

১১৮। সিহঁতে তেওঁক এৰি নাৰী-মূৰ্ত্তি প্ৰতিমাসমূহক[১৩৯] আহ্বান কৰে; আৰু সিহঁতে কেৱল বিদ্ৰোহী শ্বয়তানকেই[১৪০] আহ্বান কৰি থাকে;

---

১৩৬। পৰোপকাৰ, ন্যায় ব্যৱহাৰ, আৰু মিলা-প্ৰীতি স্থাপন, এয়ে ইচ্‌লামৰ নীতি।

১৩৭। এই পৃথিবীতো সিহঁতে নৰকৰ অগ্নিত থাকে, সুখ-শান্তিৰ পৰা বঞ্চিত হয়।

১৩৮। চোৰা', আয়ত ৪৯। আনক আল্লাৰ সমান কৰা (শ্বিৰ্‌ক্) এই কাৰণে মহাপাপ যে আল্লা এক, অদ্বিতীয়, সম্পূৰ্ণ, আৰু সেই নিমিত্তে অকল তেৱেঁ উপাসনাৰ যোগ্য। যি অসম্পূৰ্ণ সি উপাস্য হব নোৱাৰে।

১৩৯। যেনে, আৰব বিলাকৰ লাত, মনাত, 'উজ্জা; হিন্দুবিলাকৰ কালী, দুৰ্গা, লক্ষ্মী, সৰস্বতী; গ্ৰীকবিলাকৰ মিনৰ্ভা, হিকাটি, ভিনচ্। নিৰ্জীব, প্ৰাণহীন বস্তুকো 'ইনাছ' বোলে যেনে গছ-গছনি, শিল, ইত্যাদি। ( Lane's Lexicon )

১৪০। মুশ্ৰিকবিলাক প্ৰকৃততে শ্বয়তানৰ শিষ্য। সাধুপুৰুষ, দৰ্‌বেশ, আৰু ৰলীবিলাকৰ সমাধিৰ পূজা কৰা বা তাৰৈ নৈবেদ্য অনা প্ৰকাশ্য শ্বিৰ্‌ক্ ( শ্বিৰ্কে যলী ); মানুহক নিজৰ অভাৱ পূৰ্ণ কৰোঁতা বুলি ভবাকো সাধুপুৰুষ সকলে শ্বিৰ্‌ক্ বুলি ধৰিছে, আৰু তাকে গুপ্ত শ্বিৰ্‌ক্ বুলি কৈছে ( শ্বিৰ্কে খফী )।

১১৯। তাক আল্লাই অভিশাপ দিছিল ; আৰু সি কৈছিল, অৱশ্যে মই তোমাৰ ভৃত্যবিলাকৰ ভিতৰৰ নিৰ্দ্ধাৰিত[১৪১] এভাগক ( মোৰ অনুগামী ৰূপে ) গ্ৰহণ কৰিম ;

১২০। আৰু সিহঁতক মই নিশ্চয় বিপথলৈ নিম, আৰু সিহঁতৰ অন্তৰত মই নিশ্চয় মিছা আকাঙ্ক্ষাৰ সঞ্চাৰ কৰিম, আৰু মই নিশ্চয় সিহঁতক আদেশ দিম, যাতে সিহঁতে ঘৰচীয়া জন্তুৰ কাণ কাটে,[১৪২] আৰু মই নিশ্চয় সিহঁতক আদেশ দিম, যাতে সিহঁতে আল্লাই গঢ়া সৃষ্টিৰ আকাৰ পৰিবৰ্ত্তন কৰে।[৪৩] আৰু যেয়ে আল্লাক এৰি শ্বয়তানক নিজ বন্ধু বুলি গ্ৰহণ কৰে, সি স্বৰূপতে স্পষ্ট ক্ষতিত পৰি ক্ষতিগ্ৰস্ত হয়।

১২১। সি সিহঁতক মিছা প্ৰতিশ্ৰুতি দিয়ে আৰু সিহঁতৰ অন্তৰত মিছা আকাঙ্ক্ষাৰ সঞ্চাৰ কৰে, আৰু সিহঁতক শ্বয়তানে কেৱল প্ৰবঞ্চনাৰহে প্ৰতিশ্ৰুতি দিয়ে।[১৪৪]

১২২। সেইবিলাকৰেই আশ্ৰয়-স্থল নৰক, আৰু সিহঁতে তাৰ পৰা কেতিয়াও নিস্তাৰ নাপায়।

১২৩। কিন্তু যিসকলে বিশ্বাস কৰে আৰু সৎকাৰ্য্য কৰে তেওঁলোকক আমি নিশ্চয় এনে উদ্যানসমূহৰ ভিতৰত প্ৰবেশ কৰিবলৈ দিম যাৰ তলেদি জুৰিবিলাক

১৪১। চোৰা, ১৪ : ২৩। আৰু চোৱা ১৫ : ৪০, ৪১, য'ত কোৱা হৈছে, আল্লাৰ বিশেষ ভৃত্যবিলাকৰ ওপৰত শ্বয়তানৰ কোনো প্ৰভাৱ নাথাকিব। নিজ কৰ্ম্ম সম্বন্ধে মানুহ স্বাধীন— সি ইচ্ছা কৰিলে আল্লাৰ ভৃত্য হব পাৰে, আৰু ইচ্ছা কৰিলে শ্বয়তানৰো ভৃত্য হব পাৰে। এয়ে হৈছে আল্লাৰ চিৰকলীয়া বিধান।

১৪২। শিৰ্‌কৰ ই আন এটা ৰূপ। কোনো দেৱ-দেৱীৰ নামত আৰববিলাকে ঘৰচীয়া জন্তু উচৰ্গা কৰিছিল আৰু চিন ৰাখিবলৈ সিহঁতৰ কাণ ফালিছিল বা কাণত বিন্ধা কৰিছিল। কিছুমান জন্তুক এনেদৰে চিন ৰাখি এৰি দিছিল। আমাৰ দেশৰ কোনো কোনো ঠাইত এনে প্ৰথা আজিও প্ৰচলিত আছে।

১৪৩। শাৰীৰিকৰূপে ওপৰত লিখা মতে অঙ্গছেদন বুজাইছে। আধ্যাত্মিকৰূপে ইয়াত এটা মহান সত্য নিহিত আছে। বাইবেলত আছে, মানুহক আল্লাই নিজৰ আকাৰৰ সদৃশ সৃষ্টি কৰিছে। আল্লা নিৰাকাৰ ; সেই দেখি অৰ্থ হৈছে, মানুহৰ উৎপত্তি ঐশ্বৰিক। শ্বয়তানৰ অনুগামী হলে মানুহৰ প্ৰকৃতিৰ ঐশ্বৰিকতা নাথাকে, আৰু তাৰ এটা নিকৃষ্ট পৰিবৰ্ত্তন ঘটে।

১৪৪। চোৰা, ১৭ : ৬৫।

ৰৈ যায় ; তাতেই তেওঁলোকে স্থায়ীৰূপে বসতি কৰিব ; এয়ে আল্লাৰ সত্য অঙ্গীকাৰ ; আৰু আল্লাতকৈ কোন বাক্যত অধিক সত্যবাদী ?

১২৪। তোমালোকৰ বৃথা আকাঙ্ক্ষাসমূহ পূৰ্ণ নহব, আৰু গ্ৰন্থ পোৱা-বিলাকৰো বৃথা আকাঙ্ক্ষাসমূহ[১৪৫] পূৰ্ণ নহব ; যেয়ে অসৎকাৰ্য্য কৰে সেইমতে তাৰ প্ৰতিফল তাক দিয়া হব, আৰু সি নিজৰ নিমিত্তে আল্লাত ভিন্ন আন কোনো বন্ধু বা সহায়কাৰী নাপাব।

১২৫। কিন্তু পুৰুষেই হওক বা তিৰোতাই হওক, যিসকলে সৎকাৰ্য্য কৰে আৰু বিশ্বাসত দৃঢ়[১৪৬] হৈ থাকে, সেই সকলেই স্বৰ্গ উদ্যানৰ ভিতৰত প্ৰবেশ কৰিব, আৰু সেই সকলৰ প্ৰতি খেজুৰ গুটিৰ আঁচৰ সমানো অন্যায় কৰা নহব।

১২৬। ধৰ্ম্ম সম্বন্ধে সেইজনতকৈ অধিক শ্ৰেষ্ঠ কোন যিজনে আল্লাত আত্মসমৰ্পণ কৰে আৰু সজ কাম কৰে আৰু (আল্লাৰ) একনিষ্ঠ সেৱক ইব্ৰাহিমৰ ধৰ্ম্মৰ অনুসৰণ কৰে, কিয়নো আল্লাই ইব্ৰাহিমক নিজ বন্ধুৰূপে গ্ৰহণ কৰিছিল।[১৪৭]

১২৭। আৰু আকাশমণ্ডলত যি আছে আৰু পৃথিবীত যি আছে সকলো আল্লাৰ ; আৰু সকলো বস্তুকে আল্লাই আগুৰি ৰাখিছে।

---

১৪৫। পৱিত্ৰাণৰ নিমিত্তে সৎকাৰ্য্য কৰাৰ প্ৰয়োজন নাই ; সিহঁতে ভাবে সিহঁত আল্লাৰ নিৰ্ব্বাচিত সম্প্ৰদায়, আৰু সিহঁতৰ পৱিত্ৰাণ সুনিশ্চিত।

১৪৬। পৱিত্ৰাণ (নযাত্) কেৱল সজকৰ্ম্ম দ্বাৰা লভিব নোৱাৰি ; সঠিক বিশ্বাস অপৰিহাৰ্য্য। কেৱল বিশ্বাসেও আমাক মুক্তি দিব নোৱাৰে। সঠিক সবল বিশ্বাস আৰু সজকৰ্ম্মৰ যোগেদি নযাত্ লাভ কৰিব পাৰি।

১৪৭। এই আয়তৰ পৰা বুজিব পাৰি ; ইচ্লামৰ তিনটা মূল-নীতি :—

(১) আল্লাত নিজকে আত্মসৰ্পণ কৰা ;

(২) সজকৰ্ম্ম কৰা ;

(৩) হজ্ৰত ইব্ৰাহিমৰ দৰে আল্লাৰ একত্ব, তেওঁৰ পূৰ্ণ জ্ঞান, আৰু তেওঁৰ পূৰ্ণ ক্ষমতাৰ ওপৰত দৃঢ় বিশ্বাস ৰখা ;

# ৰুকু ১৯

পত্নী আৰু মাউৰী ছোৱালীৰ প্ৰাপ্য স্বত্ব সম্পৰ্কে বিধান ; স্বামী স্ত্ৰীৰ মাজত মিলন-স্থাপন ; বহু-বিবাহ হলে সকলো পত্নীৰ সৈতে সমান ব্যৱহাৰ।

১২৮। আৰু সিহঁতে তিৰোতাবিলাকৰ বিষয়ে তোমাৰ বিচাৰ প্ৰাৰ্থনা কৰে ; তুমি কোৱাঁ, সেইবিলাকৰ সম্বন্ধে আল্লাই নিজ বিচাৰ তোমালোকক জ্ঞাপন কৰিছে ;[১৪৮] আৰু পুথিখনত যি তোমালোকৰ আগত আবৃত্তি কৰা হৈছে সেইমতে সেই মাউৰী[১৪৯] তিৰোতাবিলাকৰ সম্বন্ধেও (তেওঁ বিচাৰ কৰি দিছে), যিবিলাকক তোমালোকে বিয়া কৰিবলৈ ইচ্ছা কৰা অথচ যি (যৌতুক) দানৰ বিধান দিয়া হৈছে সিহঁতক অৰ্পণ নকৰা ; আৰু লৰা-ছোৱালীবিলাকৰ মাজত যি নিঃসহায় সিহঁতৰ বিষয়েও ; আৰু (আল্লাৰ এই আদেশ) যে পিতৃহীন বিলাকৰ সম্বন্ধে ন্যায়-বিচাৰ প্ৰতিষ্ঠা কৰিবা ;[১৫০] আৰু তোমালোকে যি মঙ্গল সাধন কৰা আল্লাই তাক নিশ্চয় ভালকৈ জানে।

১২৯। আৰু যদি কোনো তিৰোতাই নিজ স্বামীৰ ফালৰ পৰা নিষ্ঠুৰ ব্যৱহাৰ বা বৰ্জ্জনৰ আশঙ্কা কৰে, দুয়োৰ মাজত পুনৰ্ম্মিলন-স্থাপনৰ ব্যৱস্থা কৰাত উভয়ৰে কোনো অপৰাধ নহব, কিয়নো পুনৰ্ম্মিলন অতি উত্তম ; আৰু (মানৱৰ) আত্মা-সমূহত ধনলোভ বদ্ধমূল ;[১৫১] কিন্তু যদি তোমালোকে মঙ্গল সাধন কৰা আৰু পাপৰ পৰা বিৰত থাকা, তেন্তে তোমালোকে যি কাৰ্য্যকেই কৰা তাক আল্লাই ভালকৈ জানে ।

---

১৪৮। চোৱাঁ তলৰ তিনি আয়ত, ১২৯-১৩১।

১৪৯। চোৱাঁ, এই চুৰাৰ আৰম্ভণিত, ৪ : ৪।

১৫০। ইচ্‌লামৰ আবিৰ্ভাৱৰ আগেয়ে আৰববিলাকে তিৰোতাবিলাকৰ প্ৰতি অতি নিষ্ঠুৰ ব্যবহাৰ কৰিছিল। উত্তৰাধিকাৰী হিচাবে সিহঁতৰ কোনো স্বত্বয়ে নাছিল। পিতৃহীন ছোৱালীবিলাকৰ অবস্থা আৰু শোচনীয় আছিল। সিহঁতৰ সম্পত্তি সিহঁতৰ অভিভাবকবিলাকে ভোগ দখল কৰিছিল, আৰু যৌতুক ধন নিদিয়াকৈ সিহঁতক বিয়া কৰিছিল। বিধবাবিলাকৰো অৱস্থা তেনে আছিল। মৃতকৰ উত্তৰাধিকাৰীয়ে বিধবাকো নিজৰ সম্পত্তিৰূপে গণ্য কৰিছিল। হজ্‌ৰত মহম্মদে (দ) তিৰোতাবিলাকক সেই দুৰবস্থাৰ পৰা উদ্ধাৰ কৰিলে, আৰু সিহঁতৰ স্বত্ব আৰু সম্মান ৰক্ষা কৰি সিহঁতৰ মঙ্গল সাধন কৰিলে।

১৫১। অনেক সময়ত স্বামী আৰু স্ত্ৰীৰ মাজত বিবাদ হোৱাৰ কাৰণ হৈছে লোভ। ভাৰ্য্যায় স্বামীৰ আৰ্থিক অৱস্থা নুবুজি কেতিয়াবা এনে বস্তুৰ দাবী কৰে যি স্বামীয়ে যোগাব নোৱাৰে। স্বামীয়েও নিজৰ স্বাৰ্থৰ নিমিত্তে ভাৰ্য্যাৰ সম্পত্তিত হস্তক্ষেপ কৰে।

১৩০। তোমালোকে যিমানেই বেচিকৈ হেপাহ কৰা, নিজ পত্নীবিলাকৰ মাজত কেতিয়াও ( পূৰ্ণ মাত্ৰায় ) ন্যায়বান হব নোৱাৰা ;[১৫২] কিন্তু ( সেই বুলি ) এজনীক ওলমি থকা অৱস্থাত পেলাই আন এজনীৰ ফালে সমূলি ঢাল নলবা ; আৰু যদি তোমালোকে নিজৰ ভুল সংশোধন কৰি লোৱা আৰু পাপৰ পৰা বিৰত থাকা, তেন্তে আল্লা নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১৩১। আৰু যদি সিহঁত দুয়ো পৃথক হব লগীয়া হয়, আল্লাই নিজ প্ৰচুৰ সম্বলেৰে প্ৰত্যেকৰে অভাৱ দূৰ কৰিব ; কিয়নো আল্লা সঙ্গতি-সম্পন্ন, শ্ৰেষ্ঠ জ্ঞানী।[১৫৩]

১৩২। আৰু আকাশমণ্ডলীত যি আছে আৰু পৃথিবীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ ; আৰু স্বৰূপতে তোমালোকৰ পূৰ্ব্বে যিবিলাকক পুথি দান কৰা হৈছে সেই বিলাকক, আৰু তোমালোককো, আমি এই আদেশ দিছিলোঁ, তোমালোকে আল্লাৰ ভয় ৰাখিবা ; কিন্তু যদি তোমালোক অবিশ্বাসী হোৱা, তেন্তে ( স্মৰণ কৰিবা ) আকাশমণ্ডলীত যি আছে আৰু পৃথিবীত যি আছে সকলো নিশ্চয় আল্লাৰেই , আৰু আল্লা অভাৱহীন, সকলো প্ৰশংসাৰ ভাজন।

১৩৩। আৰু আকাশমণ্ডলীত যি আছে আৰু পৃথিবীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ , আৰু কাৰ্য্য সম্পন্ন কৰাত আল্লাই যথেষ্ট।[১৫৪]

---

১৫২। দুই বা তাতোকৈ বেচি স্ত্ৰী থাকিলে সকলোকে অন্তৰেৰে সমানে ভাল পোৱা অসম্ভৱ, আৰু সমানে ন্যায়াচৰণ কৰাও দুষ্কৰ। এইটো মানৱৰ দুৰ্ব্বলতা ; তথাপি আল্লাৰ এই আদেশ যে টকা পয়চা দিয়াত বা ভৰণ-পোষণ যোগোৱাত সকলো পত্নীৰ মাজত তৰ্জু সমানে ধৰিব লাগে। এজনীৰ পিনে সমূলি ঢাল খাই আন এজনীক ওলোমাই থোৱা ডাঙৰ পাপ। দোষ থাকিলে দোষ ক্ষমা কৰি মিলন স্থাপন কৰিব লাগে, নাইবা যদি পুনৰ্মিলন নহয় তালাক দি সেই পত্নীক মুক্তি দিব লাগে, যাতে তাই অইন ঠাইত নিজৰ জীৱন সুখেৰে কটাব পাৰে। চোৰা, ২ : ২৩২। আৰু চোৰা, ৪ : ৪, য'ত একাধিক বিবাহৰ অনুমতি দিয়া হৈছে ত'ত সকলো পত্নীৰ মাজত ন্যায় আচৰণ কৰিবলৈ আদেশ দিছে।

১৫৩। পুনৰ্মিলনৰ সকলো পথ বন্ধ হলে শেষ অৱস্থাতহে পত্নীক বৰ্জ্জন কৰিব পাৰি। চোৰা, এই চুৰাৰ আৰম্ভতে তালাকৰ বিধানসমূহ।

১৫৪। বিশ্ব-ব্ৰহ্মাণ্ডৰ ওপৰত যে আল্লাৰ পূৰ্ণ অধিকাৰ আৰু ক্ষমতা আছে, এই কথা তিনিবাৰ উল্লেখ কৰিছে। ইয়াৰ যি অৰ্থ পিছৰ আয়তৰ পৰা বুজিব পাৰি। তিৰোতা দুৰ্ব্বল, নিঃসহায়। তিৰোতাবিলাকৰ সৈতে ন্যায় আচৰণ আৰু সদ্ব্যৱহাৰ নকৰিলে, সৰ্ব্ব-শক্তিমান আল্লাৰ ক্ৰোধৰ ভাজন হব লাগিব, আৰু গোটেই জাতিটো শেহত ধ্বংস হব। কাৰণ, প্ৰকৃততে তিৰোতাৰ পৰাই জাতিৰ গঠন।

১৩৪। হে লোকবিলাক, যদি তেওঁ ইচ্ছা কৰে, তেওঁ তোমালোকক বিলোপ কৰি আন জাতিক (তোমালোকৰ ঠাইত) প্ৰতিষ্ঠিত কৰিব; আৰু তাকে কৰিবলৈ আল্লা সম্পূৰ্ণৰূপে ক্ষমতাশালী।

১৩৫। যেয়ে ইহলোকৰ প্ৰতিদানৰ আকাঙ্ক্ষা কৰে (সি যেন ইয়াকে মনত ৰাখে) আল্লাৰ কাষত আছে ইহলোক আৰু পৰলোক উভয়ৰেই প্ৰতিদান,[১৫৫] আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, পৰম দ্ৰষ্টা।

## ৰুকু ২০

বিশ্বাস আৰু সত্যৰ ওপৰত বিশ্বাসীসকলৰ স্থিতি; ভণ্ডবিলাকৰ কপটতাৰ কাৰণ হৈছে সিহঁতৰ ক্ষীণ বিশ্বাস; সিহঁতৰ নীতি হৈছে ছেগ চোৱা; বিদ্ৰূপ-ঠাট্টাৰ মেল বৰ্জ্জন কৰা বিশ্বাসীৰ কৰ্ত্তব্য, বিশ্বাসীসকলৰ জয় নিশ্চিত।

১৩৬। হে বিশ্বাসীসকল, কেৱল আল্লাৰ কাৰণে সাক্ষী হৈ ন্যায়ৰ ওপৰত তোমালোকে দৃঢ়ৰূপে স্থিতি লোৱাঁ, যদিও সেই সাক্ষ্যদান নিজৰ নাইবা পিতৃমাতৃৰ আৰু আত্মীয়স্বজনৰ বিৰুদ্ধেই যায়;[১৫৬] ধনীয়েই হওক বা নিৰ্ধনীয়েই হওক, (তোমালোকে ন্যায় সাক্ষ্য দিবা), কিয়নো উভয়ৰ নিমিত্তে আল্লা (তোমালোকতকৈ) অধিক মনোযোগী;[১৫৭] গতিকে তোমালোকে নিকৃষ্ট আকাঙ্ক্ষাৰ অনুসৰণ নকৰিবা, যাতে তোমালোক ন্যায় বিচাৰ কৰিবলৈ অক্ষম নোহোৱা; আৰু যদি তোমালোকে (সত্যক) বিকৃত কৰা নাইবা (তাৰ পৰা) বিৰত হোৱা,[১৫৮] তেন্তে (জানি থবা) তোমালোকে যি কাৰ্য্য কৰা আল্লাই তাক নিশ্চয় ভালকৈ জানে।

---

১৫৫। পৰলোকৰ মঙ্গলৰ ফালে লক্ষ্য ৰাখিলে ইহলোকৰো মঙ্গল-সাধন হয়।

১৫৬। আল্লাৰ কাৰণে সাক্ষ্য দিয়াৰ অৰ্থ সত্যৰ নিমিত্তে, ন্যায়ৰ নিমিত্তে, ধৰ্ম্মৰ নিমিত্তে সাক্ষ্য দিয়া। সেই দেখি সঁচা কথা কব লাগে, যদিও তাৰ পৰা নিজৰ বা পিতৃ-মাতৃৰ বা নিজ পৰিয়ালৰ ক্ষতি হয়।

১৫৭। ধনী বা নিৰ্ধনীৰ মুখলৈ চাই সাক্ষ্য দিব নালাগে। মানুহে সিহঁতৰ প্ৰতি মনোযোগী হবৰ প্ৰয়োজন নাই। সেইটো আল্লাৰ কাৰ্য্য; আৰু সেই কাৰ্য্য তেওঁৱেই কৰিব।

১৫৮। আধাখিনি কোৱা আৰু আধাখিনি নোকোৱা, নাইবা অলপ সঁচা কথা কোৱা, আৰু তাৰ লগতে মিছা কথাৰ সানমিহলি কৰা। এনে কৰিলে সত্যক বিকৃত কৰা হয়, আৰু সত্য কথা ওলাই নপৰে।

'বিৰত হোৱা' অৰ্থাৎ সাক্ষ্য দিবলৈ অস্বীকাৰ কৰা। আদালতত যাব লাগিব বুলি আজি কালিও ভাল ভাল মানুহে সকলো কথা জানিও নজনা হয়, আৰু সাক্ষ্য গোপন কৰে।

১৩৭। হে বিশ্বাসীসকল, আল্লা আৰু তেওঁৰ ৰচুলত, আৰু যিখন গ্ৰন্থ তেওঁ নিজ ৰচুলৰ প্ৰতি নমাই পঠিয়াইছে আৰু যি গ্ৰন্থ তেওঁ পূৰ্ব্বেই নমাইছিল তাত তোমালোকে বিশ্বাস[159] কৰিবা; আৰু যেয়ে আল্লাত আৰু ফিৰিশ্‌তাবিলাকত আৰু তেওঁৰ ধৰ্ম্মগ্ৰন্থসমূহত আৰু তেওঁৰ ৰচুলসকলত আৰু শেহ দিনত অবিশ্বাস কৰে, স্বৰূপতে সি বহু দূৰলৈ বিপথে গৈছে।

১৩৮। যিবিলাকে বিশ্বাস কৰে, পিছত অবিশ্বাসী হয়, তুনাই বিশ্বাসী হয়, পুনৰায় অবিশ্বাস কৰে, তাৰ পিছতো (এইদৰে) অবিশ্বাসত বেচিকৈ আগ বাঢ়ি গৈ থাকে, সঁচাকৈয়ে সিহঁতক আল্লাই কেতিয়াও ক্ষমা নকৰিব, আৰু সিহঁতক কেতিয়াও সুপথে লৈ নেযাব।

১৩৯। ভণ্ডবিলাকক তুমি এই সংবাদ দিয়া, সিহঁতৰ নিমিত্তে যন্ত্ৰণাদায়ক শাস্তি সাজু ৰখা হৈছে ;—

১৪০। সেই ভণ্ডবিলাকে বিশ্বাসীসকলক এৰি অবিশ্বাসীবিলাকক বন্ধুভাবে গ্ৰহণ কৰে। কি ! সিহঁতে সিহঁতৰ ওচৰলৈ সম্মান বিচাৰি যায়[160] নে ? অথচ সঁচাকৈয়ে আল্লাই সকলো সন্মানৰ গৰাকী।

১৪১। আৰু স্বৰূপতে এই গ্ৰন্থখনত তোমালোকৰ প্ৰতি তেওঁ ইতিপূৰ্ব্বে এই আদেশ নমাইছে,[161] আল্লাৰ নিদৰ্শনসমূহক প্ৰত্যাখ্যান কৰা আৰু সেইবিলাক লৈ উপহাস কৰা যেতিয়া তোমালোকক শুনিব লগীয়া হয় তেতিয়া তোমালোকে সিহঁতৰ লগত বহি নাথাকিবা, যেতিয়ালৈকে সিহঁতে সেইকথা এৰি অইন কথাত

১৫৯। বিশ্বাসীবিলাকক সম্বোধন কৰি কৈছে, 'বিশ্বাস কৰিবা', অৰ্থাৎ মুখেৰে তোমালোকে বিশ্বাস কৰি বিশ্বাসী হৈছা ; মনেৰেও বিশ্বাস কৰিবা, আৰু সেইমতে কাৰ্য্য কৰিবা ; আৰু বিশ্বাসত দৃঢ় হৈ থাকিবা। যি বিশ্বাসত দৃঢ় নহয় তাৰ কথা আগৰ আয়তত লিখিছে।

১৬০। ভণ্ডবিলাকৰ দুৰ্ব্বলচিতীয়া দেখি অবিশ্বাসীবিলাকে সন্মানৰ আসন দি সিহঁতক প্ৰলোভন দ্বাৰা ইচ্‌লামৰ পৰা ঘূৰাই নিবলৈ চেষ্টা কৰে।

১৬১। চোৰা ৬ : ৬৯। এই আয়ত যি চুৰাত আছে সেই চৰা মক্কাত অৱতীৰ্ণ হোছল আৰু ১৪১ নম্বৰ আয়ত মদীনাত প্ৰত্যাদেশ হৈছিল। পূৰ্ব্বৰ আয়তত কেৱল হজ ৰতক (ম) সম্বোধন কৰা হৈছে, আৰু এই আয়তত সকলো মুচলমানক সম্বোধন কৰা হৈছে। ইয়াৰ পৰা স্পষ্টকৈ বুজা যায় যে কোৰানত অনেক ঠাইত যি আদেশ হজ্‌ৰতক দিয়া হৈছে, সেই আদেশ প্ৰকৃততে তেওঁৰ অনুগামীবিলাকৰ নিমিত্তেও দিয়া হৈছে।

লাগি নাযায় ; তেনে কৰিলে তোমালোকো সিহঁতৰে সদৃশ হবা[১৬২] ; ভণ্ডবিলাক আৰু অবিশ্বাসীবিলাক সকলোকে নিশ্চয় আল্লাই নৰকত একেলগে গোট খোৱাব ;—

১৪২। সেইবিলাকে তোমালোকৰ ( যুদ্ধৰ গতিৰ ) প্ৰতীক্ষা কৰি থাকে ; পিছত যদি তোমালোকে আল্লাৰ সহায়ৰে জয় লাভ কৰা, সিহঁতে কয়, আমি তোমালোকৰ সঙ্গী হৈ নাছিলোঁ নে ? কিন্তু যদি ( জয়ৰ ) ভাগ অবিশ্বাসীবিলাকে পায়, সিহঁতে (সিহঁতক) কয়, আমি তোমালোকৰ ওপৰত সুবিধা পোৱা নাছিলোঁ নে ? তথাপি আমি বিশ্বাসীবিলাকৰ (আক্ৰমণৰ) পৰা তোমালোকক ৰক্ষা কৰা নাছিলোঁ নে ?[১৬৩] শেহত পুনৰুত্থানৰ দিনা তোমালোকৰ মাজত আল্লাই বিচাৰ কৰিব ; আৰু বিশ্বাসীসকলৰ বিৰুদ্ধে অবিশ্বাসীবিলাকৰ বাট কদাপি আল্লাই মুকলি নকৰে।

## ৰুকু ২১

ভণ্ডবিলাকৰ বিশ্বাস পাতল, আৰু সিহঁত দুতলীয়া ; অবিশ্বাসী শত্ৰুদলক বন্ধুভাবে গ্ৰহণ কৰা নিষেধ ; ধৰ্মপালনত আন্তৰিকতাৰ প্ৰয়োজন ; এক আল্লাত আৰু সকলো ৰচুলত বিশ্বাস কৰা মুচলমানৰ কৰ্ত্তব্য।

১৪৩। বাস্তৱতে ভণ্ডবিলাকে আল্লাক প্ৰতাৰণা কৰিবলৈ বিচাৰে, কিন্তু তেওঁ সেই প্ৰতাৰণাৰ প্ৰতিফল সিহঁতকেই দিব ; আৰু যেতিয়া সিহঁতে নমাজৰ নিমিত্তে থিয় হয়, মানুহক দেখুৱাবলৈ হেলেম-হেতেমকৈ থিয় হয় ;[১৬৪] আৰু সিহঁতে অলপ হে মাথোন আল্লাক স্মৰণ কৰে ;

---

১৬২। সঙ্গীৰ প্ৰভাৱ ডাঙৰ প্ৰভাৱ। সেই নিমিত্তে অবিশ্বাসীবিলাকৰ মেলৰ পৰা পাৰে মানে আঁতৰত থকাই যুগুত।

১৬৩। ভণ্ডবিলাকে দুয়ো দলৰ আগত ভাল হৈ থাকিবলৈ চেষ্টা কৰে। যদি বিশ্বাসীসকল জয়ী হয়, তেওঁলোকক কয়, 'আমি তোমালোকৰ দলত থকাৰ কাৰণে হে তোমালোক জয়ী হব পাৰিলা।' আৰু যদি অবিশ্বাসীবিলাকে জয় লাভ কৰে, সিহঁতক কয়, 'চোৱাঁ, তোমালোকক পৰাস্ত কৰিবলৈ আমাৰ সম্পূৰ্ণ ক্ষমতা আছিল ; কিন্তু আমি এনে কৌশল কৰিলোঁ যাৰ ফলত তোমালোক হে জয়ী হলা।'

১৬৪। আগ্ৰহৰে বা সবল মনেৰে নমাজ নপঢ়ে, বৰং নমাজৰ সময়ত মুচলমান-বিলাকৰ লগত যোগদান কৰে, ইয়াকে দেখুৱাবলৈ যে মুসিহঁত চলমানৰ পক্ষৰ মানুহ।

১৪৪। —তাৰ মাজতে দোধোৰ-মোৰ হৈ (প্ৰকৃতপক্ষে) ইটো দলৰো নহৈ সিটো দলৰো নহৈ;[১৬৫] আৰু যাক আল্লাই বিপথগামী হবলৈ দিয়ে, তাক উদ্ধাৰ কৰিবৰ উপায় তুমি কদাপি নোপোৱা।

১৪৫। হে বিশ্বাসীসকল, তোমালোকে বিশ্বাসীসকলক এৰি অবিশ্বাসী বিলাকক বন্ধুভাবে গ্ৰহণ নকৰিবা; তোমালোকে নিজৰেই বিৰুদ্ধে[১৬৬] আল্লাক প্ৰকাশ্য প্ৰমাণ দিবলৈ ইচ্ছা কৰা নে?

১৪৬। ভণ্ডবিলাক নিশ্চয় নৰক-অগ্নিৰ নিম্নতম তৰপত[১৬৭] থাকিব, আৰু সিহঁতৰ কাৰণে তুমি কেতিয়াও কোনো সহায়কাৰী নোপোৱা,—

১৪৭। সেইসকলৰ বাহিৰে যিসকলে অনুতাপ কৰে আৰু নিজৰ সংশোধন কৰে আৰু আল্লাক দৃঢ়ৰূপে ধৰি থাকে আৰু আল্লাৰ কাৰণে আন্তৰিকতাৰে[১৬৮] সৈতে নিজৰ ধৰ্ম্ম পালন কৰে; সেইসকলেই বিশ্বাসীসকলৰ সঙ্গী; আৰু বিশ্বাসীসকলক আল্লাই শীঘ্ৰে প্ৰদান কৰিব মহৎ প্ৰতিদান।

১৪৮। যদি তোমালোকে কৃতজ্ঞতা স্বীকাৰ কৰা আৰু বিশ্বাস স্থাপন কৰা, আল্লাই তোমালোকক শাস্তি দিয়াৰ প্ৰয়োজন কি? আৰু আল্লা কৃতজ্ঞতা গ্ৰহণ কৰোঁতা, সৰ্ব্বজ্ঞ।

---

১৬৫। হদীছত ভণ্ডবিলাকৰ বিশেষকৈ তিনিটা প্ৰকৃতি উল্লেখ কৰিছে—(১) সিহঁতে নিজ প্ৰতিজ্ঞা পালন নকৰে, (২) যি প্ৰাপ্য সিহঁতে নিদিয়ে, (৩) সিহঁত অবাধ্য আৰু মিছলীয়া।

১৬৬। ভণ্ডবিলাকে শত্ৰুদলৰ লগত মিলি নিজৰেই বিৰুদ্ধে আল্লাক প্ৰকাশ্য প্ৰমাণ দিয়ে।

১৬৭। সিহঁত প্ৰকৃততে অবিশ্বাসী, তাৰ ওপৰি সিহঁত বিশ্বাসঘাতক।

১৬৮। এইখিনিৰ পৰা বেচ বুজিব পাৰি, ইচ্লামে ধৰ্মপ্ৰচাৰৰ নিমিত্তে বল প্ৰয়োগক প্ৰশ্ৰয় নিদিয়ে। সেই উপায়েৰে মুচলমানৰ সংখ্যা বৃদ্ধি কৰাৰ অৰ্থ হৈছে ভণ্ড আৰু বিশ্বাসঘাতক বিলাকৰ সংখ্যা বৃদ্ধি কৰি ইচ্লামক দুৰ্ব্বল কৰা।

১৪৯। যাৰ প্ৰতি অন্যায় কৰা হৈছে তাৰ বাহিৰে আন কোনোৱে অশিষ্টতা জনাজাত কৰিলে আল্লাই ভাল নাপায়; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞ।[১৬৯]

১৫০। যদি তোমালোকে সৎকাৰ্য্য প্ৰকাশ্যে কৰা, বা তাকে গোপনে কৰা, অথবা অশিষ্ট কাৰ্য্যৰ কাৰণে আনক ক্ষমা কৰা, তেন্তে (জানিবা) আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, সৰ্ব্বশক্তিমান।

১৫১। নিশ্চয় যিবিলাকে আল্লাত আৰু তেওঁৰ ৰচুলসকলত বিশ্বাস নকৰে, আৰু আল্লা আৰু তেওঁৰ ৰচুলসকলৰ মাজত প্ৰভেদ কৰিবলৈ ইচ্ছা কৰে,[১৭০] আৰু কয়, আমি কিছুমানত বিশ্বাস কৰোঁ আৰু কিছুমানত বিশ্বাস নকৰোঁ, আৰু উভয়ৰ মাজতে এটা বাট ধৰিবলৈ ইচ্ছা কৰে,[১৭১]

১৫২। সেইবিলাক যথাৰ্থপক্ষে অবিশ্বাসী; আৰু আমি অবিশ্বাসী-বিলাকৰ নিমিত্তে অপমান-জনক শাস্তি সাজু কৰি থৈছোঁ।

১৫৩। আৰু যিসকলে আল্লাত আৰু তেওঁৰ ৰচুলসকলত বিশ্বাস কৰিছে, আৰু তেওঁলোকৰ মাজত কোনো পাৰ্থক্য কৰা নাই, সেইসকলকেই সেইসকলৰ প্ৰতিদান তেওঁ শীঘ্ৰে প্ৰদান কৰিব; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

---

১৬৯। অশিষ্ট ব্যৱহাৰ জনাজাত কৰিলে সমাজৰ মাজত অশান্তিৰ সৃষ্টি হয়; কেইবাটা দল হৈ পৰে; আৰু পৰস্পৰ বিবাদৰ সৃষ্টি হয়। যাৰ ওপৰত অন্যায় কৰা হৈছে, সেইজনেহে ন্যায় বিচাৰ পাবৰ নিমিত্তে আদালতত বা সমাজৰ মীমাংসা-মেলত নিজৰ গোচৰ অবাধে প্ৰকাশ কৰিব পাৰে। তলৰ ১৫০ আয়তত তেনেজনকো ক্ষমা কৰিবলৈহে আদেশ দিয়া হৈছে।

১৭০। মুচলমানে সকলো ৰচুলত বিশ্বাস কৰিবলৈ বাধ্য। ইব্‌নে কছীৰৰ মত হৈছে 'যেয়ে এজন ৰচুলক অস্বীকাৰ কৰে, প্ৰকৃততে সি সকলো ৰচুলকেই অস্বীকাৰ কৰে। কাৰণ সকলো নবীত বিশ্বাস কৰাটো আল্লাই মানুহৰ প্ৰতি বাধ্যতামূলক কৰিছে, যি জাতিৰে মাজত আৰু যি সময়তে নবীৰ আবিৰ্ভাৱ হওক।' চোৱা, খণ্ড ৩, পৃঃ ২২৪।

১৭১। 'কিছুমানত বিশ্বাস, কিছুমানত অবিশ্বাস'ৰ অৰ্থ তফচীৰকাৰবিলাকে কেইবা প্ৰকাৰে কৰিছে: (১) আল্লাত বিশ্বাস আৰু ৰচুলসকলত অবিশ্বাস কৰিছে; (২) কিছুমান ৰচুলত বিশ্বাস আৰু আন কিছুমানত অবিশ্বাস কৰিছে; (৩) এজন ৰচুলৰেই কিছুমান আদেশ মানিছে আৰু কিছুমান আদেশ প্ৰত্যাখ্যান কৰিছে; (৪) ৰচুলৰ দাবী মানিছে কিন্তু তেওঁৰ আদেশ মনা নাই।

## ৰুকু ২২

হজ্ৰত ঈচা (আ) আৰু তেওঁৰ মাতৃ মৰ্য়মৰ বিৰুদ্ধে ইহুদীবিলাকৰ মিছা অপবাদ; সিহঁতৰ নানা প্ৰকাৰ বিৰুদ্ধ আচৰণ; সেই কাৰণে সিহঁত আল্লাৰ ক্ৰোধৰ ভাজন হল।

১৫৪। গ্ৰন্থপোৱাবিলাকে তোমাক অনুৰোধ কৰিছে, তুমি যেন সিহঁতলৈ আকাশৰ পৰা এখন পুথি নমাই আনা, স্বৰূপতে মুচাক সিহঁতে তাতোকৈ গুৰুতৰ অনুৰোধ কৰিছিল, কিয়নো সিহঁতে কৈছিল, আল্লাক তুমি প্ৰকাশ্যভাবে আমাক দেখিবলৈ দিয়া; [১৭২] তেতিয়া সিহঁতৰ অন্যায়াচৰণৰ কাৰণে মেঘৰ গৰ্জ্জন আৰু বিজুলীয়ে সিহঁতক ধৰিলে; আৰু সিহঁতলৈ প্ৰত্যক্ষ প্ৰমাণ অহাৰ পিছতো (পূজিবৰ নিমিত্তে) দামুৰিটো সাজিলে; [১৭৩] কিন্তু তাৰ বাবে আমি সিহঁতক ক্ষমা কৰিছিলোঁ; আৰু মুচাক আমি প্ৰত্যক্ষ প্ৰমাণ দান কৰিছিলোঁ।

১৫৫। আৰু আমি চুক্তি-স্থাপনৰ সময়ত সিহঁতক তুৰ পৰ্ব্বতৰ নামনিত[১৭৪] ৰাখিছিলোঁ, আৰু সিহঁতক আমি কৈছিলোঁ, তোমালোক বিনীতভাৱে দুৱাৰেদি সোমাই যোৱা,[১৭৫] আৰু সিহঁতক আমি কৈছিলোঁ, জিৰণিৰ পৱিত্ৰ দিনৰ (শনিবাৰৰ) নিয়ম লঙ্ঘন নকৰিবা; [১৭৬] আৰু সিহঁতৰ পৰা সুদৃঢ় চুক্তি গ্ৰহণ কৰিছিলোঁ।

১৫৬। পিছত সিহঁতৰ নিজৰ চুক্তি-ভঙ্গ, আৰু আল্লাৰ নিদৰ্শন সমূহত

---

১৭২। চোৰা, ২:৫৬ আৰু টী। আধ্যাত্মিক জগতত প্ৰাকৃতিক জগতৰ নিয়ম নাখাটে। আল্লা নিৰাকাৰ; তেওঁক আকাৰত দেখিবলৈ ইচ্ছা কৰা অন্যায়। আল্লাক শাৰীৰিক চকুৰে দেখিব নোৱাৰি। যিসকল নবী, ৰচুল বা সাধু পুৰুষে আল্লাক দেখিছে তেওঁলোকে আধ্যাত্মিক চকুৰেহে দেখিছে। আৰু এটা ডাঙৰ কথা ভাবিব লগীয়া। ইমান্ (বিশ্বাস) প্ৰকৃততে অদৃশ্য বস্তুৰ ওপৰত হে; তাকে 'ইমান্ বিল্ গাইব্' বোলে। যদি আল্লাক চকুৰে দেখি, বা কোৰানখন আকাশৰ পৰা নামি অহা দেখি বিশ্বাস কৰা হয় তেন্তে ইমানৰ কোনো অৰ্থ নহল, আৰু এনে ইমানৰ কাৰণে আল্লাৰ পৰা কি প্ৰতিদান পাব পাৰি?

১৭৩। চোৰা, ২:৫২, ২:৯৩; ৭:১৪৯, ৭:১৫৩।

১৭৪। চোৰা, ২:৬৪ আৰু টী, আৰু ২:৯৪।

১৭৫। চোৰা, ২:৫৯; ৭:১৬২।

১৭৬। চোৰা, ২:৬৬; ৪:৪৮; ৭:১৬৪; ১৬:১২৫।

সিহঁতৰ অবিশ্বাস, আৰু অন্যায়ৰূপে নবীসকলক হত্যা কৰিবলৈ সিহঁতৰ চেষ্টা,[১৭৭] আৰু 'আমাৰ অন্তৰ-সমূহত আবৰণ পৰিছে'[১৭৮] এনে কথা কোৱাৰ কাৰণে,—অথচ সেই অন্তৰ সমূহত সিহঁতৰ অবিশ্বাসৰ বাবে আল্লাই মোহৰ মাৰিছে,[১৭৯] যাৰ ফলত সিহঁতে অলপহে মাথোন বিশ্বাস কৰে,—

১৫৭। আৰু সিহঁতৰ অবিশ্বাস, আৰু মৰ্য়মৰ বিৰুদ্ধে ঘোৰ মিছা অপবাদ[১৮০] দিয়াৰ কাৰণে,—

১৫৮। আৰু সিহঁতে এই কথা কোৱাৰ কাৰণে—'বাস্তবিকতে আল্লাৰ ৰচুল[১৮১] মৰ্য়মৰ পুত্ৰ ঈচা মচীহক আমি হত্যা কৰিছিলোঁ', অথচ সিহঁতে তেওঁক হত্যা কৰা নাছিল আৰু তেওঁক ক্ৰুচত দি মৰাও নাছিল, কিন্তু সিহঁতৰ মনত এই বিষয়ে সন্দেহৰ উদয় হল; আৰু যিবিলাকৰ মাজত এই সম্বন্ধে মতভেদ হৈছিল সিবিলাক নিশ্চয় সেই বিষয়ে সংশয়ত পৰি আছিল; এই সম্পৰ্কে সিহঁতৰ কোনো (নিশ্চিত) জ্ঞান নাছিল, বৰং সিহঁতে কেৱল অনুমানৰহে অনুসৰণ কৰিছিল; আৰু সিহঁতে যে তেওঁক বধ কৰা নাছিল, ই সুনিশ্চিত[১৮২];—

---

১৭৭। চোৰা, ২ : ৬২ টী। আৰু ৩ : ১৮২।

১৭৮। চোৰা, ২ : ৮৯। অৰ্থাৎ আমি নতুন তত্ত্ব গ্ৰহণ কৰিবলৈ নোৱাৰোঁ।

১৭৯। ই এটা মনস্তত্ত্ব সম্বন্ধীয় তত্ত্ব। অবিশ্বাসে ক্ৰমাৎয়ে আধ্যাত্মিক অনুভূতিক মাৰি পেলায়। অন্তৰত মোহৰ মৰা কাৰ্য্য অবিশ্বাসৰ পিছতহে হয়।

১৮০। হজ্ৰত ঈচাৰ (আ) মাতৃ মৰ্য়মৰ প্ৰতি ইহুদীবিলাকে ব্যভিচাৰৰ মিছা অপবাদ দিছিল। চোৰা ১৯ : ২৮-২৯। এই দোষাৰোপৰ কোৰানে ঘোৰ প্ৰতিবাদ কৰিছে। চোৰা ৩ : ৩৭, ৩৮। ইয়াত মৰ্য়ম আৰু তেওঁৰ পুত্ৰ ঈচাক (আ) শয়তানৰ পৰা ৰক্ষা কৰিবৰ প্ৰাৰ্থনা কৰা হৈছে; আৰু আল্লাই সেই কন্যাক শুভ গ্ৰহণেৰে গ্ৰহণ কৰিলে। ৫ : ৭৯ত মৰ্য়মক 'ছিদ্দীকা' বুলি কৈছে।

১৮১। ইহুদীবিলাকে হজ্ৰত ঈচাক (আ) ৰচুল বুলি কেতিয়াও স্বীকাৰ কৰা নাছিল। ইয়াত বিদ্ৰূপ কৰি হে কৈছে।

"ইহুদী আৰু খৃষ্টিয়ানবিলাকে প্ৰকৃত ঘটনা জানিব নোৱাৰিলে; উভয় সম্প্ৰদায় সংশয়ত জমি আছে,.....হজৰত্ ঈচাৰ (আ) ক্ৰুচত মৃত্যু ঘটা নাছিল; তেওঁ অজ্ঞান হৈ পৰিছিল, আৰু ২।৩ দিনৰ পাছত তেওঁৰ চেতনা হল।" —ম, মৌ।

১৮২। ইহুদীবিলাকৰ মাজত দুটা মত আছিল। কিছুমানৰ মতে হজ্ৰত ঈচাক (আ) বধ কৰা হৈছিল, তাৰ পিছত তেওঁক ক্ৰুচত বা গছৰ ডালত ওলোমাই থোৱা হৈছিল (৫ : ৩০)। কিছুমানৰ এই মত যে তেওঁক ক্ৰুচত ওলোমাইহে বধ কৰা হৈছিল।

১৫৯। বৰং আল্লাই তেওঁক নিজ সন্নিধানত তুলি লৈছিল;[১৮৩] আৰু আল্লা ক্ষমতাশালী, মহাজ্ঞানী;

১৬০। আৰু পুথিপোৱালোকৰ এনে কোনো নাই যি নিজ মৃত্যুৰ পূৰ্ব্বে ইয়াত (এই ভুল ধাৰণাত যে ঈচা মচীহৰ মৃত্যু ক্ৰুচত ঘটিছিল) নিশ্চিতকৈ বিশ্বাস কৰি নাথাকিব;[১৮৪] কিন্তু পুনৰুত্থানৰ দিনত তেওঁ নিজেই (ঈচা-মচীহে) সিহঁতৰ বিপক্ষে সাক্ষী হব;—

---

কোৰানে দুয়ো মতৰে প্ৰতিবাদ কৰিছে, অৰ্থাৎ হজ্ৰত ঈচাৰ (আ) মৃত্যু হোৱাই নাছিল, ক্ৰুচত দি বা অন্য উপায়েৰে।

ইহুদীবিলাকৰ এই বিশ্বাস যে আল্লাৰ নবী বা ৰচুলক কেও বধ কৰিব নোৱাৰে; যিহেতু হজ্ৰত ঈচাক বধ কৰা হৈছিল, তেওঁৰ নবী হোৱাৰ দাবী মিছা। আৰু তেওঁলোকৰ মতে মিছলীয়া 'নবী' আল্লাৰ অভিশপ্ত। কোৰানে যেনেদৰে হজ্ৰত ঈচাৰ (আ) মাতৃৰ সম্বন্ধে মিছা অপবাদ গুচাইছে, সেইদৰে ঈচা (আ) সম্বন্ধেও ইহুদীবিলাকৰ দোষাৰোপ খণ্ডন কৰিছে। কোৰানে স্পষ্টকৈ ডাঠি কৈছে, হজ্ৰত ঈচাৰ (আ) মৃত্যু ক্ৰুচত হোৱা নাছিল, যদিও তেওঁক গজাল মাৰি ক্ৰুচত ২ ঘণ্টা বা ৪ ঘণ্টা ওলোমাই থোৱা হৈছিল। আল্লাই তেওঁক তাৰ পৰা উদ্ধাৰ কৰালে। সেই দেখি তেওঁ ইহুদীবিলাকে কোৱা মতে 'মলুউন' (অভিশপ্ত) নাছিল, বৰং তেওঁ 'মৰ্ফু' এলল্লাহ' হে (আল্লাৰ ওচৰত সম্মানিত) আছিল।

খৃষ্টিয়ানবিলাকেও হজ্ৰত ঈচাৰ (আ) মৃত্যু ক্ৰুচত ঘটিল বুলি কয়। তেওঁলোকৰ বিশ্বাস যে তেওঁ নিজৰ প্ৰাণ দি মানৱৰ পাপৰ প্ৰায়শ্চিত্ত কৰিলে। কোৰানে মানৱৰ পৰিত্ৰাণৰ কাৰণে এনে নীতিৰ সমৰ্থন নকৰে।

এই সম্বন্ধে চোৱা, দ্বি, বি, ২১ : ২৩; মথি, ২৭ : ১৭, ২৪, ৪৬; যিহি, ১৩ : ৯; মাৰ্ক, ১৫ : ৪৪; যোহন, ১৯ : ৩০, ৩২, ৩৩; ১০ : ১৬।

১৮৩। 'ৰফ'আহু'ৰ অৰ্থ মুফ্ৰিদাতে ৰাগেৰত 'আকৰমহু' (তেওঁক সম্মানিত কৰিলে) লিখিছে। আল্লাই অলৌকিকভাবে হজ্ৰত ঈচাক (আ) মৃত্যুৰ পৰা ৰক্ষা কৰিলে। অৱশেষত ইহুদীবিলাকে নজনাকৈ তেওঁ দেশ ত্যাগ কৰিলে। আৰু হেৰুৱা ইস্ৰাইলৰ ফৈদ বিলাকক বিচাৰি বহু দেশ ভ্ৰমণ কৰি কাশ্মীৰ পালেহি। আহ্মদীয়া সমাজৰ গবেষণাৰ ফলত হজ্ৰত ঈচাৰ (আ) মজাৰ (সমাধি) শ্ৰীনগৰত পোৱা গৈছে। তেওঁৰ বয়স ১২০ বছৰ আছিল। চোৱা, কনজুল্ আমাল, খণ্ড ৭, পৃঃ ১২০। আৰু চোৱা, "মচীহ হিন্দুস্থান মে" (ম, মৌ), 'কবৃৰে মচীহ' (ডাক্তৰ স্বাদিক)।

১৮৪। 'বেহী' আৰু 'মৌতেহী'ৰ দুই সৰ্ব্বনামৰ পূৰ্ব্বপদলৈ কোৰান শৰীফৰ ব্যাখ্যা-কাৰবিলাকৰ মাজত মতভেদ আছে—অৰ্থাৎ কি সম্বন্ধে বা কাৰ প্ৰতি বিশ্বাস কৰিব, আৰু কাৰ মৃত্যুৰ পূৰ্ব্বে। (১) পুথিপোৱাবিলাকে, অৰ্থাৎ ইহুদী আৰু খৃষ্টিয়ানবিলাকে, নিজৰ

১৬১। আৰু ইহুদীবিলাকৰ অন্যায় আচৰণ, আৰু বহুতক সিহঁতে আল্লাৰ পথৰ পৰা প্ৰতিৰোধ কৰাৰ কাৰণে যিবিলাক শুদ্ধ বস্তু সিহঁতৰ নিমিত্তে পূৰ্ব্বে বৈধ কৰা হৈছিল সেইবিলাকক সিহঁতলৈ আমি অবৈধ কৰিলোঁ ;[১৮৫]—

১৬২। আৰু সিহঁতে সুত্ গ্ৰহণ কৰাৰ কাৰণে—অথচ সিহঁতক সেই বিষয়ে পূৰ্ব্বে নিষেধ কৰা হৈছিল[১৮৬]—আৰু লোকৰ ধন-সম্পত্তি সিহঁতে অন্যায় ৰূপে ভোগ কৰাৰ কাৰণে—আৰু .সিহঁতৰ মাজৰ অবিশ্বাসীবিলাকৰ নিমিত্তে, আমি যন্ত্ৰণাদায়ক শাস্তি সাজু কৰি থৈছোঁ।

১৬৩। কিন্তু সিহঁতৰ মাজৰ যিসকল জ্ঞানত সুদৃঢ় আৰু বিশ্বাসী, আৰু তোমালৈ যি নমাই পঠিওৱা হৈছে আৰু তোমাৰ পূৰ্ব্বে যি নমাই পঠিওৱা হৈছিল যিসকলে তাত বিশ্বাস কৰে[১৮৭] সেই সকল, আৰু নমাজৰ অনুষ্ঠান কৰোঁতাসকল, আৰু জকাত দান কৰোঁতাসকল, আৰু আল্লা আৰু শেহদিনত বিশ্বাস কৰোঁতা সকল—এই সকলকেই নিশ্চয় আমি প্ৰদান কৰিম মহৎ প্ৰতিদান।

মৃত্যু নঘটালৈকে হজ্ৰত ঈচাৰ (আ) ক্ৰুচত মৃত্যু ঘটিল বুলি বিশ্বাস কৰি থাকিব। 'মৌতেহীৰ' সৰ্ব্বনামটো একবচন, কিন্তু সকলো পুথিপোৱালোকৰ নিমিত্তে বহুবচনৰ ঠাইত ব্যৱহাৰ কৰা হৈছে; আৰু ইব্নে যৰীৰে লিখিছে, দ্বিতীয় পাঠ মতে 'মৌতেহিম্' পঢ়াও ঠিক। চোৱা ইব্নে যৰীৰৰ তফ্চীৰ, খণ্ড ৬, পৃঃ ৬৩। তফ্চীৰ কশ্খাফতো তাকেই লিখিছে। এই অৰ্থকে আমি গ্ৰহণ কৰিছোঁ। ইহুদীবিলাকৰ উদ্দেশ্য সম্বন্ধে লিখা আছে—'যাক ফাঁচিদি বা ক্ৰুচত বধ কৰা হয় সি ঈশ্বৰৰ অভিশপ্ত'-দ্বি বি ২১ঃ ২৩। খৃষ্টিয়ানবিলাকৰ বিশ্বাসৰ মূল হৈছে গালাতীয়া ৩ঃ ১৮। ইয়াত লিখিছে—'খৃষ্টে বিধানৰ শাপৰ পৰা আমাক মুক্ত কৰিলে; তেওঁ আমাৰ কাৰণে শাপস্বৰূপ হল; কিয়নো লিখা আছে যিজনক কাঠত মৰা হয় সি শাপগ্ৰস্ত।' (২) হজ্ৰত ঈচাৰ (আ) স্বাভাবিক মৃত্যু ঘটাৰ পূৰ্ব্বে পুথি পোৱা বিলাকে এই কথাত বিশ্বাস নকৰিব যে হজ্ৰত ঈচাৰ (আ) মৃত্যু ক্ৰুচত হোৱা নাছিল। (৩) পুথিপোৱাবিলাকে হজ্ৰত ঈচাৰ (আ) প্ৰতি তেওঁৰ মৃত্যুৰ পূৰ্ব্বে বিশ্বাস কৰিব, অৰ্থাৎ তেওঁ যেতিয়া পৃথিবীত দ্বিতীয় বাৰ আহিব। এই মত যুক্তিৰ বিৰুদ্ধে। (৪) হজ্ৰত মহম্মদৰ(দ) প্ৰতি বিশ্বাস কৰিব। ম'আলিমুত্ ত্তনজীলত ইকৰিমা আৰু অন্যান্য ছহাবাৰ মত অৱলম্বন কৰি ইয়াকে লিখিছে। তফ্চীৰে মজ্হৰীতো এই মতেই দিয়া হৈছে।

১৮৫। চোৱা বা, লেবী, ১১ঃ ৪-৮।

১৮৬। চোৱা, ২ঃ২৭৬, আৰু ৩ঃ ১৩১।

১৮৭। এই বিলাক ইহুদীয়ে হজ্ৰত মহম্মদত(দ) বিশ্বাস কৰি ইচ্লাম গ্ৰহণ কৰিছিল।

## ৰুকু ২৩

নবীবিলাকৰ আবিৰ্ভাৱ আৰু তেওঁলোকৰ শিক্ষাৰ ঐক্য ; হজ্ৰত মহম্মদৰ ( ছ ) বিশ্ব-ব্যাপি ধৰ্ম্ম-প্ৰচাৰ, খৃষ্টিয়ানবিলাকৰ হজ্ৰত ঈচা ( আ ) সম্বন্ধে ভুল বিশ্বাস ; তেওঁ আল্লাৰ এজন ডাঙৰ ৰচুল আৰু বিশেষ ভৃত্য।

১৬৪। বাস্তৱতে নুহ আৰু তেওঁৰ পিছত অহা নবীসকলৰ প্ৰতি যিদৰে আমি প্ৰত্যাদেশ কৰিছিলোঁ সেইদৰে আমি তোমাৰ প্ৰতিও প্ৰত্যাদেশ কৰিছোঁ ;[১৮৮] আৰু ইব্ৰাহিম আৰু ইস্মাইল আৰু ইচ্হাক্ আৰু ইয়াকুব আৰু ( তেওঁৰ ) সন্ততিবিলাক আৰু ঈচা আৰু আইয়ুব আৰু ইয়ুনুচ্ আৰু হাৰুন আৰু চুলইমানৰ প্ৰতিও আমি প্ৰত্যাদেশ কৰিছোঁ ; [১৮৯] আৰু জবুৰপুথি আমি দাউদক প্ৰদান কৰিছোঁ।

১৬৫। ( আৰু আমি প্ৰত্যাদেশ কৰিছোঁ ) কিছুমান এনে ৰচুলৰ প্ৰতি যিসকলৰ ইতিবৃত্ত ইয়াৰ পূৰ্ব্বে তোমাৰ আগত ব্যক্ত কৰিছোঁ, আৰু এনে কিছুমান ৰচুলৰ প্ৰতি যিসকলৰ ইতিবৃত্ত তোমাৰ আগত আমি ব্যক্ত কৰা নাই ; [১৯০] আৰু মুচাৰ সৈতে আল্লাই স্পষ্ট বাক্যৰে কথা পাতিছিল[১৯১]—

১৬৬। এনে ৰচুলসকলৰ প্ৰতি, যিসকল আনন্দ-বাৰ্ত্তা দিওঁতা আৰু সতৰ্ক কৰোঁতা,—যাতে সেই ৰচুলসকলৰ ( আবিৰ্ভাৱৰ ) পিছত মানুহে আল্লাৰ

---

১৮৮। ইয়াৰ পৰা ভালকৈ বুজিব পাৰি যে ইচ্লাম এটা পৃথক ধৰ্ম্ম নহয়। আল্লাই হাজাৰে হাজাৰ নবী প্ৰেৰণ কৰিছে, সকলো জাতিলৈ, সকলো দেশত। সকলো নবীৰ শিক্ষা মূলতে এক ; কিন্তু মানৱজাতিৰ উন্নতিৰ লগে লগে আল্লাৰ প্ৰত্যাদেশসমূহে কালৰ গতিত পূৰ্ণতা লাভ কৰিছিল। হজ্ৰত মহম্মদৰ ( ছ) আবিৰ্ভাৱ এনে সময়ত হৈছিল যি সময়ত পূৰ্ণ প্ৰত্যাদেশৰ আৱশ্যক আছিল। সেই নিমিত্তে কোৰান সৰ্ব্বশেষ ধৰ্ম্ম-পুথি আৰু সৰ্ব্বাঙ্গে সম্পূৰ্ণ।

১৮৯। গীতিমালা, যি বাইবেলৰ পুৰণী নিয়মৰ মাজত ভুক্ত।

১৯০। কোৰানত কেৱল ২৪ জন প্ৰসিদ্ধ ৰচুলৰ নামহে উল্লিখিত আছে। অথচ মুচ্নদত হদীছ আছে যে এক লাখতকৈ বেচি ৰচুল আহিছিল। মানৱক পোন বাটেদি লৈ যাবলৈ নবী আৰু ৰচুলক আল্লাই নিজৰ বাণী দি পঠিয়ায়। চোৱাঁ, ৩৫ : ২৫।

১৯১। মুচাৰ ( আ ) নাম বিশেষকৈ উল্লেখ কৰাৰ কাৰণ হৈছে, তেওঁক তোৰা দিয়া হৈছিল য'ত মানৱৰ নিমিত্তে ধৰ্ম্মবিধান বহলাই লিখা আছিল। সেই মতে হজ্ৰত মহম্মদক (ছ) কোৰান শ্বৰীফ দিয়া হৈছে। হজ্ৰতক কোৰানে বহুত ঠাইত হজ্ৰত মুচাৰ সৈতে তুলনা কৰিছে। চোৱাঁ, ৭৩ : ১৬।

আগত কোনো ওজৰ আপত্তি আনিব নোৱাৰে;[১৯২] আৰু আল্লা ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

১৬৭। কিন্তু তোমালৈ আল্লাই যি (কোৰান) নমাই পঠিয়াইছে তাৰ বিষয়ে তেওঁ এই সাক্ষী দান কৰিছে যে সেইখনক তেওঁ নিজ জ্ঞানৰে[১৯৩] সৈতে অবতীৰ্ণ কৰিছে; আৰু ফিৰিশ্‌তাবিলাকেও (সেইৰূপ) সাক্ষী দিয়ে; আৰু সাক্ষীস্বৰূপ আল্লাই যথেষ্ট।

১৬৮। বাস্তৱতে যিবিলাকে অবিশ্বাস কৰিছে আৰু আল্লাৰ পথত বাধা দিছে, স্বৰূপতে সেইবিলাক বহুদূৰলৈ বিপথে গৈছে।

১৬৯। নিশ্চয় যিবিলাকে অবিশ্বাস কৰিছে আৰু অন্যায় কৰিছে সিবিলাকক কদাপি আল্লাই ক্ষমা নকৰিব, আৰু সিবিলাকক কোনো পথো প্ৰদৰ্শন নকৰিব—

১৭০। নৰকৰ পথ ভিন্ন; তাতেই সিহঁতে স্থায়ীৰূপে বহুকাল বাস কৰিব, আৰু ই আল্লাৰ পক্ষে সহজ।

১৭১। হে মানৱজাতি, তোমালোকৰ ওচৰলৈ তোমালোকৰ প্ৰভুৰ পৰা নিশ্চয় সত্যৰে সৈতে এই ৰচুলজন আহিছে;[১৯৪] গতিকে তোমালোকে বিশ্বাস স্থাপন কৰিবা; সেয়ে তোমালোকৰ পক্ষে মঙ্গলময়; কিন্তু যদিহে তোমালোকে বিশ্বাস স্থাপন নকৰা, তেন্তে (জানি থোৱা) আকাশমণ্ডলী আৰু পৃথিবীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ; আৰু আল্লা সৰ্ব্বজ্ঞ, শ্ৰেষ্ঠ জ্ঞানী।

১৭২। হে পুথিপোৱাসকল, নিজ ধৰ্ম্ম সম্বন্ধে তোমালোক চৰম-পন্থী

---

১৯২। ৰচুল বা নবী নহা হলে মানুহে কব পাৰিলেহেঁতেন, আমি আন্ধাৰত আছিলোঁ, আমাক পোহৰলৈ লৈ যাবলৈ কোনো নবী বা ৰচুল নাছিল, সেই দেখি আমি পথভ্ৰষ্ট হোৱাৰ কাৰণে শাস্তিৰ যোগ্য নহওঁ। চোৱাঁ ১৭ : ১৬, য'ত আল্লাই কৈছে, যেতিয়ালৈকে নবী বা ৰচুল এটা জাতিলৈ নাহে তেতিয়ালৈকে আল্লাই সেই জাতিক কষ্টকৰ শাস্তি ব্যাপকভাৱে নিদিয়ে।

১৯৩। অৰ্থাৎ কোৰান শৰীফৰ উৎপত্তি আল্লাৰ অসীম জ্ঞানৰ পৰা। সেই কাৰণে এই খনেই সম্পূৰ্ণ শেষ গ্ৰন্থ; ইয়াৰ পাছত আন ধৰ্মপুথি আহিবৰ প্ৰয়োজন নাই বুলি প্ৰত্যেক মুচ্‌লিমে বিশ্বাস কৰে।

১৯৪। সকলো ৰচুলৰ কথা উল্লেখ কৰি আল্লাই হজ্‌ৰত মহম্মদৰ (ছ) আবিৰ্ভাৱৰ উদ্দেশ্য এই আয়তত ব্যক্ত কৰিছে। তেওঁ সমগ্ৰ মানৱজাতিক পোহৰলৈ লৈ যাবলৈ আহিছে। তেওঁ গোটেই বিশ্বজগত নিমিত্তে কল্যাণস্বৰূপ।

নহবা,[১২৫] আৰু আল্লাৰ বিষয়ে সত্যৰ বাহিৰে আন কথা নকবা; মচীহ ঈচা মৰ্‌য়মৰ পুত্ৰ আল্লাৰ ৰচুলহে মাথোন, আৰু তেওঁৰ (পূৰ্ণ হোৱা) বাক্য[১২৬] যি তেওঁ মৰ্‌য়মৰ প্ৰতি জ্ঞাপন কৰিছিল, আৰু তেওঁৰ পৰা অহা সংবাদ স্বৰূপ;[১২৭] গতিকে আল্লাত আৰু তেওঁৰ ৰচুলসকলত বিশ্বাস কৰাঁ, আৰু (আল্লা) তিনিজন বুলি নকবা; ক্ষান্ত হোৱাঁ—ই তোমালোকৰ পক্ষে কল্যাণকৰ; আল্লাই মাথোন একমাত্ৰ উপাস্য; তেওঁৰ যে সন্তান হব পাৰে, ই তেওঁৰ পৱিত্ৰতাৰ বহুদূৰ; আকাশমণ্ডলীত যি আছে আৰু পৃথিবীত যি আছে সকলোৰে ওপৰত তেওঁৰেই অধিকাৰ, আৰু কাৰ্য্য সম্পাদন কৰাত আল্লাই যথেষ্ট।

# ৰুকু ২৪

হজ্‌ৰত ঈচা (আ) আল্লাৰ এজন দাস আছিল, পুত্ৰ নাছিল; কোৰান প্ৰমাণস্বৰূপ অৱতীৰ্ণ হৈছে, আৰু জ্যোতিস্বৰূপ; উত্তৰাধিকাৰী-স্বত্ব সম্বন্ধে আৰু কিছুমান বিধি।

১৭৩। নিশ্চয় আল্লাৰ ভৃত্য[১২৮] হবলৈ মচীহে, আৰু আল্লাৰ সন্নিধানত থকা ফিৰিশ্‌তাবিলাকে কদাপি অপমানজনক বুলি নাভাবে; আৰু যিবিলাকে

১২৫। হজৰত্ ঈচাক (আ) খৃষ্টিয়ানবিলাকে আল্লাৰ 'একমাত্ৰ পুত্ৰ' বুলি বিশ্বাস কৰিছিল। সেইদৰে তেওঁলোকে সীমা অতিক্ৰম কৰিছিল, আৰু সত্যৰ পৰা বিমুখ হৈছিল। তেওঁলোকে ত্ৰিত্বভাৱৰ সৃষ্টি কৰিছিল,—পিতৃ ঈশ্বৰ, পুত্ৰ ঈশ্বৰ, আৰু পৱিত্ৰ আত্মা। কেথলিক বিলাকে মৰ্‌য়ম মূৰ্ত্তিৰ পূজা কৰাৰ নিয়ম স্থাপন কৰিছিল, ইত্যাদি।

১২৬। চোৱাঁ ৩ : ৪৬। খৃষ্টিয়ানবিলাকে কয়, হজ্‌ৰত ঈচা (আ) মূৰ্ত্তিমান ঈশ্বৰৰ বাক্য আছিল (Doctrine of Logos). কোৰানে এই অৰ্থত্ 'কলিমা' শব্দ প্ৰয়োগ কৰা নাই। এই শব্দৰ অৰ্থ শুভ-সংবাদ। ৩ : ৪৬ আয়তত পৰিস্কাৰ লিখা আছে—হে মৰ্‌য়ম্, বাস্তৱতে আল্লাই নিজ বাক্য (কলিমা) দ্বাৰা তোমাক এজনৰ সম্বন্ধে শুভ সংবাদ দান কৰিছে; তেওঁৰ নাম হব, মচীহ ঈচা মৰ্‌য়মৰ পুত্ৰ—এই অৰ্থ আয়ত ৩৭ : ১৭১ এও অনুমোদন কৰে। 'কলিমা'ৰ অৰ্থ ভবিষ্যৎবাণীয়ো হয়; চোৱাঁ, ৩ : ৪০; ৮ : ৮। শেহৰ আয়তত বহুবচন ব্যবহৃত হৈছে।

১২৭। ৰুহৰ মানে সংবাদ, আল্লাৰ প্ৰত্যাদেশ। চোৱাঁ টী, ২ : ৮৮। ইয়াৰ পৰা হজ্‌ৰত ঈচাৰ (আ) ঐশ্বৰিকতা প্ৰমাণ হব নোৱাৰে। কোৰানে হজ্‌ৰত ঈচাক (আ) আল্লাৰ ভৃত্য বুলি কৈছে; চোৱাঁ, ১৯ : ৩১; ৪৩ : ৬০।

১২৮। নৰ্‌ৰানৰ খৃষ্টিয়ানবিলাকে হজ্‌ৰতৰ (দ) লগত তৰ্ক প্ৰসঙ্গে কৈছিল হজ্‌ৰত ঈচাক (আ) আল্লাৰ ভৃত্য বুলি ভাবিলে তেওঁৰ সন্মানৰ লাঘৱ কৰা হয়। হজ্‌ৰতে (দ)

তেওঁৰ আৰাধনা কৰা হেয় ভাবি বিমুখ হয়, আৰু দাম্ভিকতা দেখুৱায়, তেওঁ সিহঁতৰ সকলোকে নিজ সম্মুখত সমবেত কৰিব।

১৭৪। পিছত যিবিলাকে বিশ্বাস কৰিছে আৰু সজ কাম কৰিছে তেওঁলোকক তেওঁলোকৰ প্ৰতিদান তেওঁ পূৰ্ণমাত্ৰায় দান কৰিব, আৰু তেওঁলোকৰ প্ৰতি নিজ কৃপা বৃদ্ধি কৰিব; কিন্তু যিবিলাকে অপমান বোধ কৰিছিল আৰু দাম্ভিকতা দেখুৱাইছিল, সিহঁতক তেওঁ যন্ত্ৰণাদায়ক শাস্তি প্ৰদান কৰিব; আৰু সিহঁতে নিজৰ নিমিত্তে আল্লাক এৰি আন কোনো বন্ধু নাইবা সহায় কৰোঁতা নাপাব।

১৭৫। হে মানৱজাতি, স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহি পাইছে প্ৰত্যক্ষ প্ৰমাণ,[১৯৯] আৰু তোমালোকলৈ আমি অবতীৰ্ণ কৰিছোঁ দীপ্তিমান জেউতি।[২০০]

১৭৬। পিছত যিসকলে আল্লাত বিশ্বাস কৰে আৰু তেওঁকেই খামচ মাৰি ধৰি থাকে তেওঁলোকক তেওঁ নিজ কৰুণা আৰু কৃপাৰ ভিতৰত প্ৰবেশ কৰিবলৈ দিব, আৰু তেওঁলোকক তেওঁ নিজৰ ফাললৈ পোন বাটেদি লৈ যাব।

১৭৭। সিহঁতে তোমাৰ বিচাৰ প্ৰাৰ্থনা কৰিছে; তুমি কোৱাঁ পিতৃমাতৃহীন আৰু সন্তানহীন মৃতকৰ[২০১] বিষয়ে আল্লাই নিজ বিচাৰ তোমালোকক

---

উত্তৰ দিলে, আল্লাই যদি মানুহক নিজৰ ভৃত্য বুলি গ্ৰহণ কৰে ই তেওঁৰ অনুগ্ৰহৰ জলন্ত প্ৰমাণ। হজ্ৰত ঈচাক (আ) আল্লাৰ পুত্ৰ বুলি কোৱাহে আল্লাৰ পৱিত্ৰতাৰ অস্বীকাৰ কৰা হয়।

১৯৯। অৰ্থাৎ পৱিত্ৰ কোৰান। কোৰান নিজৰ ঐশ্বৰিক উৎপত্তিৰ নিজেই প্ৰমাণ, বাহ্যিক হিচাবে আৰু আভ্যন্তৰিক হিচাপেও।

২০০। হজ্ৰত মহম্মদ (ছ)। চোৱাঁ, ৩৩: ৪৭ য'ত হজ্ৰতক 'উজ্জ্বল বন্তি' (চিৰাযম্ মনীৰা) কোৱা হৈছে। কিছুমানৰ মতে কোৰানকে জেউতি কোৱা হৈছে। চোৱাঁ, ৬৪: ৯, য'ত কোৰানক 'জেউতি' কৈছে।

২০১। 'কলালা' সম্বন্ধে এটা বিধান ৪: ১৩ আয়তত দিয়া হৈছে। এই চুৰাৰ সামৰণিত আৰু এটা বিধান দিয়া হৈছে। পিতৃমাতৃহীন সন্তানহীন মৃতকৰ উত্তৰাধিকাৰী ভাইকাই বাইভনী। একে মাৰ বাপেকৰ ফালৰ ভাইককাই আৰু বাইভনী (আ'য়ানী), অথবা মাৰ বেলেগ কিন্তু একে বাপেকৰ ফালৰ ভাইককাই (আল্লাভী) বাইভনীৰ প্ৰাপ্য অংশ সম্বন্ধে এই আয়তত বিধান দিছে। কিন্তু এনে ভাইককাই বাইভনী যাৰ মাক একে বাপেক বেলেগ (আখ্য়াফী) সিবিলাকৰ বিধান ৪: ১৩ আয়তত চোৱাঁ।

জ্ঞাপন কৰিছে ; যদি এনে এজন মানুহৰ সন্তানহীন অৱস্থাত মৃত্যু ঘটে, আৰু তাৰ এজনী ভনীয়েক থাকে, সি যি সম্পত্তি এৰি যায় তাই তাৰ আধাখিনি পাব ; আৰু যদি তাইৰ ( মৃত্যুৰ সময়ত ) কোনো সন্তান নাথাকে, তেন্তে সেই ভাই বা ককাইজন তাইৰ উত্তৰাধিকাৰী হব ; কিন্তু যদি দুজনী ভনীয়েক থাকে, তেন্তে সি যি সম্পত্তি এৰি যায় সিহঁত দুয়ো তাৰ তিনিভাগৰ দুভাগ পাব ; আৰু যদি ভাই-ককাই আৰু বাই-ভনী থাকে, তেন্তে পুৰুষে দুজনী তিৰোতাৰ সমান অংশ পাব ; তোমালোকৰ আগত ( এই বিধান ) ফটফটীয়াকৈ আল্লাই ব্যক্ত কৰিছে, যাতে তোমালোক ভ্ৰমত নপৰা ; আৰু আল্লা সকলো বিষয়ে সৰ্ব্বজ্ঞ।

---

একে মাক বাপেকৰ বা মাক বেলেগ কিন্তু একে বাপেকৰ ফালৰ ভাই ককাই বাই-ভনীৰ অংশ এনে ভাইককাই বাইভনীৰ অংশতকৈ বেচি যিবিলাকৰ মাক একে কিন্তু বাপেক বেলেগ।

# চুৰা ৫

# আল্-মাইদা ঃ আহাৰ

## মদিনাত অৱতীৰ্ণ

### ১৬ ৰুকু, ১২১ আয়ত

এই চুৰাৰ নাম ১১৫ আয়তৰ পৰা লোৱা হৈছে। হজ্ৰত ঈচাৰ ( আ ) শিষ্যবিলাকে আকাশৰ পৰা আহাৰ ( মাইদা ) বিচাৰিছিল।

এই চুৰা অৱতীৰ্ণ হোৱাৰ সময় পঞ্চম, ষষ্ঠ বা সপ্তম হিয্ৰী ; পঞ্চমৰ পূৰ্ব্বে নহয় আৰু সপ্তম হিয্ৰীৰ পাছেও নহয়। কিন্তু ইয়াত কোনো সন্দেহ নাই যে তৃতীয় আয়ত দশম হিয্ৰী, হজৰতৰ ( ছ ) শেষ হযৰ সময়ত, ৯ তাৰিখ জ্বিল্‌হয্ মাহত আৰ্ফাতৰ ময়দানত অৱতীৰ্ণ হৈছিল।

আৰু কিছুমান আয়ত সম্বন্ধেও উলমা সকলে মত প্ৰকাশ কৰিছে যে সেইবিলাকো সপ্তম হিয্ৰীৰ পাছত অৱতীৰ্ণ হৈছিল।

চুৰা নিচাত বেচিকৈ ইহুদীবিলাকক সম্বোধন কৰা হৈছিল; আৰু এই চুৰাত খৃষ্টিয়ানবিলাকৰ সম্বন্ধে বিশেষকৈ উল্লেখ কৰা হৈছে। দ্বিতীয় আৰু তৃতীয় চুৰাত যুদ্ধৰ নানাপ্ৰকাৰ বিধান দিয়া হৈছে। তৃতীয় চুৰাৰ কিছু অংশত আৰু চতুৰ্থ চুৰাত সুস্থিৰ অৱস্থাৰ পাৰিবাৰিক আৰু সামাজিক জীৱনৰ নিয়মাবলী দিয়া হৈছে। পঞ্চম চুৰাত নীতি-সম্বন্ধীয় পাৰস্পৰিক স্বত্ব আৰু কৰ্ত্তব্যৰ বিশেষৰূপে উল্লেখ কৰা হৈছে। সেই কাৰণে এই চুৰাৰ প্ৰথমতেই মুচ্‌লিমবিলাকক আদেশ দিয়া হৈছে যে সকলো সম্প্ৰদায়ৰে সৈতে যি চুক্তি কৰা হৈছে তাক যেন তেওঁলোকে ৰীতিমতে পালন কৰে, আৰু সেই সম্বন্ধে সকলো কৰ্ত্তব্য সমাধান কৰে।

খৃষ্টিয়ান আৰু ইহুদীবিলাকে আল্লাৰ সৈতে কৰা চুক্তি ভাঙি কিছু ফল নাপালে তাকে বহলাই কোৱা হৈছে। মুচ্‌লিমবিলাকক সতৰ্ক কৰি দিয়া হৈছে যে এই দুই সম্প্ৰদায়ে ইচ্‌লাম প্ৰচাৰৰ বিৰুদ্ধে সকলো উপায় অৱলম্বন কৰিব। হজ্ৰত ঈচাৰ ( আ ) ঐশ্বৰিকতা-বাদ খণ্ডন কৰা হৈছে।

ঠায়ে ঠায়ে এই চুৰাত অবৈধ প্ৰথাসমূহ বৰ্জন কৰিবলৈ আদেশ দিয়া হৈছে, যেনে জুৱাখেলা, হযৰ সময়ত চিকাৰ কৰা, বিশেষ বিশেষ মূৰ্ত্তিৰ নামত জন্তুৰ মুক্তি দি এৰি দিয়া, ইত্যাদি।

---

## ৰুকু ১

সামাজিক জীৱন নিৰ্ব্বাহৰ নীতি ; বৈধ আৰু অবৈধ আহাৰ ;
পুথিপোৱালোকৰ মাজত পৰস্পৰ বিবাহ-প্ৰথা।

১। পৰম করুণাময়, পৰম দানশীল, আল্লাৰ নামত।

২। হে বিশ্বাসীসকল, তোমালোকে নিজ চুক্তিবন্ধন ৰক্ষা কৰিবা[১] তোমালোকলৈ (কোৱানত অবৈধ বুলি) উল্লেখ কৰা জন্তুৰ বাহিৰে,[২] চতুষ্পদী ঘৰচীয়া জন্তুবিলাক তোমালোকৰ নিমিত্তে বৈধ কৰা হৈছে,—কিন্তু তোমালোক যেতিয়া হৃযত আবদ্ধ থাকা চিকাৰ কৰা জন্তুক[৩] বৈধ বুলি নধৰিবা ; বাস্তৱতে আল্লাই যি ইচ্ছা তাকেই আদেশ কৰে।

৩। হে বিশ্বাসীসকল, আল্লাৰ চানেকীসমূহৰ,[৪] আৰু পৱিত্ৰ মাহৰ,[৫] আৰু কুৰ্বানীৰ নিমিত্তে অনা জন্তুবিলাকৰ, আৰু মালা পিন্ধোৱা[৬] জন্তুবিলাকৰ, আৰু সেইবিলাকৰ যিবিলাকে নিজ প্ৰতিপালকৰ কৃপা আৰু সন্তুষ্টি বিচাৰি পৱিত্ৰ গৃহলৈ যাত্ৰা কৰে, তোমালোকে পৱিত্ৰতা লঙ্ঘন নকৰিবা ; আৰু যেতিয়া তোমালোক হৃয্-পদ্ধতি আৰু এহ্ৰাম পালনৰ পৰা আজৰি হোৱা তেতিয়াহে চিকাৰ কৰিব পাৰা ; আৰু যি দলে তোমালোকক পৱিত্ৰ মচ্যিদলৈ যোৱাত বাধা দিছিল সেই দলৰ শত্ৰুতাই যেন তোমালোকক সীমালঙ্ঘন কৰিবলৈ

১। 'আকদ্' শব্দৰ অৰ্থ বন্ধন ; সকলো প্ৰকাৰ বন্ধনক বুজাইছে, যেনে পৰস্পৰৰ প্ৰতিশ্ৰুতি, সামাজিক বন্ধন, ধৰ্মবন্ধন, ৰাষ্ট্ৰ ৰাষ্ট্ৰৰ মাজত চুক্তি বন্ধন ইত্যাদি। ইচ্লামে চুক্তিৰ চৰ্ত্তসমূহক কাগজ এটুকুৰা মাত্ৰ (a mere scrap of paper) বুলি অৱজ্ঞা নকৰে। কোৱানৰ মতে দায়িত্ব সম্পন্ন কৰা, অঙ্গীকাৰ পালন কৰাই হৈছে সামাজিক ব্যৱস্থাৰ মূল নীতি।

২। চোৰা, ২ : ১৭৪ : ৫ : ৪ ; ৬ : ১৪৬।

৩। ইয়াত চিকাৰ কৰা জন্তুহে বুজাইছে, চিকাৰৰ কাৰ্য্য বুজোৱা নাই। হৃযৰ সময়ত চিকাৰ কৰা নিষেধ। এই বিধানৰ নিমিত্তে চোৰা, ৫ : ৯৭।

৪। ২ : ১৫৯ আয়তত স্বফা আৰু মৰ্ৱাৰ উল্লেখ কৰিছে। ইয়াত সকলো প্ৰকাৰ চানেকীক বুজাইছে, যেনে, কা'বা, কুৰ্বানীৰ জন্তু ইত্যাদি।

৫। হৃযৰ মাহ অৰ্থাৎ জুল্হৃয্ ; কিন্তু অনেকৰ মতে ৰযব্, জুল্কা'দ, জুল্হৃয্, আৰু মহৰম এই চাৰি মাহ বুজাইছে।

৬। কুৰ্বানীৰ নিমিত্তে ডিঙিত জৰি বান্ধি বা মালা পিন্ধাই চিন দি থোৱা জন্তু।

উচটাই নিদিয়ে,[৭] আৰু ন্যায়পৰায়ণতা আৰু ধৰ্ম্মশীলতাত তোমালোকে পৰস্পৰ সহায় কৰিবা, কিন্তু পাপ আৰু অন্যায় আচৰণত পৰস্পৰ সহায় নকৰিবা; [৮] আৰু আল্লাৰ ভয় ৰাখি চলিবা; শাস্তি দিয়াত আল্লা নিশ্চয় কঠোৰ।

৪। তোমালোকৰ নিমিত্তে (খাদ্য) অবৈধ কৰা হৈছে:—মৃতপ্ৰাণীৰ মঙহ আৰু তেজ আৰু গাহৰিৰ মঙহ আৰু যি জন্তুক আল্লাত ভিন্ন অইনলৈ উচৰ্গা কৰা হৈছে[৯] আৰু যি জন্তুক টেটুত চেপাদি বধ কৰা হৈছে[১০] আৰু যি জন্তুক টাঙোনেৰে বধ কৰা হৈছে আৰু যি জন্তু (ওপৰৰ পৰা) পৰি মৰে আৰু যি জন্তু শিঙৰ খোঁচ খাই মৰে আৰু যি জন্তু বনৰীয়া পশুৱে (এভাগ) খাই এৰিছে, সেই বিলাক জন্তুক এৰি যিবিলাকক তোমালোকে উচিত মতে জবহ কৰিছা, আৰু যি জন্তুক যজ্ঞৰ ভেটিৰ ওপৰত বলি দিয়া হৈছে। আৰু (অবৈধ কৰা হৈছে) কাঁৰ মাৰি তোমালোকে যে নিজ ভাগ্য পৰীক্ষা কৰা।[১১] সেয়ে হৈছে অবাধ্যতাৰ কাৰ্য্য। যিবিলাক অবিশ্বাসী সিবিলাকে আজিৰ দিনা তোমালোকৰ ধৰ্ম্ম সম্বন্ধে সকলো আশা ত্যাগ কৰিছে; গতিকে তোমালোকে সিহঁতক ভয় নকৰিবা, বৰং মোলৈহে ভয় ৰাখিবা। আজিৰ দিনা মই তোমালোকৰ নিমিত্তে তোমালোকৰ ধৰ্ম্ম সম্পূৰ্ণ কৰিলোঁ, আৰু তোমালোকৰ প্ৰতি মোৰ অনুগ্ৰহ

৭। আন্তৰ্জ্জাতিক বিধানৰ নীতি হৈছে শত্ৰুৰ প্ৰতি ন্যায় ব্যৱহাৰ কৰা। যদি শত্ৰুৱে ক্ষতি কৰাৰ প্ৰতিফল দিব লগীয়া হয়, তেন্তে সেই ক্ষতিৰ সমানহে ক্ষতি কৰিব পাৰি। তাতোকৈ বেচি ক্ষতি কৰিলে সীমালঙ্ঘন কৰা হয়।

৮। যদি এই সামাজিক নীতিৰ মতে সমাজ গঠন হয়, আৰু ন্যায় আৰু ধৰ্ম্ম লৈতে সহযোগিতা কৰা হয়, তেন্তে এই পৃথিবীখন যে স্বৰ্গ হৈ পৰিব ইয়াত কোনো ভুল নহে।

৯। চোৰ্ৱা, ২: ১৭৪। 'অইনলৈ উচৰ্গা কৰা', বধ কৰি বা এৰি দি। মুচলমানৰ মাজতো এনে নিকৃষ্ট প্ৰথাৰ প্ৰচলন কেতিয়াবা দেখা যায়, যেনে চৈয়দ চাহেবৰ ছাগলী, খাজাদাবৰ কুকুৰা, আহমদ কবীৰৰ গৰু ইত্যাদি।

১০। তেজ ওলাই নোযায়।

১১। কিছুমান কাঁৰত 'হব' লিখি থৈছিল আৰু কিছুমানত 'নহব' লিখিছিল; আৰু কিছুমান কাঁৰত একো নিলিখিছিল। ভাগ্য পৰীক্ষা কৰাৰ আগতে চকু মুদি এডাল কাঁৰ উলিয়াইছিল। 'হব' লিখা কাঁৰ ওলালে সেই কাম আৰম্ভ কৰিছিল; আৰু 'নহব' ওলালে নকৰিছিল। একো নিলিখা কাঁৰ ওলালে, আকৌ এডাল কাঁৰ তুলিছিল; এইদৰে তুলি থকাৰ পাছত এডাল 'হব' বা 'নহব' কাঁৰ ওলোৱা মতে কাম কৰিছিল।

সমাপন কৰিলোঁ, আৰু ইচ্লামকেই তোমালোকৰ ধৰ্ম্ম মনোনীত কৰিলোঁ।[১২] কিন্তু যি পাপৰ পিনে আকৃষ্ট নহৈ ভোকত নিৰুপায় হৈ পৰে,[১৩] তেন্তে নিশ্চয় আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।[১৪]

৫। সিহঁতে তোমাক প্ৰশ্ন কৰে, সিহঁতৰ নিমিত্তে কি বৈধ কৰা হৈছে? তুমি কোৱাঁ, সকলো বিশুদ্ধ বস্তু তোমালোকৰ নিমিত্তে বৈধ কৰা হৈছে; আৰু (সেই জন্তুবিলাককো) যাক চিকাৰ কৰিবলৈ তোমালোকে চিকাৰী জন্তু আৰু চৰাইক সেইদৰে শিকাইছা যিদৰে আল্লাই তোমালোকক শিক্ষা দিছে; গতিকে সিহঁতে তোমালোকৰ নিমিত্তে যি ধৰে তাক তোমালোকে খোৱাঁ, কিন্তু তাৰ ওপৰত আল্লাৰ নাম উচ্চাৰণ কৰিবা, আৰু আল্লালৈ ভয় ৰাখিবা, কিয়নো লেখ লোৱাত আল্লা বেগী।

৬। আজিৰ দিনা তোমালোকৰ নিমিত্তে সকলো বিশুদ্ধ বস্তু বৈধ কৰা হৈছে; পুথিপোৱাবিলাকৰ খাদ্য তোমালোকৰ নিমিত্তে বৈধ,[১৫] আৰু তোমালোকৰ খাদ্য তেওঁলোকৰ নিমিত্তে বৈধ; আৰু বিশ্বাসিনীবিলাকৰ মাজৰ সতী

১২। সৰ্ব্বপ্ৰথমে ইচ্লামে সঠিক বিশ্বাসৰ জ্ঞান দিছে। আল্লা আৰু ফিৰিশ্তাঁবিলাকৰ গুণ সম্পূৰ্ণৰূপে বৰ্ণাইছে। নবীসকলক কিদৰে অনুসৰণ কৰিব লাগে তাৰ শিক্ষা দিছে। উপাসনাৰ প্ৰণালীসমূহ ভালকৈ দেখুৱাই দিছে। পাছত, সমাজগঠনৰ নিয়ম-পদ্ধতিসমূহ আৰু পাৰিবাৰিক জীৱনসম্পৰ্কীয় দায়িত্ব সম্বন্ধে বহলাই উপদেশ দিছে। পুৰণি সমাজৰ ঠাইত ইচ্লামে এটা নতুন সমাজ প্ৰতিষ্ঠিত কৰিলে। এইবিলাক কাৰণে ইচ্লামে সম্পূৰ্ণতাৰ দাবী কৰিছে। ইচ্লামৰ এই সম্পূৰ্ণতা ৰক্ষা কৰিবৰ নিমিত্তে আল্লাই প্ৰত্যেক শতাব্দীত একোজন মুযদ্দিদ্ প্ৰেৰণ কৰে। (চোৱাঁ, আবু দাউদ, আধ্যা, মলাহীম)।

১৩। প্ৰাণৰক্ষাৰ কাৰণে আৱশ্যক হলে অবৈধ বস্তুৰ আহাৰ বৈধ হয়।

১৪। চিকাৰ কৰা জন্তুৰ আহাৰ সম্বন্ধে ইচ্লামৰ শিক্ষা হৈছে—(১) চিকাৰী জন্তুৰ বা চৰাইৰ আহাৰ নিষেধ; (২) চিকাৰ কৰা জন্তু যদি জীৱিত অৱস্থাত থাকে তাত আল্লাৰ নাম লৈ নিয়ম মতে জবহ কৰি খাব পাৰি, (৩) চিকাৰ কৰা জন্তু মৃত অৱস্থাত পোৱা হলে তাকো আহাৰ কৰা বৈধ যদিহে (ক) চিকাৰী জন্তু বা চিকাৰী চৰাইক চিকাৰ ধৰিবৰ আগতে আল্লাৰ নাম উচ্চাৰণ কৰি পঠোৱা হয়, (খ) আৰু যদি চিকাৰী জন্তু বা চৰায়ে চিকাৰত ধৰা জন্তুক নিজে নাখায়, (৪) যদি চিকাৰ কৰা জন্তু চিকাৰী জন্তুৱে বা চৰায়ে ধৰাৰ আগতে কেৱল ভয় খাই মৰে তেন্তে সেই জন্তুৰ আহাৰ অবৈধ।

১৫। ইচ্লামে যি খাদ্য স্পষ্টকৈ অবৈধ কৰিছে তাক পুথিপোৱা লোকবিলাকে দিলেও খাব নোৱাৰি।

তিৰোতাবিলাক, আৰু তোমালোকক পূৰ্ব্বে যিবিলাকক পুথি দান কৰা হৈছিল সেইবিলাকৰ সতী তিৰোতাবিলাকো (তোমালোকৰ নিমিত্তে বৈধ)—যদিহে কোনোপ্ৰকাৰ ব্যভিচাৰ নকৰি আৰু উপপত্নীৰূপে নাৰাখি সিহঁতক সিহঁতৰ (প্ৰাপ্য) যৌতুক দান কৰি (নিয়মমতে) বিয়া কৰা;[১৬] আৰু যেয়ে বিশ্বাস-স্থাপন কৰা সত্ত্বেও অবিশ্বাস কৰে তাৰ কাৰ্য্য নিশ্চয় নিষ্ফল হল, আৰু পৰলোকত সি ক্ষতিগ্ৰস্ত বিলাকৰ মাজৰ হৈ থাকিব[১৭]।

# ৰুকু ২

আধ্যাত্মিক মঙ্গল লাভ কৰিবৰ উপায়; ন্যায়পৰতা, ধাৰ্ম্মিকতা, আৰু সৰলতা প্ৰকৃত ধৰ্ম্মৰ প্ৰাণ; ধৰ্ম্মপৰায়ণ সকলৰ ৰক্ষাৰ ভাৰ আল্লাৰ ওপৰত।

৭। হে বিশ্বাসীসকল, যেতিয়া তোমালোকে নমাজ পঢ়িবলৈ থিয় হোৱা,[১৮] তোমালোকে নিজৰ মুখ, আৰু কিলাকুটিলৈকে নিজৰ হাত, ধুই লবা; আৰু তোমালোকে নিজৰ মূৰ মছিবা; আৰু নিজৰ ভৰিও গাঁঠিলৈকে ধুই লবা); আৰু যদি তোমালোক অপৱিত্ৰ অৱস্থাত থাকা তেন্তে তোমা-লোকে স্নান কৰি সম্পূৰ্ণৰূপে শুদ্ধ হবা; কিন্তু যদি তোমালোকৰ নৰীয়া হয়, নাইবা তোমালোক প্ৰবাসত থাকা, বা তোমালোকৰ কোনোজন শৌচাচাৰ কৰি আহে, বা তোমালোকে স্ত্ৰী-স্পৰ্শ কৰা, আৰু তোমালোকে পানী নোপোৱা, এনে

১৬। আৰববিলাকৰ ভিতৰত ক্ষণস্থায়ী বিবাহ প্ৰচলিত আছিল। সেই প্ৰকাৰ বিবাহ ইচ্‌লামে একেবাৰে অবৈধ কৰিছে।

১৭। ভিন্ন ধৰ্ম্মাবলম্বীবিলাকৰ প্ৰতি উদাৰ ভাব ৰখা যে মুচলমানৰ একান্ত কৰ্ত্তব্য এই আয়তৰ পৰা ভালকৈ বুজিব পাৰি। খৃষ্টিয়ান নাইবা ইহুদী কন্যাক মুচলমানে বিয়া কৰাত কোনো দোষ নাই। কিন্তু মুচলমান কন্যাক ইহুদী নাইবা খৃষ্টিয়ানক বিয়া দিব নোৱাৰি। ইয়াৰ কাৰণ হৈছে, এনে বিয়া সম্পন্ন হোৱাৰ পাছত ইচ্‌লামে যিবোৰ স্বত্ব মুচলমান কন্যাক দিছে সেইবিলাক ৰক্ষা কৰা সম্ভৱ নহব। অনেক উলমাৰ এই মত যে এই বিবাহ-বিধান কেৱল ইহুদী আৰু খৃষ্টিয়ান কন্যাৰ সম্বন্ধে নহয়। আল্লাৰ প্ৰত্যাদেশ পোৱা আন আন সম্প্ৰদায়সকলৰ প্ৰতিও এই বিধান খাটে। এই সম্বন্ধে ইহুদী আৰু খৃষ্টিয়ান-বিলাকৰ বিধানত যথেষ্ট সঙ্কীৰ্ণতা পৰিলক্ষিত হয়। চোৱা দ্বি বি ৭ : ৩; ২ কোৰিন্থিয়ন, ৬ : ১৪।

১৮। আহাৰ আৰু শাৰীৰিক শুদ্ধতা সম্বন্ধে উচিত বিধান দিয়াৰ পাছত কোৰানে আধ্যাত্মিক মঙ্গল সম্বন্ধে কিছু শিক্ষা দিছে। প্ৰাৰ্থনা (নমাজ) হৈছে আধ্যাত্মিক উন্নতিৰ মূল।

১৯। চোৱা, ৪ : ৪৪, আৰু টী।

অৱস্থাত শুদ্ধ মাটি বিচাৰি তয়ম্মুম্ সম্পাদন কৰিবা,[২০] আৰু তাৰে তোমালোকে নিজৰ মুখ আৰু নিজৰ হাত মোহাৰিবা; আল্লাই তোমালোকক কোনো কষ্টত পেলাবলৈ ইচ্ছা নকৰে, বৰং তেওঁ তোমালোকক পৱিত্ৰ কৰিবলৈ আৰু তোমালোকৰ প্ৰতি নিজ অনুগ্ৰহ পূৰ্ণ কৰিবলৈহে ইচ্ছা কৰে, যাতে তোমালোকে কৃতজ্ঞতা স্বীকাৰ কৰা।

৮। আৰু তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ আৰু তেওঁৰে সৈতে তোমালোক যি চুক্তিত[২১] আবদ্ধ হৈছিলা, আৰু কৈছিলা—আমি শুনিছোঁ আৰু বাধ্য হৈছোঁ, সেই চুক্তি তোমালোকে স্মৰণ কৰা; আৰু আল্লালৈ ভয় ৰাখাঁ; [২২] নিশ্চয় অন্তৰৰ সকলো কথা আল্লাই ভালকৈ জানে।

৯। হে বিশ্বাসীসকল, আল্লাৰ কাৰণে ন্যায় সাক্ষী দিয়াত তোমালোক দৃঢ় হৈ থাকিবা; আৰু কোনো সম্প্ৰদায়ৰ বিদ্বেষভাবে যেন ন্যায় পথৰ পৰা তোমালোকক বিচলিত হবলৈ উদগণি নিদিয়ে;[২৩] তোমালোকে ন্যায় বিচাৰ কৰিবা—সেয়ে ধৰ্ম্মপৰায়ণতাৰ অধিক ওচৰ; আৰু আল্লালৈ ভয় ৰাখি চলিবা; নিশ্চয় তোমালোকে যি কাৰ্য্যকে কৰা আল্লাই সেই সম্বন্ধে সম্পূৰ্ণৰূপে জ্ঞাত।[২৪]

১০। যিসকলে বিশ্বাস কৰিছে আৰু সৎকাৰ্য্য কৰিছে তেওঁলোকক আল্লাই প্ৰতিশ্ৰুতি প্ৰদান কৰিছে,—তেওঁলোকৰ নিমিত্তে থাকিব মাৰ্জ্জনা আৰু মহান প্ৰতিদান।

১১। কিন্তু যিবিলাকে অবিশ্বাস কৰিছে আৰু আমাৰ নিদৰ্শনসমূহ অগ্ৰাহ্য কৰিছে সেইবিলাকেই নৰকৰ অধিবাসী।

১২। হে বিশ্বাসীসকল, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ স্মৰণ কৰিবা—যেতিয়া এদলে তোমালোকৰ ফাললৈ সিহঁতৰ হাতসমূহ বিস্তাৰিত

---

২০। 'তয়ম্মুম্' ওজুৰ ঠাইত কৰিব পাৰি, আৰু স্নানৰ ঠাইতো।

২১। চুক্তি হৈছে এই যে তোমালোকে আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্যতা স্বীকাৰ কৰিবা।

২২। অন্তৰৰ পৰিবৰ্ত্তন আৱশ্যক; কিছুমান ক্ৰিয়া অভ্যাসৰ অধীন হৈ সম্পাদন কৰাটো প্ৰকৃততে ধৰ্ম নহয়।

২৩। যি সম্প্ৰদায়ৰ লগত ভাল সম্পৰ্ক থাকে সেই সম্প্ৰদায়ৰ পক্ষে ন্যায় আচৰণ কৰা অতি সহজ। কিন্তু শত্ৰুৰ সম্বন্ধে ন্যায় বিচাৰ কৰা কঠিন। তাতেই বিশ্বাসীৰ প্ৰকৃত পৰীক্ষা।

২৪। ইচ্‌লামৰ প্ৰধান শিক্ষা হৈছে ধৰ্মপালনত আন্তৰিকতা। আল্লাক সন্মুখত ৰাখি সকলো ন্যায় কাৰ্য্য কৰাকেই ধৰ্ম বোলে।

কৰিবলৈ উদ্যত হৈছিল তেওঁ তোমালোকৰ পৰা সিহঁতৰ হাতসমূহ আঁতৰাই ৰাখিলে ;[২৫] আৰু তোমালোকে আল্লাৰ ভয় ৰাখিবা, আৰু বিশ্বাসীসকলে আল্লাতেই ভৰসা ৰখা উচিত।

## ৰুকু ৩

ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ সৈতে চুক্তি ; মুক্তি সম্পৰ্কে সেইবিলাকৰ অসত্য বিশ্বাস।

১৩। আৰু স্বৰূপতে আল্লাই ইস্রাইলৰ সন্তান-সন্ততিৰ পৰা চুক্তি[২৬] গ্ৰহণ কৰিছিল ; আৰু আমি সিহঁতৰ মাজৰ পৰা বাৰজন[২৭] নেতা উত্থাপন কৰিছিলোঁ ; আৰু আল্লাই কৈছিল, বাস্তৱতে মই তোমালোকৰ লগতেই ; যদি তোমালোকে নমাজ প্ৰতিষ্ঠিত কৰা আৰু জকাত দান কৰা আৰু মোৰ ৰচুল-সকলত বিশ্বাস কৰা আৰু তেওঁলোকক সাহায্য কৰা আৰু ধৰ্ম্মৰ কাৰণে নিজৰ ধন উত্তমৰূপে ব্যয় কৰা, তেন্তে ময়ো নিশ্চয় তোমালোকৰ পৰা তোমালোকৰ অমঙ্গলসমূহ আঁতৰ কৰিম, আৰু মই নিশ্চয় তোমালোকক এনে উদ্যানসমূহৰ ভিতৰত প্ৰবেশ কৰিবলৈ দিম যাৰ তলেদি জুৰিসমূহ বৈ গৈছে।[২৮] গতিকে তাৰ পাছতো তোমালোকৰ মাজৰ যেয়ে অবিশ্বাস কৰে সি নিশ্চয় সৰল বাটৰ পৰা বিভ্ৰান্ত হয়।

---

২৫। ইহুদী আৰু মক্কা অধিবাসীবিলাকে ইচলাম ধৰ্ম নিৰ্ম্মূল কৰিবৰ অৰ্থে মদীনা আক্ৰমণ কৰে। কিন্তু সিহঁতৰ সেই চেষ্টা বিফল হয়। পঞ্চম হিজ্ৰীত শত্ৰুপক্ষে এই চক্ৰান্ত কৰিছিল, যেতিয়া হজ্ৰত মহম্মদ (ছ) আৰু তেওঁৰ অনুগামীসকলে আচৰৰ নমাজ পঢ়িবৰ নিমিত্তে শাৰি পাতি থিয় হ'ব সেই সময়তে তেওঁলোকৰ বিৰুদ্ধে আক্ৰমণ চলাই তেওঁলোকক হত্যা কৰিব। আগতেই আল্লাই সিহঁতৰ এই কুমন্ত্ৰণা সম্বন্ধে হজ্ৰতক (ছ) জ্ঞাত কৰি সকলোকে ৰক্ষা কৰিলে। সেইদৰে হুনেইন আৰু তবুকৰ যুদ্ধত হজ্ৰত (ছ) আৰু তেওঁৰ সহচৰসকলক আল্লাই শত্ৰুৰ অভিসন্ধিৰ পৰা অলৌকিকৰূপে উদ্ধাৰ কৰিছিল।

২৬। চোৱা, ২ : ৪১ আৰু টী। আৰু চোৱা, ২ : ৬৪। চোৱা বাইবেল, যা, ১৯ : ৭, ৮ "সিহঁতে অঙ্গীকাৰ কৰিছিল, চিনাই পৰ্ব্বতৰ তলত, "আমাৰ প্ৰভুৱে কোৱা সকলো আদেশ আমি পালন কৰিম"।

২৭। চোৱা, ২ : ৬১ আৰু টী ; তলৰ আ: ১৬ আৰু ৪৪। আৰু চোৱা, বা, গণ, (১) : ৪-১৬, ৫-১৫, আৰু চোৱা গণ, ১৩ : ১-১৬। বাৰজনৰ নাম পৰ্য্যন্ত উল্লেখ কৰা হৈছে।

১৪। পিছত সিহঁতৰ চুক্তিভঙ্গৰ কাৰণে আমি সিহঁতক আমাৰ সন্নিধানৰ পৰা আঁতৰ কৰিছিলোঁ;[২৯] আৰু সিহঁতৰ অন্তৰসমূহ কঠোৰ কৰিছিলোঁ; সিহঁতে পুথিৰ শব্দবোৰ যথাস্থানৰ পৰা লৰচৰ কৰে,[৩০] আৰু যিসম্বন্ধে সিহঁতক সতর্ক কৰি দিয়া হৈছিল তাৰ কিছু অংশ সিহঁতে পাহৰিছিল,[৩১] আৰু সিহঁতৰ ভিতৰৰ কেইজনমানৰ বাহিৰে সকলোৰে মাজত বিশ্বাসঘাতকতা তুমি সদায় লক্ষ্য কৰিবা;[৩২] কিন্তু তুমি সিহঁতক ক্ষমা কৰিবা, আৰু দোষ নধৰিবা; নিশ্চয় আল্লাই সৎকর্ম্মীসকলক ভাল পায়।

১৫। আৰু যিবিলাকে কয়, আমি খৃষ্টিয়ান, সেইবিলাকৰো পৰা আমি চুক্তি গ্ৰহণ কৰিছিলোঁ; কিন্তু যিবিষয়ে সিহঁতক সতর্ক কৰি দিয়া হৈছিল তাৰে কিছু অংশ সিহঁতে পাহৰিছিল;[৩৩] গতিকে পুনৰুত্থানৰ দিনলৈকে আমি সিহঁতৰ ভিতৰত শত্ৰুতা আৰু হিংসাৰ[৩৪] উদ্ৰেক কৰিছোঁ; আৰু সিহঁতে যি কার্য্য কৰিছিল সেই বিষয়ে আল্লাই সিহঁতক আগলৈ জ্ঞাত কৰিব।

১৬। হে ধৰ্ম্মগ্ৰন্থ পোৱা লোকসকল, স্বৰূপতে আমাৰ ৰচুলজন তোমা-

---

২৮। আল্লাৰ এই অঙ্গীকাৰ পৰলোকত নিশ্চয় পূর্ণ হব; ইহলোকতো পূর্ণ হৈছিল। চোৰাঁ, বা, গণ, ১৪ : ৮ —"যিহোৱাই যদি আমাৰ পৰা সন্তোষ পায়, তেন্তে তেওঁ আমাক এনেখন দেশ দান কৰিব য'ত দুগ্ধ আৰু মধু বৈ গৈছে।"

২৯। চোৰাঁ, ৪ : ৪৭।

৩০। চোৰাঁ, ৪ : ৪৬। আৰু চোৰাঁ, ২ : ৭৫-৭৯, ৫ : ৪১।

৩১। চোৰাঁ, যোনা, ১৬, : ১২, ১৩।

৩২। সিহঁতৰ অন্তৰ কঠোৰ হোৱাৰ কাৰণে সিহঁতে ধৰ্ম্মপুথিৰ আয়তসমূহৰ অপব্যয় কৰিছিল, শব্দবোৰ ইফাল সিফাল কৰি অর্থ বিকৃত কৰিছিল, আৰু আল্লাৰ বাণীসমূহ নিজ স্বাৰ্থ সফল কৰিবৰ নিমিত্তে ব্যৱহাৰ কৰিছিল।

৩৩। হজৰত ঈচাই কৈ গৈছিল—যিজন মোৰ পাছত সময়মতে আহিব তেওঁৰ অনুসৰণ কৰিবা। "মই তোমালোকৰ লগত থাকোঁতেই এইবোৰ কথা তোমালোকক কলোঁ; কিন্তু পিতৃয়ে মোৰ নামেৰে যিজনক পঠাব, সেই সহায়কৰ্ত্তা অর্থাৎ পবিত্র আত্মাই তোমালোকক সকলো কথা শিকাই, মই কোৱা আটাইবোৰ কথা তোমালোকক সোঁৱৰাব।" —যো; ১৪ : ২৫, ২৬; "তোমালোকক কবলৈ মোৰ অনেক কথা আছে, কিন্তু সেই কথা এতিয়া সহিব নোৱাৰা। কিন্তু সেই সত্যৰ আত্মা যেতিয়া আহিব, তেতিয়া তেওঁ আটাই সত্যলৈ তোমালোকক পথ দেখুৱাই নিব।"—যো; ১৬ : ১৩।

৩৪। খৃষ্টিয়ান আৰু ইহুদীবিলাকৰ মাজত; আৰু খৃষ্টিয়ান বিলাকৰ সম্প্ৰদায়-সম্প্ৰদায়ৰ মাজত।

লোকৰ ওচৰলৈ আগমন কৰিছে যাতে তেওঁ তোমালোকে পুথিৰ যি অংশ গোপন কৰিছিলা তাৰ ভালেখিনি তোমালোকৰ আগত প্ৰকাশ কৰে, আৰু তেওঁ ( যি অনাবশ্যক তাৰ ) বহুখিনি এৰি দিয়ে।[৩৫] স্বৰূপতে আল্লাৰ সন্নিধানৰ পৰা তোমালোকলৈ আহিছে জ্যোতি আৰু সুস্পষ্ট গ্ৰন্থ,—

১৭। তাৰে সৈতে যিসকলে তেওঁৰ সন্তুষ্টিৰ অনুসৰণ কৰে সেইসকলক আল্লাই শান্তিৰ[৩৬] পথসমূহ প্ৰদৰ্শন কৰে, আৰু নিজ ইচ্ছাৰে সেইসকলক ঘোৰ অন্ধকাৰৰ পৰা পোহৰলৈ উলিয়াই আনে, আৰু তেওঁ সেইসকলক পোন বাটেদি লৈ যায়।

১৮। যিবিলাকে কয়, বাস্তৱিকতে আল্লা মৰ্‌য়মৰ পুত্ৰ মচীহ্, নিশ্চয় সেইবিলাকেই অবিশ্বাসী হৈছে;[৩৭] তুমি কোৱাঁ, যদি তেওঁ মৰ্‌য়মৰ পুত্ৰ মচীহক আৰু তেওঁৰ মাতৃক আৰু পৃথিৱীৰ সমগ্ৰ অধিবাসীবিলাকক বিনাশ কৰিবলৈ ইচ্ছা কৰে, তেন্তে আল্লাৰ বিৰুদ্ধে অকণো ক্ষমতা প্ৰয়োগ কৰিবলৈ কাৰ অধিকাৰ? আৰু আকাশমণ্ডলী আৰু পৃথিৱী আৰু এই দুয়োৰ মাজতে থকা সকলো বস্তুৰ ওপৰত আল্লাৰেই অধিকাৰ; তেওঁ যি ইচ্ছা তাকেই সৃজন কৰে; আৰু সকলো বস্তুৰেই ওপৰত আল্লাৰ মহান ক্ষমতা।

১৯। আৰু ইহুদী আৰু খৃষ্টিয়ানবিলাকে কয়, আমিয়েই আল্লাৰ সন্তান আৰু তেওঁৰ মৰমৰ পাত্ৰ;[৩৮] তুমি কোৱাঁ, কিয় তেন্তে তোমালোকৰ পাপসমূহৰ কাৰণে তেওঁ তোমালোকক শাস্তি প্ৰদান কৰে? নহয়, তেওঁ যি মানৱ সৃষ্টি কৰিছে তাৰেই ভিতৰৰ তোমালোকো; যাকে ইচ্ছা তেওঁ তাকেই ক্ষমা দান কৰে, আৰু

৩৫। যি মানৱৰ মঙ্গলৰ নিমিত্তে আৱশ্যক অথচ গোপনত আছিল কোৰাণে স্পষ্ট কৰিলে, আৰু যিবিলাক বিধান ক্ষণস্থায়ী আছিল, আৰু এই কালৰ নিমিত্তে অনাবশ্যক কোৰাণে এৰি দিলে।

৩৬। ইচ্‌লামৰ আগমনৰ উদ্দেশ্য হৈছে পৃথিৱীত শান্তি স্থাপন কৰা। বৰ্ত্তমান কালত দেখিব পোৱা যায় আৰ্থিক প্ৰতিদ্বন্দ্বিতা, সামৰিক প্ৰতিযোগিতা। সেয়ে অশান্তিৰ মূল কাৰণ।

৩৭। ইচ্‌লামৰ মতে হজ্‌ৰত ঈচা (আ) আল্লাৰ ৰচুল আছিল, আল্লাৰ পুত্ৰ নাছিল। আৰু তেওঁৰ ঐশ্বৰিকতাত মুচলমানে বিশ্বাস নকৰে। আন মানৱৰ দৰে হজ্‌ৰত ঈচাও জীৱন আৰু মৰণৰ যি বিধান আল্লাই পৃথিৱীত কাৰ্য্যকাৰী কৰিছে তাৰ অধীন আছিল।

৩৮। ইহুদীবিলাকে নিজকে আল্লাৰ নিৰ্ব্বাচিত জাতি বুলি ভাবিছিল (The chosen people of God); আৰু সেইদৰে খৃষ্টিয়ানবিলাকে নিজকে আল্লাৰ প্ৰিয়পাত্ৰ বুলি কৈছিল (Beloved of God)। ইচ্‌লামৰ শিক্ষা এনেবোৰ বিশ্বাসৰ বিৰুদ্ধে। সকলো জাতি আল্লাৰ ওচৰত সমান। যিবিলাক ধৰ্ম্মপৰায়ণ সেই বিলাকেই আল্লাৰ কাষত সম্মানিত।

যাকে ইচ্ছা তেওঁ তাকেই শাস্তি দিয়ে;[৩৯] আৰু আকাশমণ্ডলী আৰু পৃথিবী আৰু এই ছুয়োৰ মাজতে থকা সকলো বস্তুৰ ওপৰত আল্লাৰেই অধিকাৰ; আৰু তেওঁৰ ফাললৈ হব ( সকলোৰেই ) প্ৰত্যাগমন।

২০। হে গ্ৰন্থপোৱাসকল, ৰচুলসকলৰ আবিৰ্ভাৱ বন্ধ হোৱাৰ[৪০] পাছত স্বৰূপতে আল্লাৰ ৰচুল তোমালোকৰ কাৰণে সকলো কথা সুস্পষ্ট কৰিবলৈ তোমালোকৰ ওচৰলৈ আহিছে—তোমালোকে যেন ইয়াকে নোকোৱা আমাৰ ওচৰলৈ কোনো আনন্দৰ বাৰ্ত্তাবাহক বা কোনো সতৰ্ককাৰী অহা নাছিল; গাতকে নিশ্চয় তোমালোকৰ ওচৰলৈ এজন আনন্দৰ বাৰ্ত্তাবাহক আৰু সতৰ্ককাৰী আহিছে; আৰু সকলো বস্তুৰ ওপৰতে আছে আল্লাৰ মহান ক্ষমতা।

## ৰুকু ৪

বনি ইস্ৰাইলৰ অবাধ্যতা, আৰু মুচাৰ ( আ ) অনুগামীবিলাকর বণলৈ ওলাবৰ অনিচ্ছা; সিহঁতৰ শাস্তি।

২১। আৰু ( মনত পেলোৱা ) যেতিয়া মুচাই নিজ সম্প্ৰদায়ক কৈছিল, হে মোৰ সম্প্ৰদায়, তোমালোকৰ প্ৰতি আল্লাৰ অনুগ্ৰহ[৪১] স্মৰণ কৰা, কিয়নো তেওঁ তোমালোকৰ মাজত নবীসকলক প্ৰেৰণ কৰিছিল আৰু তোমালোকক

---

৩৯। ইচ্লামে প্ৰায়শ্চিত্তৰ বিধানত ( Law of Atonement ) বিশ্বাস নকৰে; আৰু হজ্ৰত ঈচাই ( আ ) যে মানৱৰ নিমিত্তে নিজৰ মৃত্যু দ্বাৰা প্ৰায়শ্চিত্ত দিছিল ( Vicarious suffering or punishment ) এনে বিশ্বাস কোৰাণে খণ্ডন কৰিছে।

৪০। হজ্ৰত ঈচাৰ পিছত প্ৰায় ৬০০ বছৰ পৰ্য্যন্ত আল্লাৰ পৰা সংবাদ লৈ কোনো ৰচুল অহা নাছিল। কোনো দেশতেই ঐশ্বৰিক বাণী পোৱাৰ দাবী কেও কৰা নাছিল। সমগ্ৰ জগতত নৈতিক আৰু আধ্যাত্মিক ঘোৰ আঁধাৰ ব্যাপক হৈ আছিল। পিছত হজ্ৰত মহম্মদে (ছ) শুভসংবাদ আনিলে আৰু আধ্যাত্মিক পোহৰ জগতত বিস্তাৰ কৰিলে।

৪১। প্ৰথম অনুগ্ৰহ হৈছে, [মিছৰৰ ৰজাবিলাকৰ দাসত্বৰ পৰা বনি ইস্ৰাইলক আল্লাই মুক্ত কৰিলে, আৰু তাৰ পিছত তেওঁলোকক কেনানৰ ৰাজ্য দান কৰিছিল। দ্বিতীয় অনুগ্ৰহ হৈছে, তেওঁলোকৰ মাজত] বহুসংখ্যক নবী আৰু ৰচুল আল্লাই উত্থাপন কৰিছিল। গতিকে সেই কালত ইস্ৰাইল বংশ পাথিৱ ৰাজত্ব আৰু আধ্যাত্মিক নেতৃত্বৰ গৰাকী হৈছিল। আনকোনো জাতিয়ে এই ছুই প্ৰকাৰ অনুগ্ৰহ লাভ কৰা নাছিল।

ৰাজ্যৰ অধিপতি কৰিছিল; আৰু সকলোজাতিৰ মাজত কোনো জাতিকেই[৪২] এনে দান তেওঁ প্ৰদান কৰা নাই যি তোমালোকক প্ৰদান কৰিছিল।

২২। হে মোৰ সম্প্ৰদায়, আল্লাই তোমালোকৰ নিমিত্তে নিৰ্দেশ কৰা সেই পৱিত্ৰ দেশত[৪৩] প্ৰবেশ কৰাঁ, আৰু নিজৰ পিঠি দেখুৱাই ঘুৰি নেযাবা, কিয়নো তেনে কৰিলে তোমালোক ক্ষতিগ্ৰস্ত হৈ উলটি আহিবলৈ বাধ্য হবা।

২৩। সিহঁতে কলে, হে মুচা, সেই দেশত পৰাক্ৰমশালী এটা জাতি বাস কৰে, আৰু নিশ্চয় সিহঁত তাৰ পৰা ওলাই নোযোৱালৈকে আমি কদাপি তাৰ ভিতৰত নোসোমাওঁ; কিন্তু তাৰ পৰা সিহঁত ওলাই গলে আমি নিশ্চয় তাৰ ভিতৰত সোমাম।[৪৪]

২৪। (আল্লাক) ভয় কৰাবিলাকৰ মাজৰ যি দুইজনৰ[৪৫] প্ৰতি আল্লাই অনুগ্ৰহ কৰিছিল সেই দুইজনে কলে, তোমালোকে (নগৰৰ) দুৱাৰেদি সোমাই সিহঁতক আক্ৰমণ কৰাঁ; তোমালোকে ভিতৰত সোমাই গলেই তোমালোকে নিশ্চয় জয় লাভ কৰিবা; আৰু যদি তোমালোক বিশ্বাসী হোৱা তেন্তে তোমালোকে আল্লাৰ ওপৰতেই নিৰ্ভৰ কৰিবা।

২৫। সিহঁতে কলে, হে মুচা! সিহঁতে যেতিয়ালৈকে তাত (সেই নগৰত) থাকে, নিশ্চয় আমি কোনোমতেই তাৰ ভিতৰত কেতিয়াও নোসোমাম; গতিকে তুমি আৰু তোমাৰ প্ৰভু ৰণলৈ ওলাই যোৱাঁ, আমি নিশ্চয় এই ঠাইতে বহি থাকিম।[৪৬]

---

৪২। বনি ইস্ৰাইলৰ সমসাময়িক জাতি।

৪৩। কেনান দেশ। এই দেশখনৰ আধিপত্য যে বনি ইস্ৰাইলৰ হাতলৈ আহিব এই ভৱিষ্যৎবাণী হজ্ৰত মুচাৰ (আ) মৃত্যুৰ বহুদিনৰ পিছত পূৰ্ণ হল।

৪৪। মিচৰ্ দেশত দীৰ্ঘকাল পৰ্য্যন্ত বনি ইস্ৰাইলে দাসত্বৰ জীৱন ধাৰণ কৰিছিল। হজ্ৰত মুচাই (আ) তেওঁলোকক স্বাধীনতা দিবৰ উদ্দেশ্যে মিচৰৰ পৰা উলিয়াই আনি কেনান দেশৰ ৰাজত্ব লাভ কৰিবলৈ উদগনি দিয়ে। কিন্তু বনি ইস্ৰাইলে দাসত্বৰ শান্তিক স্বাধীনতাৰ সংগ্ৰামতকৈ বেচি ভাল পাইছিল। চোৱাঁ গণনা; ১৪: ২-৪; "হায় হায়, আমি মিচৰ দেশতে মৰা হলে নাইবা এই অৰণ্যতে মৰা হলে কেনে ভাল আছিল! যিহোৱাই আমাক তৰোৱালৰ ধাৰত পেলাবলৈ আৰু আমাৰ লৰা তিৰোতাবিলাকক লুট কৰাবলৈ এই দেশলৈ আমাক কিয় আনিছে। * * আমি এজনক প্ৰধান কৰি লৈ মিচৰ দেশলৈ উলটি যাওঁ ব'লা।"

৪৫। যিহচোৱা আৰু কালেব গণনা, ১৪: ৬-৯।

৪৬। হজ্ৰত মহম্মদৰ (ছ) ছহাবাসকলে অসাধাৰণ সাহস পৰিচয় দিছিল। যেতিয়া হজ্ৰতে তেওঁলোকক বদৰৰ ৰণলৈ আহ্বান কৰিছিল, তেওঁলোকে এইদৰে ডাঠি উত্তৰ

২৬। তেওঁ কলে, হে মোৰ প্ৰভু, নিজৰ আৰু মোৰ ভ্ৰাতাৰ[৪৭] বাহিৰে আন কাৰো ওপৰত নিশ্চয় মোৰ কোনো অধিকাৰ নাই ; সেই দেখি আমাৰ আৰু এই অবাধ্য সম্প্ৰাদায়ৰ মাজত পাৰ্থক্য কৰি দিয়ঁা।

২৭। তেওঁ কলে, সেই কাৰণে চল্লিশ বছৰলৈকে[৪৮] সিহঁতক এই দেশৰ পৰা বঞ্চিত কৰা হব ; সিহঁতে পৃথিবীত উদ্বাউল হৈ ঘূৰি ফুৰিব ; কিন্তু তুমি এই অবাধ্য লোকবিলাকৰ হৈ শোক নকৰিবা।

## ৰুকু ৫

হাবিল আৰু কাবিলৰ আখ্যান আৰু তাৰ শিক্ষা ; বনি ইস্ৰাইলৰ ইচ্‌লাম বিনাশৰ প্ৰচেষ্টা ; শান্তিভঙ্গ কৰোঁতাবিলাকৰ প্ৰতি শাস্তিৰ বিধান।

২৮। আৰু আদমৰ দুয়ো সন্তানৰ বিবৃতি তুমি সত্যৰে সৈতে সিহঁতৰ আগত বৰ্ণনা কৰা,—যেতিয়া উভয়ে কুৰ্‌বাণী উচৰ্গা কৰিলে, তেওঁলোকৰ এজনৰ পৰা সেই কুৰ্‌বাণী গ্ৰহণ কৰা হল, কিন্তু আন জনৰ পৰা গ্ৰহণ কৰা নহল।[৪৯] এজনে কলে, মই তোমাক নিশ্চয় হত্যা কৰিম ; আনজনে কলে, ধৰ্ম্মপৰায়ণসকলৰ পৰাহে মাথোন আল্লাই (কুৰ্‌বাণী) গ্ৰহণ কৰে।

২৯। মোক হত্যা কৰিবৰ অৰ্থে যদি তুমি মোৰ ফাললৈ নিজৰ হাত

---

দিছিল : "হে আল্লাৰ ৰচুল, মুচাৰ (আ) অনুগামীবিলাকে তেওঁক কৈছিল, তুমি আৰু তোমাৰ প্ৰভুৱে যুদ্ধ কৰিবলৈ যোৱা, কিন্তু আমি হলে এই ঠাইতে বহি থাকিম। আমি তেনেদৰে তোমাক নকওঁ। তুমি আমাক য'লৈকে নিয়া ত'লৈকে আমি যাম ; শত্ৰুৰ সৈতে ৰণ কৰোঁতে আমি তোমাৰ সোঁফালে, তোমাৰ বাওঁফালে, তোমাৰ সম্মুখত, তোমাৰ পিছফালে থাকি সংগ্ৰাম চলাম ; আৰু আমি আশা কৰোঁ, আমাৰ কাৰ্য্য দেখি তোমাৰ চকু জিৰাব।" —বোখাৰী, ইব্‌নে হিশাম।

৪৭। হাৰুণ (আ) তেওঁৰ ককায়েক আছিল।

৪৮। আল্লাৰ আদেশ হল, সিহঁতৰ অবাধ্যতাৰ ফলত সিহঁতক কেনান দেশৰ ৰাজত্ব দিয়া নহব। ৪০ বছৰৰ পিছত যেতিয়া নতুন এটা জাতি আহিল সেই বিলাকৰ ভাগ্যত পৰিল কেনান জয় কৰা আৰু তাৰ আধিপত্য লাভ কৰা।

৪৯। হাবিল্ (বাইবেলত Abel) আৰু কাবিল্ (বাইবেলত Cain)। কাবিল্ আছিল হাবিলৰ ককায়েক। হাবিল্ আছিল নম্ৰ, ধৰ্ম্মপৰায়ণ ; আৰু কাবিল্ আছিল অহঙ্কাৰী, অত্যাচাৰী। অহঙ্কাৰ, বিদ্বেষ, হিংসাই মানুহৰ অন্তৰত হত্যা কৰিবৰ প্ৰবৃত্তি জন্মায়।

মেলা মই তোমাক হত্যা কৰিবৰ অৰ্থে[৫০] তোমাৰ ফাললৈ নিজৰ হাত নেমেলোঁ ; বাস্তৱতে মই বিশ্বজগতৰ প্ৰতিপালক আল্লাৰ ভয় ৰাখোঁ।

৩০। বাস্তৱতে মই ইয়াকে ইচ্ছা কৰোঁ, মোৰ ( হত্যাৰ ) পাপ আৰু তোমাৰ নিজৰ পাপ সকলোখিনি যেন তুমিয়েই বহন কৰা ;[৫১] তেনে কাৰ্য্য কৰি পিছত তুমি অগ্নিৰ অধিবাসীবিলাকৰ মাজৰ হবা ; আৰু সেয়ে অন্যায়-কাৰীবিলাকৰ প্ৰতিফল।

৩১। পিছত আনজনক তেওঁৰ অন্তৰে নিজৰ ভায়েকক হত্যা কৰিবলৈ উদগনি দিলে ; গতিকে তেওঁক হত্যা কৰি সেইজন ক্ষতিগ্ৰস্তবিলাকৰ মাজৰ হল।

৩২। যেতিয়া আল্লাই ধোৰা কাউৰী এজনী পঠিয়ালে ; তাই সেইজনক নিজ ভায়েকৰ মৰা-শ তেওঁ কিদৰে আবৃত কৰিব পাৰে তাকে তেওঁক দেখুৱাৰৰ অৰ্থে মাটি আঁচুৰিব ধৰিল ;[৫২] সেইজনে কলে, মোৰ প্ৰতি ধিক ! মই নিজ ভাইৰ মৰা-শ আবৃত কৰিবলৈ এই ধোৰা কাউৰীজনীৰ নিচিনাও হবলৈ অপাৰগ হলোঁ। পিছত সেইজন অনুতাপ কৰোঁতা বিলাকৰ মাজৰ হৈ পৰিল।

৩৩। সেই কাৰণে ইস্ৰাইলৰ সন্ততিৰ নিমিত্তে আমি এই বিধান লিপিবদ্ধ কৰিছিলোঁ—আত্মাৰ হত্যাৰ পৰিণামত, নাইবা দেশত অশান্তি গুচাবৰ অৰ্থে[৫৩]

৫০। আত্মৰক্ষা কৰা পাপ নহয়। হাবিলে কৈছিল, মই আত্মৰক্ষা কৰিব পাৰোঁ কিন্তু মই কেতিয়াও তোমাক অকাৰণে বধ নকৰোঁ।

৫১। তুমি যদি অন্যায় কৰা, কৰিব পাৰা ; কিন্তু অন্যায় কৰা মোৰ ইচ্ছা নহয় ; আৰু মই নৰকৰ অধিবাসীও নহওঁ।

কিছুমান, 'উলমাৰ মত এই যে ইহুদীবিলাক ( বনি ইস্ৰাইল ) মুচলমানবিলাকৰ ( বনি ইস্মাইল ) ককায়েকৰ ঠাইত। ইচ্লামৰ বিৰুদ্ধে অভিযান চলোৱাৰ ফল ঠিক সেয়ে হব যি কাবিলৰ কাৰ্য্যৰ পৰিণাম হৈছিল।

৫২। কাউৰীৰ কেইবাটাও ভাল গুণ আছে। খোৱা বস্তু দেখা পালে কাউৰীয়ে আনবোৰ কাউৰীকো খাবলৈ আহ্বান কৰে। কোনো এজনী কাউৰীক বিপদত পৰা দেখিলে আন কাউৰীবিলাকে ৰমলিয়াবলৈ ধৰে ইত্যাদি। আকস্মিক ঘটনাৰ পৰা ডাঙৰ ডাঙৰ তত্ত্ব আবিষ্কাৰ হৈছে। নিউটনে এটা ফল পৰা দেখি মাধ্যাকৰ্ষণ শক্তিৰ তত্ত্ব আবিষ্কাৰ কৰিলে ; ৱাটেও বাষ্পৰ শক্তি সামান্য ঘটনাৰ পৰা আবিষ্কাৰ কৰিলে।

৫৩। তলৰ আয়তত এই সম্বন্ধে বহলাই উল্লেখ কৰিছে।

কাৰণ নথকাতো, যদি কোনো এজনে আন এজনক হত্যা কৰে, সি যেন সকলো মানুহকে হত্যা কৰিলে ; সেইদৰে যদি কোনো এজনে আন এজনৰ জীৱন ৰক্ষা কৰে, সি যেন সকলো মানুহৰেই জীৱন ৰক্ষা কৰিলে ;[৫৪] আৰু স্বৰূপতে সিহঁতৰ ওচৰলৈ আমাৰ ৰচুলসকল প্ৰত্যক্ষ প্ৰমাণসমূহৰে সৈতে আহিছিল, তথাপি তাৰ পাছতো সিহঁতৰ সৰহভাগে পৃথিৱীত নিশ্চয় সীমা লঙ্ঘনকাৰী হৈছে।

৩৪। যিবিলাকে আল্লা আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধে যুদ্ধ কৰে আৰু পৃথিৱীত অশান্তিৰ সৃষ্টি কৰিবলৈ[৫৫] (অসীম) চেষ্টা কৰে সেইবিলাকৰ শাস্তি এয়ে—সিহঁতক বধ কৰা হব বা শূলত দিয়া হব, অথবা সিহঁতৰ হাত আৰু সিহঁতৰ ভৰি বিপৰীত ফালৰ পৰা[৫৬] কাটি পেলোৱা হব, নাইবা সিহঁতক দেশান্তৰ কৰা হব ; ইহলোকত সিহঁতে ভোগ কৰিব এই লাঞ্ছনা, আৰু পৰলোকত সিহঁতৰ নিমিত্তে থাকিব কঠোৰ শাস্তি,—

৩৫। সেই বিলাকৰ ভিন্ন যিবিলাকে তোমালোকৰ ক্ষমতাৰ অধীন হোৱাৰ পূৰ্ব্বেই[৫৭] অনুতাপ কৰে ; এনে অৱস্থা হলে তোমালোকৰ যেন জ্ঞান থাকে, আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

---

৫৪। হত্যা মহা-পাপ। কোৰাণৰ বিধানৰ ভিত্তি এই, বিনা কাৰণে এজন মানুহক হত্যা কৰা সমগ্ৰ মানৱজাতিক হত্যা কৰাৰ তুল্য। মানৱ-আত্মাৰ পৱিত্ৰতা ৰক্ষা কৰা ইচ্লামে বাধ্যতা-মূলক কৰিছে। নবী বা ৰচুলক হত্যা কৰাতকৈ ডাঙৰ পাপ আৰু নাই ; ইহুদী-বিলাকে হজ্ৰত মহম্মদক (দ) হত্যা কৰিবলৈ অভিসন্ধি কৰিছিল।

৫৫। এই আয়তত ইচ্লাম ৰাজ্যশাসনৰ বিদ্ৰোহীবিলাকক কি শাস্তি দিয়া হব তাকে উল্লেখ কৰিছে। সাধাৰণ চোৰ ডকাইতৰ কথা ইয়াত উল্লেখ কৰা নাই।

৫৬। একেফালে কাটি পেলালে মানুহজনে একেবাৰে অকামিলা হব, আৰু ৰাজ্যৰ ওপৰত বোজা হৈ পৰিব। সেই কাৰণে বিপৰীত ফালৰ পৰা কটা হৈছিল।

৫৭। ইয়াৰ পৰা বুজিব পাৰি, এনেবোৰ শাস্তিৰ বিধান হৈছে ৰাজ্যৰ বিদ্ৰোহী-বিলাকৰ নিমিত্তে, অৰ্থাৎ যিবিলাকে ইচ্লাম ধৰ্ম্ম আৰু ৰাজ্যৰ ধ্বংস সাধন কৰিবলৈ যুদ্ধ কৰিছিলে, নাইবা সেই অৰ্থে গোপনে ষড়যন্ত্ৰ কৰিছিলে।

## ৰুকু ৬

বিশ্বাসীসকলে আল্লাৰ সান্নিধ্য বিচাৰে, অবিশ্বাসীবিলাক সদায় অশান্তিত থাকে ; চোৰ ডকাইত সমাজৰ শত্ৰু ; সিহঁতৰ শাস্তি বিধান ; ইহুদী আৰু ভণ্ডবিলাকৰ ইচ্‌লামৰ বিৰুদ্ধে বিফল চেষ্টা।

৩৬। হে বিশ্বাসীসকল, আল্লাৈলে ভয় ৰাখিবা আৰু তেওঁৰ সান্নিধ্য লাভ কৰিবলৈ উপায় অবলম্বন কৰিবা,[৫৮] আৰু তেওঁৰ পথত অসীম চেষ্টা কৰা যাতে তোমালোক সফলমনোৰথ হব পাৰা।

৩৭। বাস্তৱতে যদি অবিশ্বাসীবিলাক পৃথিবীত থকা সকলো বস্তুৰ আৰু তাৰ লগতে তাৰ তুল্য আৰু বস্তুৰ গৰাকী হ'লহেতেন, যাতে সিহঁতে পুনৰুত্থানৰ দিনৰ শাস্তিৰ পৰা ৰক্ষা পাবলৈ গোটেইখিনি মোচন মূল্য স্বৰূপে দিয়ে, তথাপি সিহঁতৰ পৰা সেইবিলাক গ্ৰহণ কৰা নহব ; আৰু সিহঁতৰ নিমিত্তে থাকিব যন্ত্ৰণাদায়ক শাস্তি।

৩৮। নৰকৰ অগ্নিৰ পৰা ওলাই আহিবলৈ সিহঁতে ইচ্ছা কৰিব, কিন্তু সিহঁতে তাৰ পৰা ওলাই আহিবলৈ নোৱাৰিব, আৰু সিহঁতৰ নিমিত্তে থাকিব স্থায়ী শাস্তি।

৩৯। আৰু যিবিলাক চোৰ, পুৰুষেই হওক আৰু নাৰীয়েই হওক, সিহঁতে যি অৰ্জন কৰিছে তাৰ প্ৰতিদান আল্লাৰ পৰা আদৰ্শ শাস্তি স্বৰূপ সিহঁতৰ হাত কাটিবা ;[৫৯] আৰু আল্লাই পৰম ক্ষমতাশালী, মহাজ্ঞানী।

৪০। কিন্তু যিজনে নিজ অন্যায়াচৰণৰ পিছত অনুতাপ কৰে আৰু নিজকে সংশোধন কৰে, নিশ্চয় আল্লাই সেইজনৰ প্ৰতি কৃপাদৃষ্টি কৰে ; বাস্তৱতে আল্লাই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

৫৮। আৰ্‌বী শব্দ "ৱচীলতুন"ৰ অৰ্থ, কোনো ব্যক্তিৰ ওচৰ চাপিবৰ উপায় অৱলম্বন কৰা। ইয়াৰ অৰ্থ আল্লা আৰু মানুহৰ মাজত মধ্যস্থতা কৰোঁতা নহয়। এনে অৰ্থ কোৰাণৰ ১৭ : ৫৮ আয়তৰ বিৰুদ্ধে। সেই আয়তত কোৱা হৈছে যিবিলাক দৰবেশ, অৱতাৰ, নবীবিলাকৰ পূজা ইহুদী বা খৃষ্টিয়ানবিলাকে কৰে, সেইবিলাকে নিজেই নিজৰ প্ৰভুৰ 'ৱচীলা' বিচাৰে। ইবৃনে আব্বাচে ৱচীলা শব্দ নিজৰ অভাৱ মোচনৰ নিমিত্তে আল্লাক ধৰা অৰ্থত ব্যৱহাৰ কৰিছে।

৫৯। এনে শাস্তি সেইবিলাক চোৰৰ নিমিত্তে যিবিলাকক আন কোনো লঘু শাস্তি দি সংশোধন কৰিব নোৱাৰি। পিছৰ আয়তে (৪০) এই অৰ্থ সমৰ্থন কৰে।

ওপৰৰ আয়ত ৩৭ চোৱা। কিছুমান' উলমাৰ মতে হাত কাটা পেলোৱাটো চুৰি-দোষৰ গুৰুত্বৰ ওপৰত নিৰ্ভৰ কৰে। সকলোবা চুৰিৰ নিমিত্তে এনে ডাঙৰ শাস্তি দিবলৈ কোৰাণে বিধান দিয়া নাই—এয়ে ৰুক্তৰ অভিমত।

৪১ তুমি কি নাজানা, আকাশমণ্ডলী আৰু পৃথিবীৰ ৰাজত্বৰ অধিকাৰ আল্লাৰেই ? তেওঁ যাকে ইচ্ছা তাকেই শাস্তি দিয়ে, আৰু যাকে ইচ্ছা তাকেই ক্ষমা কৰে ; আৰু সকলো বস্তুৰ ওপৰতে আছে আল্লাৰ মহান ক্ষমতা।

৪২। হে ৰচুল, যিবিলাকে নিজ মুখেৰে কয়, আমি বিশ্বাস কৰিছোঁ, অথচ সিহঁতৰ অন্তৰে বিশ্বাস কৰা নাই সেইবিলাকৰ ভিতৰৰ, আৰু ইহুদীবিলাকৰো ভিতৰৰ কিছুমানে যে অবিশ্বাসৰ কাৰ্য্যত পৰস্পৰক চেৰ পেলাব বিচাৰে, ই যেন তোমাক বেজাৰ নিদিয়ে ;[৬০] সিহঁতে সহজে মিছা কথালৈ কাণ দিয়ে ;[৬১] সিহঁতে আন সম্প্ৰদায়ৰ এনেবিলাকৰ কথাও সহজে শুনে যিবিলাকে তোমাৰ ওচৰলৈকে অহা নাই ;[৬২] সিহঁতে বাক্যসমূহক যথাস্থানৰ পৰা লৰ-চৰ কৰে ; সিহঁতে কয়, যদি তোমালোকক এনে আদেশ দিয়া হয়, তেন্তে তাক পালন কৰিবা, কিন্তু যদি তেনে আদেশ তোমালোকক দিয়া নহয় তেন্তে সতৰ্ক হবা।[৬৩] আৰু আল্লাই যাক পৰীক্ষাত পেলাবলৈ ইচ্ছা কৰে, আল্লাৰ আগত তাৰ পক্ষ সমৰ্থন কৰিবলৈ তোমাৰ কোনো অধিকাৰ নাই ; যিবিলাকৰেই অন্তৰসমূহ পৱিত্ৰ কৰিবলৈ আল্লাই ইচ্ছা নকৰে এইবিলাকে ; সিহঁতৰ নিমিত্তে ইহলোকত আছে লাঞ্ছনা ; আৰু পৰলোকত থাকিব সিহঁতৰ নিমিত্তে মহান শাস্তি।

৪৩। সিহঁতে সহজে মিছালৈ কাণ দিয়ে, যি অবৈধ তাক আহাৰ কৰে ;[৬৪] গতিকে যদি সিহঁত তোমাৰ ওচৰলৈ ( বিচাৰৰ নিমিত্তে )আহে, তুমি সিহঁতৰ মাজত

---

৬০। ভণ্ডবিলাক ( মোনাফেৰ্কীন ) আৰু ইহুদীবিলাকক উল্লেখ কৰিছে।

৬১। হজৰত মহম্মদ ( স্ব ) সম্বন্ধে তেওঁৰ শত্ৰুবিলাকে যি মিছা কথা কয় তাত বিশ্বাস কৰে, আৰু জনতাৰ মাজত প্ৰচাৰ কৰে। দ্বিতীয় অৰ্থ হৈছে, হজৰতৰ কথা শুনি তাক বিকৃত কৰি আৰু সঁচা-মিছা সানমিহলি কৰি দেশত তাকে ৰটাই ফুৰে।

৬২। সিহঁতে হজৰতৰ সন্মুখীনো হোৱা নাই, কিন্তু অবিশ্বাসীবিলাকে যি তেওঁৰ সম্বন্ধে ৰটায় তাত বিশ্বাস কৰে। ইহুদীবিলাকে সকলো খবৰ-বাতৰি গুপ্তভাবে নিজৰ নেতা-বিলাকক দিছিল।

৬৩। সিহঁতে ৰচুলৰ প্ৰত্যাদেশসমূহ নিজৰ ইচ্ছাৰ অধীন কৰিব বিচাৰে। কোৰানৰ আয়তসমূহ আৰু হজৰতৰ বাক্যসমূহৰ অৰ্থ নিজ ইচ্ছা মতে কৰে ; হজৰতৰ বিচাৰ গ্ৰহণ নকৰে।

৬৪। ইহুদীবিলাকে ভিতৰে ভিতৰে ইচলাম ৰাজ্যৰ বিদ্ৰোহী আছিল, আৰু দেশত অশান্তি সৃষ্টি কৰিবৰ অৰ্থে সকলো প্ৰকাৰ উপায় তলে তলে অৱলম্বন কৰিছিল। ইয়াত অবৈধ আহাৰ ভেঁটাকো বুজাব পাৰে।

বিচাৰ কৰিবা নাইবা সিহঁতৰ পৰা পৰাঙ্মুখ হবা ;[৬৫] আৰু যদি তুমি সিহঁতৰ পৰা পৰাঙ্মুখ হোৱা সিহঁতে কেতিয়াও তোমাৰ অকণো অপকাৰ কৰিব নোৱাৰে ; আৰু যদি তোমাক বিচাৰেই কৰিব লগা হয় তেন্তে তুমি সিহঁতৰ মাজত ন্যায়মতে[৬৬] বিচাৰ কৰিবা ; নিশ্চয় আল্লাই ন্যায়বান-সকলক ভাল পায়।

৪৪। আৰু যাৰ ভিতৰত আল্লাৰ বিচাৰ বিদ্যমান সেই তৌৰাত সিহঁতৰ কাষত থকা সত্ত্বেও সিহঁতে যেতিয়া ঘূৰি যায়, সিহঁতে কেনেকৈ তোমাৰ বিচাৰ গ্ৰহণ কৰিব ? আৰু সিহঁত কেতিয়াও বিশ্বাসী হব নোৱাৰে।[৬৭]

## ৰুকু ৭

তৌৰাত, ইন্‌যীল আৰু কোৰানৰ পৰস্পৰ সম্বন্ধ ; কোৰানে মৌলিক সত্যসমূহ সংৰক্ষণ কৰিছে, আৰু ধৰ্ম্মনীতিৰ আৱশ্যক সালসলনি কৰি ধৰ্ম্মক সম্পূৰ্ণতা দিছে ; সকলোৱে মাজত কোৰানৰেই মতে বিচাৰ কৰিবৰ আদেশ।

৪৫। নিশ্চয় আমি নমাই পঠিয়াইছিলোঁ তৌৰাত ; তাৰ ভিতৰত আছিল সুপথ-প্ৰদৰ্শন আৰু জ্যোতি ;[৬৮] যি নবীসকল আল্লাৰ আদেশৰ বাধ্য আছিল

---

৬৫। মদিনাত এই চুক্তি হৈছিল যে সকলো সম্প্ৰদায়ৰ বাদ-বিসম্বাদৰ বিচাৰ হজ্‌ৰত মহম্মদৰ (স্ব) ওপৰত থাকিব। এই চুক্তিত ইহুদীবিলাকেও সম্মতি দিছিল ; কিন্তু সিহঁত হজ্‌ৰতৰ বিচাৰ মানিবলৈ প্ৰকৃততে ইচ্ছুক নাছিল। সেই দেখি সিহঁতে নানা প্ৰকাৰ মিছা কথা ৰটাই ফুৰিছিল, যাতে এই চুক্তি নিজেই নিস্ফল হয়।

৬৬। ইচ্‌লাম জগতত ন্যায় আৰু সত্য স্থাপন কৰিবলৈ আহিছে। হজ্‌ৰত মহম্মদ (স্ব) ইহুদীবিলাকৰ নিচিনা ৰাজ্যদ্ৰোহী, অভিসন্ধিকাৰী সম্প্ৰদায়ৰ সম্বন্ধেও ন্যায়বিচাৰ কৰিছিল ; আৰু ইয়াকে তেওঁৰ প্ৰতি আল্লাই আদেশ কৰিছিল।

৬৭। সিহঁতে নিজৰে ধৰ্ম্মপুথি তৌৰাতৰ মীমাংসা যেতিয়া নামানে, কোৰান মতে হজ্‌ৰতৰ বিচাৰ সিহঁতে কেনেকৈ মানিব ?

৬৮। ইন্‌যীলতো সুপথ-প্ৰদৰ্শন আৰু জ্যোতি আছিল। চোৱা তলত আয়ত ৪৭। কোৰানৰ সম্বন্ধে 'জ্যোতি' শব্দ বহুবাৰ প্ৰয়োগ কৰা হৈছে। "ঈশ্বৰপৰা তোমালোকৰ ওচৰলৈ আহিছে জ্যোতি আৰু সুস্পষ্ট গ্ৰন্থ"—৫ : ১৬ ; 'যিসকলে তেওঁত বিশ্বাস কৰিছে আৰু তেওঁক সমৰ্থন কৰিছে আৰু তেওঁক সহায় কৰিছে আৰু যি জ্যোতি তেওঁৰ লগতে অৱতীৰ্ণ কৰা হৈছে তাৰ অনুসৰণ কৰিছে সেই সকলেই সফলকাম হৈছে।"—৭ : ১৫৮ ; আৰু চোৱা, ১৪ : ১, ৩৯ : ২৩। ৬৪ চুৰাৰ ৯ আয়তত কৈছে; "তোমালোকে, আল্লাত আৰু তেওঁৰ ৰছুলত আৰু যি জ্যোতি মই অৱতীৰ্ণ কৰিছোঁ তাত বিশ্বাস কৰা।"

সেইসকলে তাৰ দ্বাৰা ইহুদীবিলাকৰ মাজত বিচাৰ কৰিছিল ;[৬৯] শাস্ত্ৰজ্ঞ পণ্ডিত বিলাকেও[৭০] আৰু ধৰ্ম্মযাজকবিলাকেও, কিয়নো আল্লাৰ পুথিৰ সংৰক্ষণৰ ভাৰ তেওঁলোকৰ প্ৰতি অৰ্পণ কৰা হৈছিল,[৭১] আৰু তেওঁলোকেই তাৰ নিমিত্তে সাক্ষী-স্বৰূপ আছিল ; গতিকে মানুহলৈ ভয় নকৰিবা, কেৱল মোলৈ ভয় ৰাখিবা, আৰু মোৰ নিৰ্দ'শনসমূহ সামান্য মূল্য লৈ সলনি নকৰিবা ; আৰু যিবিলাকে আল্লাই যি অবতীৰ্ণ কৰিছে তাৰ দ্বাৰা বিচাৰ নকৰে সেইবিলাকেই অবিশ্বাসী।

৪৬। আৰু তাত সিহঁতৰ নিমিত্তে আমি এই আদেশ লিপিবদ্ধ কৰিছিলোঁ— প্ৰাণৰ নিমিত্তে প্ৰাণ, আৰু চকুৰ নিমিত্তে চকু, আৰু নাকৰ নিমিত্তে নাক, আৰু কাণৰ নিমিত্তে কাণ, আৰু দাতৰ নিমিত্তে দাত, আৰু আঘাতৰ সমান প্ৰতিদণ্ড , কিন্তু যদি কেও নিজ দাবী পৰিত্যাগ কৰে তেন্তে সেয়ে তাৰ পক্ষে প্ৰায়শ্চিত্ত ;[৭২] আৰু যিবিলাকে আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ দ্বাৰা বিচাৰ নকৰে সেইবিলাকেই অন্যায়কাৰী।

৪৭। আৰু তেওঁলোকৰ পিছত তেওঁলোকৰ পদাঙ্কতেই আমি মৰ্য়মৰ পুত্ৰ ঈচাক তেওঁৰ পূৰ্ব্বে অহা তৌৰাতৰ সত্যতাৰ সমৰ্থনকাৰীৰূপে[৭৩] প্ৰেৰণ কৰিছিলোঁ ; আৰু তেওঁক আমি ইন্‌যীল প্ৰদান কৰিছিলোঁ ; তাৰ মাজত আছিল সুপথ-প্ৰদৰ্শন আৰু জ্যোতি ; আৰু সেই পুথি আছিল তাৰ পূৰ্ব্ববৰ্ত্তী তৌৰাতৰ সত্যতাৰ সমৰ্থক, আৰু ধৰ্ম্মপৰায়ণসকলৰ নিমিত্তে সুপথ-প্ৰদৰ্শন আৰু সৎ-উপদেশ।

৪৮। আৰু ইন্‌যীল পোৱাবিলাকৰ এয়ে উচিত আছিল যে তাৰ মাজত

৬৯। এই বিলাক নবীয়ে নতুন পুথি পোৱা নাছিল। আগেয়ে অহা পুথিত মানৱক পৰিচালতি কৰিছিল।

৭০। চোৱাঁ ৩ : ৮০।

৭১। কিন্তু তেওঁলোক এই কাৰ্য্যত অক্ষম হল। কোৰানৰ সংৰক্ষণৰ ভাৰ আল্লাই নিজেই লৈছে সেইনিমিত্তে আজিলৈকে কোৰান শ্বৰীফ দূষিত হোৱা নাই। চোৱাঁ ১৫ : ১০।

৭২। ইহুদীবিলাকৰ প্ৰতিফল-বিধানৰ নিমিত্তে চোৱাঁ বা, যাত্ৰা ২১ : ২৩ ২৫ ; লেবী, ২৪ ; ১৮ ২২ ; দ্বি-বি, ১৯ : ২১। তৌৰাতত ক্ষমাদানৰ উল্লেখ নাই। কোৰানে সমাজৰ নিমিত্তে য'ত ক্ষমাদান বাঞ্ছনীয় ত'ত ক্ষমা কৰিবলৈ কৈছে। এনে কৰিলে ই ক্ষমা কৰোঁতাৰ পাপৰ প্ৰায়শ্চিত্ত স্বৰূপ হয়।

৭৩। "মই বিধান বা ভাববাদীবিলাকৰ ( নবীবিলাকৰ ) বাক্য বিনষ্ট কৰিবলৈ আহিলোঁ বুলি তোমালোকে নেভাবিবা ; মই বিনষ্ট কৰিবলৈ অহা নাই, কিন্তু সিদ্ধ কৰিবলৈহে আহিলোঁ।"—মথি, ৫ : ১৭।

আল্লাই যি অৱতীৰ্ণ কৰিছিল সেই অনুযায়ী বিচাৰ কৰে ; আৰু যিবিলাকে আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ দ্বাৰা বিচাৰ নকৰে সেই বিলাকেই হৈছে বিৰুদ্ধাচাৰী।

৪৯। আৰু (শেষত) এই গ্ৰন্থখন[৭৪] সত্যৰে সৈতে তোমাৰ প্ৰতি আমি অৱতীৰ্ণ কৰিছোঁ, তাৰ পূৰ্ব্ববৰ্ত্তী ধৰ্ম্মগ্ৰন্থৰ সত্যতাৰ সমৰ্থক আৰু তাৰ সংৰক্ষক স্বৰূপ ; গতিকে আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ দ্বাৰা তুমি সিহঁতৰ মাজত বিচাৰ কৰিবা ; আৰু যি সত্য তোমাৰ ওচৰলৈ আহিছে তাক এৰি সিহঁতৰ বৃথা বাঞ্ছাৰ[৭৫] অনুসৰণ নকৰিবা। আৰু তোমালোকৰ প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে আমি (বেলেগ) বিধি আৰু পন্থা[৭৬] নিৰ্দ্ধাৰণ কৰিছোঁ ; আৰু আল্লাই ইচ্ছা কৰা হলে তেওঁ তোমালোকক একেটা সম্প্ৰদায় কৰিলেহেতেন ; কিন্তু (তেওঁ তেনে কৰা নাই) যাতে তেওঁ তোমালোকক যি দান কৰিছে সেই সম্বন্ধে তোমালোকক পৰীক্ষা কৰে ; সেই দেখি সৎকাম কৰাত[৭৭] তোমালোকে ইজনে সিজনক চেৰ পেলাবলৈ চেষ্টা কৰিবা ; আল্লাৰ ফালেই হব তোমালোকৰ সকলোৰে প্ৰত্যাগমন ; তেতিয়া যিবিষয়ে তোমালোকে বিৰোধ কৰিছিলা সেই বিষয়ে তেওঁ তোমালোকক জানিবলৈ দিব।

---

৭৪। কোৰান খৰীফ। কোৰানে তৌৰাত আৰু ইনযীল যে সত্য পুথি তাক সমৰ্থন কৰে ; আৰু দুয়োৰে যি মৌলিক শিক্ষা তাকো সমৰ্থন কৰে। কালক্ৰমে তৌৰাত আৰু ইনযীলত বহু কথাৰ সম্মিলন হৈছে। মূল আৰু প্ৰধান শিক্ষাখিনি কোৰানত অন্তৰ্ভুক্ত কৰা হৈছে ; সেইদেখি কোৰানে তৌৰাত আৰু ইনযীলৰ সংৰক্ষক বুলি দাবী কৰিছে।

৭৫। সিহঁতে আল্লাৰ প্ৰত্যাদেশবোৰ নিজ ইচ্ছামতে সলনি কৰে, আৰু আয়তসমূহৰ অৰ্থ নিজ কল্পনাৰে সাজি লয়। হে মহম্মদ, তুমি সত্য প্ৰতিষ্ঠিত কৰিবা, যদিও তোমাক সিহঁতৰ বিৰুদ্ধে যাব লগীয়া হয়।

৭৬। 'খিৰ্'আ' আৰু 'মিনহাযৰ' কিছুমানে একে অৰ্থ লৈছে ; অৰ্থাৎ ধৰ্ম্মবিধি, ধৰ্ম্মনীতি, দৈনন্দিন আচৰণৰ নিয়মাৱলী। এক আল্লাত বিশ্বাস আৰু তেওঁৰ প্ৰেম, আৰু তেওঁৰেই ইচ্ছা পূৰ্ণ কৰিবৰ অভিলাষ এয়ে হৈছে 'দীন'। কোৰানৰ মতে 'দীন' একেটা, কিন্তু 'খিৰ্'আ আৰু 'মিনহায' বেলেগ বেলেগ জাতিৰ নিমিত্তে বেলেগ বেলেগ ; আৰু সময় আৰু অৱস্থা মতে ধৰ্ম্মবিধি আৰু ধৰ্ম্মনীতি পৰিবৰ্ত্তন হৈ থাকে। আল্লাই এই নিয়ম বান্ধি দিছে। আবুলকালাম্ আজাদৰো এই মত। কিছুমানে কয়, 'খিৰ্আৰ' অৰ্থ আধ্যাত্মিক উন্নতিৰ পথ, আৰু 'মিনহাযৰ' অৰ্থ পাৰ্থিৱ উন্নতিৰ পথ।

৭৭। ধৰ্ম্মৰ প্ৰকৃত মৰ্ম্ম হৈছে সৎ কাম কৰা, আল্লাৰ একনিষ্ঠ সেৱক হৈ তেওঁৰ ইচ্ছামতে তেওঁৰ আৰু মানৱৰ সেৱা কৰা।

৫০। আৰু ( আমি আদেশ কৰিছোঁ ) আল্লাই যি অৱতীৰ্ণ কৰিছে সেই অনুযায়ী তুমি সিহঁতৰ মাজত বিচাৰ কৰা, আৰু সিহঁতৰ বৃথা বাঞ্ছাৰ অনুসৰণ নকৰিবা, আৰু সিহঁতৰ পৰা সতৰ্ক হৈ থাকিবা যাতে আল্লাই যি তোমালৈ প্ৰত্যাদেশ কৰিছে তাৰ কোনো অংশ সম্পৰ্কে সিহঁতে তোমাক বিচলিত নকৰে ;[৭৮] কিন্তু যদিহে সিহঁত বিমুখ হয় তেন্তে জানিবা, সিহঁতৰ কিছুমান পাপৰ কাৰণে আল্লাই সিহঁতক শাস্তি দিবলৈ ইচ্ছা কৰিছে ; আৰু মানুহৰ সৰহভাগেই নিশ্চয় বিৰুদ্ধাচাৰী।

৫১। কি ! সিহঁতে অজ্ঞানতা যুগৰ বিচাৰ বিচাৰিছে[৭৯] নে ? কিন্তু সুদৃঢ় বিশ্বাসী সকলৰ নিমিত্তে বিচাৰ কৰাত আল্লাতকৈ অধিক শ্ৰেষ্ঠ কোন হব পাৰে ?

## ৰুকু ৮

অবিশ্বাসীবিলাকক সহায় কৰোঁতা ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ পৰা মুচলমানবিলাকক সাৱধান থাকিবৰ আদেশ, ভণ্ডবিলাকো প্ৰকৃততে মুচলমানৰ অহিতকাৰী।

৫২। হে বিশ্বাসীসকল, তোমালোকে ইহুদী আৰু খৃষ্টিয়ানবিলাকক বন্ধুৰূপে গ্ৰহণ নকৰিবা ;[৮০] সিহঁত পৰস্পৰ পৰস্পৰৰ বন্ধু, আৰু তোমালোকৰ কোনোৱে যদি সিহঁতৰে সৈতে বন্ধুতা কৰে, তেন্তে সিও সিহঁতৰ মাজৰেই ;[৮১] নিশ্চয় অন্যায়কাৰী জাতিক আল্লাই পথপ্ৰদৰ্শন নকৰে।

---

৭৮। সিহঁতে ধৰ্মক নিজ অভিলাষৰ অধীন কৰে, আৰু আল্লাৰ বাণীৰ অৰ্থ নিজ ইচ্ছামতে কৰে। হে মহম্মদ, তুমি সেইবিলাকৰ ফালে কাণ নিদি কোৰানৰেই ওপৰত থিৰ হবা, আৰু কোৰান অনুযায়ী বিচাৰ কৰিবা।

৭৯। ইচ্লাম আবিৰ্ভাৱৰ পূৰ্ব্বৰ যুগক 'অজ্ঞানতাৰ যুগ' বোলে। কোৰান অৱতীৰ্ণ হলত জ্ঞান আহিল।

৮০। চোৰা, ৩ : ২৯। এই আয়তত ভণ্ডবিলাকৰ লগত বন্ধুতাৰ সম্পৰ্ক স্থাপন কৰিবলৈ মুচলমানবিলাকক নিষেধ কৰিছে, কাৰণ সিহঁতে ইচ্লামৰ শত্ৰু মক্কা অধিবাসীবিলাকৰে সৈতে মিলি কু-অভিসন্ধি কৰিছিল। মদিনাৰ ইহুদী আৰু খৃষ্টিয়ানবিলাকেও সিহঁতক মুচলমানবিলাকৰ বিৰুদ্ধে নানাৰকমে সাহায্য কৰিছিল। সেই কাৰণে এই আয়তত সিহঁতকো বন্ধুৰূপে গ্ৰহণ কৰিবলৈ নিষেধ কৰিছে। সকলো ইহুদী আৰু খৃষ্টিয়ানৰ সম্বন্ধে এনে আদেশ দিয়া নাই। তেওঁলোকৰ সৈতে সদ্ভাব ৰাখিবলৈ আৰু ন্যায় ব্যৱহাৰ কৰিবলৈহে আদেশ দিছে ; চোৰা, ৬০ : ৮, ৯।

৮১। ৰাজ্যৰ বিপক্ষ আচৰণৰ নিমিত্তে যে বহু দেশত চৰম-দণ্ড দিয়া হয় সকলোৱে জানে।

৫৩। পিছত যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছে[৮২] সেই বিলাকক সিহঁতৰ মাজত সোমাই ফুৰা-চকা কৰা দেখি পাবা ; সিহঁতে কৈ ফুৰে, কালচক্ৰত আমাৰ বিপৰ্য্যয় ঘটিব বুলি আমি ভয় কৰোঁ ; কিন্তু অদূৰ ভবিষ্যতত আল্লাই বিজয়ৰ উদ্ঘাটন কৰিব, অথবা ( তাতোকৈ ডাঙৰ ) ঘটনা নিজ কাষৰ পৰা ঘটাব ; তেতিয়া সিহঁতে নিজৰ অন্তৰসমূহত যি গোপনে ৰাখিছিল তাৰ কাৰণে অনুতাপ কৰিব।

৫৪। আৰু বিশ্বাসী সকলে কব, যিবিলাকে আল্লাৰ নামত এই বুলি ডাঠি শপত খাইছিল যে সিহঁতে তোমালোকৰেই সঙ্গী হৈ থাকিব, ইহঁত সেইবিলাক নে ?[৮৩] সিহঁতৰ কাৰ্য্যসমূহ নিষ্ফল হব ; শেহত সিহঁত ক্ষতিগ্ৰস্ত হৈ পৰিব।

৫৫। হে বিশ্বাসী সকল, তোমালোকৰ মাজৰ যিবিলাকে নিজ ধৰ্ম্ম ত্যাগ কৰিব, ( সিহঁতৰ ঠাইত ) আল্লাই সোনকালে এনে এটা সম্প্ৰদায় উত্থাপন কৰিব যিবিলাকক আল্লাই ভাল পাব আৰু যিবিলাকে তেওঁকো ভাল পাব ;[৮৪] তেওঁলোক বিশ্বাসীসকলৰ প্ৰতি নম্ৰ হব, অবিশ্বাসীবিলাকৰ প্ৰতি হব কঠোৰ ;[৮৫] তেওঁলোকে আল্লাৰ পথত যুদ্ধ কৰিব, আৰু নিন্দাকাৰীৰ নিন্দালৈ ভয় নকৰিব ; সেয়ে আল্লাৰ কৃপা,[৮৬] যি তেওঁ যাকে ইচ্ছা তাকেই দান কৰিব ; আৰু, আল্লা প্ৰচুৰ সঙ্গতি-সম্পন্ন, শ্ৰেষ্ঠ জ্ঞাতা।

---

৮২। দুৰ্ব্বলচিত্তয়া ভণ্ডবিলাকে ভাবিছিল মুচলমানবিলাকৰ পৰাজয় নিশ্চিত। সেই নিমিত্তে তেওঁলোকৰ শত্ৰুৰ লগত গুপ্ত সম্বন্ধ ৰাখি সিহঁতক ৰাজ্যৰ গুপ্ত কথাবিলাক কৈ ফুৰিছিল।

৮৩। ভণ্ডবিলাকৰ কাৰ্য্যাবলী প্ৰকাশ হৈ পৰিল, আৰু সিহঁতৰ একান্ত বাঞ্ছা যে মুচলমানবিলাক শেহত পৰাস্ত হব পূৰ্ণ নোহোৱাত সিহঁত অপমানিত হৈছিল।

৮৪। অৰ্থাৎ ধৰ্ম্ম ত্যাগ কৰি ইচ্লামৰ কেও অকণো ক্ষতি কৰিব নোৱাৰে। এজনৰ ঠাইত দহজন আহি যোগদান কৰিব, আৰু তেওঁলোকে যি কাৰ্য্য কৰিব আল্লাৰ প্ৰেমৰ কাৰণে কৰিব, স্বাৰ্থৰ কাৰণে নকৰে।

৮৫। অৰ্থাৎ মদিনাৰ অবিশ্বাসীবিলাকৰ প্ৰতি কঠোৰ, কাৰণ সিহঁতৰ বিৰুদ্ধে যুদ্ধ চলিছিল। চোৰা. ৪৮ : ৩০।

৮৬। মুচ্লিমৰ আদৰ্শ আচৰণ কি এই আয়তে তাকে প্ৰকাশ কৰিছে। মুচ্লিমে আল্লাৰ কাৰণে সকলো ত্যাগ স্বীকাৰ কৰে, অসীম সাহ দেখুৱায়, পৰৰ অনুগ্ৰহৰ অভিলাষী নহয়, পৰৰ নিন্দা আৰু অপবাদৰ ভয় নাৰাখে। তাকেই আল্লাৰ কৃপা বোলা হৈছে।

৫৬। প্ৰকৃততে তোমালোকৰ বন্ধু হৈছে আল্লা আৰু তেওঁৰ ৰচুল আৰু বিশ্বাসীবিলাকৰ মাজৰ সেইবিলাক যিবিলাকে নমাজৰ অনুষ্ঠান কৰে আৰু জকাত্ দান কৰে আৰু ( আল্লাৰ ) বাধ্য হৈ থাকে।

৫৭। আৰু যিবিলাকে আল্লাক আৰু তেওঁৰ ৰচুলক আৰু বিশ্বাসীসকলক বন্ধুৰূপে গ্ৰহণ কৰে সেইবিলাকেই আল্লাৰ সংঘ ; তেওঁলোক নিশ্চয় জয়ী হব।

## ৰুকু ৯

ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ মাজত বিৰোধ, ভণ্ডবিলাকৰ কু-অভিসন্ধি ; ইহুদী আৰু খৃষ্টিয়ান বিলাকে নিজৰ ধৰ্ম্মপুথিকো অৱজ্ঞা কৰে।

৫৮। হে বিশ্বাসীসকল, তোমালোকৰ পূৰ্ব্বে পুথিপোৱাবিলাকৰ মাজৰ আৰু অবিশ্বাসীবিলাকৰ মাজৰ যিবিলাকে তোমালোকৰ ধৰ্ম্ম লৈ উপহাস আৰু ধেমালি কৰে সেইবিলাকক বন্ধুভাবে গ্ৰহণ নকৰিবা ;[৮৭] আৰু যদি তোমালোক ( সঁচাকৈয়ে ) বিশ্বাসী হোৱা, ( কেৱল ) আল্লালৈ ভয় ৰাখিবা।

৫৯। আৰু যেতিয়া তোমালোকে নমাজলৈ আহ্বান কৰা, সিহঁতে তাকে লৈ উপহাস আৰু ধেমালি কৰিব ধৰে ; তাৰ কাৰণ এই, সিহঁত এনে এটা জাতি যাৰ বোধ নাই।[৮৮]

৬০। তুমি কোৱাঁ, হে পুথিপোৱাসকল, তোমালোকে কেৱল এই কাৰণেই আমাৰ দোষ ধৰিছা নে যে আমি আল্লাত আৰু আমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে

৮৭। ওপৰৰ আয়ত ৫২ৰ অৰ্থ এই আয়তে স্পষ্ট কৰি দিছে। ইহুদী আৰু খৃষ্টিয়ান এই দুই সম্প্ৰদায়ৰ মাজৰ যিবিলাকে মদিনাৰ নাগৰিক হৈয়ো মক্কাৰ অবিশ্বাসীবিলাকৰ লৈতে মুচলমানবিলাকৰ বিৰুদ্ধে সহযোগিতা কৰিছিল সেইবিলাকক কোনো বিধান মতে বন্ধু বুলি গ্ৰহণ কৰিব নোৱাৰি। অবিশ্বাসীবিলাক ( আলকুফ্ফাৰ ) হৈছে মক্কাবাসী অবিশ্বাসীবিলাক, যিবিলাকৰ উপদ্ৰব সহ্য কৰিব নোৱাৰি হজৰতে (ছ) আৰু তেওঁৰ কিছুমান অনুগামীয়ে মক্কা ত্যাগ কৰি মদিনালৈ আহি ইয়াতে বসতি কৰিলে।

৮৮। সিহঁতৰ বোধ হোৱা হলে সিহঁতে আল্লাৰ প্ৰাৰ্থনা কৰিবলৈ বিশ্বাসীবিলাকক সময় মতে আজান দি আহ্বান কৰা প্ৰথা লৈ বিদ্ৰূপ নকৰিলেহেতেন। আন ধৰ্মত ঘণ্টা বজোৱা বা অন্য প্ৰকাৰ নিয়ম আছে ; কিন্তু আজানতেই ইচলাম ধৰ্ম্মৰ সাৰ অংশৰ আভাস দিয়া হৈছে।

তাত আৰু যি পূৰ্ব্বে[৮৯] অৱতীৰ্ণ হৈছিল তাতো বিশ্বাস কৰিছোঁ? অথবা এই কাৰণে নে যে তোমালোকৰ সৰহভাগেই ( আল্লাৰ ) অবাধ্য ?[৯০]

৬১। তুমি কোৱাঁ, আল্লাৰ কাষত কাৰ্য্যৰ প্ৰতিফল সম্পৰ্কে তাতোকৈ কোন অধিক নিকৃষ্ট মই তোমালোকক জানিবদিম নে? যিবিলাকক আল্লাই নিজ সন্মুখৰ পৰা আঁতৰ কৰিছে আৰু যিবিলাকৰ প্ৰতি তেওঁ কুপিত হৈছে আৰু যিবিলাকৰ কিছুমানক বান্দৰ আৰু গাহৰি স্বৰূপ কৰিছে ;[৯১] আৰু যিবিলাকে শয়তানৰ পূজা কৰিছে, সেইবিলাকৰ অৱস্থা অধিক নিকৃষ্ট, আৰু সেইবিলাক সত্য বাটৰ পৰা বহুদূৰ বিভ্ৰান্ত।

৬২। আৰু সিহঁত যেতিয়া তোমালোকৰ ওচৰলৈ আহে, সিহঁতে কয়, আমি বিশ্বাস কৰিছোঁ ; অথচ স্বৰূপতে সিহঁত অবিশ্বাস লৈ আহি সোমাইছিল আৰু তাকে লৈ ওলাই গল ; আৰু সিহঁতে যি গোপন কৰে তাক আল্লাই ভালকৈ জানে।[৯২]

৬৩। আৰু তুমি সিহঁতৰ বহুতকে পাপ আৰু সীমালঙ্ঘন আৰু অবৈধ-আহাৰৰ[৯৩] পিনে খৰ-খেদা কৰি থকা দেখা পাবা ; সিহঁতে যি কাৰ্য্য কৰিছে প্ৰকৃততে কি নিকৃষ্ট!

৬৪। শাস্ত্ৰজ্ঞ পণ্ডিতবিলাকে আৰু ধৰ্ম্মযাজকবিলাকে কিয় সিহঁতক

৮৯। ইচ্লামৰ উদাৰতাৰ পিনে সিহঁতৰ দৃষ্টি আকৰ্ষণ কৰা হৈছে। মুচলমানে কোৰানত বিশ্বাস কৰিয়ো ইহুদীৰ তোৰাত আৰু খৃষ্টিয়ানৰ ইন্‌জীলতো বিশ্বাস কৰে, কিয়নো কোৰান সেই দুয়ো পুথিৰ সমৰ্থক। কোৰানত সেই দুয়োখন পুথিৰ মৌলিক শিক্ষাসমূহ ভুক্ত আছে। সেই কাৰণে ইহুদী আৰু খৃষ্টিয়ানবিলাকে মুচলমানবিলকৰ দোষ ধৰিবৰ কোনো কাৰণ নাই।

৯০। সিহঁতে নিজৰ ধৰ্মপুথিৰ শিক্ষাসমূহকো দলিয়াই পেলাইছিল ; সেই কাৰণে সিহঁত আল্লাৰ অভিশপ্ত হৈছিল। চোৱাঁ তলৰ আয়ত।

৯১। চোৱাঁ ২ : ৬৬ আৰু টী। তোমালোকে মোৰ অনুগামীবিলাকৰ দোষ ধৰিছা কিন্তু তোমালোকক তোমালোকৰ পুথিয়েই দোষী বলি কৈছে। চোৱাঁ, বা, দ্বি, বি, ১১ : ২৮ ; ২৮ : ১৫-৬৮ ; মথি, ৩ : ৭ ; যি, ৯৬ : ১১-১৩ ;

৯২। এইবিলাক হৈছে ভণ্ডবিলাকৰ দল, 'মোনাফেকীন'।

৯৩। চোৱাঁ, ৫ : ৪৩ আৰু টী।

পাপৰ কথা কোৱা[৯৪] আৰু যি অবৈধ তাক আহাৰ কৰা সম্বন্ধে নিষেধ নকৰে? সিহঁতে যি সম্পন্ন কৰিছে প্ৰকৃততে কি নিকৃষ্ট!

৬৫। আৰু ইহুদীবিলাকে কয়, আল্লাৰ হাত আবদ্ধ ;[৯৫] সিহঁতৰ নিজৰেই হাত আবদ্ধ হব, আৰু এনে কথা কোৱাৰ বাবে সিহঁতক অভিশাপ দিয়া হব ; নহয়, তেওঁৰ দুইখনেই হাত মুক্ত ; তেওঁ যেনে ইচ্ছা তেনে কাৰ্য্য কৰে ; আৰু তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাৰ বাবে নিশ্চয় সিহঁতৰ সৰহ ভাগেই বিৰুদ্ধাচৰণ আৰু অবিশ্বাসত আগ বাঢ়িব ; আৰু আমি সিহঁতৰ মাজত পুনৰুত্থানৰ দিনলৈকে শত্ৰুতা আৰু বিদ্বেষৰ ভাব সঞ্চাৰ কৰিছোঁ ; যেতিয়া সিহঁতে যুদ্ধৰ অগনি প্ৰজ্জ্বলিত কৰে আল্লাই তাক নিৰ্ব্বাপিত কৰে ; আৰু সিহঁতে পৃথিবীত অশান্তি সৃষ্টি কৰিবৰ অৰ্থে ঘূৰি ফুৰে ; কিন্তু আল্লাই অশান্তি সৃষ্টি কৰোঁতা-বিলাকক ভাল নাপায়।

৬৬। আৰু পুথিপোৱাবিলাকে বিশ্বাস কৰা হলে[৯৬] আৰু ধৰ্ম্মপৰায়ণ হোৱা হলে আমি নিশ্চয় সেইবিলাকৰ পৰা সেইবিলাকৰ কুকাৰ্য্যবিলাক আঁতৰাই নিলোঁহেতেন, আৰু আমি নিশ্চয় সেইবিলাকক আনন্দপূৰ্ণ উদ্যানসমূহৰ ভিতৰত প্ৰৱেশ কৰিবলৈ দিলোঁহেতেন।

৬৭। আৰু তেওঁলোকে তৌৰাত আৰু ইনযীল আৰু তেওঁলোকৰ প্ৰতি নিজ প্ৰভুৰ পৰা যি নমাই পঠোৱা হৈছে তাক প্ৰতিষ্ঠিত কৰা হলে, তেওঁলোকে নিশ্চয় তেওঁলোকৰ ওপৰৰ পৰা[৯৭] আৰু তেওঁলোকৰ ভৰিৰ তলৰ পৰা[৯৮] (সুখশান্তি) উপভোগ কৰিব পালেহেতেন ; তেওঁলোকৰ মাজত এদল মধ্য-পন্থীয়ো আছে, কিন্তু তেওঁলোকৰ সৰহভাগেই যি কাৰ্য্য কৰে সি কি নিকৃষ্ট!

---

৯৪। ব্যাখ্যাকাৰক বিলাকৰ মতে 'কৌল'ৰ মাজত (বাক্য) 'ফে'ল'ৰ (কাৰ্য্য) ভুক্ত। অৰ্থাৎ সিহঁতৰ কুকথা আৰু কুকৰ্ম্ম দোষনীয়। শাস্ত্ৰজ্ঞ পণ্ডিতবিলাকে নিজ সম্প্ৰদায়ৰ দোষ নধৰি মুচলমানৰ দোষ ধৰিব যায় কিয়?

৯৫। আল্লাৰ হাত আবদ্ধ নহয়, মুক্ত। তেওঁৰ আছে অসীম ক্ষমতা, আৰু অসীম কৰুণা—তেওঁৰ বাধ্যবিলাকক তেওঁ কৰুণা দান কৰিব, আৰু অবাধ্যবিলাকক উচিত শাস্তি দিব।

৯৬। ইয়াৰ পৰা বুজিব পাৰি, যদি ইহুদী আৰু খৃষ্টিয়ানবিলাকে পৰিত্ৰাণ বিচাৰে তেওঁলোকে কোৰানত আৰু হজৰত মহম্মদত (স্ব), বিশ্বাস কৰা উচিত।

৯৭। আকাশ-বাণী, আল্লাৰ অনুগ্ৰহ।

৯৮। ইহলোকৰ সুখ শান্তি, উন্নতি।

# ৰুকু ১০

সত্যৰ প্ৰচাৰ ইচ্‌লামৰ মূল উদ্দেশ্য, ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ ধৰ্ম্মবিশ্বাসত অতিৰিক্ততা।

৬৮। হে ৰচুল, তোমাৰ প্ৰতি তোমাৰ প্ৰভুৰ পৰা যি অৱতীৰ্ণ হৈছে তাৰে সংবাদ (মানৱক) প্ৰদান কৰা; আৰু তুমি যদি তাকে নকৰা, তেন্তে তেওঁ (তোমালৈ) পঠিওৱা সংবাদ প্ৰচাৰৰ কাৰ্য্য তুমি সম্পন্ন নকৰিলা; আৰু আল্লাই তোমাক মানুহৰ (কু-অভিসন্ধিৰ) পৰা ৰক্ষা কৰিব;[৯৯] বাস্তৱতে আল্লাই বিশ্বাস অগ্ৰাহ্য কৰোঁতাবিলাকক সুপথ প্ৰদৰ্শন নকৰে।

৬৯। তুমি কোৱা, হে পুথিপোৱাসকল, তোমালোকে তৌৰাত আৰু ইন্‌যীল আৰু তোমালোকৰ প্ৰভুৰ পৰা তোমালোকৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাক প্ৰতিষ্ঠিত নকৰালৈকে তোমালোকৰ কোনো স্থিতাপি থাকিব নোৱাৰে[১০০] আৰু তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাৰ বাবে নিশ্চয় সিহঁতৰ সৰহভাগেই বিৰুদ্ধাচৰণ আৰু অবিশ্বাসত আগ বাঢ়িব; গতিকে তুমি অবিশ্বাসীবিলাকৰ নিমিত্তে বেজাৰ নকৰিবা।

৭০। বাস্তৱিকতে বিশ্বাসীবিলাক আৰু ইহুদীবিলাক আৰু চেবিয়ানবিলাক আৰু খৃষ্টিয়ানবিলাকৰ যিবিলাকে আল্লাত আৰু শেহ দিনত বিশ্বাস কৰে আৰু সজ কাম কৰে, তেওঁলোকৰ কোনো ভয় নাথাকিব আৰু তেওঁলোকে শোকো কৰিব নালাগিব।[১০১]

---

৯৯। হজ্‌ৰত মহম্মদক (স্ব) আল্লাই শত্ৰুৰ বিৰোধৰ মাজেদি ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আদেশ দিছে, আৰু তেওঁৰ ৰক্ষাৰ ভাৰ নিজেই লৈছে। ইচ্‌লামৰ বিৰুদ্ধে সংগ্ৰাম চলাইছিল (১) মক্কাৰ কোৰেইশে, (২) মদিনাৰ ইহুদী আৰু খৃষ্টিয়ানবিলাকে, আৰু (৩) মৰুভূমিৰ বেদবিলাকে। সিহঁতক মুচলমানসমাজৰ মাজৰে ভণ্ডবিলাকে গুপ্তভাৱে সহায় কৰিছিল। তথাপি আল্লাই হজ্‌ৰতৰ (স্ব) প্ৰাণ ৰক্ষা কৰিলে। হজ্‌ৰত উমৰক শত্ৰুৱে নিহত কৰিছিল; হজ্‌ৰত উছ্‌মানক হত্যা কৰিলে: হজ্‌ৰত আলিক বিষ দি মাৰিলে; কিন্তু হজ্‌ৰতৰ (স্ব) বিৰুদ্ধে শত্ৰুৰ অভিসন্ধি বিফল হল। আল্লাৰ ভবিষ্যত-বাণী সত্য প্ৰমাণিত হল।

১০০। যি জাতীয়ে নিজৰ ধৰ্ম্মপুথিৰ অনুসৰণ নকৰে সেই জাতিৰ পৰজাতিৰ ধৰ্ম্মলৈ তৰ্ক কৰিবৰ কি অধিকাৰ থাকিব পাৰে?

১০১। ইচ্‌লামৰ আগমনৰ পূৰ্ব্বে নিজ নিজ ধৰ্ম্মপুথিৰ অনুসৰণ কৰাটো পৰিত্ৰাণৰ নিমিত্তে যথেষ্ট আছিল। কিন্তু কোৰান অৱতীৰ্ণ হোৱাৰ পাছত তাৰে অনুসৰণ নকৰি পৰিত্ৰাণ লাভ কৰা অসম্ভৱ।

৭১। স্বৰূপতে আমি ইস্ৰাইলৰ সন্তানসন্ততিৰ পৰা অঙ্গীকাৰ গ্ৰহণ কৰিছিলোঁ, আৰু সিহঁতৰ ওচৰলৈ ৰচুলসকলক প্ৰেৰণ কৰিছিলোঁ ; সিহঁতৰ অন্তৰ-সমূহে যি বাঞ্ছা নকৰে তাকেলৈ যেতিয়া ৰচুল সিহঁতৰ ওচৰলৈ আহিছিল, তেতিয়া সিহঁতে কিছুমানক অসত্যবাদী বুলি কৈছিল আৰু কিছুমানক বধ কৰিবলৈ চেষ্টা কৰিছিল।[১০২]

৭২। আৰু সিহঁতে ভাবিছিল, সিহঁত কোনো পৰীক্ষাত[১০৩] নপৰিব ; সেই দেখি সিহঁত অন্ধ আৰু ক'লা হ'ল ;[১০৪] তথাপি আল্লাই সিহঁতৰ ফালে কৃপাদৃষ্টি কৰিলে ;[১০৫] কিন্তু পুনৰায় সিহঁতৰ সৰহভাগেই অন্ধ আৰু ক'লা হৈ থাকিল ; আৰু সিহঁতে যি কাৰ্য্য কৰে আল্লাই তাক নিৰীক্ষণ কৰে।

৭৩। যিবিলাকে কয়, নিশ্চয় মৰ্‌য়মৰ পুত্ৰ মচীহহে আল্লা, সেইবিলাক স্বৰূপতে অবিশ্বাসী হৈছে ;[১০৬] অথচ মচীহে (নিজেই) কৈছিল, হে ইস্ৰাইলৰ সন্তান-সন্ততি, মোৰ প্ৰভু আৰু তোমালোকৰ প্ৰভু আল্লাৰ আৰাধনা কৰা ; বাস্তৱতে যেয়ে আনক আল্লাৰ সমান কৰে, নিশ্চয় তাৰ নিমিত্তে আল্লাই স্বৰ্গৰ কানন অবৈধ কৰিছে, আৰু তাৰ আশ্ৰয়ৰ স্থল নৰকৰ অগ্নি ; আৰু অন্যায়কাৰীবিলাকৰ নিমিত্তে কোনো সহায় কৰোঁতা নাথাকিব।

৭৪। যিবিলাকে কয়, নিশ্চয় আল্লা তিনিজনৰ মাজৰ এজন, সেইবিলাক স্বৰূপতে অবিশ্বাসী হৈছে, অথচ একমাত্ৰ উপাস্য আল্লাৰ বাহিৰে আন উপাস্য নাই ; আৰু এনে (আল্লাৰ) নিন্দা কৰাৰ পৰা যদি সিহঁত ক্ষান্ত নহয়, তেন্তে সিহঁতৰ মাজৰ অবিশ্বাসীবিলাকক যে যন্ত্ৰণাদায়ক শাস্তিয়ে স্পৰ্শ কৰিব এই কথা সুনিশ্চিত।[১০৭]

১০২। চোৱা, ২ : ৮২ আৰু টী।

১০৩। ইহুদীবিলাকে নিজকে আল্লাৰ প্ৰিয়পাত্ৰ বুলি ভাবিছিল, আৰু সেই কাৰণে কোনো বিপৰ্য্যয় সিহঁতৰ ওপৰত নপৰিব বুলি বিশ্বাস কৰিছিল। 'পৰীক্ষা'ৰ অৰ্থ শাস্তিও হব পাৰে, বা কোনো ডাঙৰ দুৰ্ঘটনা।

১০৪। সত্য উপলব্ধি কৰিব নোৱাৰিছিল সেই কাৰণে অন্ধ। কোৰানৰ বাণী শুনিবলৈ অস্বীকাৰ কৰিছিল সেই কাৰণে ক'লা।

১০৫। আল্লাই সিহঁতৰ মাজৰ পৰাই হজ্‌ৰত ঈচাক (আ) উত্থাপন কৰিলে। আৰু তেওঁৰ প্ৰতি ইন্‌যীল অৱতীৰ্ণ কৰিলে। কিন্তু সিহঁতে তেওঁত বিশ্বাস নকৰিলে।

১০৬। এই আয়তত হজ্‌ৰত ঈচাৰ (আ) ঐশ্বৰীকতা খণ্ডন কৰা হৈছে।

১০৭। চোৱা' ৪ : ১৭২। এই আয়তে খৃষ্টিয়ানবিলাকৰ ত্ৰিত্ববাদৰ প্ৰতিবাদ কৰিছে।

৭৫। সিহঁতে কিয় আল্লাৰ ফালে প্ৰত্যাবৰ্ত্তন নকৰে আৰু ক্ষমা ভিক্ষা নকৰে ? অথচ আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

৭৬। মৰয়মৰ পুত্ৰ মচীহ আছিল এজন ৰচুল মাথোন ; তেওঁৰ পূৰ্ব্বে অহা অনেক ৰচুলৰ অন্তৰ্দ্ধান হৈছে; আৰু তেওঁৰ মাতৃ আছিল সত্যপৰায়ণা ;[১০৮] উভয়েই ( দৈনিক ) খাদ্য আহাৰ কৰিছিল ;[১০৯] চোৱাঁ, কেনেকৈ আমি সিহঁতৰ ( মঙ্গলৰ ) নিমিত্তে নিদৰ্শনসমূহ সুস্পষ্ট কৰিছোঁ ; তথাপি চোৱাঁ কোন ফালে সিহঁতক ঘুৰাই নিয়া হৈছে!

৭৭। তুমি কোৱাঁ, তোমালোকে আল্লাক এৰি এনেজনৰ আৰাধনা কৰিবা নে যাৰ কোনো ক্ষমতা নাই তোমালোকৰ অপকাৰ আৰু উপকাৰ কৰিবলৈ ; আৰু কেৱল আল্লাই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৭৮। তুমি কোৱাঁ, হে পুথিপোৱাসকল, নিজ ধৰ্ম্ম সম্বন্ধে তোমালোকে অন্যায়ৰূপে সীমা অতিক্ৰম নকৰিবা ,[১১০] আৰু যিবিলাক পূৰ্ব্বে বিপথে গৈছিল আৰু যিবিলাকে বহুতক পথভ্ৰান্ত কৰিছিল আৰু নিজেও সজ বাটৰ পৰা বিভ্ৰান্ত হৈছিল তোমালোকে সেইবিলাকৰ বৃথা আকাঙ্ক্ষাৰ অনুসৰণ নকৰিবা।

## ৰুকু ১১

ইহুদীবিলাকৰ প্ৰতি দাউদ ( আ ) আৰু ঈচাৰ ( আ )
অভিশাপ , ইহুদীবিলাকৰ বিৰুদ্ধাচৰণ আৰু
খৃষ্টিয়ানবিলাকৰ বন্ধুতাৰ ভাব।

৭৯। ইস্ৰাইলৰ সন্তান-সন্ততিৰ মাজৰ যিবিলাকে অবিশ্বাস কৰিছিল সেইবিলাকক দাউদ আৰু মৰয়মৰ পুত্ৰ ঈচাৰ বাক্য দ্বাৰা অভিশাপ দিয়া

---

১০৮। (১) খৃষ্টিয়ানবিলাকৰ কেথলিক সম্প্ৰদায়ে মৰয়মৰ পূজা পৰ্য্যন্ত কৰে। কোৰানে হজৰত ঈচা আৰু তেওঁৰ মাতৃৰ ঈশ্বৰত্বৰ প্ৰতিবাদ কৰে (২) ইহুদীবিলাকে মৰয়ম সম্বন্ধে নানা কথা ৰটাইছিল। কোৰানে তেওঁৰ সত্যপৰায়ণতাৰ হে ঘোষণা কৰিছে।

১০৯। জীৱনধাৰণ কৰিবলৈ ঈশ্বৰৰ নিমিত্তে আহাৰ কৰাৰ আৱশ্যক নাই।

১১০। কোৰানৰ মতে হজৰত ঈচা (আ) এজন নবী আছিল, আৰু আন্ মানুহৰ দৰে আহাৰ কৰি দৈনিক জীৱন যাপন কৰিছিল। তেওঁ ঈশ্বৰ নাছিল , তেওঁৰ মাতৃ মৰয়মো উপাস্য নাছিল। তেওঁ সত্যপৰায়ণা ৰমণী আছিল মাত্ৰ। উভয়কে ঈশ্বৰত্ব দি খৃষ্টিয়ানবিলাকে সীমা অতিক্ৰম কৰিছে।

হৈছিল ;[১১১] কিয়নো সিহঁত অবাধ্য হৈছিল আৰু সিহঁতে সীমা অতিক্ৰম কৰি থাকিছিল।

৮০। সিহঁতে যি নিকৃষ্ট কাৰ্য্য নিজে কৰিছিল তাকে কৰিবলৈ সিহঁতে ইজনে সিজনক নিষেধ নকৰিছিল ;[১১২] সিহঁতে যি কাৰ্য্য কৰি আছিল সি নিশ্চয় অতি নিকৃষ্ট।

৮১। তুমি সিহঁতৰ মাজৰ বহুতকে অবিশ্বাসীবিলাকৰ[১১৩] সৈতে বন্ধুতাৰ ভাব ৰখা দেখা পাবা ; সিহঁতৰ নিমিত্তে সিহঁতৰ আত্মাই যি প্ৰস্তুত ৰাখিছে সি নিশ্চয় নিকৃষ্ট ; তাৰ ফলত সিহঁতৰ প্ৰতি আল্লা অসন্তুষ্ট হৈছে, আৰু সিহঁতে এই শাস্তি স্থায়ীৰূপে ভোগ কৰি থাকিব।

৮২। আৰু সিহঁতে আল্লাত আৰু নবীজনত[১১৪] আৰু তেওঁৰ প্ৰতি যি অৱতীৰ্ণ হৈছে[১১৫] তাত বিশ্বাস কৰা হলে সিহঁতে সিহঁতক বন্ধুৰূপে গ্ৰহণ নকৰিলে-হেতেন, কিন্তু সিহঁতৰ সৰহভাগেই অবাধ্য।

৮৩। মানুহৰ মাজত ইহুদীবিলাকক আৰু অংশীবাদীবিলাকক বিশ্বাসীবিলাকৰ প্ৰতি তুমি নিশ্চয় শত্ৰুতাত সকলোতকৈ বেচি কঠোৰ পাবা ; আৰু যিবিলাকে কয়, আমি খৃষ্টিয়ান,[১১৬] সেইবিলাকক তুমি নিশ্চয় বন্ধুতাত সকলোতকৈ বিশ্বাসীবিলাকৰ বেচি ওচৰ পাবা ; ইয়াৰ কাৰণ এই, তেওঁলোকৰ মাজত আছে এনে পণ্ডিতবিলাক যি ধৰ্ম্মশাস্ত্ৰত বিদ্বান, আৰু আছে এনে সাধু পুৰুষবিলাক যি উদাসীন ; আৰু এটা কাৰণ, তেওঁলোকে অহঙ্কাৰ নকৰে।

১১১। চোৱা : গীতমালা, ১০৯ : ৪-২০। এই অভিশাপৰ ফলত নেবুকেদনজৰে যেৰুজেলেম নগৰ ধ্বংস কৰে ৫৮৬ খৃঃ পূঃ আৰু ঈচাৰ (আ) বাক্য সম্বন্ধে চোৱা মথি ২৩ : ৩৩। ৭০ খৃষ্টাব্দত টাইটচে যেৰুজেলেম অধিকাৰ কৰিছিল, আৰু ইহুদীবিলাকে নানাপ্ৰকাৰ যন্ত্ৰণা ভোগ কৰিব লগীয়া হৈছিল।

১১২। সকলোৱে অন্যায় কাৰ্য্য কৰিছিল, সেই দেখি ইজনে ইজনৰ দোষ নধৰিছিল।

১১৩। মক্কা অধিবাসী কোৰেইশ বংশৰ অবিশ্বাসীবিলাকক বুজাইছে। ইহুদীবিলাকে প্ৰথমে গুপ্তভাবে, পিছতে প্ৰকাশ্যভাবে সেই অবিশ্বাসীবিলাকক মুচলমানবিলাকৰ বিৰুদ্ধে সহায় কৰিছিল।

১১৪। হজৰত মহম্মদক(স্ব) বুজাইছে। কিছুমানৰ মতে হজৰত মুচাক (আ) বুজাইছে ; কিন্তু এই মত ঠিক নহয়।

১১৫। কোৰান, তৌৰাত নহয়।

১১৬। যিদৰে এই ৰুকুত মদিনাৰ ইহুদীবিলাকৰ কথা কোৱা হৈছে সেইদৰে ইয়াত মদিনাৰ আৰু আন কিছুমান ঠাইৰ (যেনে নয়ৰান) খৃষ্টিয়ানবিলাকক বুজাইছে। সেইবিলাক আছিল নম্ৰ প্ৰকৃতিৰ, আৰু ইহুদীবিলাকৰ দৰে কঠোৰ নাছিল।

৮৪। আৰু যেতিয়া তেওঁলোকে ৰচুললৈ যি (প্ৰত্যাদেশ) নমাই পঠিওৱা হৈছে তাক শুনে তেতিয়া তেওঁলোকে সত্য উপলব্ধি কৰাৰ বাবে তেওঁলোকৰ চকুলো বৈ থকা দেখিবা ;[৮৫] তেওঁলোকে ইয়াকে প্ৰাৰ্থনা কৰে, হে আমাৰ প্ৰভু, আমি বিশ্বাস স্থাপন কৰিলোঁ, এতেকে (সত্যৰ) সাক্ষী দিওঁতাসকলৰ লগতে আমাকো লেখি থোৱাঁ।

৮৫। আৰু আল্লাত আৰু আমাৰ ওচৰলৈ অহা সত্যত বিশ্বাস নকৰিবৰলৈ আমাৰ কি কাৰণ থাকিব পাৰে, যিস্থলত আমি এই আশা কৰোঁ, আমাৰ প্ৰভুৱে আমাক ধাৰ্ম্মিকসকলৰ সঙ্গী কৰি তেওঁলোকৰ অন্তৰ্গত কৰিব ?

৮৬। গতিকে তেওঁলোকে তেনে প্ৰাৰ্থনা কৰাৰ বাবে আল্লাই প্ৰতিদান স্বৰূপ তেওঁলোকক এনে উদ্যানসমূহ দান কৰিছে যাৰ তলেদি জুৰিবিলাক বৈ গৈছে ; তাতেই তেওঁলোকে স্থায়ীৰূপে বাস কৰিব ; আৰু যিসকলে সৎ কাম কৰে তেওঁলোকৰ প্ৰতিদান এয়ে।

৮৭। আৰু যিবিলাকে অবিশ্বাস কৰে আৰু আমাৰ নিদৰ্শনসমূহ মিছা বুলি ভাবে সিহঁতেই নৰকৰ অধিবাসী।

## ৰুকু ১২

বৈধ বস্তু অৰ্জ্জন কৰি ব্যৱহাৰ কৰা উচিত ; মাদক দ্ৰব্য আৰু জুৱা খেলা নিষিদ্ধ ; আল্লা আৰু ৰচুলৰ বাধ্যতা স্বীকাৰ কৰা আৰু সৎ কাম কৰা মুচ্‌লিমৰ কৰ্ত্তব্য।

৮৮। হে বিশ্বাসীসকল, আল্লাই যিবিলাক বিশুদ্ধ বস্তু তোমালোকৰ নিমিত্তে বৈধ কৰিছে সেইবিলাক অবৈধ নকৰিবা, আৰু কেতিয়াও সীমা

---

৮৫। কোৰেইশৰ উৎপীড়ন সহিব নোৱাৰি পুৰুষ আৰু তিৰোতা ৮৩ জন মুচলমানে মক্কা এৰি আবিচিনিয়ালৈ গল। খৃষ্টিয়ান ৰজা নিগচে (নযাষী) তেওঁলোকক আশ্ৰয় দিছিল। কোৰেইশে ৰজাক গোচৰ দিলে, এই মুচলমান বিলাকে ঈচাৰ (আঃ) নিন্দা কৰে। হজ্‌ৰত যা'ফৰক এই বিষয়ে প্ৰশ্ন কৰাত তেওঁ কোৰানৰ চুৰা মৰয়মৰ আৰম্ভণিৰ কেইটামান আয়ত আবৃত্তি কৰিলে। তাকে শুনি নিগচে নৰাৰ দৰে উচুপি কান্দিব ধৰিলে।

অতিক্ৰম নকৰিবা;[৮৬] বাস্তৱতে সেইবিলাকক আল্লাই ভাল নাপায় যিবিলাকে সীমা অতিক্ৰম কৰে।

৮৯। আৰু আল্লাই তোমালোকক যি বৈধ আৰু বিশুদ্ধ বস্তু দান কৰিছে তাকে তোমালোকে খাবা, আৰু যিজন আল্লাত বিশ্বাস কৰিছা তেওঁলৈ ভয় ৰাখিবা।

৯০। তোমালোকে নজনাকৈ খোৱা শপতৰ কাৰণে আল্লাই তোমালোকৰ দায় নধৰিব, কিন্তু তোমালোকে ইচ্ছা কৰি যি শপতত আবদ্ধ হৈছা[৮৭] তাৰ কাৰণে তেওঁ তোমালোকৰ দায় ধৰিব; তাৰ প্ৰায়শ্চিত্ত হৈছে দহজন দৰিদ্ৰক এনে আহাৰ দান কৰা যি সাধাৰণতে নিজ পৰিয়ালক দিয়া, নাইবা পিন্ধিবলৈ সিহঁতক বস্ত্ৰ দান কৰা, নাইবা এটা দাসক মুক্ত কৰা;[৮৮] কিন্তু যাৰ এনে কৰিবৰ সামৰ্থ্য নাই তাৰ তিনি দিন ৰোজা পালন কৰা; যেতিয়া তোমালোকে কোনো শপত খোৱা সেই শপতৰ এয়ে হৈছে প্ৰায়শ্চিত্ত; আৰু তোমালোকে নিজ শপত ৰক্ষা কৰিবা; আল্লাই তেওঁৰ নিদৰ্শনসমূহ এইদৰেই স্পষ্ট কৰে, যাতে তোমালোকে কৃতজ্ঞতা স্বীকাৰ কৰা।

৯১। হে বিশ্বাসীসকল, মাদক দ্ৰব্য আৰু জুৱা খেলা[৮৯] আৰু যজ্ঞৰ শিলত বলিদান আৰু কাঁৰৰ দ্বাৰা ভাগ্য নিৰ্ণয়,—এইবিলাক শয়তানৰ ঘৃনণীয়

---

৮৬। সীমা অতিক্ৰম নানা প্ৰকাৰে কৰা হয়, যেনে, উদাসীন ভিক্ষুৰ দৰে বিয়া নকৰা, বৈধ বস্তু আহাৰ নকৰিবলৈ শপত খোৱা; আৰু যেনে ব্যভিচাৰী জীৱন যাপন কৰা। ইচ্‌লামে উদাসীন থকা আৰু ইন্দ্ৰিয়ৰ আসক্ত হৈ জীবন যাপন কৰা, দুয়ো ৰীতিকে সীমালঙ্ঘন কৰাৰ ৰীতি বুলি ধৰিছে। ইচ্‌লামৰ অনুগামী মধ্যপন্থী।

৮৭। আটাইবোৰ শপতৰ কাৰণে পৰাচিত বিহিত নহয়; বৈধ বস্তুক অবৈধ কৰাৰ শপতলৈহে পৰাচিতৰ নিয়ম কৰা হৈছে। ডাঙৰ শপত চুক্তিৰ দৰে ৰক্ষা কৰা মুচ্‌লিমৰ কৰ্ত্তব্য।

৮৮। প্ৰায়শ্চিত্ত তিনিবিধ তিনি শ্ৰেণীলোকৰ নিমিত্তে। (১) যাৰ আৰ্থিক অৱস্থা ভাল নহয় সি দহজন দৰিদ্ৰক আহাৰ দিয়ক; তাকো নোৱাৰিলে তিনি দিন ৰোজা পালন কৰক। (২) সাধাৰণতে ভাল অৱস্থাৰ মানুহে দহজন দৰিদ্ৰক পিন্ধিবলৈ কাপোৰ দিয়ক। (৩) অৱস্থাপন্ন মানুহে এটা দাসক মুক্তি দিয়ক।

৮৯। চোৰা, ৫:৪ আৰু টী। সকলো প্ৰকাৰ জুৱা খেলা ইচ্‌লামে নিষিদ্ধ কৰিছে। মদ নিষিদ্ধ কৰা সম্বন্ধে ইমাম বোখাৰীয়ে লিখিছে, আদেশ অহামাত্ৰ সকলো মুচলমানে মদৰ পাত্ৰ আনি আলিবাটত মদ ঢালিবলৈ ধৰিলে। বহুদিনৰ কুপ্ৰথা ইচ্‌লামে একে দিনে তুলি দিলে।

কাৰ্য্যসমূহৰ অংশ মাথোন; এনে কাৰ্য্য তোমালোকে পৰিত্যাগ কৰিবা; সম্ভবতঃ তোমালোক সফলকাম হব পাৰিবা।

৯২। শয়তানে ইয়াকে ইচ্ছা কৰে, মাদক দ্ৰব্য আৰু জুৱাখেলৰ দ্বাৰা তোমালোকৰ ভিতৰত শত্ৰুতা আৰু বিদ্বেষ জন্মায়, আৰু আল্লাৰ স্মৰণৰ পৰা আৰু নমাজৰ পৰা তোমালোকক বিৰত কৰে; সেই দেখি (এনে কাৰ্য্যৰ পৰা) তোমালোক ক্ষান্ত হবানে?

৯৩। আৰু তোমালোক আল্লাৰ বাধ্য হোৱাঁ, আৰু ৰচুলৰো বাধ্য হোৱাঁ, আৰু (নিজৰ আচৰণ সম্বন্ধে) সতৰ্ক হৈ থাকিবা; কিন্তু যদি তোমালোক বিমুখ হোৱা তেনেহলে জানি পৰা, আমাৰ ৰচুলৰ ওপৰত আছে কেৱল স্পষ্টকৈ বাণী প্ৰচাৰ কৰিবৰহে ভাৰ।

৯৪। যিসকলে বিশ্বাস কৰে আৰু সজ কাম কৰে তেওঁলোকে যি অবৈধ বস্তু আগতে খাইছিল তাৰ বাবে তেওঁলোকৰ কোনো দোষ নহব, যদিহে তেওঁলোকে অসতৰ পৰা আঁতৰি থাকে আৰু বিশ্বাস কৰে আৰু সজ কাম কৰে; তাৰ পিছত তেওঁলোকে পাপৰ পৰা নিজকে ৰক্ষা কৰে আৰু বিশ্বাস স্থাপন কৰে; তাৰ পিছতো তেওঁলোকে আত্মসংযম কৰে আৰু সজ কাম কৰি থাকে;[১০] আৰু আল্লাই সজ কাম কৰোঁতাবিলাকক ভাল পায়।

## ৰুকু ১৩

হজৰ সময়ত চিকাৰ কৰি কা'বা শৰীফৰ প্ৰতিশ্ৰুত শান্তি উলঙ্ঘ কৰা মহা পাপ; আল্লাৰ পৱিত্ৰ ঘৰ বৈতুল্লাহৰ সংৰক্ষণৰ ভাৰ আল্লাৰ ওপৰত।

৯৫। হে বিশ্বাসীসকল, তোমালোকৰ হাতসমূহ আৰু যাঠিসমূহৰে চিকাৰ কৰিব পৰা চিকাৰৰ দ্বাৰা আল্লাই নিশ্চয় তোমালোকক পৰীক্ষা কৰিব, যাতে তেওঁ জানে কোনে তেওঁক নেদেখাকৈ অন্তৰেৰে ভয় কৰে; তাৰ পিছত যেয়ে সীমা অতিক্ৰম কৰিব তাৰ নিমিত্তে থাকিব কষ্টদায়ক শাস্তি।

---

১০। "ইত্তকৌ" (অসতৰ পৰা আঁতৰি থাকে) শব্দ এই আয়তত তিনিবাৰ পুনৰুক্তি কৰা হৈছে। এই মূল আদেশৰ পিছত ধৰ্ম্মৰ বিধান ৰক্ষা কৰা, তাৰ পিছত সজ কামত নেৰানেপেৰাকৈ লাগি থাকি সেই গুণ নিজ স্বভাৱৰ অন্তৰ্ভূত কৰাই হৈছে মুছ্‌লিমৰ কৰ্ত্তব্য।

৯৬। হে বিশ্বাসীসকল, হয্‌ সম্পন্ন কৰাৰ অৱস্থাত তোমালোকে কোনো চিকাৰৰ জন্তু বধ নকৰিবা;[৯১] আৰু তোমালোকৰ মাজৰ যেয়ে জানি-বুজি তেনে জন্তু বধ কৰে তাৰ ক্ষতিপূৰণ হৈছে, তোমালোকৰ মাজৰ দুজন ন্যায়ৱন্ত মানুহৰ বিচাৰ মতে সেই বধ কৰা জন্তুটোৰ নিচিনা এটা জন্তু ক'াবালৈ কুৰ্‌বানী দিবৰ নিমিত্তে আনিবৰ দিহা কৰা; নাইবা তাৰ প্ৰায়শ্চিত্ত হৈছে দৰিদ্ৰবিলাকক ভোজন কৰোৱা; অথবা তাৰ সলনি ৰোজা পালন কৰা, যাতে সি তাৰ নিজ ( নিকৃষ্ট ) কৰ্ম্মৰ প্ৰতিফলৰ সোৱাদ লব পাৰে। যি অতীতত ঘটিল আল্লাই তাৰ বাবে ক্ষমা কৰিছে; কিন্তু যেয়ে পুনৰায় তেনে কৰ্ম্ম কৰিব তাক আল্লাই শাস্তিৰ প্ৰতিফল দিব; আৰু আল্লা পৰম ক্ষমতাশালী, প্ৰতিফল দিবৰ গৰাকী।

৯৭। সাগৰৰ চিকাৰ[৯২] আৰু তাৰ আহাৰ তোমালোকৰ নিমিত্তে বৈধ কৰা হৈছে—তোমালোকৰ আৰু ভ্ৰমণ কৰোঁতাবিলাকৰ নিমিত্তে সম্বল স্বৰূপ; আৰু যেতিয়ালৈকে তোমালোকে হয্‌ সম্পন্ন কৰাৰ অৱস্থাত থাকা তেতিয়ালৈকে স্থলৰ চিকাৰ তোমলোকৰ নিমিত্তে অবৈধ কৰা হৈছে; আৰু যিজন আল্লাৰ সন্মুখত তোমালোকক একেলগ কৰি নিয়া হব সেইজনলৈ ভয় ৰাখি চলিবা।

৯৮। পৱিত্ৰ ঘৰ কা'বা আৰু পৱিত্ৰ মাহ আৰু কুৰ্‌বানীৰ জন্তুবিলাক আৰু ডিঙিত মালা পিন্ধোৱা জন্তুবিলাকক আল্লাই মানুহৰ স্থিতিৰ[৯৩] উপায় স্বৰূপ কৰিছে; এনে কৰাৰ উদ্দেশ্য এই, তোমালোকে যেন জানিব পাৰা, আকাশমণ্ডলী আৰু পৃথিবীত থকা সকলো বস্তুৰেই আল্লাৰ ( পূৰ্ণ ) জ্ঞান আছে, আৰু সকলো বস্তুৰ বিষয়ে আল্লা শ্ৰেষ্ঠ জ্ঞাতা।

৯৯। তোমালোকে জানি থোৱাঁ, যেনে আল্লা কঠোৰ শাস্তি দিওঁতা তেনে আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানাশীল[৯৪]।

---

৯১। এই নিষেধৰ উদ্দেশ্য হৈছে কা'বা শ্বৰীফৰ শান্তিৰক্ষা। হয্‌ উপলক্ষে মৰ্ক্কা নগৰত অসংখ্য লোকৰ সমাগম হয়; এনে সময়ত চিকাৰ কৰা নিৰাপদজনক নহয়।

৯২। নদী, হ্ৰদ, বিল আদিত থকা জলচৰ প্ৰাণী চিকাৰ কৰা নিষেধ নহয়। এনে চিকাৰ নিৰাপদজনক, সেই নিমিত্তে অবৈধ নহয়।

৯৩। কা'বা শ্বৰীফৰ সংৰক্ষণ সম্বন্ধে ইএটা মহৎ ভবিষ্যৎবাণী। এই পৱিত্ৰ ঘৰৰ সংৰক্ষণৰ ভাৰ আল্লাই নিজেই লৈছে। মুচলমান মাত্ৰৰে বিশ্বাস, কা'বা শ্বৰীফ চিৰকাল মানৱৰ সুখ-শান্তি আৰু মঙ্গলৰ কেন্দ্ৰ হৈ থাকিব।

৯৪। পাপীৰ প্ৰতি আল্লাৰ দৃষ্টি নিশ্চয় কঠোৰ, কিন্তু সেই পাপীজনে অনুতাপ কৰি আল্লাৰ ক্ষমা ভিক্ষা কৰিলে, তেওঁ তাক ক্ষমা দান কৰে আৰু তাৰ প্ৰতি কৃপা দৃষ্টি কৰে।

১০০। ৰচুলৰ ওচৰত আছে কেৱল বাণী প্ৰচাৰৰ ভাৰ, আৰু তোমা-লোকে প্ৰকাশ্যে যি কৰা আৰু গোপনে যি কৰা আল্লাই সকলো জানে।

১০১। তুমি কোৱাঁ, অশুদ্ধ আৰু শুদ্ধ সমান নহয়, যদিও অশুদ্ধৰ প্ৰাচুৰ্য্যে তোমাক তৃপ্তি দিয়ে, এতেকে হে জ্ঞানবানবিলাক, আল্লালৈ ভয় ৰাখিবাঁ, সম্ভৱতঃ তোমালোকে সফলমনোৰথ হ'ব পাৰা।

## ৰুকু ১৪

হজ্ৰত ৰচুলক (স্ব) অনাৱশ্যক আৰু অসঙ্গত প্ৰশ্ন কৰি কষ্ট দিয়া অনুচিত; মূৰ্ত্তিৰ নামত কোনো জীৱজন্তু উচৰ্গি এৰি দিয়াৰ প্ৰথা ৰহিত কৰা হল; সম্পত্তি অৰ্পণ-পত্ৰ সম্বন্ধে সাক্ষ্যদান।

১০২। হে বিশ্বাসীসকল, সেইবোৰ (সামান্য) বিষয়ে তোমলোকে প্ৰশ্ন নকৰিবা[৮৫] যিবোৰ তোমালোকৰ আগত ব্যক্ত কৰিলে তোমালোকৰ অপকাৰহে হব; অৱশ্যে যি সময়ত কোৰান নমাই পঠিওৱা হয় সেই সময়ত যদি তোমা-লোকে সেইবোৰ বিষয়ে প্ৰশ্ন কৰা, তোমালোকৰ আগত (স্পষ্টকৈ) ব্যক্ত কৰা হব; (যি বিষয়ে আদেশ দিয়া হোৱা নাই) আল্লাই সেই বিষয়ে দোষ নধৰে; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, সহিষ্ণু।[৮৬]

১০৩। তোমালোকৰ পূৰ্ব্বগামী কোনো সম্প্ৰদায়ে সেইবোৰ বিষয়ে প্ৰশ্ন কৰিছিল, পিছত সেইবোৰ বিষয়েই সিহঁত অবিশ্বাসী হ'ল।

১০৪। আল্লাই নিজে কোনো বহীৰা, বা চাইবা, বা ৱছীলা, বা হাম স্থিৰ

---

৮৫। অনাবশ্যক প্ৰশ্ন, যেনে, আদম (আ) আৰু হাওৱাই যি নিষিদ্ধ গছৰ ফল খাইছিল তাৰ নাম কি? নূহৰ (আ) নাওখন কি কাঠেৰে নিৰ্ম্মাণ কৰা হৈছিল? বনি-ইস্ৰাইলক যি জন্তুৰ কুৰ্বাণী দিবলৈ আদেশ দিয়া হৈছিল সেই জন্তুৰ বৈশিষ্ট্য কি? গুহাবাসী বিলাকৰ (আছ্হাবে কহফ্) কুকুৰটোৰ বৰণ কি আছিল, ইত্যাদি। এনে বিলাক প্ৰশ্নলৈ সময় নষ্ট কৰাত কোনো লাভ নাই।

৮৬। এই আয়তৰ পৰা শৰীয়তৰ মূল নীতি বুজিব পাৰি। মূল নীতি হৈছে তিনটি—১। কোৰানত উল্লিখিত বিধান। ২। চুন্নত্, অৰ্থাৎ হজ্ৰত মহম্মদৰ (স্ব) আদৰ্শ কাৰ্য্যাবলী; ৩। হদীছ, তেওঁৰ বাণীসমূহ। ইয়াৰ বাহিৰে অলৌকিক অপ্ৰধান প্ৰশ্নবোৰৰ সমস্যা মানুহৰ বিচাৰশক্তিৰ ওপৰত। চোৱাঁ হজ্ৰত ৰঃ মহমুদ আহমদৰ তফ্চীৰ।

কৰি দিয়া নাই,[৯৭] কিন্তু যিবিলাক অবিশ্বাসী সিহঁতে আল্লাৰ সম্বন্ধে মিছা সাজে, আৰু সিহঁতৰ সৰহভাগেই নুবুজে।

১০৫। আৰু যেতিয়া সিহঁতক কোৱা হয়, আল্লাই যি অৱতীৰ্ণ কৰিছে তাৰ পিনে আৰু আল্লাৰ ৰচুলৰ পিনে আঁহা, সিহঁতে কয়, আমি নিজ পিতৃ-পুৰুষবিলাকক যেনে কাম কৰা দেখি পাই আহিছোঁ সেয়ে আমাৰ পক্ষে যথেষ্ট। কি! যদিও সেই পিতৃপুৰুষবিলাকে (সত্য সম্বন্ধে) একোকে জনা নাছিল আৰু সুপথো পোৱা নাছিল!

১০৬। হে বিশ্বাসীসকল, নিজ আত্মাৰ যত্ন লোৱাৰ ভাৰ তোমালোকৰ ওপৰতেই;[৯৮] বিপথগামীবিলাকে তোমালোকৰ কোনো অনিষ্ট কৰিব নোৱাৰে কিয়নো তোমালোকে সুপথ লাভ কৰিছা; আল্লাৰ ফাললৈ তোমালোকৰ সকলোৰে প্ৰত্যাবৰ্ত্তন সুনিশ্চিত; তেতিয়া তোমালোকে যি কাৰ্য্য কৰিছিলা তেওঁ তোমালোকক জানিব দিব।

১০৭। হে বিশ্বাসী সকল, তোমালোকৰ কোনো এজনৰ মৃত্যু উপস্থিত হলে সম্পত্তি অৰ্পণ কৰা পত্ৰ লিখাৰ সময়ত তোমালোকৰ মাজৰ সাক্ষী থকা উচিত—দুজন ন্যায়বান মানুহ তোমালোকৰ মাজৰ পৰা, নাইবা তোমালোকৰ (সম্প্ৰদায়ৰ) বাহিৰে অইন দুজন, যদি তোমালোকে দেশত ভ্ৰমণ কৰোঁতে তোমালোকৰ মৃত্যুৰ বিপদ উপস্থিত হয়![৯৯] যদি তোমালোকৰ সন্দেহ হয়,

---

৯৭। আগতে মূৰ্ত্তিৰ নামত কিছুমান জীৱজন্তুক উচৰ্গি এৰি দিয়াৰ প্ৰথা প্ৰচলিত আছিল। ইচ্লামে এনেবোৰ প্ৰথা ৰহিত কৰিছিল। মূৰ্ত্তিৰ আগত গাখীৰ তৰ্পণ দিয়া উটক 'বহীৰা' বোলা হৈছিল। ৰোগীয়ে আৰোগ্য লাভ কৰাৰ পাছত, ভ্ৰমণৰ পৰা মানুহ নিৰাপদে ঘূৰি আহিলে এজনী মাইকী উট মোকোলাই দিয়া হৈছিল। এই উটজনীৰ নাম 'চায়েবা' দিয়া হৈছিল। সাতটি মাইকী পোৱালী দিয়া উটক 'ৱচীলা' বোলা হৈছিল। 'হাম', দহবাৰ পোৱালী দিয়া উটৰ নাম। এনে মতা উটকো 'হাম' নাম দিয়া হৈছিল যাক কোনো মূৰ্ত্তিৰ নামত এৰি দিয়া হৈছিল, আৰু তাৰ পিঠিত উঠি ফুৰা নিষিদ্ধ আছিল।

৯৮। যেতিয়া মানুহক বৃথা আকাঙ্খাৰ অভিলাষী হোৱা অথবা নিজৰ স্বাৰ্থসিদ্ধিৰ নিমিত্তে কাম কৰা দেখা তেতিয়া নিজ আত্মাৰ সম্বন্ধে সাৱধান হবা। মুচ্নদ, ইমাম হৰল্।

৯৯। দেশৰ বাহিৰে ভ্ৰমণ কৰোঁতে এনে ঠাইত মৃত্যু ঘটিব পাৰে য'ত মুচলমান নাই। এনে অৱস্থাত অ-মুচলমান দুজন সাক্ষীৰ আগত সম্পত্তি অৰ্পণপত্ৰ লিখাত কোনো বাধা নাই।

সেই দুইজনকে নমাজৰ[100] পিছ-লৈকে ৰৈ থাকিবলৈ কবা; আৰু সেই দুয়োজনকে আল্লাৰ নাম লৈ শপত খাব লৈ দিব। এই বুলি ; আমাৰ ওচৰ-সম্পৰ্কীয় হলেও আমি এই সাক্ষী দিয়াৰ কোনো মূল্য গ্ৰহণ নকৰোঁ, আৰু আমি আল্লাৰ সাক্ষী কোনো মতে গোপন নকৰোঁ ; যদিহে তাকে কৰোঁ অৱশ্যে আমি পাপীবিলাকৰ দলৰ হৈ পৰিম।

১০৮। তাৰ পিছত যদি সেই দুজনে পাপমতিৰে সত্য গোপন কৰিছে বুলি প্ৰকাশ হয়, তেনেহলে সিহঁতৰ ওপৰত দাবী থকা ওচৰ সম্পৰ্কীয়বিলাকৰ মাজৰ পৰা অইন দুজনক সেই দুজনৰ ঠাইত সাক্ষী দিবলৈ থিয় হবলৈ দিবা ; তাৰ পিছত এই দুজনক আল্লাৰ নাম লৈ শপত লবলৈ দিবা, এই বুলি : নিশ্চয় আমাৰ সাক্ষী সেইদুজনৰ সাক্ষিতকৈ সত্যৰ বেচি ওচৰ, আৰু আমি সাক্ষী দিয়াত সীমা লঙ্ঘণ কৰা নাই ; যদিহে তাকে কৰোঁ আমি নিশ্চয় অন্যায়কাৰীবিলাকৰ দলৰ হৈ পৰিম।

১০৯। এনে উপায় কৰিলে প্ৰকৃত ঘটনা সম্বন্ধে সিহঁতে সঁচা সাক্ষী দিয়াৰ সম্ভাৱনা বেছি ; নহলে সিহঁতৰ এই ভয় থাকিব যে সিহঁতে শপত খোৱাৰ পাছতো আন সাক্ষীৰ শপত লোৱা হব ; আৰু আল্লালৈ ভয় ৰাখি চলিবা, আৰু তেওঁৰ আদেশ শুনিবা, কিয়নো অবাধ্যবিলাকক আল্লাই পথ-প্ৰদৰ্শন নকৰে।

## ৰুকু ১৫

হজৰত ঈচাৰ (আ) আবিৰ্ভাব ; তেওঁৰ ওপৰত আল্লাৰ বিশেষ অনুগ্ৰহ ; তেওঁৰ শিষ্যবিলাকৰ বিশ্বাস আৰু প্ৰাৰ্থনা।

১১০। সেইদিনা আল্লাই ৰচুলসকলক একেলগ কৰি সুধিব, তোমালোকৰ আহ্বানৰ প্ৰত্যুত্তৰ কেনে দিয়া হৈছিল ? তেওঁলোকে কব, আমাৰ ( এই বিষয়ে ) কোনো জ্ঞান নাই ;[101] অৱশ্যে অদৃশ্য বিষয়সমূহৰ তুমিয়ে শ্ৰেষ্ঠ জ্ঞাতা।

---

১০০। নমাজৰ পিছত শপত লোৱাৰ অৰ্থ হৈছে, প্ৰাৰ্থনাৰ সময়ত মন পবিত্ৰ থাকে, আল্লাৰ ভয় থাকে। গতিকে মিছা শপত খোৱাৰ সম্ভাৱনা কম। কিছুমান শাস্ত্ৰবিদ্ 'উলমাৰ মতে ইয়াত নমাজৰ দ্বাৰা 'আচৰৰ নমাজ বুজাইছে। যদি অ-মুচলমান সাক্ষী দুজনে শপত খাবলগীয়া হয়, সিহঁতে নিজৰ মতে যি প্ৰাৰ্থনা কৰে তাৰে পাছত সাক্ষ্য দিব।

১০১। *(১) তোমাৰ জ্ঞান পূৰ্ণ, আমাৰ জ্ঞান অসম্পূৰ্ণ, সীমাবদ্ধ। (২)* সিহঁতৰ অন্তৰত দৃঢ় বিশ্বাস জন্মিছিল নে নাই এই বিষয়ে আমাৰ জ্ঞান নাই। (৩) আমাৰ মৃত্যুৰ

১১১। যেতিয়া আল্লাই কব, হে মৰ্‌যমৰ পুত্ৰ ঈচা, তোমাৰ ওপৰত আৰু তোমাৰ মাতৃৰ ওপৰত মোৰ যি অনুগ্ৰহ হৈছিল স্মৰণ কৰা ; যি সময়ত মই তোমাক নিজ পৱিত্ৰ আত্মাৰ[১০২] দ্বাৰা সহায় কৰিছিলোঁ, তুমি দোলনত থাকোঁতে আৰু পূৰ্ণ বয়সত[১০৩] মানুহৰ সৈতে জ্ঞানৰ কথা পাতিছিলা, আৰু যিসময়ত মই তোমাক ধৰ্ম্মপুথি আৰু জ্ঞান আৰু তৌৰাত আৰু ইন্‌যীলৰ শিক্ষা দিছিলোঁ ;[১০৪] আৰু যেতিয়া তুমি মোৰ আদেশমতে বোকাৰে সৈতে চৰাইৰ আকৃতি গঠন কৰিছিলা, পিছত তাৰ ভিতৰত ফুঁ দিছিলা, তাৰে ফলত মোৰ আদেশত সেই আকৃতি (উৰনীয়া) চৰাই হৈ পৰিছিল ;[১০৫] আৰু যেতিয়া তুমি মোৰ আদেশত অন্ধক আৰু কুষ্ঠৰোগীক সুস্থ কৰিছিলা ;[১০৬] আৰু যেতিয়া তুমি মোৰ আদেশত মৃতকক সজীৱ কৰিছিলা ;[১০৭] আৰু যেতিয়া এই ইস্ৰাইলৰ সন্ততিক তুমি প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ সিহঁতৰ ওচৰলৈ অহাৰ সময়ত তোমাৰ পৰা নিবৃত্ত কৰি থৈছিলোঁ।[১০৮] পিছত সিহঁতৰ মাজৰ অবিশ্বাসীবিলাকে এই কথা মাথোন কৈছিল, এনে (ক্ষমতা প্ৰদৰ্শনৰ) কাৰ্য্য প্ৰকাশ্য কুহক ভিন্ন একো নহয়।

১১২। আৰু যেতিয়া মই (ঈচাৰ) শিষ্যসকলৰ প্ৰতি এই বুলি প্ৰত্যাদেশ কৰিছিলোঁ, মোৰ ওপৰত আৰু মোৰ ৰচুলৰ ওপৰত বিশ্বাস স্থাপন

---

পাছত আমাৰ শিক্ষা মতে সিহঁতে চলিছিল বুলি আমি কব নোৱাৰোঁ। এই তিনিটা অৰ্থৰ যেই সেই অৰ্থ লব পাৰি।

১০২। চোৰা, ২ : ৮৮ আৰু টী ; আৰু চোৰা ২ : ২৫৪, টী, ২৭৮।

১০৩। চোৰা, ৩ : ৪৭ আৰু টী।

১০৪। চোৰা, ৩ : ৪৯।

১০৫। চোৰা, ৩ : ৫০ ; আৰু টী। আধ্যাত্মিক অগ্ৰগতি নবীৰ ফু দিয়াৰ ফল, অৰ্থাৎ নবীৰ শিক্ষা, প্ৰাৰ্থনা আৰু উদ্দীপনাৰ ফল। চৰাই যেনেকৈ উৰ্দ্ধলোকৰ ফালে উৰি যায় তেনেকৈ নবীৰ সত্য অনুগামী আল্লাৰ ফালে উৰি যাব পাৰে।

১০৬। জন্মান্ধ আৰু কুষ্ঠৰোগীক ইহুদীবিলাকে অপৱিত্ৰ বুলি ভাবিছিল, বা : গণনা, ৫ : ১—৩। যি আধ্যাত্মিক দৃষ্টিহীন আৰু যাৰ অন্তঃকৰণত নানান ব্যাধি আছিল ঈচাৰ (আ) শিক্ষাৰ প্ৰভাৱত দৃষ্টি লাভ কৰিলে আৰু সুস্থ হল।

১০৭। চোৰা ৩ : ৪০, টী ৪৭। হজ্‌ৰত মহম্মদেও (দ) ঐশৰিক আহ্বান দ্বাৰা মানৱক নতুনকৈ জীৱন দান কৰিলে। চোৰা, ৮ : ২৫।

১০৮। সেই কাৰণে ইস্ৰাইলে হজ্‌ৰত ঈচাৰ (আ) কোনো অনিষ্ট সাধন কৰিব নোৱাৰিলে। ইয়াৰ পৰা আমি সহজে বুজিব পাৰোঁ, আল্লাই তেওঁক ক্ৰুচৰ পৰা ৰক্ষা কৰিছিল। ক্ৰুচত তেওঁৰ মৃত্যু ঘটা নাছিল।

কৰা; তেওঁলোকে কৈছিল, আমি বিশ্বাস স্থাপন কৰিলোঁ, আৰু আমি যে ( আল্লাত ) আত্মসমৰ্পণ কৰিলোঁ তাৰ সাক্ষী তুমিয়ে থাকিবা।

১১৩। যেতিয়া শিষ্যসকলে কলে, হে মৰ্‌য়মৰ পুত্ৰ 'ঈচা, আকাশৰ পৰা আমালৈ আহাৰ[১০৯] নমাই পঠিয়াবলৈ তোমাৰ প্ৰভু সক্ষম নে? তেওঁ কলে, যদি তোমালোক বিশ্বাসী হৈছা তেন্তে আল্লালৈ ভয় ৰাখি চলিবা।

১১৪। তেওঁলোকে কলে, আমি তাৰ পৰা ভোজন কৰিবলৈ ইচ্ছা কৰোঁ, আৰু ( এই উপায়ে ) আমাৰ অন্তৰসমূহে শান্তি লাভ কৰিব, আৰু স্বৰূপতে তুমি যে আমাক সত্য কথা কৈছা তাক জানিব পাৰিম, আৰু সেই বিষয়ে আমি সাক্ষী থাকিম।

১১৫। মৰ্‌য়মৰ পুত্ৰ 'ঈচাই ক'লে, হে আমাৰ প্ৰভু আল্লা, আমাৰ প্ৰতি আকাশৰ[১১০] পৰা আহাৰ নমাই পঠিওৱা, যি আমাৰ নিমিত্তে, আমাৰ মাজৰ প্ৰথমবিলাকৰ নিমিত্তে, আৰু আমাৰ পৰবৰ্ত্তীবিলাকৰ নিমিত্তে[১১১] আনন্দৰ উপলক্ষ আৰু তোমাৰ পৰা অহা এটি নিদৰ্শন হব; আৰু আমাক জীৱিকা দান কৰা, কিয়নো উত্তম জীৱিকা দান কৰোঁতা তুমিয়েই।

১১৬। আল্লাই কলে, সেই আহাৰ মই নিশ্চয় তোমালোকলৈ নমাই পঠিয়াম কিন্তু তোমালোকৰ মাজৰ যেয়ে ইয়াৰ পিছতো অবিশ্বাস্ কৰিব তাক মই নিশ্চয় এনে শাস্তি ভুঞ্জিবলৈ দিম যি জগতৰ কোনো এজনকে দিয়া নাই।

## ৰুকু ১৬

হজ্‌ৰত ঈচাৰ ( আ ) মৃত্যুৰ পিছতহে তেওঁৰ আৰু তেওঁৰ মাতৃ মৰ্‌য়মৰ ঐশ্বৰিকতা ধৰ্ম বিশ্বাসৰ অংশ কৰি লোৱা হৈছিল; বিশ্বাসীসকলে আল্লাৰ বিশেষ অনুগ্ৰহ লাভ কৰিছিল।

১১৭। আৰু যেতিয়া আল্লাই প্ৰশ্ন কৰিব, হে মৰ্‌য়মৰ পুত্ৰ 'ঈচা, তুমি মানুহক ইয়াকে কৈছিলা নে: আল্লাক এৰি মোক আৰু মোৰ মাতৃক, দুয়ো-

---

১০৯। আৰ্‌বী শব্দ 'মাইদা'ৰ অৰ্থ আহাৰ, খাদ্য। এই চুৰাটিৰ নামেই হৈছে আল্-মাইদা। ইয়াত কোৰানবিদ সকলে আধ্যাত্মিক আহাৰ ( spiritual food) অৰ্থ লৈছে। এনে আহাৰ উৰ্দ্ধলোকৰ পৰাহে আহে। সত্য ধৰ্ম, আল্লাত প্ৰগাঢ় বিশ্বাস, যাৰ ফলত প্ৰাণৰ শান্তি লাভ কৰিব পাৰি। অহা আয়ত ১১৪ চোৱা।

১১০। তোমাৰ সন্নিধানৰ পৰা।

১১১। এইটো মহান ভবিষ্যৎবাণী; খৃষ্টিয়ানবিলাক প্ৰথম অৱস্থাত অধিক সমৃদ্ধি-শালী আছিল; মাজতে কেই শতিকা তেওঁলোকৰ পতনৰ সময় আছিল। আকৌ উন্ন-

জনকে, উপাস্য বুলি গ্ৰহণ কৰাঁ ?[১১২] তেওঁ কব, তুমিয়ে পৰম পৱিত্ৰ। যিকথা কবৰ অধিকাৰ মোৰ নাই সেই কথা কোৱা মোৰ নিমিত্তে যুগুত নাছিল ; এই প্ৰকাৰ ( গুৰুতৰ ) কথা কোৱা হলে নিশ্চয় তুমি তাক জানিলা হেতেন ; মোৰ অন্তৰত যি আছে তুমি সকলো জনা, কিন্তু তোমাৰ মনত যি আছে মই নাজানোঁ ; বাস্তৱতে সকলো গোপনীয় বিষয় জানোঁতা তুমিয়েই।

১১৮। মোৰ প্ৰভু আৰু তোমালোকৰ প্ৰভু আল্লাৰ আৰাধনা কৰাঁ, এনে দৰে কবলৈ যি আদেশ তুমি মোক দিছিলা তাৰ বাহিৰে মই সিহঁতক একোকে কোৱা নাছিলোঁ ; সিহঁতৰ মাজত যেতিয়ালৈকে মই জীবিত আছিলোঁ সিহঁতক মই নিৰীক্ষণ কৰি থাকিছিলোঁ, কিন্তু যেতিয়া তুমি মোৰ মৃত্যু[১১৩] ঘটালা তুমিয়েই সিহঁতৰ ৰক্ষক থাকিলা ; আৰু তুমিয়েই সকলো বস্তুৰ নিৰীক্ষণ কৰোঁতা।

১১৯। যদি সিহঁতক তুমি শাস্তি দিয়া সিহঁত তোমাৰেই ভৃত্য, কিন্তু যদি সিহঁতক ক্ষমা কৰা তেনেহলে নিশ্চয় তুমিয়েই ক্ষমতাশালী, সৰ্ব্বজ্ঞানী।

---

বিংশ শতিকাত তেওঁলোক জগতত ক্ষমতাশালী হৈ উঠিল। এই কালতে আধ্যাত্মিক আহাৰৰ বিতৰণ ইচ্‌লামৰ নতুন বিকাশৰ দ্বাৰা হোৱাৰ কথা। কিছুমানে আল্‌মাইদাৰ অৰ্থ ইচ্‌লামী খৰিয়ত লৈছে, যাৰ পুনৰায় সজীৱ হোৱাৰ কাল এয়ে ( এহ্‌য়া উদ্‌দীনে ওয়াশ্‌ খৰীঅতে )।

১১২। ঈচাৰ ( আ ) ঐশ্বৰিকতাত সাধাৰণতে খৃষ্টিয়ানবিলাকে বিশ্বাস কৰিছিল ( Doctrine of Divinity of Christ )। ৰোমান কেথলিক সম্প্ৰদায়ে মৰ্‌য়মক 'ঈশ্বৰৰ মাতৃ' ( Mother of God ) বুলি কয়, আৰু সপ্তম শতিকাত ( হজ্‌ৰত মহম্মদৰ সময়ত ) বহুত ঠাইত কুমাৰী মৰ্‌য়মৰ ( Virgin Mary ) পূজা প্ৰচলিত আছিল।

১১৩। খৃষ্টিয়ানবিলাকে কয়, ঈচাৰ ( আ ) ক্ৰুচত মৃত্যু হল ; তেওঁক আল্লাই আকৌ জীবিত কৰিলে ( Resurrection ) ; তাৰ পাছত তেওঁ আকাশলৈ উঠি গল ( Ascension ) ; এতিয়াও তেওঁ জীবিত। মুচলমানৰ মাজতো কিছুমানে তেওঁলোকৰ অনুসৰণ কৰি বিশ্বাস কৰে, তেওঁ আজিলৈকে আকাশত জীবিত। 'এই আয়তে হজ্‌ৰত ঈচাৰ ( আ ) মৃত্যু ঘটাহে প্ৰমাণ কৰিছে। বোখাৰীৰ কিতাবুত্‌ তফচীৰত লিখা আছে, হজ্‌ৰত ৰচুলেও ( স ) কিয়ামতৰ দিনা হজৰত ঈচাৰ ( আ ) দৰে কব, হে আল্লা, যেতিয়ালৈকে মই পৃথিবীত জীয়াই আছিলোঁ মই উম্মতক প্ৰোন বাটেদি লৈ গৈছিলোঁ, কিন্তু যেতিয়া তুমি মোৰ মৃত্যু ঘটালা উম্মতৰ ওপৰত তুমিয়ে ৰক্ষক আছিলা। সঠিক কথা এই, হজ্‌ৰত মহম্মদৰ ( স ) নিচিনা হজ্‌ৰত ঈচাৰো ( আ ) মৃত্যু ঘটিছিল। অনন্ত জীবন কেৱল আল্লাৰ।

১২০। আল্লাই কব, আজিৰ দিনা সত্যবাদী সকলৰ সত্যতাই তেওঁ-লোকৰ মঙ্গল সাধন কৰিব; তেওঁলোকৰ নিমিত্তে উদ্যানসমূহ আছে যাৰ তলেদি জুৰিবিলাক বৈ যায়; তাতেই তেওঁলোক নিত্য বাস কৰিব; আল্লা তেওঁলোকৰ প্ৰতি সন্তুষ্ট, আৰু তেওঁলোকো তেওঁৰ প্ৰতি সন্তুষ্ট; সেয়ে মহান সফলতা।

১২১। আকাশমণ্ডলী আৰু পৃথিবীৰ, আৰু সেইবিলাকৰ মাজত যি আছে সকলোৰেই ওপৰত আছে আল্লাৰ ৰাজত্ব; আৰু সকলো বস্তুৰ ওপৰতেই তেওঁ ক্ষমতাশালী।

---

# চুৰা ৬ঃ

# আল্-আন্’আম ঃ ঘৰচীয়া জন্তু

## মক্কাত অৱতীৰ্ণ

### ৰুকু ২০, আয়ত ১৩৭

এই চুৰাৰ ১৩৮-১৪১ আয়তসমূহত আৰব পৌত্তলিকবিলাকৰ নানা অন্ধ-বিশ্বাসৰ বৰ্ণনা কৰিছে। সেই প্ৰসঙ্গত সিহঁতৰ সম্বন্ধে ‘আন্’আম’ শব্দ, অৰ্থ জন্তুবিলাক, ব্যৱহাৰ কৰা হৈছে। তাৰে পৰা চুৰাটিৰ নাম হল আন্‌আম।

হজ্ৰত মহম্মদৰ (ছ) মক্কাত থকা কালৰ শেষ বছৰত এই চুৰা অৱতীৰ্ণ হয়। কেইটামান আয়তহে মদিনাত প্ৰত্যাদেশ হৈছিল বুলি কিছুমান ব্যাখ্যাকাৰে লিখিছে। তফ্চীৰ কবীৰৰ লেখক ইমাম ফখ্ৰুদ্দিন ৰাজীৰ মতে গোটেই চুৰাটি মক্কাত অৱতীৰ্ণ হৈছিল।

চতুৰ্থ আৰু পঞ্চম চুৰাই পাৰিবাৰিক আৰু সামাজিক জীৱন সম্বন্ধীয় স্বত্ব আৰু কৰ্ত্তব্য বিষয়ে আলচ কৰিছে আৰু কিছুমান বিধানৰ নিৰ্দ্দেশ দিছে। এই চুৰাত কোৰানৰ মূলশিক্ষা তৌহীদ ( আল্লাৰ একত্ব ) সম্বন্ধে প্ৰধানকৈ উল্লেখ হৈছে, আৰু হজ্ৰত মহম্মদৰ (ছ) প্ৰেৰণৰ উদ্দেশ্য আৰু সত্যতা প্ৰতিপন্ন কৰা হৈছে। মক্কাত বাৰ বছৰ ধৰি হজ্ৰতে প্ৰচলিত পৌত্তলিকতাৰ প্ৰথা তুলিদি আল্লাৰ একত্বত বিশ্বাস স্থাপন কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু এই অক্লান্ত চেষ্টাৰ ফলত এণতকৈ বেচি মানুহ তেওঁৰ অনুগামী হোৱা নাছিল। কোৰেইশৰ শত্ৰুতা আৰু নানাপ্ৰকাৰ যাতনা হজ্ৰতে আৰু তেওঁৰ অনুগামী-সকলে সহিব লগীয়া হৈছিল। কোনো অৱস্থাতেই হজ্ৰত হতাশ হোৱা নাছিল, আৰু আল্লাই যে তেওঁক শেহত সফলমনোৰথ কৰিব তাত তেওঁৰ দৃঢ় বিশ্বাস আছিল। তেওঁ পিছ হুহুহকি একমনে একপ্ৰাণে প্ৰচাৰ কামত মগ্ন থাকি অলৌকিক উদ্যম আৰু বীৰত্বৰ পৰিচয় দিছিল। এয়ে তেওঁৰ সত্যতাৰ জ্বলন্ত প্ৰমাণ। এই চুৰাত বহু প্ৰমাণ আৰু যুক্তি তেওঁৰ সত্যতা সম্বন্ধে আগ বঢ়োৱা হৈছে।

সাংসাৰিক মানুহে আল্লাৰ বাৰ্ত্তাবাহক নবী আৰু ৰচুলসকলক বিদ্ৰূপ কৰে, আৰু সেই সকলৰ পৱিত্ৰ কামত বাধা-বিঘিনি জন্মায়। কিন্তু সিহঁতৰ উপহাস, বাধা-বিঘিনি আৰু শত্ৰুতা সত্বেও নবীসকলে নিজৰ কাম কৰিগৈ থাকে।

আল্লাৰ একত্ব আৰু অসীম শক্তি সম্বন্ধে ইচ্লামৰ সাৰ শিক্ষা দ্বিতীয় ৰুকুত দিয়া হৈছে। যিবিলাকে সত্যক অগ্ৰাহ্য কৰে সিবিলাকে ইহলোকত আৰু পৰলোকত শান্তি লভিব নোৱাৰে, এই আষাৰ কথা কোৰানে বহু ঠাইত ঘোষণা কৰিছে।

নবীৰ কাম হৈছে মানৱৰ সংস্কাৰ সাধন। মুক্তি মানুহক দিয়া বস্তু নহয়। ই সাধনাৰ আৰু আল্লাৰ কৰুণাৰ ফল।

এই চুৰাত আৰু এটা ডাঙৰ নীতিৰ অনুষ্ঠান কৰা হৈছে। আল্লাৰ ৰুকুত সকলো

মাহুহ সমান ; নিচেই তল খাপৰ মানুহো আল্লাৰ কৰুণা আৰু সুপথ পাবৰ অধিকাৰী। কোৰানৰ শিক্ষা এই যে অতি নীচজনকো ঘৃণা কৰা অনুচিত, কিয়নো সেইজনেও আল্লাৰ পথত চলি সম্মানিত হব পাৰে, আৰু মুচ্‌লিম্ সমাজত ওখ স্থান পাব পাৰে।

এই চুৰাত আৰু দেখুওৱা হৈছে যে পৌত্তলিকতা যুক্তিহীন। এই বিশ্বজগত আৰু ইয়াৰ সৰু ডাঙৰ সকলো ঘটনা এক অদ্বিতীয় সৰ্ব্ব-শক্তিমান আল্লাৰ দ্বাৰা পৰিচালিত। তৌহীদ সম্বন্ধে তৰ্ক প্ৰসঙ্গত হজ্‌ৰত ইব্ৰাহিমে (আ) যি যুক্তিৰ উল্লেখ কৰিছিল এই চুৰাত সুৰ্গোৱা হৈছে। এই মহান শিক্ষা ইব্ৰাহিমৰ (আ) পৰৱৰ্ত্তী ৰচুল সকলেও প্ৰচাৰ কৰিছিল। কালক্ৰমে ইচ্‌লামত সেই তৌহীদৰ পূৰ্ণ বিকাশ হল।

সকলো প্ৰকাৰ উন্নতিৰ লক্ষ্য হৈছে পূৰ্ণতা লাভ। আৰু সকলো পূৰ্ণতাৰ আদি অন্ত হৈছে আল্লা। তেওঁ মানুহৰ উপলব্ধিৰ অতীত। এনেবিধ তত্ত্বৰ নিৰ্দ্দেশ কৰি এই চুৰাত নানা অসৎ প্ৰথা বিশেষকৈ খিৰ্‌কৰ নানা আকাৰ সম্বন্ধে বুজাই দিয়া হৈছে যে মানৱৰ আধ্যাত্মিক উন্নতিৰ বাটত এইবোৰ ডাঙৰ অন্তৰায়।

আল্লাৰ ইচ্ছা পূৰ্ণ কৰাই আধ্যাত্মিক জীৱনৰ মূল উদ্দেশ্য। যি জাতি তেওঁৰ ইচ্ছাৰ বিৰোধী হয় সেই জাতিক আল্লাই লোপ কৰে, আৰু অইন জাতিক তাৰ ঠাইত প্ৰতিষ্ঠিত কৰে ; আৰু সেই জাতিৰ দ্বাৰা সত্য জগতত স্থাপিত হয়।

পিতৃ মাতৃ লৰা ছোৱালী, মাউৰা দুখীয়া, আৰু জনসাধাৰণৰ প্ৰতি আমাৰ কি কৰ্ত্তব্য সেই সম্বন্ধে নৈতিক বিধানৰ পুনৰ উল্লেখ কৰিছে ; কিয়নো নৈতিক আৰু আধ্যাত্মিক জীৱন পৰস্পৰ সমৰ্থক। এই বিধানসমূহে মানৱৰ একতা সংস্থাপিত কৰিবলৈ সহায় কৰে। কোৰানৰ মহৎ শিক্ষা হৈছে, সকলো মানৱ এক ; অনৈক্যই সমাজৰ মূল ছেদ কৰে। হজ্‌ৰত মহম্মদৰ (স্ব) আগমনৰ উদ্দেশ্য হৈছে সমগ্ৰ মানৱজাতিক আল্লাৰ পতাকাৰ তলত একেলগ কৰি আশ্ৰয় দিয়া।

## ৰুকু ১

আল্লাৰ একত্ব স্থাপন ; আল্লাৰ নিদৰ্শন অস্বীকাৰ কৰা গুৰুতৰ অপৰাধ ; জাতিৰ উত্থান আৰু পতন ; নবীক বিদ্রূপ কৰা অবিশ্বাসীবিলাকৰ স্বভাব।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। সকলো প্ৰশংসাৰ গৰাকী আল্লা যিজনে আকাশমণ্ডলী আৰু পৃথিবী সৃষ্টি কৰিছে, আৰু ঘোৰ অন্ধকাৰ[১] আৰু জ্যেউতি উৎপাদন কৰিছে ; তথাপি অবিশ্বাসীবিলাকে অইনক সিহঁতৰ পালনকৰ্ত্তাৰ সমানে উপাস্য পাতি লয়।

৩। তেৱেঁই তোমালোকক মাটিৰে সৃজন কৰিছে, তাৰ পিছত এটা নিৰ্দ্ধাৰিত সময়[২] নিৰ্ণয় কৰিছে ; আৰু তেওঁৰেই ওচৰত আছে স্থান এটা নিৰূপিত কৰা সময়,[৩] অথচ তোমালোক সন্দেহত পৰি আছা।

৪। আৰু আকাশমণ্ডলীৰ মাজত আৰু পৃথিবীৰ মাজত বিৰাজমান তেৱেঁই আল্লা ; তোমালোকৰ যি গোপনীয় আৰু তোমালোকৰ যি প্ৰকাশ্য সকলো তেওঁ জানে, আৰু তোমালোকে যি অৰ্জ্জন কৰি আছা তাকো তেওঁ জানে।

৫। আৰু সিহঁতৰ প্ৰভুৰ নিদৰ্শনসমূহৰ এনে কোনো নিদৰ্শন সিহঁতলৈ অহা নাই যাৰ পৰা সিহঁত বিমুখ হোৱা নাই।

৬। পিছত যেতিয়া সত্য সিহঁতৰ ওচৰলৈ আহিছিল তাক স্বৰূপতে সিহঁতে অগ্ৰাহ্য কৰিছিল ; অৱশেষত যি বিষয়লৈ[৪] সিহঁতে উপহাস কৰিছিল সেই বিষয়ৰ (প্ৰকৃত) সংবাদ সমূহ সিহঁতৰ ওচৰলৈ নিশ্চয় আহি পাব।

৭। সিহঁতৰ পূৰ্ব্বে কত জাতিক যে আমি বিনাশ কৰিছোঁ তাক সিহঁতে দেখি পোৱা নাই নে ? পৃথিবীত আমি সিহঁতক এনে ক্ষমতা দান কৰিছিলোঁ যি তোমালোককো দিয়া-নাছিলোঁ ; আৰু ধাৰাষাৰে বৰষুণ পেলোৱা মেঘ আমি সিহঁতৰ

---

১। অজ্ঞানতা, অবিশ্বাস আৰু অসৎ প্ৰকৃতিৰ অন্ধকাৰ। পোহৰৰ অৰ্থ, সত্যপথৰ জ্ঞান, নিৰ্ভাঁজ বিশ্বাস, আৰু সৎপ্ৰবৃত্তি। মেগিয়নবিলাকৰ (Magians) মতে আন্ধাৰ আৰু পোহৰ অনাদি (Eternal and co-existent with God)। ইচ্লামে দুইকে আল্লাৰ সৃষ্টি বুলি ধৰে।

২। মানৱজীৱনৰ অৱস্থিতি-কাল।

৩। মহাবিচাৰৰ দিন ; কিয়ামতৰ দিন।

৪। নিৰ্দ্দশনসমূহ অগ্ৰাহ্য কৰিলে যে সিহঁতৰ প্ৰতি শাস্তি নামিব এই কথা লৈ সিহঁতে ইতিকিং কৰিছিল।

ওপৰেদি নমাইছিলোঁ; আৰু জুৰিবিলাক সিহঁতৰ তলেদি আমি প্ৰবাহিত কৰিছিলোঁ।[৫] তাৰ পিছত আমি সিহঁতক সিহঁতৰ পাপসমূহৰ কাৰণে সংহাৰ কৰিছিলোঁ; আৰু সিহঁতৰ পিছত আন আন জাতিবিলাকক প্ৰতিষ্ঠিত কৰিছিলোঁ।

৮। আৰু আমি তোমাৰ প্ৰতি কাকতত লেখা এখন পুথি নমাই পঠিওৱা-হেতেন, আৰু সেইখন পুথি সিহঁতে নিজ হাতেৰে স্পৰ্শ কৰিলেহেতেন, তেতিয়াও অবিশ্বাসীবিলাকে নিশ্চয় ইয়াকে কলেহেতেন, ই প্ৰত্যক্ষ কুহক ভিন্ন একো নহয়।

৯। আৰু সিহঁতে কয়, তেওঁৰ প্ৰতি এজন ফিৰিশ্‌তা অৱতাৰণ কৰোৱা নহল কিয়? আৰু আমি এজন ফিৰিশ্‌তাক নমাই পঠিওৱা হলে, অবশ্যে সেই বিষয়ৰ মীমাংসা (একেবাৰেই) হ'লহেতেন;[৬] তেনে হোৱা হলে সিহঁতক অলপো অৱসৰ দিয়া নহলহেতেন।

১০। আৰু আমি তেওঁক ফিৰিশ্‌তা কৰা হলে নিশ্চয় আমি তেওঁক মানুহৰ আকাৰ দিলোঁহেতেন; আৰু তেতিয়া নিশ্চয় সিহঁতে যি সন্দেহ কৰিছিল তাৰ ওপৰত অমি (নতুন) সন্দেহ[৭] মিহলি কৰা হলহেতেন।

১১। আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰচুলসকলক উপহাস কৰা হৈছিল, কিন্তু যি কথা লৈ সিহঁতে উপহাস কৰিছিল সেয়ে সিহঁতৰ মাজৰ উপহাস কৰোঁতা-বিলাকক আগুৰি ধৰিছিল।

## ৰুকু ২

আল্লাৰ কৰুণা অসীম; খিৰ্‌কে মানুহক বিপথে লৈ যায়; আল্লা নিজ একত্বৰ নিজেই সাক্ষী; তৌহীদ প্ৰচাৰত হজ্‌ৰতৰ (স্ব) উদ্যম আৰু সাহ।

১২। তুমি কোৱাঁ, তোমালোকে পৃথিবীত ভ্ৰমণ কৰাঁ; আৰু সত্যক যিবিলাকে মিছা বুলি ভাবিছিল সিহঁতৰ পৰিণাম কি হল চোৱাঁ।[৮]

---

৫। এইবিলাক আল্লাৰ শাস্তিৰ ভিন্ ভিন্ ৰূপ।

৬। যেনেকৈ বদৰৰ যুদ্ধত মীমাংসা হৈছিল। চোৱাঁ, ২ : ২১১, য'ত একেই ভাষা ব্যৱহাৰ কৰা হৈছে।

৭। মানুহৰ আকাৰ লৈ ফিৰিশ্‌তা নামিলেও, সিহঁতে সন্দেহ কৰিলেহেতেন, এই জন মানুহ, ফিৰিশ্‌তা নহয়।

৮। নবীসকলক যিবিলাকে অমান্য কৰে আৰু সত্যৰ বিৰোধী হয় সেইবিলাকৰ

১৩। তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীত যি আছে তাৰ গৰাকী কোন? কোৱাঁ, আল্লায়ে গৰাকী; তেওঁ নিজৰ অন্তৰত করুণা লেখি থৈছে;[৯] নিশ্চয় তেওঁ তোমালোকক একেলগ কৰিব পুনৰুত্থানৰ দিনা; তাত কোনো সন্দেহ নাই; যিবিলাকে নিজৰ আত্মাৰ অনিষ্ট সাধন কৰিছে সিহঁতে কেতিয়াও বিশ্বাস নকৰে।

১৪। আৰু ৰাতি আৰু দিনত যি বিৰাজ কৰে তাৰ ওপৰত আছে তেওঁৰেই অধিকাৰ; আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

১৫। তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিৱীৰ সৃষ্টিকৰ্ত্তা আল্লাক এৰি মই অইনক সাহায্যকাৰীৰূপে গ্ৰহণ কৰিম নে? অথচ তেৱেঁই (সকলোকে) আহাৰ দান কৰে, তেওঁক কিন্তু আহাৰৰ প্ৰয়োজন নাই; কোৱাঁ, যি সকলে আত্মসমৰ্পণ কৰিছে সেই সকলৰ মাজত যেন মই প্ৰথম হওঁ মোক নিশ্চয় ইয়াকে আদেশ দিয়া হৈছে। আৰু (আদেশ দিয়া হৈছে,) তুমি সেই বিলাকৰ মাজৰ নহবা যিবিলাকে অইনক আল্লাৰ সমানে উপাস্য পাতে।

১৬। তুমি কোৱাঁ, মই নিজ প্ৰভুৰ অবাধ্য হলে নিশ্চয় মই মহাদিনৰ শাস্তিৰ ভয় কৰি থাকিব লাগিব।

১৭। সেইদিনা যিজনৰ পৰা সেই শাস্তি আঁতৰাই নিয়া হব সেইজনৰ ওপৰত নিশ্চয় তেওঁ করুণা বৰ্ষণ কৰিলে; আৰু সেয়ে হৈছে প্ৰকাশ্য সফলতা।

১৮। আৰু যদি আল্লাই তোমাক ক্লেশ-কষ্টত পেলায়, তেন্তে তেওঁত ভিন্ন তাৰ প্ৰতিবিধান কৰোঁতা কেও নাই; আৰু তেওঁ যদি তোমাক কল্যাণ লাভ

---

পৃথিৱীত চিন পৰ্য্যন্ত নাথাকে। হজৰত নুহাৰ (আ) বিৰুদ্ধে যিবিলাক থিয় হৈছিল সিহঁত ডুবি মৰিল। হজৰত ইব্ৰাহিমৰ (আ) প্ৰতিৰোধকাৰীবিলাক ধ্বংস হল, আৰু সত্য জগতত প্ৰতিষ্ঠিত হল।

৯। চোৱাঁ আঃ ৫৫। বচুলসকলক উত্থাপন কৰি আৰু তেওঁলোকৰ প্ৰতি প্ৰত্যাদেশ অৱতীৰ্ণ কৰি আল্লাই মানুহৰ নিমিত্তে নিজ অনুকম্পা প্ৰকাশ কৰিছে। আমাৰ প্ৰাৰ্থনা শুনিবলৈ, আমাৰ পাপ মোচন কৰিবলৈ তেওঁ সদায় সাজু। এজন চুফী কবিয়ে কৈছে: পাপীকো আল্লাই সম্বোধন কৰিছে, 'মোৰ কাষলৈ ঘূৰি আহাঁ; মোৰ ওচৰত নৈৰাশ্যৰ ঠাই নাই; শতবাৰ তৌবা ভাঙিলেও মোৰ কাষলৈ ঘূৰি আহাঁ।'

১০। অৰ্থাৎ মই আল্লাৰ বচুল; অথচ যদি মযো (আল্লাই নকৰক) আল্লাৰ অবাধ্য হওঁ মোৰো পৰিত্ৰাণ নাই। বচুল হোৱাৰ বাবে মই ক্ষমাৰ দাবী কৰিব নোৱাৰোঁ। আল্লাৰ চকুত সকলো সমান।

কৰিবলৈ দিয়ে, তেন্তে ( জানি থোৱাঁ ) সকলো বস্তুৰেই ওপৰত আছে তেওঁৰ মহান ক্ষমতা।[১১]

১৯। আৰু নিজৰ ভৃত্যবিলাকৰ ওপৰত তেৱেঁই পৰাক্ৰমশালী ; আৰু তেৱেঁই মহাজ্ঞানী,[১২] পৰিজ্ঞাত।

২০। তুমি কোৱাঁ কেনে সাক্ষী আটাইতকৈ ডাঙৰ ? মোৰ আৰু তোমালোকৰ মাজত আল্লা ( নিজেই ) সাক্ষী ;[১৩] আৰু মোৰ প্ৰতি এই কোৰান প্ৰত্যাদেশ কৰা হৈছে, যাতে মই ইয়াৰ দ্বাৰা তোমালোকক আৰু যিবিলাকে তাৰ সংবাদ পায় সেই বিলাককো[১৪] সতৰ্ক কৰোঁ। কি ! আল্লাৰ সঙ্গীৰূপে আৰু আন উপাস্য আছে বুলি সচাকৈয়ে তোমালোকে সাক্ষী দিছা নে ? তুমি কোৱাঁ, এনে সাক্ষী মই হলে নিদিওঁ ; তুমি ( আৰু ) কোৱাঁ, ইয়াত অকণো সন্দেহ নাই তেৱেঁই অকল একমাত্ৰ উপাস্য ; আৰু তোমালোকে যে অইনক আল্লাৰ সমানে উপাস্য পাতিছা মই নিশ্চয় সেই সম্বন্ধে দায়ী নহওঁ।

২১। যিবিলাকক আমি ধৰ্ম্মপুথি দান কৰিছোঁ সেইবিলাকে তেওঁক এনেদৰে চিনিব পাৰিছে যিদৰে নিজৰ সন্তানহঁতক চিনি পায় ;[১৫] যিবিলাকে নিজৰ আত্মাসমূহৰ অনিষ্ট সাধন কৰে সেই বিলাকে কেতিয়াও বিশ্বাস নকৰে।

## ৰুকু ৩

ইহলোকত আৰু পৰলোকত অবিশ্বাসীবিলাকৰ দুৰৱস্থা ; মুশ্ৰিকবিলাকৰ সাক্ষী, আৰু হজ্ৰত ৰচুলৰ আল্লাৰ একত্ব সম্বন্ধে সাক্ষী।

২২। আৰু যিজনে আল্লাৰ সম্বন্ধে মিছা সাজে নাইবা তেওঁৰ নিদৰ্শন-

---

১১। গতিকে তোমাক নিজ অনুগ্ৰহৰ ভাগ দিবলৈ তেওঁৰ সম্পূৰ্ণ ক্ষমতা আছে।

১২। মানৱৰ নিমিত্তে কি মঙ্গল কি অমঙ্গল তেওঁৰ সম্পূৰ্ণজ্ঞান আছে।

১৩। আল্লাই সাক্ষী দিছে—(১) কোৰান অৱতীৰ্ণ কৰি, (২) পূৰ্ব্ববৰ্তী ধৰ্ম্মগ্ৰন্থৰ ভবিষ্যৎ বাণীসমূহৰ দ্বাৰা, আঃ ২১, (৩) আৰু আল্লাৰ বিৰুদ্ধে মিছা সজাৰ শাস্তি দ্বাৰা —আঃ ২২।

১৪। সকলো দেশত, প্ৰত্যেক যুগত, কোৰানৰ সংবাদ সমগ্ৰ মানৱজাতিৰ কল্যাণৰ নিমিত্তে।

১৫। চোৱাঁ, ২ : ১৪৭ আৰু টী। হজ্ৰত মহম্মদৰ ( ছ ) আবিৰ্ভাৱ সম্বন্ধে

সমূহক মিছা বুলি ভাবি অমান্য কৰে তাতোকৈ অধিক অন্যায়কাৰী কোন ? প্ৰকৃততে অন্যায়কাৰীবিলাক কেতিয়াও সফল-মনোৰথ নহয়।[১৬]

২৩। আৰু আমি এদিন সিহঁতৰ সকলোকে ( আমাৰ সমুখত ) একেলগ কৰিম ; আৰু যিবিলাকে অইনক আমাৰ সমানে উপাস্য পাতিছিল সিহঁতক আমি প্ৰশ্ন কৰিম, যিবিলাকক তোমালোকে নিজ অনুমানৰে আল্লাৰ অংশী পাতিছিলা সেইবিলাক আজি ক'ত ?

২৪। তেতিয়া সিহঁতৰ কেৱল এই মিছা কথা কোৱাৰ বাহিৰে একো ওজৰ[১৭] নাথাকিব ঃ আমাৰ প্ৰভু আল্লাৰ শপত, অইনক আমি আল্লাৰ সমানে উপাস্য পতা নাছিলোঁ।

২৫। চোৱাঁ, সিহঁতে নিজ আত্মাসমূহৰ বিৰুদ্ধে কেনেকৈ মিছা মাতিছে ; আৰু সিহঁতে যি মিছা সাজিছিল সি সিহঁতৰ পৰা আঁতৰ[১৮] হল।

২৬। আৰু সিহঁতৰ মাজৰ কিছুমানে তোমাৰ কথাৰ প্ৰতি কাণ দিয়ে। আৰু আমি সিহঁতৰ অন্তৰসমূহত আবৰণ পেলাইছোঁ যাতে সিহঁতে সেই কথা বুজিব নোৱাৰে, আৰু সিহঁতৰ কাণ গধুৰ কৰিছোঁ ;[১৯] আৰু সিহঁতে সকলো নিদৰ্শন দেখি পালেও তাত বিশ্বাস নকৰে, এনেকি সিহঁত তোমাৰ ওচৰলৈ আহিলে তোমাৰ সৈতে বাদ-বিসম্বাদহে কৰিব ; তেতিয়া অবিশ্বাসীবিলাকে কব, এই কোৰান পূৰ্ব্ববৰ্ত্তী বিলাকৰ উপাখ্যানসমূহৰ সংগ্ৰহ মাথোন।

---

তৌৰাতত যিবিলাক ভবিষ্যৎ বাণী কৰা হৈছিল সেইবিলাক ইহুদী বিলাকে সত্য বুলি জানিছিল, কিন্তু বিদ্বেষৰ বাবে সেই কথা মুখ খুলি স্বীকাৰ কৰা নাছিল।

১৬। যদি কোনো এজনে মিছাকৈয়ে নবী বুলি দাবী কৰে আৰু আল্লাৰ পৰা প্ৰত্যাদেশ পাইছে বুলি কয়, এনেজনক আল্লাই জীয়াই নাৰাখে। চোৱাঁ, ৬৯ ; ৪৫—৮। হজৰত মহম্মদ ( স্ব ) নবুৱতৰ দাবী কৰাৰ পাছতো ২৩ বছৰ জীবিত আছিল, বিৰোধী বিলাকৰ ষড়যন্ত্ৰ আৰু শত্ৰুতা সত্ত্বেও, আৰু তেওঁ ইচলাম ধৰ্ম্মক জগতত সুপ্ৰতিষ্ঠিত কৰি গল। গতিকে তেওঁৰ দাবী সত্য আছিল।

১৭। 'ফিত্না' শব্দৰ আচল্ অৰ্থ পৰীক্ষা, অশান্তি। ইয়াত অৰ্থ, ওজৰ আপত্তি। এই মিছা ওজৰ দেখুৱাই আৰু অস্বীকাৰ কৰি সিহঁতে নিজেই শিৰ্কৰ অসাৰতাৰ প্ৰমাণ দিলে।

১৮। অৰ্থাৎ তাৰ পৰা একো লাভ নহল, ব্যৰ্থক গ'ল।

১৯। সত্য প্ৰবেশ কৰিবলৈ সিহঁতৰ অন্তৰৰ দুৱাৰ বন্ধ ; সিহঁতৰ কাণতো সত্যৰ বাণী নোসোমায়। আল্লাই আমাক বিচাৰশক্তি দিছে আৰু ভাল বেয়াৰ বুজ দিছে। যদি আমি এই বিচাৰশক্তি আৰু বুদ্ধিৰ সহায় নলওঁ আমি সত্য গ্ৰহণ কৰিবলৈ অক্ষম হয়।

২৭। আৰু সিহঁতে তাৰ পৰা[২০] ( অইনক ) বিৰত ৰাখে আৰু নিজেও তাৰ পৰা আঁতৰি থাকে ; এই দৰে সিহঁতে কেৱল নিজৰ আত্মসমূহৰহে ধ্বংস সাধন কৰে, কিন্তু সিহঁতে নুবুজে ।

২৮। আৰু যদি তুমি দেখিলাহেঁতেন, যেতিয়া সিহঁতক অগ্নিৰ সমুখত থিয় কৰোৱা হব ! তেতিয়া সিহঁতে কব, হায় ! আমাক (পৃথিবীলৈ ) পুনৰাই ওলটাই পঠিওৱাহেঁতেন ! তেতিয়া আমি আমাৰ প্ৰভুৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য নকৰিলোঁহেঁতেন ।

২৯। নহয়, সিহঁতে আগেয়ে যি গোপন কৰিছিল সি সিহঁতৰ আগত প্ৰকাশ হৈ পৰিব ;[২১] আৰু যদি সিহঁতক পুনৰায় ( পৃথিবীলৈ ) ওলটাই পঠিওৱা হয় তেন্তে যি কথাৰ পৰা সিহঁতক নিষেধ কৰা হৈছিল নিশ্চয় তাতেই সিহঁত পুনাই প্ৰবৃত্ত হব আৰু নিশ্চয় সিহঁত মিছলীয়া ।

৩০। আৰু সিহঁতে কয়, কেৱল এই পাৰ্থিব জীৱনহে আমাৰ নিমিত্তে, আৰু আমাৰ পুনৰুত্থান কেতিয়াও নহয় ।

৩১। আৰু যদি তুমি দেখিলাহেঁতেন যেতিয়া সিহঁতক সিহঁতৰ প্ৰভুৰ সমুখত থিয় কৰোৱা হব ! তেওঁ কব, ই ( পুনৰুত্থান ) সত্য নহয় নে ?[২২] সিহঁতে উত্তৰ দিব, আমাৰ প্ৰভুৰ শপত, হয় ( ই সত্য ) ; তেওঁ কব, তেনেহলে তোমালোকে যে অবিশ্বাস কৰিছিলা তাৰ বাবে ( আজি ) শাস্তিৰ সোৱাদ লোৱাঁ ।

## ৰুকু ৪

বিশ্বাসীসকলৰ আধ্যাত্মিক মঙ্গলৰ কাৰণে হজ্ৰত ৰচুলৰ (ছ) বিশেষ চিন্তা ;
সত্য গ্ৰহণ কৰাৰ দায়িত্ব নিজৰেই ওপৰত ; সঙ্কটত পৰিলে
নাস্তিকেও আল্লাৰহে সহায় বিচাৰে ।

৩২। যিবিলাকে আল্লাৰ সৈতে সাক্ষাৎ হোৱা মিছা বুলি কয়, স্বৰূপতে সিহঁতেই ক্ষতিগ্ৰস্ত ; কালক্ৰমে যেতিয়া সেই নিৰ্দ্দিষ্ট সময় অকস্মাৎ সিহঁতৰ

২০। কোৰান পাঠৰ পৰা ; সত্য গ্ৰহণ কৰাৰ পৰা ; ইচ্‌লামৰ পৰা ।

২১। সিহঁত যে নিজকেই প্ৰতাৰণা কৰিছিল ওলাই পৰিব ! পুনৰায় আত্ম-সংশোধনৰ সুযোগ পালেও সিহঁতৰ জীৱনত কোনো পৰিবৰ্ত্তন নঘটে ।

২২। পাৰ্থিব জীৱনত তোমালোকে পুনৰুত্থানৰ অস্বীকাৰ কৰিছিলা। আজিও মোৰ সমুখত অস্বীকাৰ কৰিবা নে ? কিন্তু আজি স্বীকাৰ কৰিলে কোনো লাভ নহব ।

ওচৰলৈ আহি পাবছি। তেতিয়া সিহঁতে কব, কি দুখৰ কথা! আমি যে এই বিষয়ে[২৩] আওকাণ কৰিছিলোঁ! আৰু সিহঁতে নিজৰ ভাৱসমূহ[২৪] নিজৰ পিঠিতেই বহন কৰিব ; চোৱাঁ, সিহঁতে যি ভাৰ বহন কৰিছে কেনে অপকৃষ্ট!

৩৩। আৰু পাৰ্থিব জীৱন আমোদ-প্ৰমোদ আৰু ৰং-ধেমালিৰ বাহিৰে একো নহয় ;[২৫] আৰু যিসকল ধৰ্ম্মপৰায়ণ সেই সকলৰ নিমিত্তে পৰলোকৰ আলয় নিশ্চয় অধিক শ্ৰেষ্ঠ। কি! তোমালোকে বুজা নে?

৩৪। স্বৰূপতে আমি জানিছোঁ, সিহঁতে যি কথা কয় সি তোমাক বেজাৰ দিয়ে ; কিন্তু নিশ্চয় সিহঁতে যে তোমাকে মিথ্যাবাদী বোলে এনে নহয়,[২৬] বৰং আল্লাৰ নিদৰ্শনসমূহক অন্যায়কাৰীবিলাকে অস্বীকাৰ কৰে।

৩৫। আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰছুলসকলক মিছলীয়া বুলি অমান্য কৰা হৈছিল ; কিন্তু তেওঁলোকক যি মিছলীয়া বোলা হৈছিল, আৰু তেওঁলোকলৈ আমাৰ ( বিশেষ ) সহায় নহা পৰ্য্যন্ত যে তেওঁলোকক যাতনা দিয়া হৈছিল, তাৰ বাবে তেওঁলোকে ধৈৰ্য্য ধৰি থাকিছিল ; আৰু ( জানিবা ) আল্লাৰ বাণী-সমূহৰ পৰিবৰ্ত্তন কৰোঁতা কেও নাই ;[২৭] আৰু স্বৰূপতে ( অইন ) ৰছুলসকলৰ কিছুমান বিৱৰণো ইতিপূৰ্ব্বে তোমাৰ ওচৰলৈ আহিছে।

৩৬। আৰু যদি সিহঁতে ( সত্যৰ পৰা ) বিমুখ হোৱাটো তোমাৰ পক্ষে অতি কষ্টকৰ হয়, তেন্তে, যদি তোমাৰ ক্ষমতা থাকে, পৃথিবীৰ তলেদি এটা গাঁত বা আকাশত ( উঠিবলৈ ) এটা জখলা বিচাৰি লোৱাঁ,[২৮] যাতে সিহঁতলৈ তুমি

---

২৩। (১) নিৰ্দ্দিষ্ট সময় অহা বিষয়ে ; (২) পৃথিবীত জীৱন যাপন কৰোঁতে।

২৪। পাপৰ বা পাপৰ প্ৰতিফলৰ ভাৰ।

২৫। আল্লা আৰু পৰকালক পাহৰি ক্ষন্তেকীয়া জীৱনত নিমগ্ন থকা অনুচিত। আল্লাই পৃথিবীক আমোদ প্ৰমোদৰ নিমিত্তে সৃষ্টি কৰা নাই। চোৱাঁ, ২১ : ১৭, ১৮।

২৬। কাৰণ সিহঁতে ইমান বছৰ ধৰি তোমাক আল্-আমীন (বিশ্বাসযোগ্য) বুলি কৈ আহিছে, আৰু তোমাৰ সত্যতাৰ প্ৰমাণ দিছে।

২৭। আল্লাৰ বাণীৰ অৰ্থ আল্লাৰ বিধান। এই বিধান কি? আল্লাই ৰছুলক প্ৰেৰণ কৰিলে বিৰোধীবিলাকে তেওঁক বাধা আৰু যন্ত্ৰণা দিয়ে, কিন্তু আল্লাই ৰছুলক সহায় কৰে, আৰু সত্য প্ৰতিষ্ঠিত কৰিবলৈ ৰছুলে যি চেষ্টা কৰে তাক সফল কৰে।

২৮। প্ৰকাশ্যভাবে চকুৰ আগত দাঙি-ধৰা নিদৰ্শনসমূহ দেখিও অবিশ্বাসীবিলাকে সত্য গ্ৰহণ নকৰে। তবে তুমি তোমাৰ কাম কৰি গৈ থাকা, আৰু পাৰ্থিৱ আৰু স্বৰ্গীয়

নিদর্শন লৈ আনিব পাৰা, ( তথাপি সিহঁত একেভাগে অবিশ্বাসী হৈ থাকিব ) ; আৰু আল্লাই ইচ্ছা কৰা হলে তেওঁ নিশ্চয় সিহঁতৰ সকলোকে সুপথত একেলগ কৰিলেহেতেন ;[২৯] গতিকে তুমি নজনাবিলাকৰ মাজৰ নহবা।

৩৭। যিবিলাকে ( আল্লাৰ আহ্বান ) কাণদি শুনে সেইবিলাকেহে প্রত্যুত্তৰ দিয়ে ;[৩০] আৰু যিবিলাক মৃতক ( সিহঁতে কি উত্তৰ দিব ? ) আল্লাই সিহঁতক পুনঃ উত্থান কৰিব ; পিছত সিহঁতক তেওঁৰ কাললৈ ওভোতাই নিয়া হব।[৩১]

৩৮। আৰু সিহঁতে কয়, তেওঁৰ প্রভুৰ পৰা তেওঁলৈ কোনো নিদর্শন নমাই পঠিয়াবলৈ আল্লা নিশ্চয় সক্ষম, কিন্তু সিহঁতৰ বেচি ভাগেই নাজানে।

৩৯। আৰু পৃথিবীত এনে জন্তু নাই, আৰু নিজৰ দুখন পাখীৰে উৰা এনে চৰাইয়ো নাই যি তোমালোকৰ দৰে দলবদ্ধ হৈ নাথাকে ;[৩২] এই পুথিত কোনো ( জানিব লগীয়া ) বিষয়কে আমি বাদ দিয়া নাই ; পিছত সিহতঁক সকলোকে সিহতঁৰ প্রভুৰ ওচৰলৈ একেলগ কৰি নিয়া হব।

৪০। আৰু যিবিলাকে আমাৰ নিদর্শনসমূহক মিছা বুলি ভাবে সিহঁত ক'লা আৰু বোবা হৈ ঘোৰ অন্ধকাৰত পৰি থাকে ; আল্লাই যাকে ইচ্ছা তাকে পথভ্রষ্ট কৰে, আৰু যাকে ইচ্ছা তাকে পোন বাটলৈ লৈ আনে।[৩৩]

---

দুয়ো উপায় অৱলম্বন কৰিবা। প্রচাৰ কৰাৰ সাধাৰণ উপায় হৈছে পার্থিব উপায়, আৰু প্রার্থনা কৰা হৈছে স্বর্গীয় উপায়।

২৯। কিন্তু আল্লাই বলেৰে ধর্ম্ম প্রচাৰ কৰা ভাল নাপায়।

৩০। সত্য গ্রহণ কৰে।

৩১। দুই অর্থ : (১) যিবিলাকে ৰচুলৰ কথা শুনি সত্য অগ্রাহ্য কৰিছে সিহঁতে শেষ বিচাৰৰ দিনা আল্লাৰ সন্মুখত নিজৰ অপৰাধ স্বীকাৰ কৰিব ; (২) যিবিলাকৰ আধ্যাত্মিক মৃত্যু ঘটিছে সেইবিলাকে হজৰত ৰচুলৰ ( দ ) স্পর্শ দ্বাৰা নতুন জীৱন লাভ কৰিব।

৩২। (১) আল্লাই কুকুৰ-মেকুৰীকো, চৰাইবোৰকো, সহজ জ্ঞান আৰু অনুভূতি দিছে ; যদি মানৱ জন্তু আৰু চৰাইতকৈ হীন হয় বৰ দুখৰ কথা। (২) কিছুমান মানুহে পশুৰ দৰে জীৱন যাপন কৰে, সিহঁত হৈছে অবিশ্বাসীবিলাকৰ দল ; আৰু কিছুমানে আকাশত চৰাই উৰা দৰে পবিত্রতাৰ চৰম সীমালৈ উৰি যায় ; সেইবিলাক হৈছে নবী, ৰচুল আৰু অলী।

৩৩। আল্লাই দিয়া বিবেক আৰু বিচাৰশক্তিৰ সৎব্যৱহাৰ যদি আমি নকৰোঁ আমি নিশ্চয় ভ্রমত পৰিম। আল্লাই মানুহক স্বাধীন কৰিছে ; সুপথ মানুহে নিজেই হেকৱায় আৰু নিজেই লাভ কৰিব পাৰে। এয়ে হৈছে আল্লাৰ বিধান।

৪১। তুমি কোৱাঁ, তোমালোকে ভাবি চোৱা নাইনে, যদি তোমালোকৰ প্ৰতি আল্লাৰ শাস্তি আহে, নাইবা সেই (প্ৰতিশ্ৰুত) নিৰ্দ্দিষ্ট সময় তোমালোকৰ সমুখত উপস্থিত হয়, তোমালোকে আল্লাক এৰি আইনক আহ্বান কৰিবা নে? (উত্তৰ দিয়াঁ) যদিহে তোমালোক সত্যবাদী হোৱা।

৪২। নহয়, কেৱল তেওঁকেই তোমলোকে আহ্বান কৰিবা; তেওঁ ইচ্ছা কৰিলে যি সঙ্কট দূৰ কৰিবলৈ তেওঁক আহ্বান কৰা তেওঁ তাৰ প্ৰতিকাৰ কৰিব আৰু আল্লাৰ লগতে যিবিলাকক অংশী পাতিছিলা সেইবিলাকক পাহৰি যাবা।

## ৰুকু ৫

আল্লাই পঠোৱা সত্য অগ্ৰাহ্য কৰিলে শাস্তি নামে; পূৰ্ব্ববৰ্ত্তীবিলাকৰ উদাহৰণ;
পাৰ্থিৱ জীৱনৰ সুখ-শান্তি প্ৰকৃত সফলতা নহয়; হজ্ৰত মহম্মদে
(স্ব) অলৌকিক ক্ষমতাৰ দাবী নিজে কৰা নাছিল;
আল্লাই নিজ ইচ্ছাৰে তেওঁক অলৌকিকৰূপে
সাহায্য দান কৰিছিল।

৪৩। আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বে আন জাতিবিলাকৰ প্ৰতি আমি ৰচুল-সকলক প্ৰেৰণ কৰিছিলোঁ; পিছত আমি সিহঁতক দাৰিদ্ৰ্য[৩৪] আৰু ক্লেশ-কষ্টত পেলাইছিলোঁ যাতে সিহঁতে সবিনয়ে প্ৰাৰ্থনা কৰে।[৩৫]

৪৪। যেতিয়া আমাৰ পৰা সঙ্কট সিহঁতৰ সমুখত উপস্থিত হৈছিল তেতিয়া সিহঁতে কিয় সবিনয়ে প্ৰাৰ্থনা নকৰিলে? বৰং (প্ৰকৃততে) সিহঁতৰ অন্তঃকৰণ কঠিন হ'ল আৰু সিহঁতে যি কাৰ্য্য কৰিছিল তাকে শ্বয়তানে সিহঁতৰ কাৰণে দেখিবলৈ শোভনীয় কৰিছিল।

৪৫। পিছত যেতিয়া সিহঁতক যি উপদেশ দিয়া হৈছিল তাক সিহঁতে পাহৰিলে তেতিয়া আমি সিহঁতৰ নিমিত্তে বহু সম্বলৰ দুৱাৰসমূহ মুকলি

---

৩৪। 'চৰ্‌ৰা' আৰু 'দৰ্‌ৰা' এই দুটা শব্দ কোৰানৰ কেইবা ঠাইত পোৱা যায়। 'চৰৰা'ৰ অৰ্থ দাৰিদ্ৰ্য, দুৰ্ভিক্ষ, ৰণৰ সময়ত বিপ্লৱ, ক্লেশ-কষ্ট আৰু 'দৰ্‌ৰাই' মহামাৰী, আপালি, বিপদ-আপদক বুজায়।

৩৫। দুৰ্ভিক্ষ, মহামাৰী ইত্যাদি বিপদ-আপদে অনেক সময়ত বিশ্বাস স্থাপনত সহায় কৰে। এনে সঙ্কটত পৰি মানুহে সংসাৰৰ সম্পদৰাশিৰ অসাৰতা মানি লবলৈ বাধ্য হৈ পৰে। বিনয়েৰে আৰু সৰলভাৱে কৰা স্তুতিনতিৰ দ্বাৰা আল্লাৰ অনুগ্ৰহ লাভ কৰে আৰু সত্যত বিশ্বাস স্থাপন কৰে।

কৰিছিলোঁ ;[৩৬] কালত সিহঁতক যি দান কৰা হৈছিল তাৰ বাবে সিহঁত উল্লাসিত হৈ থাকোঁতে আমি অকস্মাৎ সিহঁতক ধৰিলোঁ ; চোৱাঁ, তাৰ ফলত সিহঁত বিবুদ্ধি হৈ ( মুৰ দোৱাই ) ৰৈ থাকিল।

৪৬। গতিকে যিবিলাকে অন্যায় কৰিছিল সিহঁতৰ বংশৰ মূলকে কাটি পেলোৱা হল ; আৰু সকলো প্ৰশংসা ব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লাৰ নিমিত্তেই।[৩৭]

৪৭। তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, যদি আল্লাই তোমালোকৰ শ্ৰবণ আৰু দৃষ্টি কাঢ়ি লৈ যায় আৰু তোমালোকৰ অন্তৰসমূহত মোহৰ মাৰি দিয়ে তেন্তে আল্লাত ভিন্ন কোন এনে উপাস্য আছে যি তোমালোকক সেইবিলাক প্ৰত্যাৰ্পণ কৰিব ? তুমি চোৱাঁ, কিদৰে আমি ঘূৰাই ঘূৰাই নিদৰ্শনসমূহ বৰ্ণনা কৰিছোঁ ; তথাপি সিহঁত ( বিমুখ হৈ ) উলটি যায়।

৪৮। তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, যদি আল্লাৰ শাস্তি তোমালোকৰ সমুখত অকস্মাৎ বা প্ৰকাশ্যে[৩৮] উপস্থিত হয়, তেন্তে অন্যায়কাৰী দলৰ বাহিৰে অইন কাকো সংহাৰ কৰা হব নে ?

৪৯। আৰু আমি ৰছুলসকলক আনন্দ-বাৰ্ত্তা দিওঁতা[৩৯] আৰু সতৰ্ক কৰোতাঁ[৪০] স্বৰূপতে প্ৰেৰণ কৰিছোঁ ; এতেকে যিসকলে বিশ্বাস কৰিছে আৰু নিজৰ সংশোধন সাধন কৰিছে সেই সকলৰ কোনো ভয় নাথাকিব আৰু তেওঁলোকে বেজাৰো কৰিব নালাগিব।

৫০। আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি ভাবিছে সিহঁতক শাস্তিয়ে স্পৰ্শ কৰিব, কিয়নো সিহঁতে বিৰোধ কৰিছিল।

৫১। তুমি কোৱাঁ, আল্লাৰ ধনভঁৰালসমূহ মোৰ কাষত আছে বুলি মই নকওঁ, আৰু যি অদৃশ্য তাকো মই নাজানো ; আৰু মই এজন ফিৰিশ্তা বুলিও তোমা-

---

৩৬। যেনে দীৰ্ঘায়ু, প্ৰচুৰ অৰ্থ সম্পত্তি, সন্ততিসন্ততি, জীৱনৰ সুখ শান্তি ইত্যাদি।

৩৭। যেতিয়ালৈকে শয়তান আৰু শয়তানৰ অনুচৰবৰ্গক নিৰ্মূল কৰা নহয় জগতত ন্যায় আৰু সত্য সুস্থাপিত হব নোৱাৰে। ন্যায় আৰু সত্য স্থাপন হলে মানৱ সমাজে আল্লাৰ স্তুতি কৰিবলৈ বাধ্য হয়।

৩৮। প্ৰকাশ্যে, অৰ্থাৎ নজনাকৈ নহয়, আগতে লোকক সতৰ্ক কৰি দিয়াৰ পাছত।

৩৯। ধাৰ্ম্মিকসকলৰ নিমিত্তে।

৪০। অবিশ্বাসী, সত্যৰ বিৰোধীবিলাকৰ নিমিত্তে।

লোকক নকওঁ ; মোৰ প্ৰতি যি প্ৰত্যাদেশ কৰা হৈছে তাৰেই মাথোন মই অনুসৰণ কৰোঁ। তুমি কোৱাঁ, অন্ধ আৰু দৃষ্টিশালী দুয়ো সমান হব পাৰেনে ? তেন্তে তোমালোকে কিয় চিন্তা নকৰা ?[৪১]

## ৰুকু ৬

নম্ৰ আৰু বিনয়ীবিলাকক ঘৃণাৰ চকুৰে চাব নালাগে ; সেইবিলাক আল্লাৰ অনুগ্ৰহৰ পাত্ৰ ; ইচ্লামত বৰ্ণভেদ নাই, অৰ্থ ভেদো নাই ; সন্মানৰ ভাজন আল্লাৰ চকুত হৈছে ধৰ্ম্মপৰায়ণসকল।

৫২। আৰু যিবিলাকে ইয়াকে ভয় কৰে যে সিহঁতৰ প্ৰভুৰ ওচৰত সিহঁতক একেলগ কৰা হব, এই কোৰান দ্বাৰা তুমি সিহঁতক সতৰ্ক কৰিবাঁ এই বুলি : তেওঁৰ বাহিৰে সিহঁতৰ কোনো বন্ধু নাই আৰু সিহঁতৰহৈ খাটোঁতা এজনো নাই ; হব পাৰে ( তাৰ ফলত ) সিহঁত পাপৰ পৰা বিৰত থাকে।

৫৩। যিবিলাকে নিজ প্ৰভুৰ অনুগ্ৰহ আকাজ্ক্ষা কৰি পুৱা আৰু সন্ধিয়া তেওঁৰ প্ৰাৰ্থনা কৰে সেইবিলাকক তুমি উলিয়াই নিদিবা ;[৪২] সিহঁতৰ কাৰণে তোমাৰ কোনো দায়িত্ব নাই, আৰু তোমাৰ কাৰণেও সিহঁতৰ কোনো দায়িত্ব নাই ; গতিকে সিহঁতক উলিয়াই দিলে তুমি অন্যায়কাৰীবিলাকৰ মাজৰ হবা।

---

৪১। এই আয়তত হজ্ৰত ৰচুলৰ ( স ) চৰিত্ৰ নিখুঁতভাৱে ওলাই পৰিছে। সেই সময়ৰ অৱস্থাত অতিমানৱী শক্তিৰ দাবী কৰাটোৱেই সহজ কাম হলহেতেন। কিন্তু হজ্ৰতৰ বিবেচনাত সত্যৰ সমান একোৱেই হব নোৱাৰে। গতিকে তেওঁ মৰণশীল সাধাৰণ এজন মানুহৰূপেহে নিজৰ চিনাকি দিছিল। তেওঁৰ দাবী আছিল মাথোন, তেওঁ আল্লাৰ নবী আৰু তেওঁ আল্লাৰ প্ৰত্যাদেশ ( ৱহি ) সততে পাই থাকিছিল।

৪২। কোৰেইশবিলাকৰ মাজত বংশ-মৰ্য্যাদাৰ অহঙ্কাৰ অতিপাত আছিল। হজ্ৰত ৰচুলৰ মচ্জিদলৈ তেওঁৰ ধৰ্ম উপদেশ শুনিবলৈ তেওঁলোকে আহিব ইচ্ছা নকৰিছিল, কাৰণ সেই মচ্জিদত তলখাপৰ লোকো উপস্থিত থাকিছিল। ইব্নে মচ্উদ, মিক্দাদ আৰু বিলালৰ নিচিনা মানুহক তেওঁলোকে ঘিনাইছিল। তেওঁলোকে কৈছিল, এনেবিলাক মানুহক মচ্জিদৰ পৰা যেতিয়ালৈকে হজ্ৰতে খেদাই নিদিয়ে, তেওঁলোক আহিবলৈ অক্ষম। হজ্ৰতৰ একেটি উত্তৰ আছিল, আল্লাৰ বাণী শুনিবৰ সকলোৰে সমান অধিকাৰ : মই কাকো খেদাব নোৱাৰোঁ।

৫৪। আৰু এই দৰে কিছুমানৰ দ্বাৰা সিহঁতৰ কিছুমানক আমি পৰীক্ষা কৰিছোঁ ? তাৰ ফলত সিহঁতে কব, আমাৰ মাজৰ পৰা যিবিলাকৰ ওপৰত আল্লাই অনুগ্ৰহ কৰিছে এনেবিলাকেই নে ? (আল্লাৰ ওচৰত) কোনবিলাকে কৃতজ্ঞতা স্বীকাৰ কৰিছে আল্লাই ভালকৈ না জানে নে ?[৪৩]

৫৫। আৰু আমাৰ নিদৰ্শনসমূহত যিসকলে বিশ্বাস কৰিছে সেইসকল যেতিয়া তোমাৰ ওচৰলৈ আহে তুমি কবা, তোমালোকৰ ওপৰত শান্তি বৰ্ষণ হওক ; তোমালোকৰ প্ৰভুৱে নিজৰ ওপৰতেই কৰুণা বিস্তাৰৰ ভাৰ থাকিব লিখি থৈছে ; প্ৰকৃততে তোমালোকৰ মাজৰ যিবিলাকে অজ্ঞানতা বশতঃ নিকৃষ্ট কাৰ্য্য কৰে, কিন্তু পিছত অনুতাপ কৰে আৰু নিজৰ সংশোধন কৰি লয় (সিবিলাকে জানি থক) তেৱেঁই নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

৫৬। আৰু এইদৰেই আমি নিজ নিদৰ্শনসমূহ বহুলাই বৰ্ণনা কৰোঁ, আৰু যাতে (আল্লাৰ) অপৰাধীবিলাকে চলা বাট ওলাই পৰে।[৪৪]

## ৰুকু ৭

আল্লাক এৰি অনৈক পূজা কৰাৰ বিৰুদ্ধে হজ্‌ৰত ৰচুলৰ (স্ব) যুক্তি ; আল্লাৰ একত্ব আৰু অসীম ক্ষমতা ; সংসাৰৰ ঘটনাসমূহ, আৰু মানুহৰ জন্ম, মৃত্যু আৰু অনন্ত জীৱন আল্লাৰ বিধানৰ অধীন।

৫৭। তুমি কোৱাঁ, বাস্তৱতে আল্লাক এৰি তোমালোকে যিবিলাকক আহ্বান কৰা সিবিলাকৰ আৰাধনা কৰিবলৈ মোক নিষেধ কৰা হৈছে ; কোৱাঁ, মই তোমালোকৰ নিকৃষ্ট প্ৰবৃত্তিসমূহৰ অনুসৰণ নকৰোঁ ;[৪৫] তেনে কৰিলে মই নিশ্চয় পথভ্ৰান্ত হম, আৰু সেইসকলৰ অন্তৰ্গত হব নোৱাৰিম যিসকলে সুপথ লাভ কৰিব পাৰিছে।

---

৪৩। ইচ্‌লামৰ মতে সম্মান আৰু গৌৰৱৰ ভিত্তি হৈছে ধৰ্মপৰায়ণতা (তক্‌ৱা)। চোৰা, ৪৯ : ১৪।

৪৪। অবিশ্বাসীবিলাকে যি বাট ধৰিছে সি আল্লাৰ অপৰাধীবিলাকৰ বাট। এই বাটে মানুহক আল্লাৰ কৰুণাৰ পৰা বহুত দূৰলৈ লৈ যায়।

৪৫। মই তোমালোকৰ মূৰ্ত্তিপূজাৰ ধৰ্ম্ম লব নোৱাৰো ; তোমালোকৰ এনে আকাঙ্ক্ষা কেতিয়াও পূৰ্ণ নহয়।

৫৮। মই নিশ্চয় নিজ প্ৰভুৰ পৰা পোৱা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত থিয় আছোঁ,[৪৬] কিন্তু তোমালোকে তাকে মিছা বুলি অগ্ৰাহ্য কৰিছা; যি বিষয়ে ততাতৈয়া কৰিব ইচ্ছা কৰিছা সি মোৰ হাতৰ কথা নহয়; বিচাৰৰ গৰাকী একমাত্ৰ আল্লা; তেঁৱেঁই সত্যৰ বৰ্ণনা স্পষ্টকৈ কৰে; আৰু বিচাৰকবিলাকৰ সৰ্ব্বোত্তম বিচাৰক তেৱেঁই।

৫৯। তুমি কোৱাঁ, তোমালোকে যি বিষয়ে ততাতৈয়া কৰিবলৈ ইচ্ছা কৰিছা সি মোৰ হাতৰ কথা হোৱাহেতেন মোৰ আৰু তোমালোকৰ মাজত যি মতভেদ আছে তাৰ মীমাংসা কেতিয়াবাই হৈ গলহেতেন;[৪৭] আৰু অন্যায়কাৰী বিলাকক আল্লাই ভালকৈ জানে।

৬০। আৰু অদৃশ্যৰ চাবিসমূহ তেওঁৰ কাষতেই; সেইবিলাকৰ সম্বন্ধে তেওঁৰ বাহিৰে কাৰো জ্ঞান নাই; আৰু স্থলত আৰু সাগৰত যি আছে সকলো তেওঁ জানে; আৰু গছৰ পাত এখিলাও তেওঁ নজনাকৈ নপৰে; আৰু পৃথিবীৰ ঘোৰ অন্ধকাৰত এটি শস্যকণিকাও নাই, আৰু এনে কোনো সেউজীয়া বা শুকান বস্তুও নাই যি (আল্লাৰ) সুস্পষ্ট পুথিত লিপিবদ্ধ নাথাকে।[৪৮]

৬১। আৰু তেৱেঁই নিশা তোমালোকৰ টোপনি আনে, আৰু দিনৰ সময়ত যি অৰ্জ্জন কৰিছা তাকো তেওঁ জানে; তাৰ মাজতে তেওঁ তোমালোকক পুনৰায় সাৰ পোৱায়, যাতে জীৱনৰ নিৰ্দ্দিষ্ট কাল (এই দৰে) পূৰ্ণ কৰা হয়; অৱশেষত তেওঁৰ ওচৰলৈকে হ'ব তোমালোকৰ প্ৰত্যাবৰ্ত্তন; তেতিয়া যি কাৰ্য্য তোমালোকে (পাৰ্থিব জীৱনত) কৰিছিলা তেওঁ সকলো তোমালোকক জানিবলৈ দিব।[৪৯]

---

৪৬। ৰছুলসকল ঐশ্বৰিক প্ৰমাণৰ ওপৰত খিয় দি থাকে। তেওঁলোক অলৰ; আল্লাত তেওঁলোকৰ বিশ্বাস অটল।

৪৭। শাস্তি অহাৰ সময় নিৰ্ণয় আল্লাৰ হাতত; মানুহৰ হাতত হ'ব নোৱাৰে। এনেকি আল্লাই প্ৰেৰণ কৰা ৰছুল সকলোৰো নিজ ইচ্ছামতে আকাশৰ পৰা শাস্তি নমাই আনিবৰ ক্ষমতা নাই।

৪৮। আল্লাৰ ইচ্ছা আৰু জ্ঞানৰ বাহিৰে জগতত একোকেই নঘটে। আল্লাৰ পুথিত লিপিবদ্ধ হোৱাৰ অৰ্থ হৈছে আল্লাৰ ইচ্ছা আৰু জ্ঞানৰ অধীনত থকা। সকলো বিষয়, সকলো ঘটনা, আল্লাৰ মনত অঙ্কিত আছে; তেওঁৰ ইচ্ছা মতে যথাসময়ত সেইবোৰৰ বিকাশ হয়।

৪৯। (১) আমি দিনত নিজৰ কাম কৰোঁ; ভাগৰৰ পাছত (২) ৰাতি বিশ্ৰাম কৰোঁ। (৩) পুনৰ সাৰ পাই উঠি কামত লাগি জীৱনৰ বাটত আগ বাঢ়ি যাওঁ। (৪) বুঢ়া

# ৰুকু ৮

**আল্লা পৰম কৃপালু, দয়ালু; যি সত্য-বিস্তাৰত বাধা জন্মায় সি আল্লাৰ শাস্তি ভোগে; তেনে মানুহৰ সঙ্গ এৰা উচিত; কিন্তু ধৰ্ম্মপ্ৰচাৰৰ কাম বন্ধ হব নালাগে।**

৬২। আৰু নিজৰ দাসবিলাকৰ ওপৰত তেওঁ পৰাক্ৰান্ত, আৰু তোমালোকৰ প্ৰতি তেওঁ ৰক্ষকবিলাকক[৫০] প্ৰেৰণ কৰে; সময়ত যেতিয়া তোমালোকৰ কোনো এজনৰ মৃত্যু উপস্থিত হয়, আমি পঠোৱা দূতবিলাকে[৫১] (ফিৰিশ্‌তা-বিলাকে) তাৰ মৃত্যু ঘটায়, আৰু তেওঁলোকে (আমাৰ আদেশ পালনত) কোনো ক্ৰটি নকৰে।

৬৩। তেতিয়া সিহঁতৰ প্ৰকৃত প্ৰভু আল্লাৰ ওচৰলৈ সিহঁতক ওভতাই নিয়া হব; চোৱাঁ, বিচাৰৰ গৰাকী তেৱেঁই, আৰু তেওঁ লেখ লোৱাত অত্যন্ত বেগী।

৬৪। তুমি কোৱাঁ, স্থল আৰু সমুদ্ৰৰ ঘোৰ অন্ধকাৰৰ (বিপদৰ) পৰা তোমালোকক কোনে ৰক্ষা কৰে? (যেতিয়া) বিনীতভাবে আৰু গোপনে তোমা-লোকে তেওঁক এই বুলি আহ্বান কৰা, তেওঁ যদি আমাক এই বিপদৰ পৰা ৰক্ষা কৰে আমি নিশ্চয় কৃতজ্ঞবিলাকৰ মাজৰ হম।

৬৫। তুমি কোৱাঁ, এই বিপদসমূহৰ পৰা আৰু আন আন ক্লেশ-কষ্টৰ পৰা তোমালোকক আল্লাইহে ৰক্ষা কৰে; তথাপি তোমালোকে অইনক আল্লাৰ সমানে উপাস্য পাতিছা।

৬৬। তুমি কোৱাঁ, আল্লাৰ (পূৰ্ণ) ক্ষমতা আছে, তোমালোকৰ ওপৰৰ (আকাশৰ) পৰা বা তোমালোকৰ ভৰিৰ তলৰ (পৃথিৱীৰ) পৰা তোমালোকৰ

---

বয়সত সৎ বা অসৎ কামৰ ফল আমি ভোগ কৰি (৫) মৃত্যুৰ মুখত পৰোঁ। (৬) তাৰ পিছত হব আমাৰ পুনৰুত্থান; (৭) তাৰ পিছত শেষ বিচাৰৰ দিন, আৰু অনন্ত জীৱনৰ আৰম্ভণি। এই সাতোটা স্তৰৰ মাজেদি মানৱ জীৱনৰ বিচিত্ৰ গতি।

৫০। পাৰ্থিব জীৱনত মানুহৰ ৰক্ষাৰ নিমিত্তে প্ৰেৰিত ফিৰিশ্‌তাবিলাক। চোৱাঁ, ১৩ : ১২; ৪২ : ১১।

৫১। শৰীৰৰ পৰা প্ৰাণ উলিয়াবৰ নিমিত্তে আন ফিৰিশ্‌তাবিলাকৰ আল্লাই পঠায়। সেই বিলাকক ইয়াত দূত বোলা হৈছে। যাই ফিৰিশ্‌তাজনৰ নাম হৈছে আজ্‌ৰাইল (আঃ)।

প্ৰতি শাস্তি প্ৰেৰণ কৰে,[৫২] নাইবা তেওঁ তোমালোকক ভিন ভিন দলত বিভক্ত কৰি বিশৃঙ্খলাৰ সৃষ্টি কৰে, আৰু পৰস্পৰ কলহ-বিবাদৰ ( তিতা ) আস্বাদ লবলৈ দিয়ে ;[৫৩] চোৱাঁ আমি নিদৰ্শনসমূহ কিদৰে ঘূৰাই ঘূৰাই বৰ্ণনা কৰোঁ, যাতে সিহঁতে তাক বুজিব পাৰে।

৬৭। আৰু তোমাৰ জাতিয়ে ইয়াক মিছা[৫৪] বুলি ভাবিছিল অথচ ই সত্য ; কোৱাঁ, মই তোমালোকৰ ওপৰত কাৰ্য্যনিৰ্ব্বাহক[৫৫] নিযুক্ত হোৱা নাই।

৬৮। প্ৰত্যেক ভবিষ্যৎবাণী পূৰ্ণ হোৱাৰ নিমিত্তে নিৰূপিত সময় আছে ; আৰু তোমালোকে আগলৈ জানিব পাৰিবা।

৬৯। আৰু যেতিয়া তুমি দেখি পোৱা, সিহঁতে আমাৰ নিদৰ্শনসমূহৰ বিষয়ে বৃথা তৰ্ক কৰি আছে, তেতিয়া সিহঁতে এই বিষয় এৰি আন বিষয়লৈ আলচ নকৰালৈকে সিহঁতৰ পৰা আঁতৰি থাকিবা ; আৰু যদি ( কেতিয়াবা ) শয়তানে তোমাক এই আদেশ পাহৰায়, তেন্তে সেই আদেশ আকৌ মনত পৰাৰ পিছতেই অন্যায়কাৰীবিলাকৰ দলৰ সঙ্গত আৰু বহি নাথাকিবা।[৫৬]

৭০। আৰু যিসকলে আল্লালৈ ভয় ৰাখে সিহঁতৰ কাৰ্য্য সম্বন্ধে সেই সকলৰ কোনো দায়িত্ব নাই ; কেৱল ভাল উপদেশ তেওঁলোকে যেন সিহঁতক দি থাকে ;[৫৭] সম্ভৱ সিহঁতে ( তাৰ ফলত ) নিজকে পাপৰ পৰা ৰক্ষা কৰে।

---

৫২। ওপৰৰ শাস্তি, যেনে বিজুলী, বাণপাণী, অত্যাচাৰী ৰজাৰ শাসন, বাহিৰৰ পৰা শত্ৰুৰ আক্ৰমণ। তলৰ শাস্তি, যেনে, ভূমি-কম্প, প্ৰজাৰ বিদ্ৰোহ।

৫৩। গৃহ-যুদ্ধ ( civil war )। আৰৱ বুৰঞ্জী পঢ়ি আমি বুজিব পাৰিছোঁ, জাতি উপজাতিৰ মাজত হোৱা ঘৰুৱা যুদ্ধ বিগ্ৰহে সিহঁতৰ জীৱনী শক্তি নষ্ট কৰিছিল।

৫৪। (১) শাস্তি নমা সম্বন্ধে ভবিষ্যৎবাণীক, (২) আল্লাৰ বাণী কোৰানক।

৫৫। কাৰ্য্যনিৰ্ব্বাহক হৈছে আল্লা। শাস্তিৰ উচিত সময়, তাৰ ধৰণ আৰু পৰিমাণ, আল্লাইহে জানে।

৫৬। সত্যৰ উপহাস কৰা লোকৰ সঙ্গ লবলৈ এই আয়তে নিষেধ কৰিছে। যদি কেনেবাকৈ আমি তেনেলোকৰ সঙ্গত পৰোঁ সেই সঙ্গ সংক্ৰামক ৰোগৰ দৰে ত্যাগ কৰিব লাগে। চোৱাঁ, ৪ : ১৪১।

৫৭। অন্যায়কাৰীবিলাকে যি অসৎ কাৰ্য্য কৰে তাৰ বাবে ধৰ্ম্মপৰায়ণসকলৰ কোনো দায়িত্ব নাই। দায়িত্ব কেৱল সিহঁতক ভাল উপদেশ দিয়া আৰু সুপথে আনিবলৈ যত্ন লোৱা।

৭১। আৰু যিবিলাকে নিজৰ ধৰ্ম্মক আমোদ প্ৰমোদ আৰু ৰং-ধেমালি[৫৮] স্বৰূপ গ্ৰহণ কৰিছে, আৰু যিবিলাকক পাৰ্থিব জীৱনে প্ৰবঞ্চনাত পেলাইছে সিহঁতক তুমি বৰ্জ্জন কৰিবা, আৰু এই কোৰান দ্বাৰা উপদেশ দি থাকিবা : আত্মাই যি ( পাপ ) অৰ্জ্জন কৰিছে জানোচা তাৰ বাবে তাকেই বিনাশ কৰা হয় ; ( তেনে অৱস্থাত ) আল্লাৰ বাহিৰে সেই আত্মাৰ আন বন্ধু নাথাকিব আৰু ( তাৰ হৈ ) কোনো খাটোতাও নাথাকিব ; এনেকি সেই আত্মাই যদি যথাসম্ভৱ ক্ষতিপুৰণ আগ বঢ়ায়, তাৰ পৰা সি গৃহীত নহব ; সিহঁতে যি ( পাপ ) অৰ্জ্জন কৰিছিল তাৰ বাবে সিহঁতকেই বিনাশ কৰা হব ; সিহঁতক উতলা পানী পিবলৈ দিয়া হব আৰু কষ্টদায়ক শাস্তি, কিয়নো সিহঁতে অবিশ্বাস কৰিছিল।[৫৯]

## ৰুকু ৯

আল্লাৰ একত্ব সম্বন্ধে হজ্‌ৰত ইব্ৰাহিমৰ যুক্তি ; আল্লাত বিশ্বাস থাকিলে সবলতা আৰু শান্তি লাভ হয়।

৭২। তুমি কোৱাঁ, আল্লাক এৰি আমি অইনক আহ্বান কৰিম নে, যি আমাৰ উপকাৰ কৰিব নোৱাৰে আৰু আমাৰ অপকাৰো কৰিব নোৱাৰে ? আৰু আল্লাই আমাক পথ প্ৰদৰ্শন কৰাৰ পিছতো আমি এনে এজনৰ নিচিনাকৈ পিছ হুহকি যাম নে, যিজনক শয়তানবিলাকে[৬০] পৃথিৱীৰ এনে ঠাইত এৰি থৈ আছে য'ত সি বিবুদ্ধি হৈ ইফালে সিফালে ঘূৰি ফুৰে,[৬১] অথচ তাৰ সঙ্গীবিলাকে তাক সুপথৰ পিনে মাতে : আমাৰ ওচৰলৈ আহাঁ। তুমি কোৱাঁ,

---

৫৮। চোৱাঁ এই চুৰাৰে আঃ ৩৩।

৫৯। অবিশ্বাসীবিলাকৰ সঙ্গত পৰি বিশ্বাসীসকলে যেন নিজৰেই ক্ষতি নকৰে এয়ে আল্লাৰ আদেশ। বৰ্জ্জন কৰাৰ অৰ্থ সিহঁতৰ দিনৰাতিৰ সঙ্গী নোহোৱা। ধৰ্মপ্ৰচাৰ আৰু ভাল উপদেশৰ কাম শেষ মুহূৰ্ত্তলৈকে এৰিব নালাগে। এনে সৎ কামৰ পৰা ক্ষান্ত হলে জগতত সত্য আৰু ন্যায় কেনেকৈ প্ৰতিষ্ঠিত হব ?

৬০। এনে দুৰ্দান্ত আৰু পাপীলোক যিবিলাকে মানুহক আল্লাৰ পথৰ পৰা বিচলিত কৰি তাৰ নৈতিক আৰু আত্মিক অধঃপতন সাধন কৰে।

৬১। যেনেকৈ চাবিয়নিত বা মৰুভূমিত মানুহে নিজৰ লক্ষ্য হেৰুৱাই বিবুদ্ধি হৈ ইফালে সিফালে বাট বিচাৰি ফুৰে তেনেকৈ শয়তানৰ অনুগামীবিলাকে বাট হেৰুৱাই গন্তব্য ঠাইৰ পৰা বহুত দূৰলৈ আঁতৰি যায়।— ৰ, ম, আহ্‌মদ্।

বাস্তৱতে আল্লাই দেখুওৱা পথেই সুপথ ; আৰু আমি যেন ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ প্ৰতি আত্মসমৰ্পণ কৰোঁ এয়ে আদেশ আমাক দিয়া হৈছে ;

৭৩। আৰু ( আদেশ দিয়া হৈছে ) নমাজৰ অনুষ্ঠান কৰিবা, আৰু তেওঁলৈ ভয় ৰাখি চলিবা, আৰু তেৰেঁই সেইজন যিজনৰ ওচৰলৈ তোমালোকক গোট খোৱাই নিয়া হব।

৭৪। আৰু তেৰেঁই সত্যৰ সৈতে আকাশমণ্ডলী আৰু পৃথিবী সৃজন কৰিছে ; আৰু যিদিনা তেওঁ কব, হৈ যোৱাঁ, সকলোৰে ( তেওঁৰ ইচ্ছা আৰু বিধান মতে ) সৃষ্টি আৰু বিকাশ হব।[৬২]

৭৫। তেওঁৰ বাণী সত্য ; আৰু যিদিনা শিঙাত ফুঁ দিয়া হব,[৬৩] ৰাজত্ব তেওঁৰেই চলিব ; তেওঁ অদৃশ্য আৰু দৃশ্যৰ জ্ঞাতা,[৬৪] আৰু তেৰেঁই শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

৭৬। আৰু যেতিয়া ইব্ৰাহিমে নিজৰ পিতৃ আজৰক[৬৫] কলে, প্ৰতিমা-সমূহক উপাস্য বুলি তুমি গ্ৰহণ কৰিছা নে কি ? মই সচাঁকৈয়ে তোমাক আৰু তোমাৰ দলক প্ৰকাশ্য ভ্ৰমত পৰি থকা দেখিছোঁ।

---

৬২। "কুন্ ফয়কুন্" ফাকি কোৰানৰ বহুত ঠাইত আছে, যেনে, ২ : ১১৮ ; ৩ ; ৪৮ ; ৩ : ৬০ ; ১৬ : ৪১ ; ১৯ : ৩৬ ; ৩৬ : ৮২ ; আৰু ৪০ : ৬৯। সকলো ঠাইত একেটা অৰ্থ, আল্লাই যিহকে ইচ্ছা কৰে, যিহকে মীমাংসা কৰে ( কদ্বা আম্ৰন্ ) সি নোহোৱাকৈ নাথাকে ; কিন্তু আল্লাৰ বিধান মতে হয়। এক মুহূৰ্ত্ততো হব পাৰে, এক যুগতো হব পাৰে, তেওঁ যি নিয়ম বাঁধি দিছে সেই অনুযায়ী।

৬৩। মহাবিচাৰৰ ঘোষণা স্বৰূপ।

৬৪। অদৃশ্যৰ জ্ঞান, ভৱিষ্যতৰ জ্ঞান . দৃশ্যৰ জ্ঞান, বৰ্ত্তমানৰ জ্ঞান।

৬৫। 'আব্ শব্দৰ অৰ্থ পিতা বা দদাই। কেতিয়াবা বয়সে ডাঙৰ আন সম্বন্ধীয়কো বুজায়। মৌলানা আজাদেও আজৰ্ হজ্ৰত ইব্ৰাহিমৰ দদায়েক বুলি তেওঁৰ তৰ্জুমানুল্ কোৰ্আনত লিখিছে। হজ্ৰত খলীফা বঃ মাহ্মুদ আহ্মদ চাহেবে নিজৰ তফচীৰ কবীৰত এই সম্বন্ধে দীঘলকৈ আলোচনা কৰি লিখিছে : খৃষ্টীয় ইতিহাসৰ পণ্ডিত ইয়ুচিবিয়চৰ ( Eusebius ) মতে, তেওঁৰ দদায়েকৰ নাম আছিল আদাৰ বা আথাৰ ( Athar )। ইব্ৰাহিমৰ ( আ ) পিতায়েকৰ মৃত্যুৰ পাছতে আদাৰ বা আথাৰৰ ঘৰতেই ইব্ৰাহিম থাকিব ধৰিল।

আজৰ্ যে ইব্ৰাহিমৰ দদায়েক তাৰ অভ্যন্তৰিক প্ৰমাণো আছে। ৯ : ১১৫ আয়তত আল্লাই ইব্ৰাহিমক তেওঁৰ আৱৰ ( দদায়েকৰ ) নিমিত্তে প্ৰাৰ্থনা কৰিবলৈ নিষেধ কৰিছে। ১৪ : ৪২ আয়তত হজ্ৰত *ইব্ৰাহিমে প্ৰাৰ্থনা কৰিছে, আৰু সেই*

৭৭। আৰু এইদৰেই আমি ইব্ৰাহিমৰ আগত আকাশমণ্ডলী আৰু পৃথিবীৰ ৰাজ্য শাসনৰ ৰহস্য প্ৰকাশ কৰিছিলোঁ, যাতে তাৰ ফলত তেওঁ সেইসকলৰ অন্তৰ্গত হয় যিসকলে নিশ্চিতকৈ বিশ্বাস কৰিছে।

৭৮। পিছত যেতিয়া তেওঁক নিশাৰ আন্ধাৰে আবৰি ধৰিলে, তেওঁ তৰা এটি দেখা পালে; তেওঁ কলে, এয়ে নে মোৰ প্ৰভু! আৰু তৰাটি অদৃশ্য হলত তেওঁ কলে, অদৃশ্য হৈ যোৱাবিলাকক মই ভাল নাপাওঁ।

৭৯। পিছত যেতিয়া জোনে পোহৰ দিয়া দেখিলে তেওঁ কলে, মোৰ প্ৰভু এয়ে নে! আকৌ ই অদৃশ্য হলত তেওঁ কলে, মোৰ প্ৰভুৱে মোক সুপথ নেদেখুওৱা হলে মই নিশ্চয় সেইবিলাকৰ অন্তৰ্গত হলোঁহেতেন যিবিলাক বিপথে গৈছে।

৮০। তাৰ পিছত যেতিয়া তেওঁ বেলিয়ে পোহৰ দিয়া দেখিলে তেওঁ কলে, মোৰ প্ৰভু এয়ে নে! ই সবাতকৈ ডাঙৰ! যেতিয়া ইয়ো মাৰ গল তেওঁ কলে, হে মোৰ জাতি, তোমালোকে যে অইনক আল্লাৰ সমানে উপাস্য পাতিছা তাৰ নিমিত্তে মই কোনোমতে দায়ী নহওঁ।[৬৬]

৮১। যিজনে আকাশমণ্ডল আৰু পৃথিবী সৃষ্টি কৰিছে মই একাগ্ৰভক্তিৰে সৈতে তেওঁৰ ফাললৈ মু কৰিছোঁ;[৬৭] আৰু মই সেইবিলাকৰ মাজৰ নহওঁ যিবিলাকে আল্লাৰ সমানে অইন উপাস্য পাতি লয়।

---

প্ৰাৰ্থনাত 'ওৱালিদ' শব্দ ব্যৱহাৰ কৰিছে। আজৰ্ সম্বন্ধে 'আব্' শব্দ প্ৰয়োগ কৰা হৈছে। আজৰ্ ইব্ৰাহিমৰ ওৱালিদ (পিতৃ) হোৱা হলে আল্লাই নিষেধ কৰা সত্বেও তেওঁ কিয় আজৰৰ নিমিত্তে প্ৰাৰ্থনা কৰিলে? গতিকে এয়ে ঠিক, আজৰ্ ইব্ৰাহিমৰ দদায়েক আছিল। বাইবেলতো (বংশাৱলীত) তেওঁৰ নাম 'আৰ' বুলি লিখা হৈছে।

৬৬। হজ্ৰত ইব্ৰাহিমে (আ) সমগ্ৰ বিশ্বৰ বিচিত্ৰতাত আল্লাৰ জ্ঞান, ক্ষমতা আৰু মহিমা দেখি পাইছিল। কেল্‌দিয়ান আৰু চেবিয়ানবিলাকে যে সূৰ্য্য, চন্দ্ৰ আৰু নক্ষত্ৰক উপাসনাৰ যোগ্য ভাবিছিল সিহঁতৰ ভ্ৰান্তি হজ্ৰত ইব্ৰাহিমে যুক্তি দ্বাৰা দেখুৱাইছিল। এটি অপূৰ্ব্ব ৰূপকত তেওঁ ইয়াকে দেখুৱাইছিল যে গ্ৰহ-নক্ষত্ৰ চন্দ্ৰ-সূৰ্য্য অস্থায়ী বস্তু, আৰু আৰাধনাৰ যোগ্য হব নোৱাৰে। তেওঁ নিজৰ গোটেই জীৱনটো তৌহীদ (এক আল্লাত বিশ্বাস আৰু তেওঁৰেই আৰাধনা) প্ৰচাৰৰ কাৰণে উৎসৰ্গ কৰিছিল আৰু সেই তৌহীদৰেই পূৰ্ণ বিকাশ ইচ্লাম।

৬৭। চোৰা, ৩: ৯৬। একনিষ্ঠ সেবক ('হানীফ') ইব্ৰাহিমৰ ধৰ্ম্ম তোমালোকে অবলম্বন কৰা, অৰ্থাৎ তৌহীদৰ ধৰ্ম্ম। 'হানীফ' সম্বন্ধে আৰু চোৰা ২: ৩৭, ৩: ৬৮, : ১২৬।

৮২। আৰু তেওঁৰ জাতিয়ে তেওঁৰ সৈতে বিতৰ্ক কৰিছিল। তেওঁ কলে, কি! আল্লাৰ বিষয়ে মোৰে সৈতে তোমালোকে বিতৰ্ক কৰিছা নে, অথচ তেৱেঁই আগৰে পৰা মোক সুপথ দেখুৱাইছে? আৰু মোৰ প্ৰভুৰ ইচ্ছা নহলে, তোমালোকে যাক তেওঁৰ সমানে উপাস্য পাতিছা তালৈ মই নিশ্চয় কোনো ভয় নাৰাখোঁ; মোৰ প্ৰভুৰ জ্ঞানে সকলো বস্তুকে জুৰি ধৰি আছে; তথাপি তোমালোকে উপদেশ গ্ৰহণ নকৰা নে?

৮৩। আৰু তোমালোকে যাক আল্লাৰ সমানে উপাস্য পাতিছা তালৈ মই কেনেকৈ ভয় ৰাখিম, যেতিয়া তাক তেওঁৰ সমানে উপাস্য পাতিবলৈ তোমালোকে নিজেই ভয় নকৰা, অথচ এই বিষয়ে আল্লাই তোমালোকৰ প্ৰতি কোনো জ্বলন্ত প্ৰমাণ অৱতীৰ্ণ কৰা নাই? এতেকে (তুমি কোৱাঁ), তোমালোকে ভাবি চোৱাঁ, এই দুই দলৰ মাজত শান্তি লাভ কৰিবলৈ কোনটো দলৰ বেচি অধিকাৰ আছে, যদিহে তোমালোকৰ জ্ঞান থাকে।

৮৪। যিসকলে বিশ্বাস কৰিছে, আৰু নিজ বিশ্বাসক অন্যায়েৰে[৬৮] সৈতে সানমিহলি কৰা নাই সেইসকলৰ নিমিত্তে থাকিব শান্তি, আৰু সেইসকলেই হৈছে সুপথগামী।

## ৰুকু ১০

হজ্ৰত ইব্ৰাহিমৰ (আ) বংশধৰ সকল ৰচুলে আল্লাৰ একত্ব (তৌহীদ)
স্থাপিত কৰিছিল; তেওঁলোক আল্লাই দেখুওৱা সুপথত
আছিল, আৰু মানৱজাতিক সেই বাটেদি
চলিবলৈ আহ্বান কৰিছিল।

৮৫। এয়ে আমাৰ প্ৰত্যক্ষ প্ৰমাণ যি আমি ইব্ৰাহিমক তেওঁৰ জাতিক বুজাবলৈ দান কৰিছিলোঁ: আমি যাকে ইচ্ছা তাকেই মান-সম্মানত উন্নতিশীল কৰোঁ;[৬৯] নিশ্চয় তোমাৰ প্ৰভু শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

---

৬৮। ইয়াত আৰবী শব্দ 'জুলুম'ৰ ভাঙনি আমি 'অন্যায়' কৰিছোঁ। হজ্ৰতৰ (ছ) ছহাবাসকলে প্ৰশ্ন কৰাত তেওঁ জুলুমৰ অৰ্থ কলে শিৰ্‌ক অৰ্থাৎ আল্লাই সৃষ্টি কৰা বস্তুৰ উপাসনা কৰা। প্ৰকৃত বিশ্বাসৰ লগত শিৰ্‌কৰ কোনো সঙ্গতি থাকিব নোৱাৰে। ইচ্‌লামৰ মতে শিৰ্‌ক্ গুৰুতৰ অন্যায়, জুলুমে' আজীম।

৬৯। হজ্ৰত ইব্ৰাহিমৰ (আ) দৰে আল্লাই সকলো ৰচুলকে প্ৰত্যক্ষ প্ৰমাণ দিছিল। এনে প্ৰমাণ হাতত লৈ তেওঁলোকে ধৰ্ম আৰু সত্য পৃথিৱীত প্ৰচাৰ কৰিছিল।

৮৬। আৰু আমি তেওঁক ইচ্হাক আৰু ইয়াকুব (ইচ্হাকৰ পুতেক) দান কৰিছিলোঁ; প্ৰত্যেকজনকেই আমি সুপথ প্ৰদৰ্শন কৰিছিলোঁ; আৰু আমি আগেয়ে নুহক আৰু তেওঁৰ[১০] বংশধৰ দাউদ আৰু চুলেইমান আৰু আইয়ুব আৰু ইয়ুচুফ্ আৰু মুচা আৰু হাৰুনকো সেয়ে সুপথ প্ৰদৰ্শন কৰিছিলোঁ; আৰু এইদৰেই আমি সজ কাম কৰোঁতাবিলাকক প্ৰতিদান দিওঁ।[১১]

৮৭। আৰু (আমি সুপথ দেখুৱাইছিলোঁ) জকৰিয়া আৰু ইয়হ্য়া আৰু ঈচা আৰু ইলয়াচকো; প্ৰত্যেকজনেই ধৰ্ম্মপৰায়ণসকলৰ মাজৰ আছিল;

৮৮। আৰু (আমি সুপথ দেখুৱাইছিলোঁ) ইস্মাইল আৰু আল্ইয়াচা' আৰু ইয়ুনুচ্ আৰু লুত্বকো, এইসকলক বহুলোকৰ ওপৰত আমি শ্ৰেষ্ঠতা দান কৰিছিলোঁ;

৮৯। আৰু (আমি সুপথ দেখুৱাইছিলোঁ) তেওঁলোকৰ পিতৃপুৰুষ, আৰু তেওঁলোকৰ সন্তান-সন্ততি, আৰু তেওঁলোকৰ ভ্ৰাতৃসকলৰ বহুতক; আৰু এই সকলক (আমাৰ অনুগ্ৰহৰ ভাগী হবলৈ) আমি বাচি লৈছিলোঁ; আৰু তেওঁ-লোকক পোন বাটেদি পৰিচালিত কৰিছিলোঁ।

৯০। এয়ে আল্লাৰ সুপথ; এই পথত তেওঁ নিজ দাসবিলাকৰ মাজৰ যাকে ইচ্ছা তাকে পৰিচালিত কৰে; কিন্তু তেওঁলোকে যদি অইনক আল্লাৰ সমানে উপাস্য পাতিলেহেতেন, তেন্তে নিশ্চয় তেওঁলোকে যি (সজ) কাম কৰিছিল সকলো তেওঁলোকৰ কাৰণে ব্যৰ্থ হলহেতেন।[১২]

৯১। এইসকলকেই আমি ধৰ্ম্মপুথি, ৰাজত্ব,[১৩] আৰু নবিত্ব দান কৰি-

---

১০। হজ্ৰত ইব্ৰাহিম (আ) হজ্ৰত নুহৰ (আ) বংশত জন্মিছিল। সেই দেখি ইব্ৰাহিমৰ বংশধৰকো নুহৰেই বংশধৰ বুলিব পাৰি।

১১। এই আয়ত আৰু ইয়াৰ পিছৰ কেইটি আয়তত ১৮জন ৰচুলৰ নাম উল্লেখ কৰা হৈছে। এই ঠাইত সময় অনুক্ৰমে নাম উল্লেখ হোৱা নাই, কিন্তু পিছৰ চুৰাত সময়ৰ ক্ৰম ৰক্ষা কৰা হৈছে।

১২। সকলো ৰচুলে হজ্ৰত ইব্ৰাহিমৰ অনুসৰণ কৰি মানুহক শিৰ্ক্ৰ পৰা বিৰত থাকিবলৈ উপদেশ দিছিল আৰু মন প্ৰাণ দি পৃথিবীত তৌহীদ্ স্থাপন কৰিছিল। এই তৌহীদৰ পূৰ্ণ বিকাশ হজ্ৰত মহম্মদৰ (ছ) দ্বাৰা হৈছিল খৃঃ সপ্তম শতিকাত। চোৱাঁ, ২১ : ২৬।

১৩; আৰবী শব্দ 'আল্হুকুম'ৰ এক অৰ্থ ৰাজত্ব আৰু অইন অৰ্থ সত্যৰ জ্ঞান, আল্লাৰ আৰু তেওঁৰ গুণসমূহৰ জ্ঞান।

ছিলোঁ; গতিকে যদি অবিশ্বাসীবিলাকে তাত বিশ্বাস নকৰে ( নকৰক ), কিয়নো আমি অইন এটা জাতিক[৭৪] যি সেইবিলাক ( আল্লাৰ দান ) অস্বীকাৰ নকৰে ( ক্ষমতা দান কৰি ) সেই ভাৰ অৰ্পণ কৰিছোঁ।

৯২। যিসকলক আল্লাই পথপ্ৰদৰ্শন কৰিছে এই সকলেই; এতেকে ( হে ৰচুল, ) তুমিও তেওঁলোকৰেই পথ অনুসৰণ কৰা;[৭৫] তুমি কৈ দিয়া, ইয়াৰ বাবে মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই; সকলো জাতিৰ নিমিত্তে এই কোৰান সৎ উপদেশ মাথোন।

## ৰুকু ১

হজ্‌ৰত মুচা ( আ ) আৰু হজ্‌ৰত ঈচাৰ ( আ ) প্ৰতি আল্লাৰ প্ৰত্যাদেশ; কোৰান পূৰ্ব্ববৰ্ত্তী প্ৰত্যাদেশৰ সমৰ্থক; গতিকে কোৰানত বিশ্বাস কৰা যুক্তিসঙ্গত।

৯৩। আৰু আল্লাই মানুহৰ প্ৰতি কোনো প্ৰত্যাদেশ অৱতীৰ্ণ কৰা নাই এনে আষাৰ কথা কৈ সিহঁতে আল্লা যি মহিমাৰ যোগ্য তেনে মহিমা তেওঁক কৰা নাছিল। তুমি কোৱাঁ, মুচাই মানৱজাতিৰ নিমিত্তে যি ধৰ্ম্মগ্ৰন্থ জেউতি আৰু পথ-প্ৰদৰ্শন স্বৰূপ লৈ আনিছিল তাক কোনে অৱতীৰ্ণ কৰিছিল? তাক তোমালোকে কেইখিলা কাগজত লিপিবদ্ধ কৰি থৈছা; তাৰে এভাগ তোমালোকে প্ৰকাশ কৰিছা আৰু সৰহভাগকেই গোপন কৰি থৈছা;[৭৬] আৰু যি বিষয়ে তোমালোক আৰু তোমালোকৰ পিতৃপুৰুষো অজ্ঞান আছিলা তাৰ বিষয়ে

---

৭৪। হজ্‌ৰত মহম্মদ ( স্ব ) আৰু তেওঁৰ অনুগামীসকলক বুজাইছে। তেওঁলোকক আল্লাই নিযুক্ত কৰিছিল মানৱজাতিক ধৰ্ম্ম আৰু সত্যৰ শিক্ষা দিবলৈ আৰু তৌহীদৰ বাট দেখুৱাবলৈ।

৭৫। এই আয়তৰ পৰা স্পষ্টকৈ বুজিব পাৰি, ইচ্‌লাম নতুন ধৰ্ম্ম নহয়; সকলো নবী আৰু ৰচুলে একেটা ধৰ্ম্মকে প্ৰচাৰ কৰিছিল: আল্লাৰ একত্বত বিশ্বাস, তেওঁৰ প্ৰেম আৰু বাধ্যতা। সেই শিক্ষাবোৰ কোৰানে ৰক্ষা কৰিছে; আৰু হজ্‌ৰত মহম্মদৰ (স্ব) পৱিত্ৰ জীৱনত সেই শিক্ষাৰ পূৰ্ণ বিকাশ হৈছিল। গতিকে যি ধৰ্ম্ম আল্লাৰ পৰা আহিছে তাক ইচ্‌লামে মুঠতে সচা বুলি মানি লৈছে আৰু তাৰ নিন্দা কৰা নাই।

৭৬। চোৱাঁ, ২: ৮৭। হজ্‌ৰত মহম্মদৰ ( স্ব ) আগমন সম্বন্ধে বিধিলাক

তোমালোকক শিক্ষা দিয়া হৈছে। কোৰ্আ, আল্লাই ( অৱতীৰ্ণ কৰিছে ); পিছত সিহঁতক বৃথা আলোচনাত পৰি ওমলি থাকিবলৈ দিয়ঁা।

৯৪। আৰু যি ধৰ্ম্মপুথিক মঙ্গলৰে পৰিপূৰ্ণ কৰি আৰু পূৰ্বৰ অহা সত্যৰ সমৰ্থকৰূপে আমি অৱতীৰ্ণ কৰিছোঁ সি এইখনেই ; উদ্দেশ্য এই, যাতে তুমি নগৰজননীক[৭৭] আৰু তাৰ চাৰিওফালে থকা মানুহবিলাকক[৭৮] সতৰ্ক কৰিব পাৰা ; আৰু যিসকলে পৰকালত বিশ্বাস কৰে সেইসকলে ইয়াতো বিশ্বাস স্থাপন কৰে, আৰু সেইসকলে নিয়মপৰায়ণ হৈ নিজ নমাজৰ সংৰক্ষণ কৰে।

৯৫। আৰু সেইজনতকৈ কোন অধিক অন্যায়কাৰী যিজনে আল্লাৰ সম্বন্ধে মিছা সাজে বা এই বুলি কয়, মোৰ প্ৰতি আল্লাৰ প্ৰত্যাদেশ হৈছে, অথচ তাৰ প্ৰতি একোকে প্ৰত্যাদেশ হোৱা নাই[৭৯], আৰু যিজনে কয়, আল্লাই যি নমাই পঠিয়াইছে ময়ো তাৰে সদৃশ নমাই আনিব পাৰোঁ ?[৮০] আৰু যদি তুমি দেখিলা হেতেন ! অন্যায়কাৰীবিলাকে কেনেকৈ মৃত্যু যাতনা ভোগ কৰিছে আৰু কেনেকৈ ফিৰিশ্‌তাবিলাকে নিজৰ হাতসমূহ মেলি ( কৰ ধৰিছে ), তোমালোকে নিজৰ প্ৰাণসমূহ ( শৰীৰৰ পৰা ) উলিয়াই আনা ; আজিৰ দিনা[৮১] তোমালোকক

ভৱিষ্যৎবাণী তৌৰাতত আছিল সেইবিলাক ইহুদীবিলাকে প্ৰকাশ নকৰিছিল। সিহঁতে তৌৰাতৰ কিছু অংশত বিশ্বাস কৰিছিল, আৰু কিছু অংশত নকৰিছিল।

৭৭। সেই সময়ত মক্কা আৰৱ দেশৰ ৰাজনৈতিক আৰু বাণিজ্য কেন্দ্ৰ আছিল। আৰু কা'বা শ্বৰীফ থকাৰ কাৰণে ধৰ্ম্ম কেন্দ্ৰও আছিল। এই কাৰণে মক্কাক 'নগৰসমূহৰ মাতৃ' ( উম্মুল্‌ কুৰা ) বোলা হৈছিল। আৰু বিশেষকৈ আজিলৈকে মক্কা ইচ্‌লাম ধৰ্ম্মৰ কেন্দ্ৰ ; আৰু হয্‌ সম্পন্ন কৰিবলৈ সমগ্ৰ জগতৰ মুচলমান অন্ততঃ বছৰে এবাৰ ইয়াতে সমবেত হয়।

৭৮। উপজাতিবিলাক আৰু মৰুভূমিৰ বেদুইন বিলাক।

৭৯। চোৰ্আ ৬ : ২২ টী। এই কথা কাকি কোৰানত বাৰ বাৰ উল্লেখ কৰা হৈছে। চোৰ্আ, ৭ : ৩৮ ; ১০ : ১৮ ; ১১ : ১৯ ; ৬১ : ৮।

৮০। আজিলৈকে কোৰানৰ সদৃশ পুথি সিহঁতে ৰচনা কৰিব পৰা নাই। চোৰ্আ, ১৭ : ৮৯। আল্লাৰ বাণী আৰু মানুহৰ বাণীৰ মাজত প্ৰভেদ থাকিবই। এনেকি, হদীচ হৈছে হজ্‌ৰত ৰচুলৰ ( স্ব ) বাণী আৰু জ্ঞানৰে পৰিপূৰ্ণ ; কিন্তু এই বাণীৰ লগত কোৰানৰ ভাষাৰ মিল নাই। সেইদেখি যিবিলাকে কয় কোৰান ৰচুলে নিজে ৰচনা কৰা পুথি, সেইবিলাকৰ কথা সত্য হব নোৱাৰে।

৮১। কোৰান অধ্যয়ন কৰিলে বুজিব পাৰি, শাস্তিৰ তিনিটা কাল আছে। (১) এই পৃথিবীৰ জীৱনতেই শাস্তি আমি ভোগ কৰোঁ। আত্ম-সংশোধন কৰিলে আল্লাই ক্ষমা দিয়ে আৰু শাস্তি আঁতৰাই নিয়ে। (২) মৃত্যুৰ পাছৰ পৰা মহাবিচাৰৰ দিনলৈকে

প্ৰতিফল দিয়া হব লাঞ্ছনাৰ শাস্তি, কিয়নো তোমালোকে আল্লাৰ বিৰুদ্ধে অসত্য কথা কৈছিলা, আৰু অহঙ্কাৰ কৰি তেওঁৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰিছিলা।

৯৬। আৰু আমি যিদৰে তোমালোকক প্ৰথমবাৰ সৃজন কৰিছিলোঁ সেইদৰে ( আজি ) তোমালোকে অকলশৰীয়াকৈ আমাৰ ওচৰলৈ আহিছা, আৰু যি সম্বল[৮২] আমি তোমালোকক দান কৰিছিলোঁ তোমালোকে নিজৰ পিঠিৰ পিছত এৰি থৈ আহিছা ; আৰু ( আজি ) তোমালোকৰ লগত তোমালোকৰ হৈ সেই খাটোঁতাবিলাকক আমি নেদেখোঁ যিবিলাকক তোমালোকে নিজ কাৰ্য্যত অংশী বুলি ভাবি লৈছিলা ; এতিয়া তোমালোকৰ পৰস্পৰৰ সম্বন্ধ ছিগিল ! আৰু তোমালোকে যি ( সাহায্য লাভ কৰিবা বুলি ) ভাবি থৈছিলা সকলো তোমালোকৰ পৰা দূৰীভূত হল !

## ৰুকু ১২

প্ৰাকৃতিক জগতত ক্ৰমোন্নতিৰ ধাৰা ; আধ্যাত্মিক জগততো তেনে ধাৰা আমি দেখা পাওঁ ; সেয়ে আল্লাৰ অস্তিত্ব আৰু ক্ষমতা আৰু শ্ৰেষ্ঠ জ্ঞানৰ পৰিচয় !

৯৭। নিশ্চয় আল্লাই শস্যৰ বীজ আৰু খেজুৰ গুটিক ফালি তাৰে পৰা অঙ্কুৰ উৎপাদন কৰে ; তেওঁ মৃতকৰ পৰা জীৱিতক উদ্ভূত কৰে, আৰু যি জীৱিত তাৰ মৃত্যু সাধন কৰে ; এনেজনেই তোমালোকৰ আল্লা ; তোমালোকক তেন্তে কোনফালে ঘূৰাই নিয়া হৈছে ?[৮৩]

যি শাস্তি ভোগ কৰিব লগা হয় তাক 'আজাবুল্ কবৰ' বোলে। কব্ৰ শব্দ শ পোতা গাঁতৰ অৰ্থত যদিও সাধাৰণতে ব্যৱহাৰ কৰা হয়, ইয়াৰ আছল অৰ্থ হৈছে মৃত্যুৰ পাছৰ অৱস্থা। (৩) শেষ বিচাৰৰ দিনৰ পৰা ( কিয়ামতৰ পৰা ) সেই সময় পৰ্য্যন্ত যি আল্লাই নিজ ইচ্ছাৰে নিৰ্ণয় কৰে। ছুফীসকলৰ বিশ্বাস, শাস্তিৰ কাল অনন্ত হব নোৱাৰে কিয়নো আল্লাৰ কৰুণা এদিন উপচি উঠিব, আৰু পাপ পুণ্যৰ প্ৰভেদ নকৰি সকলোকে আগুৰি ধৰিব।

৮২। ঐশ্বৰ্য্য, বিভূতি, বহু বন্ধু-বান্ধৱ, আত্মীয়স্বজন, পাৰ্থিৱ সফলতা ইত্যাদি সকলো বুজাইছে।

৮৩। জন্মৰ পাছত মৃত্যু আৰু মৃত্যুৰ পিছত পুনৰ জীৱন, এনে ক্ৰমোন্নতি আধ্যাত্মিক জীৱনতো পৰিলক্ষিত হয়। জড়তাৰ হেচাত যি ব্যক্তি বা জাতি মৃতপ্ৰায় তাক বা

৯৮। (তেওঁ ৰাতিক ফালি) পুৱাৰ উন্মেষ কৰে; আৰু তেওঁ নিশাক বিশ্ৰামৰ নিমিত্তে আৰু সূৰ্য্য আৰু চন্দ্ৰক সময় নিৰ্ণয়ৰ কাৰণে সৃষ্টি কৰিছে; এয়ে মহাশক্তিশালী, সৰ্ব্বজ্ঞাতাই স্থিৰ কৰা বিধান।[৮৪]

৯৯। আৰু তেৱেঁই নক্ষত্ৰসমূহক তোমালোকৰ নিমিত্তে সৃজন কৰিছে, যাতে সেইবোৰৰ সহায়ৰে স্থল আৰু সমুদ্ৰৰ ঘোৰ অন্ধকাৰত বাট দেখি পোৱা, স্বৰূপতে যিবিলাকৰ জ্ঞান আছে সেইবিলাকৰ নিমিত্তে আমি নিদৰ্শনসমূহ বহুলাই বৰ্ণনা কৰিছোঁ।[৮৫]

১০০। আৰু তেৱেঁই তোমালোকক সৃজন কৰিছে এক আত্মাৰ পৰা; পিছত (তোমালোকৰ নিমিত্তে আছে) স্থায়ী অৱস্থান আৰু অস্থায়ী আশ্ৰয়স্থল;[৮৬] যিবিলাকৰ বোধশক্তি আছে সেইবিলাকৰ নিমিত্তে স্বৰূপতে আমি নিদৰ্শনসমূহ বহুলাই বৰ্ণনা কৰিছোঁ।

১০১। আৰু তেৱেঁই আকাশৰ পৰা বৰষুণ নমাই পঠিয়ায়, পিছত আমি তাৰ পৰা সকলো প্ৰকাৰ উদ্ভিদ উৎপন্ন কৰোঁ তাৰ পিছত আমি তাৰ পৰা সেউজীয়া ঘাঁহ-পাত উদ্গত কৰোঁ; তাৰে পৰা থোপা-বন্ধা শস্য উৎপাদন কৰোঁ, আৰু খেজুৰ গছৰ কোষৰ পৰা তললৈ ওলমি থকা থোকবিলাক আৰু কাননসমূহ একেবিধ আৰু বিভিন্নবিধৰ আঙুৰ আৰু জলফাই আৰু দালিমৰে পৰিপূৰ্ণ; যেতিয়া তাত ফল ধৰে সেই ফলৰ পিনে আৰু যেতিয়া ই পকে তাৰ পিনে তোমালোকে দৃষ্টি কৰিবা; কোনো সন্দেহ নাই বিশ্বাস স্থাপনকাৰীলোকৰ নিমিত্তে ইয়াত নিদৰ্শনসমূহ আছে।[৮৭]

---

সেই জাতিক আল্লাই ৰছুলৰ স্পৰ্শ দ্বাৰা নুনাই সজীৱ কৰে। এই ক্ৰমোন্নতিৰ কোনো সীমা নাই, যেনে আল্লাক আত্মাই উপলব্ধি কৰাৰো সীমা নাই।

৮৪। যেনেকৈ নিশাৰ অন্তত উষাৰ কিৰণৰাশি বিয়পি পৰে তেনেকৈ অন্ধকাৰ যুগৰ শেষত সত্যপথ অন্বেষণৰ এক দিব্য যুগৰ অভ্যুদয় হয়। সূৰ্য্য আৰু চন্দ্ৰৰ আৱৰ্ত্তন আৰু পৰিক্ৰমণে চক্ৰৰ গতি নিৰূপণ কৰে। সেইদৰে আল্লাৰ প্ৰত্যাদেশ অৱতীৰ্ণ হৈ জগতত নতুন নতুন আধ্যাত্মিক জেউতিৰ একোটা যুগ প্ৰৱৰ্ত্তন কৰে।

৮৫। যিজন আল্লাই চাৰি আৰু সাগৰত তৰাবিলাকৰ দ্বাৰা বাট দেখুৱায় সেইজনেই নবী ৰছুলৰ দৰে মহাপুৰুষৰ দ্বাৰা তেওঁৰ কাৰণে দিশ বিচৰাবিলাকক সহায় কৰে।

৮৬। পাৰ্থিৱ জীৱন অস্থায়ী, পৰলোকৰ জীৱন স্থায়ী।

৮৭। ডাৱৰৰ পৰা বৰষুণ পৰি নানাবিধ শস্য আৰু ফলেৰে পৃথিৱীক সেউজীয়া কৰি নতুন প্ৰাণ দিয়ে; সেইদৰেই আল্লাই নিজ প্ৰত্যাদেশ বৰ্ষণ কৰি মানুহৰ প্ৰাণত

১০২। আৰু ( চোৱা ) সিহঁতে যিন্‌বিলাকক[৮৮] আল্লাৰ সঙ্গী পাতিছে, অথচ তেৱেঁই সিহঁতক সৃষ্টি কৰিছে ; আৰু অজ্ঞতাৰ কাৰণে সিহঁতে তেওঁৰ পুতেক জীয়েক স্থিৰ কৰি লৈছে ; তেৱেঁই পৰম পৱিত্ৰ, আৰু সিহঁতে যি ( আল্লাৰ সম্বন্ধে ) বৰ্ণনা কৰে তাৰ পৰা তেওঁ বহুত ওখত।

## ৰুকু ১৩

আল্লা সকলো প্ৰাণী আৰু বস্তুৰেই আদি স্ৰষ্টা ; তেওঁ একজন, অদ্বিতীয়, আমাৰ উপলব্ধিৰ অতীত ; সত্য নিজ গুণেৰে প্ৰতিষ্ঠিত হব, বলপ্ৰয়োগৰে নহয় ; ইচ্‌লামৰ অন্য ধৰ্মাবলম্বীৰ প্ৰতি উদাৰতা ; নিদৰ্শন প্ৰদৰ্শন আল্লাৰ ইচ্ছাৰ কথা ; নবীয়ে নিজ ইচ্ছা আৰু বলেৰে নিদৰ্শন আনিব নোৱাৰে।

১০৩। আকাশমণ্ডলী আৰু পৃথিবীৰ আদি[৮৯] স্ৰষ্টা ( আল্লা ) ; তেওঁৰ সহচৰীয়ে নাই, সন্তান তেওঁৰ কেনেকৈ হব ? আৰু তেওঁ সকলো বস্তুকে সৃজন কৰিছে ; আৰু সকলো বস্তুৰেই তেওঁৰ পূৰ্ণ জ্ঞান আছে।[৯০]

১০৪। তেৱেঁই তোমালোকৰ প্ৰভু আল্লা ; তেওঁত ভিন্ন আন কোনো উপাস্য নাই ; সকলো বস্তুৰেই সৃজন কৰোঁতা ; এতেকে তেওঁৰেই আৰাধনা কৰা, আৰু তেৱেঁই সকলো বিষয়ৰ সম্পাদন কৰোঁতা।

---

স্পন্দন জগাই তোলে ; আৰু গোটেই পৃথিবীখন ফল আৰু ফুলেৰে পৰিপূৰ্ণ সুন্দৰ শুৱলা উদ্যান হৈ পৰে, আধ্যাত্মিক ৰূপে।

৮৮। 'যিন্' শব্দৰ মূল হৈছে 'যন্ন', অৰ্থ, আবৰণ, ঢাকনি। যি মানুহৰ পৰা আঁতৰ হৈ থাকে আৰু দেখা নিদিয়ে তেনে মানুহকো যিন্ বোলে, যেনে হাবিত থকা উপজাতি। জাপানৰ বজাৰ দৰে যিবোৰ ডাঙৰ মানুহ জনসাধাৰণৰ পৰা বেলেগ হৈ থাকে তেনে মানুহকো যিন্ নাম দিয়া হয়। পাছত অন্ধবিশ্বাসী মানুহে ( ইচ্‌লামৰ পূৰ্ব্বে আৰববিলাকেও ) অমানুষিক ক্ষমতা থকা এবিধ প্ৰাণীক যিন্ বুলিছিল, আৰু সেইবিলাকক দেৱতুল্য অনুমান কৰিছিল। ইচ্‌লামে এনেবিলাক অন্ধবিশ্বাস গুচালে।

৮৯। 'বদীঅ'ৰ অৰ্থ হৈছে, চানেকি নোহোৱাকৈ শূণ্যৰ পৰা সৃজন কৰা। ইচ্‌লামৰ মতে আল্লা পদাৰ্থ আৰু আত্মাৰো (matter and soul) সৃষ্টিকৰ্ত্তা। আৰু এঠাইত (১৩ : ১৭ ) উল্লেখ হৈছে : "তেৱেঁই সকলো বস্তুৰ সৃষ্টিকৰ্ত্তা।"

৯০। কিয়নো তেওঁ নিজেই সৃষ্টি কৰিছে। যদি পদাৰ্থ আৰু আত্মাক আল্লাই সৃষ্টি কৰা নাই হেন্তে তাৰ পূৰ্ণ জ্ঞানো তেওঁৰ হব নোৱাৰে। কিন্তু ই অসম্ভৱ।

১০৫। নয়নসমূহে তেওঁক অনুভব কৰিব নোৱাৰে, কিন্তু তেওঁৰ দৃষ্টিয়ে নয়নসমূহকো ঢুকি পায়; আৰু তেওঁ সূক্ষ্মদৰ্শী, পৰিজ্ঞাত।[৯১]

১০৬। স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে জ্বলন্ত প্ৰমাণসমূহ; এতেকে যেয়ে দেখিব বুজিব ই তাৰ নিজৰেই কল্যাণৰ নিমিত্তে; আৰু যি নেদেখে নুবুজে তাৰ নিমিত্তে সি নিজেয়ে দায়ী; আৰু (তুমি কোৱাঁ) তোমালোকৰ ওপৰত মই ৰক্ষক হৈ অহা নাই।

১০৭। আৰু এইদৰে আমি নিদৰ্শনসমূহ ঘূৰাই ঘূৰাই বৰ্ণনা কৰোঁ (যাতে সিহঁতে সত্য গ্ৰহণ কৰিব পাৰে), আৰু যাতে সিহঁতে কয়, তুমি কেনে উত্তম শিক্ষা দিছা! আৰু যাতে জ্ঞানবান লোকৰ নিমিত্তে তাকে স্পষ্টকৈ ব্যক্ত কৰোঁ।

১০৮। তোমাৰ প্ৰভুৰ পৰা তোমাৰ প্ৰতি যি প্ৰত্যাদেশ হৈছে তুমি তাৰেই অনুসৰণ কৰা: তেওঁৰ বাহিৰে আন উপাস্য নাই; আৰু তুমি সেই-বিলাকৰ পৰা আঁতৰি থাকিবা যিবিলাকে আল্লাৰ সমানে অইনক উপাস্য পাতিছে।

১০৯। আৰু আল্লাই ইচ্ছা কৰা হলে, সিহঁতে অইনক আল্লাৰ সমানে উপাস্য নপাতিলেহেতেন; আৰু সিহঁতৰ ওপৰত আমি তোমাক ৰক্ষক নিযুক্ত কৰা নাই; আৰু তুমি সিহঁতৰ কাৰণে সম্পাদন কৰোঁতাও নোহোৱা।

১১০। আৰু সিহঁতে আল্লাত ভিন্ন যিবিলাকক আহ্বান কৰে সেই বিলাকক নিন্দা নকৰিবা, নতুবা সিহঁতে নজনাকৈ আল্লা সম্বন্ধে বিদ্বেষৰ ভাৱেৰে দুৰ্ব্বাক্য প্ৰয়োগ কৰিব; এইদৰে আমি সকলো সম্প্ৰদায়ৰ কাৰণে সিহঁতৰ কাৰ্য্য (দেখিবলৈ) শোভনীয় কৰোঁ; অৱশেষত সিহঁতৰ প্ৰভুৰ ওচৰলৈ সিহঁতৰ প্ৰত্যাবৰ্ত্তন হব; তাৰ পিছত সিহঁতে যি কাৰ্য্য (পৃথিবীত) কৰিছিল সকলো-খিনি তেওঁ সিহঁতক জানিবলৈ দিব।[৯৩]

---

৯১। এই আয়তলৈ সূফীসকলে বিস্তাৰিতভাবে আলচ কৰিছে—এই চকুৰে আল্লাক দেখিব পাৰি নে নোৱাৰি। এই জটিল প্ৰশ্নক 'মচ্‌আলায়ে ৰুয়তে ইলাহী' বোলে।

৯২। মানুহ স্বাধীন; পাপ পুণ্য তাৰ নিজ বিচাৰৰ কথা। আল্লাই বলেৰে মানুহক পাপীও নকৰে, পুণ্যবানো নকৰে। ইচ্‌লাম ধৰ্মত বল প্ৰয়োগ নাই।

৯৩। উদাৰতাৰ কি উচ্চ শিক্ষা! খিৰ্‌ক কৰোঁতাবিলাকৰো সৈতে ভাল ব্যৱহাৰ কৰা আৰু সিহঁতৰ উপাস্যবিলাকৰ নিন্দা নকৰা মুচল্‌মানৰ কৰ্ত্তব্য।

১১১। আৰু সিহঁতে আল্লাৰ নামত ডাঙৰ শপত খাইছে, এই বুলি, যদি সিহঁতলৈ কোনো নিদৰ্শন আহে সিহঁতে নিশ্চয় তাত বিশ্বাস কৰিব। তুমি কোৱাঁ, প্ৰকৃততে নিদৰ্শনসমূহ আছে কেৱল আল্লাৰ কাষত।[৯৪] তোমালোকে এই কথা কেনেকৈ জানিবা, নিদৰ্শনসমূহ আহিলেও সিহঁতে তাত বিশ্বাস নকৰিব ?

১১২। আৰু যেনেকৈ সিহঁতে প্ৰথমবাৰ কোৰানত বিশ্বাস কৰা নাছিল, তেনেকৈ (এতিয়াও) আমি সিহঁতৰ অন্তৰসমূহ আৰু নয়নসমূহ ঘূৰিয়াই দিম, আৰু সিহঁতক নিজৰ অবাধ্যতাতে অন্ধৰ দৰে খেপিয়াই ফুৰিবলৈ এৰি দিম।

৯৪। হজৰত ৰচুলে (ছ) বহু নিদৰ্শন দেখুৱাইছিল। কিন্তু নিদৰ্শন আল্লাৰ ইচ্ছাৰ অধীন। তেৱেঁই নিদৰ্শনৰ সময়, ৰূপ, আৰু উপলক্ষ নিৰ্ণয় কৰে।

# ৰুকু ১৪

সকলো নবীৰেই শত্রু থাকে; সিহঁতে সত্যৰ বিৰোধী হৈ তেওঁলোকক
আৰু তেওঁলোকৰ অনুচৰবৰ্গক সুপথৰ পৰা আঁতৰাবলৈ চেষ্টা
কৰে; কিন্তু সিহঁতৰ এই চেষ্টা নিস্ফল হয়;
আল্লাত ভিন্ন আনৰ নামত উৎসৰ্গ
কৰা পশু পক্ষী ভক্ষণ
কৰা নিষিদ্ধ।

১১৩। আৰু যদিও আমি সিহঁতৰ প্রতি ফিৰিশ্‌তাবিলাক নমাই পঠালোঁহেতেন, আৰু মৃতকবিলাকে সিহঁতৰ সৈতে আলাপ কৰিলেহেতেন, আৰু যদি আমি সকলো বস্তু গোটাই আনি সিহঁতৰ সম্মুখত আগ বঢ়ালোঁহেতেন, তত্রাচ আল্লাই (সিহঁত বিশ্বাসী হোৱাৰ) নিজে ইচ্ছা নকৰিলে, সিহঁতে কেতিয়াও বিশ্বাস নকৰিলেহেতেন; কিন্তু সিহঁতৰ সৰহভাগেই অবোধৰ দৰে ব্যৱহাৰ কৰে।[৯৫]

১১৪। আৰু এই দৰে প্রত্যেক নবীৰ নিমিত্তে আমি শত্রু নির্দ্দিষ্ট কৰিছোঁ, যি মানুহ আৰু যিনৰ[৯৬] মাজত শয়তানৰূপী; সিহঁতৰ কিছুমানে প্রতাৰণা কৰিবৰ অৰ্থে কিছুমানৰ হৃদয়ত সুশোভিত কথাৰ সঞ্চাৰণ কৰে; আৰু তোমালোকৰ প্ৰভুৱে ইচ্ছা কৰা হলে সিহঁতে তেনে কাৰ্য্য নকৰিলেহেতেন,[৯৭] গতিকে সিহঁতক তুমি পৰিত্যাগ কৰা, আৰু সিহঁতক মিছা সাজি থাকিবলৈ দিয়া,—

১১৫। আৰু যাতে যিবিলাকে পৰকালত বিশ্বাস নকৰে সিহঁতৰ অন্তৰসমূহ যেন সিফালে[৯৮] ঢাল খায়, আৰু সিহঁতে যেন তাতেই সন্তুষ্ট থাকে, আৰু সিহঁতে (নবীৰ শত্রুতা কৰি) যি অৰ্জ্জন কৰে তাকেই যেন অৰ্জ্জন কৰি থাকে।

---

৯৫। (১) সিহঁতৰ মনৰ সম্পূর্ণ পৰিবর্ত্তন ঘটিছে। এনে কি আল্লাৰ পৰা অহা প্রকাশ্য নিদর্শন দেখিও সিহঁতে সুপথ লাভ নকৰে। (২) অন্যায় আচৰণ সিহঁতৰ দ্বিতীয় স্বভাব হৈ পৰে। তাৰ ফলত সিহঁতৰ নৈতিক আৰু আধ্যাত্মিক অভিভূতি বিনষ্ট হয়।

৯৬। চোৱাঁ ৬: ১০১ আৰু টী। সাধাৰণ আৰু প্রধান দুয়ো শ্রেণীৰ মানুহৰ মাজত সত্যৰ শত্রু দেখা যায়। সিহঁতে প্রকাশ্যে আৰু গোপনে হজৰত ৰচুলৰ (দ) বিৰুদ্ধে ষড়যন্ত্র পাতিছিল। কিন্তু আল্লাই সিহঁতৰ সকলো চেষ্টা বিফল কৰিছিল।

৯৭। আল্লাই ধর্মক্ষেত্রত মানুহক স্বাধীন কৰিছে; সি নিজ ইচ্ছাৰে পাপ বা পুণ্যৰ পথ অৱলম্বন কৰে।

৯৮। পাপ আৰু অন্যায় আচৰণৰফালে।

১১৬। তুমি কোৱাঁ, আল্লাক এৰি মই অইন বিচাৰকৰ বিচাৰ লবলৈ যাম নে? অথচ তেৱেঁই তোমালোকৰ প্ৰতি অৱতীৰ্ণ কৰিছে ধৰ্ম্মপুথি যাৰ দ্বাৰা সকলো বিষয় বিস্তাৰিতভাৱে বৰ্ণোৱা হৈছে; যিবিলাকক আমি পুথি দান কৰিছিলোঁ সিবিলাকে (সঠিককৈ) জানে,[৯৯] সেই পুথি সত্যৰ সৈতে তোমাৰ প্ৰভুৰ পৰা অৱতীৰ্ণ হৈছে; এতেকে তুমি সেইবিলাকৰ মাজৰ নহবা যিবিলাক সন্দেহত পৰি থাকে।

১১৭। আৰু তোমাৰ প্ৰভুৰ বাক্য সত্য আৰু ন্যায়ৰ সৈতে পূৰ্ণ হৈছে;[১০০] তেওঁৰ বাক্যসমূহ পৰিবৰ্ত্তন কৰোঁতা কেও নাই; আৰু তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

১১৮। আৰু যদি তুমি পৃথিবীৰ বেচিভাগ মানুহৰ কথা শুনি চলা, সিহঁতে তোমাক আল্লাৰ পথৰ পৰা বিভ্ৰান্ত কৰিব, সিহঁতে কেৱল নিজ কল্পনাৰহে অনুসৰণ কৰে, আৰু কেৱল অনিশ্চিত অনুমানৰ[১০১] ফালে সিহঁতৰ গতি।

১১৯। বাস্তৱতে তোমাৰ প্ৰভুৱে তেওঁৰ পথৰ পৰা বিভ্ৰান্ত হোৱা-বিলাকক ভালকৈ জানে; আৰু যিসকল সুপথপ্ৰাপ্ত সেই সকলকো বঢ়িয়াকৈ জানে।

১২০। আৰু যদি তোমালোকে তেওঁৰ নিদৰ্শনসমূহত বিশ্বাস কৰা তেনেহলে যি জন্তুৰ ওপৰত (বধ কৰোঁতে) আল্লাৰ নাম লোৱা হৈছে তাক (অবাধে) খাব পাৰিবা।[১০২]

১২১। আৰু যি জন্তুৰ ওপৰত (বধ কৰোঁতে) আল্লাৰ নাম লোৱা হৈছে তাক খাবলৈ তোমালোকৰ কি আপত্তি হব পাৰে, যেতিয়া যিবিলাক জন্তু তোমালোকৰ নিমিত্তে তেওঁ অবৈধ কৰিছে সেইবিলাক স্বৰূপতে তেওঁ বহলাই

---

৯৯। যিবোৰ ভবিষ্যৎবাণী হজ্ৰতৰ (স্ব) সম্বন্ধে কোৰান বা সিহঁতৰ ধৰ্মগ্ৰন্থত আছে সিহঁতে ভালকৈ জানিছিল, তথাপি সিহঁত জানি শুনি অবিশ্বাসী হৈছিল।

১০০। আল্লাৰ ভবিষ্যৎবাণী মক্কা বিজয় সম্বন্ধে পূৰ্ণ হল। কথিত আছে, যেতিয়া হজ্ৰতে (স্ব) মক্কাবিজয়ৰ দিনা ক'বা খৰীফৰ ভিতৰত প্ৰবেশ কৰি মূৰ্ত্তিবিলাক উলিয়াই দিছিল তেতিয়া তেওঁ এই আয়ত বাৰে বাৰে আবৃত্তি কৰিছিল।

১০১। ভাল-বেয়া, ন্যায়-অন্যায় আৰু সুপথ-বিপথৰ সম্বন্ধে সিহঁতে নিজৰ অনুমানৰ অনুসৰণ কৰে, আৰু আল্লাৰ সুনিশ্চিত প্ৰত্যাদেশত বিশ্বাস নকৰে।

১০২। কোনো দেৱতা বা মূৰ্ত্তিৰ নামত উছৰ্গা কৰা জন্তুৰ মঙহ খোৱা মুচ্লিমৰ পক্ষে নিষিদ্ধ। এই আদেশ একেশ্বৰবাদৰ সঙ্গত।

তোমালোকৰ আগত উল্লেখ কৰিছে,[১০৩]—সেইবিলাকৰ বাহিৰে যিবিলাক তোমালোকে নিৰুপায় অৱস্থাত[১০৪] খাব লগা হয়? আৰু নিশ্চয় বহুতে অজ্ঞতাবশতঃ নিজৰ নীচ আকাঙ্খাসমূহৰ দ্বাৰা আনক পথভ্ৰান্ত কৰি থাকে; বাস্তৱতে তোমাৰ প্ৰভুৱে সীমা অতিক্ৰম কৰোঁতাবিলাকক ভালকৈ জানে।

১২২। আৰু তোমালোকে পাপ পৰিত্যাগ কৰিবা, প্ৰকাশ্য হওক বা গুপ্ত হওক;[১০৫] বাস্তৱতে যিবিলাকে পাপ অৰ্জ্জন কৰে সিহঁতক সিহঁতে যি কুকাৰ্য্য কৰিছিল তাৰ বাবে নিশ্চয় প্ৰতিফল দিয়া হব।

১২৩। আৰু যি জন্তুৰ ওপৰত (বধ কৰোঁতে) আল্লাৰ নাম লোৱা হোৱা নাই তাক তোমালোকে নাখাবা, কিয়নো নিশ্চয় ই (স্পষ্ট) অবাধ্যতা;[১০৬] আৰু কোনো সন্দেহ নাই শ্বয়তানৰূপী মানুহবিলাকে প্ৰকৃততে নিজৰ বন্ধুবিলাকক তোমালোকৰ সৈতে বাদ-বিসম্বাদ কৰিবলৈ কুমন্ত্ৰণা দিয়ে; আৰু যদি তোমালোক সিহঁতৰ বাধ্য হোৱা তেন্তে তোমালোক নিশ্চয় আল্লাৰ অংশী পাতোঁতা হৈ পৰিবা।

## ৰুকু ১৫

যিসকলে আল্লা আৰু ৰচুলৰ (স্ব) আদেশ পালন কৰে সেইসকলৰ জীৱন-পথ ঐশ্বৰিক জেউতিয়ে আলোকিত কৰে; সত্যৰ বিৰোধীবিলাক থাকে ঘোৰ অন্ধকাৰত; বিশ্বাসীসকলৰ অন্তঃকৰণ সত্যৰ নিমিত্তে বহল আৰু মুকলি; তেওঁলোকৰ নিমিত্তে আছে শান্তি; সত্যৰ বিৰোধীবিলাকৰ মন সঙ্কীৰ্ণ, আৰু সিহঁতৰ নিমিত্তে আছে অগ্নি।

১২৪। যিজনক মৃত অৱস্থাৰ পৰা আমি জীৱিত কৰিছিলোঁ,[১০৭] আৰু যাৰ নিমিত্তে আমি এনে পোহৰ স্থিৰ কৰিছিলোঁ যাৰ সহায়েৰে সি মানুহৰ

১০৩। চোৰা ১৬ : ১১৬।

১০৪। যেনে দুৰ্ভিক্ষৰ সময়ত অনাহাৰে মানুহ মৃত্যুৰ মুখত পৰিব লগীয়া হয়। এনে সময়ত অবৈধ মঙহ খাব পাৰি।

১০৫। প্ৰকাশ্য পাপ, যেনে চুৰ কৰা, ব্যভিচাৰ, সুৰাপান ইত্যাদি। গুপ্ত পাপ হৈছে এনেবোৰ পাপ যি মানুহে অন্তৰত গোপনে পোষণ কৰে, যেনে অহঙ্কাৰ, লোভ, হিংসা, বিদ্বেষ ইত্যাদি। ইচ্‌লামৰ উদ্দেশ্য হৈছে মানুহক এনেদৰে পবিত্ৰ কৰা যাতে অন্তৰৰ কোণতো অকণো পাপ নাথাকে।

১০৬। চোৰা ৫ : ৪; ৬ : ১৪৬।

১০৭। যি মানুহে সৰল মনেৰে আল্লাক বিচাৰে তাক আধ্যাত্মিক দৃষ্টি দান কৰা হয় আল্লাৰ প্ৰত্যাদেশ দ্বাৰা। যি মানসিক শক্তিৰ ওপৰতেই নিৰ্ভৰশীল সি থাকে ঘোৰ

মাজত ফুৰা-চকা কৰিব পাৰিছে, সেইজন এনে এজনৰ অনুৰূপ হব পাৰে নে যি ঘোৰ অন্ধকাৰৰ[১০৮] মাজত থাকে (আৰু) তাৰ পৰা ওলাই আহিব নোৱাৰে? এইদৰেই অবিশ্বাসীবিলাকে যি কাৰ্য্য কৰিছিল সিহঁতৰ চকুত সুশোভিত কৰা হৈছিল।

১২৫। আৰু এইদৰে আমি প্ৰত্যেক নগৰতে তাৰ অসৎকৰ্ম্মী অধিবাসী-বিলাকৰ কিছুমানক নায়ক নিৰ্দ্দিষ্ট কৰিছোঁ, যাতে সিহঁতে তাত নানা তৰহৰ কু-অভিসন্ধি সাজি থাকে; কিন্তু সিহঁতে কু-অভিসন্ধি সাজে (প্ৰকৃততে) নিজৰ বিৰুদ্ধেহে, অথচ সিহঁতে নুবুজে।[১০৯]

১২৬। আৰু যেতিয়া সিহঁতলৈ (সত্যৰ) নিদৰ্শন[১১০] আহে সিহঁতে কয়, আল্লাৰ ৰচুলসকলক যেনে নিদৰ্শন দান কৰা হৈছিল সেই অনুৰূপ আমাকো যেতিয়ালৈকে দান কৰা নহয় আমি কেতিয়াও বিশ্বাস নকৰোঁ; ৰচুলৰ পদৱিত আল্লাই কেনেজনক নিযুক্ত কৰিব তেৱেঁই ভালকৈ জানে;[১১১] যিবিলাক অপৰাধী সিহঁতে শীঘ্ৰে আল্লাৰ কাষত অৱমাননা পাব, আৰু সিহঁতে যি কু-অভিসন্ধি সাজিছিল তাৰ বাবে পাব কঠোৰ শাস্তি।

১২৭। গতিকে আল্লাই যিজনক সুপথ দেখুৱাবলৈ ইচ্ছা কৰে সেইজনৰ হিয়া ইচ্‌লাম (গ্ৰহণৰ) নিমিত্তে মুকলি কৰি দিয়ে; আৰু আল্লাই যাক ভ্ৰান্তিত পেলাবলৈ ইচ্ছা কৰে তাৰ হিয়া সঙ্কুচিত, ৰুদ্ধ,[১১২]—সি যেন আকাশৰ পিনে

---

অন্ধকাৰত। নবী আৰু ৰচুলসকলে আল্লাৰ পৰা পোৱা প্ৰত্যাদেশ দ্বাৰা যাৰ আত্মা মৃত তাকো নতুন জীৱন দিয়ে।

১০৮। অজ্ঞতা, দেশাচাৰ, অন্ধবিশ্বাস, বিদ্বেষ ইত্যাদি। এইবিলাকে মানুহৰ আধ্যাত্মিক দৃষ্টি হৰণ কৰে; সি আল্লাৰ পথ দেখি নাপায়।

১০৯। ৰচুলসকলৰ কামত ধনী, সম্পত্তিশালীবিলাকে বাধা দিবলৈ আগুৱান হয়। কিন্তু অৱশেষত সিহঁতৰ সকলো চেষ্টা আৰু অভিসন্ধি নিষ্ফল হয়। হজ্‌ৰত মহম্মদৰ (দ) বিৰুদ্ধে কোৰেইশৰ ক্ষমতাশালী নেতাবিলাকে ভীষণ শত্ৰুতাৰ অভিযান চলাইছিল। তথাপি অলপ সময়তে সমগ্ৰ আৰবে ইচ্‌লামৰ সভ্যতা গ্ৰহণ কৰিলে।

১১০। আল্লাৰ প্ৰত্যাদেশ নাইবা নানা আকাৰৰ অসাধাৰণ সহায়।

১১১। পৃথিবী সংস্কাৰৰ কাম কাৰ হাতত দিব লাগে আৰু কাক ৰচুল পাতিব লাগে আল্লাই জানে, নিৰ্ব্বোধ মানুহে নাজানে। হব পাৰে ৰচুল সিহঁতৰ সমাজৰেই এজন নিঃসহায় মানুহ; কিন্তু সিহঁতৰ দৃষ্টি পাৰ্থিব বস্তুৰ ওপৰলৈ নাযায়, আৰু সিহঁতে ঐশ্বৰিক নিৰ্ব্বাচন আৰু অলৌকিক সাহায্যৰ ৰহস্য অনুভৱ কৰিব নোৱাৰে।

১১২। এই আয়তত এটা মহৎ আধ্যাত্মিক সত্যৰ উল্লেখ কৰা হৈছে। আল্লাৰ উন্নতি দিশ-নিৰ্ণয়ত নিৰ্ভৰ কৰে; তাকে কোৰানৰ ভাষাত 'ইমান' বোলে, বিশ্বাসৰ

উঠিব ধৰিছে ( আৰু উশাহ লব নোৱাৰিছে ) ; যিবিলাকে বিশ্বাস নকৰে আল্লাই সিহঁতৰ ওপৰত এইদৰে শাস্তি[113] নিক্ষেপ কৰে।

১২৮। এয়ে তোমাৰ প্ৰভুৰ পোন বাট ; স্বৰূপতে যিসকলে উপদেশ গ্ৰহণ কৰে তেওঁলোকৰ নিমিত্তে আমি নিদৰ্শনসমূহ স্পষ্টকৈ বৰ্ণনা কৰিছোঁ।

১২৯। তেওঁলোকৰ নিমিত্তে নিজ প্ৰভুৰ সন্নিধানত আছে শান্তিৰ নিকেতন ; আৰু তেৱেঁই তেওঁলোকৰ সাহায্য কৰোঁতা, কিয়নো তেওঁলোকে ( সজ ) কাম কৰিছিল।

১৩০। আৰু সেইদিনা তেওঁ সিহঁতৰ সকলোকে একেলগ কৰিব, ( আৰু কব, ) হে যিনৰ দল,[114] স্বৰূপতে তোমালোকে জনসাধাৰণৰ বহুতকে নিজৰ ( অনুগামী ) কৰি লৈছা ; আৰু জনসাধাৰণৰ মাজৰ যিবিলাক সিহঁতৰ বন্ধু সিহঁতে কব, হে আমাৰ প্ৰভু, হয়, আমি ( পৃথিবীত ) পৰস্পৰে পৰস্পৰৰ পৰা লাভ অৰ্জ্জন কৰিছিলোঁ ;[115] আৰু তুমি আমাৰ নিমিত্তে যি সময় নিৰ্দ্ধাৰণ কৰিছিলা সেই সময় ( এতিয়া ) আমি পাইছোঁহি। তেওঁ কব, তোমালোকৰ বাসস্থান হৈছে নৰকৰ অগ্নি ! তাতেই তোমালোকে স্থায়ীৰূপে বাস কৰিবা,—সেইবিলাক ভিন্ন যিবিলাকক ( পৰিত্ৰাণ দিবলৈ ) আল্লাই ইচ্ছা কৰে। কোনো সন্দেহ নাই, তোমাৰ প্ৰভুৱেই শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞাতা।

১৩১। আৰু এইদৰে সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ বাবে অন্যায়কাৰীবিলাকৰ কিছুমানক কিছুমানৰ ওপৰত আমি ক্ষমতা দান কৰিছিলোঁ।

---

বিশ্বাস স্থাপন। ইংৰাজীত কব পাৰি, Turning one's attitude Godward, অৰ্থাৎ নিজকে ঈশ্বৰমুখী কৰা। এই দিশ-নিৰ্ণয় নহলে মানুহৰ হিয়া সঙ্কুচিত হয়, সত্য তাত সোমাব নোৱাৰে, আৰু লাহে লাহে মানুহৰ আধ্যাত্মিক অৱনতি আৰু অৱশেষত তাৰ পতন হয়। সি ওপৰলৈ উঠিবলৈ চেষ্টা কৰিলেও বল নাপায়। এনে অৱস্থা বিশ্বাস নকৰাৰ, 'ইমান' নথকাৰ ফল।

১১৩। আৰবী শব্দ 'ৰিয্‌চ্‌'ৰ অৰ্থ অশুচি বস্তু। ইয়াত শাস্তি বুলি বহুতে অনুবাদ কৰিছে। এই শাস্তি কি ? নৈতিক আৰু আধ্যাত্মিক জড়তা।

১১৪। চোৱা ৬ : ১০১, ১১৩ ; আৰু ১৫ : ২৮।

১১৫। দুষ্কৰ্মী মানুহ আৰু শয়তানৰ মাজত বন্ধুতা হোৱা স্বাভাৱিক। আৰবৰ ধনী আৰু সম্ভ্ৰান্ত মানুহে সিহঁতৰ অৰ্থ আৰু ক্ষমতা ইচ্‌লামক বিনষ্ট কৰিবলৈ ব্যৱহাৰ কৰিছিল আৰু সিহঁতৰ অনুগতবিলাকে সিহঁতৰ এই কাৰ্য্যত যোগদান কৰি সিহঁতক সহায় কৰিছিল।

## ৰুকু ১৬

আল্লাৰ বাণী সকলোৰে নিমিত্তে; ইয়াত ভাওৰ সকৰ প্ৰভেদ নাই; এটা জাতি আল্লাৰ বাধ্য নহলে আল্লাই সেই জাতিৰ পতন সাধন কৰে আৰু তাৰ ঠাইত আন এটা জাতিক স্থাপিত কৰে, যি আল্লাৰ ইচ্ছা পূৰণ কৰিব; আৰব-বিলাকৰ নানা কুসংস্কাৰ।

১৩২। (মই প্ৰশ্ন কৰিম) হে যিন্[১১৬] আৰু মানুহৰ দল, তোমালোকৰ মাজৰ পৰাই[১১৭] তোমালোকৰ ওচৰলৈ এনে ৰচুলসকল অহা নাছিল নে, যিসকলে মোৰ নিদৰ্শনসমূহ তোমালোকৰ আগত বৰ্ণনা কৰিছিল, আৰু সেইদিনৰ সাক্ষাৎ সম্বন্ধে তোমালোকক সতৰ্ক কৰি দিছিল? সিহঁতে উত্তৰ দিব, আমাৰ বিপক্ষে আমি নিজেই সাক্ষী দিছোঁ। আৰু পাৰ্থিৱ জীৱনে সিহঁতক প্ৰবঞ্চনা কৰিছিল; আৰু সিহঁতে নিজৰ বিপক্ষে নিজেই সাক্ষী দিব যে সিহঁত অবিশ্বাসী আছিল।

১৩৩। ইয়াৰ কাৰণ হৈছে, তোমাৰ প্ৰভুৱে নগৰসমূহ, তাৰ অধিবাসী-বিলাকক সতৰ্ক নকৰাকৈ, অন্যায়ভাৱে ধ্বংস নকৰে।[১১৮]

১৩৪। আৰু সকলোৱে নিজ কাৰ্য্য অনুসৰি সম্ভ্ৰম-শ্ৰেণী লাভ কৰিব আৰু সিহঁতে যি কাৰ্য্য কৰে সেই সম্বন্ধে তোমাৰ প্ৰভু আওকণীয়া নহয়।

---

১১৬। যিন্‌ৰূপী শয়তানৰূপী মানুহ। চোৰা ৬ : ১০১, ১১৩ আৰু ১২৯, আৰু টী। সত্যৰ শত্ৰু ক্ষমতাবান মানুহক 'যিন্' বোলা হৈছে; আৰু সাধাৰণ মানুহক 'ইন্‌চ্'। চুৰা ৪৬, আ: ৩০-৩৩; আৰু চুৰা ৭২ত উল্লেখ আছে যে হজ্ৰত মুচা (আ) আৰু হজ্ৰত মহম্মদ (স) যিনৰ নিমিত্তেও ৰচুল হৈ আহিছিল। কিন্তু ইয়াৰ পৰা যদি এইটো ভাবি লোৱা হয় যে যিন্ মানৱজাতিৰ অন্তৰ্ভুক্ত নাছিল, ই অপ্ৰাসঙ্গিক হব।

১১৭। ক্ষমতাশালী মানুহৰ মাজৰ পৰা ৰচুল, যেনে চুলেইমান (আ) আৰু দাউদ (আ); সমাজ মানুহৰ মাজৰ পৰাও অনেক ৰচুল আহিছিল, যেনে ইয়হ্‌য়া (আ) আৰু আইয়ুব (আ)।

১১৮। সতৰ্ককাৰীৰূপে ৰচুল প্ৰেৰণ নকৰাকৈ ভাওৰ শাস্তি নমাই নগৰসমূহ আল্লাই কেতিয়াও ধ্বংস নকৰে। এই উক্তি আমি কোৰানত বাৰে বাৰে পাওঁ, যেনে, ১১ : ১১৮; ২০ : ১৩৫; ২৬ : ২০৯; ২৮ : ৬০।

১৩৫। আৰু তোমাৰ প্ৰভু অভাৱহীন,[১১৯] কৰুণাৰ আধাৰ ; তেওঁ ইচ্ছা কৰিলে তোমালোকক নিজ সংস্থিতিৰ পৰা আঁতৰাব পাৰে, আৰু তোমালোকৰ ঠাইত যি জাতিকে ইচ্ছা তাকেই স্থাপিত কৰিব পাৰে, যেনেকৈ তোমালোকক আইন এটা জাতিৰ বংশধৰৰ পৰা তেওঁ উদ্ভৱ কৰিছিল।

১৩৬। তোমালোকক যি বিষয়ে অঙ্গীকাৰ কৰা হৈছে সি নিশ্চয় ঘটিবই, আৰু তাৰ প্ৰতিৰোধ কৰিবলৈ তোমালোক অক্ষম।

১৩৭। তুমি কোৱাঁ, হে মোৰ জাতি, তোমালোকে যথাসাধ্য নিজ ঠাইত কাম কৰি থাকা ; অৱশ্যে ময়ো নিজৰ কাম কৰি গৈ থাকিম ; পিছত অদূৰ ভৱিষ্যতে তোমালোকে জানিব পাৰিবা, শেহত শান্তিৰ আলয়ৰ গৰাকী কোন হব ;[১২০] অন্যায়কাৰীবিলাক যে কেতিয়াও সফলমনোৰথ নহয় ই সুনিশ্চিত কথা।

১৩৮। আৰু আল্লাই সৃষ্টি কৰা শস্য আৰু ঘৰচীয়া জন্তুৰ এক অংশ আল্লাৰেই নিমিত্তে সিহঁতে নিৰূপিত কৰি থৈছে ; পিছত সিহঁতে নিজৰ ভুল ধাৰণা অনুসৰি কয়, আল্লাৰ নিমিত্তে এই অংশ, আৰু এই অংশ আমাৰ অংশী উপাস্যবিলাকৰ ( মূৰ্ত্তিবিলাকৰ ) নিমিত্তে ; কাৰ্য্যত যি অংশ সিহঁতৰ অংশী-উপাস্যবিলাকৰ ( মূৰ্ত্তিবিলাকৰ ) নিমিত্তে নিৰূপিত সি আল্লাৰ কামত ব্যৱহাৰ কৰা নহয়, কিন্তু যি অংশ আল্লাৰ নিমিত্তে নিৰূপিত সি সিহঁতৰ অংশী-উপাস্যবিলাকৰ ( মূৰ্ত্তিবিলাকৰ ) কামত ব্যৱহাৰ কৰা হয় ; সিহঁতে যি বিচাৰ কৰিছে কেনে নিকৃষ্ট ![১২১]

---

১১৯। উপাসনাৰ আৱশ্যকতা আমাৰ নিমিত্তে, আল্লাৰ নিমিত্তে নহয়। তেওঁ অভাৱহীন। আল্লাৰ বাধ্য হৈ আমি নিজৰহে মঙ্গল সাধন কৰোঁ। যদি আমি তাকে নকৰোঁ আমাৰ ঠাইত আইন জাতিক আল্লাই প্ৰতিষ্ঠিত কৰিব।

১২০। হজৰত ৰছুল (স্ব) দুৰ্ব্বল, অকলশৰীয়া ; সত্যৰ শত্ৰুবিলাক শক্তিশালী বহুসংখ্যক। তথাপি তেওঁ ডাঠকৈ ঘোষণা কৰিছে, তেওঁ জয়ী হব আৰু শত্ৰুদল পৰাস্ত হব। আল্লাৰ ওপৰত সম্পূৰ্ণ ভৰসা নাথাকিলে কোনে এনে মহৎ ঘোষণা কৰিব পাৰে ?

১২১। মূৰ্ত্তিপূজা কৰোঁতা আৰৱবিলাকে শস্য আৰু ঘৰচীয়া জন্তুৰ এভাগ আল্লাৰ কাৰণে আৰু এভাগ মূৰ্ত্তিপূজাত ব্যয় কৰাৰ নিমিত্তে আচুতীয়াকৈ ৰাখিছিল। মূৰ্ত্তিসমূহৰ ভাগ নষ্ট হলে আল্লাৰ ভাগৰ পৰা পূৰাই দিছিল। কিন্তু আল্লাৰ নিমিত্তে ৰখা ভাগ নষ্ট হলে মূৰ্ত্তিসমূহৰ ভাগৰ পৰা ক্ষতিপূৰণ কৰা অনুচিত ভাবিছিল। এই অৱথা প্ৰথাৰ আয়তে নিৰ্দেশ দিছে।

১৩৯। আৰু এইদৰে অংশীবাদীবিলাকৰ বহুতৰ চকুত সিহঁতৰ অংশী-উপাস্যবিলাকে সন্তান-হত্যাৰ[১২২] (নিচিনা গুৰুতৰ পাপকো) সুশোভিত কৰিছিল যাতে (তাৰ দ্বাৰা) সিহঁতৰ ধ্বংস সাধন কৰে, আৰু যাতে সিহঁতৰ ধৰ্ম্ম-বিশ্বাসত সন্দেহৰ সঞ্চাৰ কৰে[১২৩], আৰু আল্লাই ইচ্ছা কৰা হলে সিহঁতে এনে কাৰ্য্য নকৰিলেহেঁতেন; গতিকে সিহঁতক আৰু সিহঁতে যি মিছা সাজি লৈছে তাক তুমি পৰিত্যাগ কৰা।

১৪০। আৰু সিহঁতে কয়, এইবিলাক ঘৰচীয়া জন্তু আৰু শস্য নিষিদ্ধ; নিজৰ ভুলঁ ধাৰণা অনুসাৰে (কয়,) আমি যাক ইচ্ছা কৰোঁ তাৰ বাহিৰে[১২৪] আইনে এইবিলাক খাব নোৱাৰে। আৰু কিছুমান ঘৰচীয়া জন্তু আছে যাৰ পিঠিসমূহ (আৰোহণ বা বোজাৰ কাৰণে) নিষিদ্ধ;[১২৫] আৰু কিছুমান ঘৰচীয়া জন্তু আছে যাৰ ওপৰত সিহঁতে (বধ কৰোঁতে) আল্লাৰ নাম নলয়,[১২৬] (এনে আদেশ) মিছাকৈ আল্লাৰ ফালে সিহঁতে আৰোপ কৰে; সিহঁতে যে (এই দৰে) মিছা সাজিছিল[১২৭] তাৰ বাবে সিহঁতক আল্লাই শীঘ্ৰে প্ৰতিফল দিব।

১৪১। আৰু সিহঁতে কয়, অমুক অমুক ঘৰচীয়া জন্তুবিলাকৰ গৰ্ভৰ পৰা যি ওপজে সি সুকীয়াকৈ আমাৰ পুৰুষবিলাকৰ খাদ্য, আৰু

---

১২২। কিছুমান আৰবে ঘৰত কন্যা ওপজা লাজৰ কথা বুলি ভাবিছিল, আৰু কেচুৱাটিক বধ কৰিছিল নাইবা গাত খান্দি পুতি আহিছিল। চোৱা ৮১: ৮, ৯। কোনো কোনো অঞ্চলত লৰাৰ বলিদানো দিয়া হৈছিল, (কশ্‌শাফ)। এনেবোৰ নিষ্ঠুৰ প্ৰথা ইচ্‌লামে সমূলি তুলি দিলে।

১২৩। ইচ্‌লাম অসঙ্গত ক্ৰিয়া-পদ্ধতিৰ বিৰোধী। অযথা ক্ৰিয়াকাণ্ডবোৰে সত্য ধৰ্ম্মৰ মুখত ছাঁ পেলায়, আৰু মানুহৰ অভ্যন্তৰিক বিকাশত বাধা জন্মায়।

১২৪। পুৰোহিতবিলাকে আৰু মন্দিৰৰ যত্ন লোৱাবিলাকেহে খাব পাৰে, আইনে খোৱা নিষেধ আছিল।

১২৫। যি জন্তুক দেৱ-দেৱীৰ নামত এৰি দিয়া হৈছিল তাৰ পৰা কাম লোৱা একেবাৰে নিষিদ্ধ আছিল।

১২৬। অৰ্থাৎ এইবিলাক জন্তু মূৰ্ত্তিৰ নামত উছৰ্গা কৰি বধ কৰা হৈছিল, আল্লাৰ নামত নহয়।

১২৭। আৰবত বহুতো অসঙ্গত প্ৰথা মূৰ্ত্তিপূজাৰ লগতে জড়িত আছিল। ইচ্‌লামৰ মতে তৌহীদ প্ৰচাৰ কামত এনে প্ৰথাসমূহে ঘোৰ বাধা দিছিল। আল্লাই যে এনে অসঙ্গত প্ৰথাসমূহৰ আদেশ দিছে ই অসম্ভৱ। এইবোৰ সিহঁতে নিজ অনুমানেৰে সাজি লৈছিল।

আমাৰ স্ত্রীবিলাকৰ নিমিত্তে নিষিদ্ধ; কিন্তু যদি মৰা পোৱালি ওপজে তেন্তে ইয়াৰ ভাগ পোৱাত (পুৰুষ তিৰোতা) সকলো সমান;[১২৮] (মিছাকৈ) সাজি লোৱা এনে কথাৰ বাবে সিহঁতক তেওঁ শীঘ্রে প্রতিফল দিব; নিশ্চয় তেওঁ শ্রেষ্ঠ জ্ঞানী, সর্ব্বজ্ঞাতা।

১৪২। স্বৰূপতে সিহঁত ক্ষতিগ্রস্ত হৈছে যিবিলাকে নির্ব্বোধ হৈ অজ্ঞানতা বশতঃ[১২৯] নিজৰ সন্তান-সন্ততিক বধ কৰিছে, আৰু সিহঁতক আল্লাই যি (বিশুদ্ধ) জীবিকা দান কৰিছে তাক আল্লাৰ বিৰুদ্ধে মিছা সাজি নিজেই অবৈধ কৰি লৈছে; স্বৰূপতে সিহঁত বিপথে গৈছে আৰু সিহঁত সুপথপ্রাপ্ত নহয়।

## ৰুকু ১৭

ফলমূল, শস্য সকলো আল্লাৰ দান, মানুহে ভোগ কৰিবৰ কাৰণে;
কিন্তু তাকে অপব্যয় কৰা অনুচিত; ঘৰচীয়া জন্তুৰ মঙহ
খোৱাৰ বিষয়ে আৰববিলাকৰ অযথা বিশ্বাস;
এই সম্বন্ধে ইচ্লামৰ বিধান।

১৪৩। আৰু চিলিঙাত বগোৱা আৰু নবগোৱা (গছ-লতাৰ) উদ্যান-সমূহ, আৰু খেজুৰগছ, আৰু (খাবলৈ) নানাবিধ সোৱাদ থকা শস্য, আৰু জলফাই আৰু ডালিমৰ গছ,—দেখিবলৈ একেৰকমৰ আৰু বেলেগ ৰকমৰ, তেৱেঁই উৎপন্ন কৰিছে; যেতিয়া সেইবোৰে ফল ধৰে তাৰ ফল ভোগ কৰিবা; আৰু তাক কাটিবৰ দিনা যি দান তাৰ কাৰণে দিব লগীয়া[১৩০] দিবা; আৰু অপব্যয় নকৰিবা; অপব্যয়ী বিলাকক তেওঁ নিশ্চয় ভাল নাপায়।

---

১২৮। সিহঁতৰ চকুত নাৰীৰ মৰ্য্যাদা একোকে নাছিল। প্রথাটো দেখোঁতেই নিকৃষ্ট। তাৰ উপৰি নাৰীজাতিৰ প্রতি সিহঁতৰ অসন্মানৰো ই এটা প্রমাণ।

১২৯। আল্লাৰ প্রত্যাদেশ নোহোৱাকৈ; কাৰণ, নিশ্চিত জ্ঞান প্রত্যাদেশে আকাশৰ পৰা লৈ আনে। তাৰ বাজে যি জ্ঞান আমি লাভ কৰোঁ প্রকৃততে সি আনুমানিক।

১৩০। আৰ্বী শব্দ 'হক্' ব্যৱহাৰ কৰা হৈছে, কিন্তু এই দান জকাতৰ দৰে বাধ্যমূলক নহয়। ছহাবাসকলে শস্য বা ফলৰ এভাগ দৰিদ্রবিলাকৰ মাজত বিতৰণ কৰিছিল। আজি কালিও ধাৰ্ম্মিক মুচলমানে শস্য আৰু ফলৰ এভাগ সুকীয়াকৈ দীন-দুখীয়াৰ নিমিত্তে ৰাখি থয়।

১৪৪। আৰু ( তেওঁ সৃজন কৰিছে ) ঘৰচীয়া জন্তুবিলাকৰ কিছুমান বোজা বোৱা আৰু কিছুমান আহাৰৰ যোগ্য ;[১৩১] আল্লাই তোমালোকক যি জীৱিকা দান কৰিছে তাৰ পৰা খাবা, আৰু শয়তানৰ পদ অনুসৰণ নকৰিবা ; ইয়াত অকণো সন্দেহ নাই, তোমালোকৰ নিমিত্তে সি প্ৰকাশ্য শত্ৰু।

১৪৫। ( খাব পৰা ) পশু আঠবিধ ( তেওঁ সৃজন কৰিছে ), ভেৰাৰ দুবিধ আৰু ছাগলীৰ দুবিধ ( মতা আৰু মাইকী )। তুমি প্ৰশ্ন কৰাঁ, এই দুবিধ মতা পশুক নে এই দুবিধ মাইকী পশুক আল্লাই অবৈধ কৰিছে, নে এই দুবিধ মাইকী পশুৰ গৰ্ভত যি আছে তাক, জ্ঞান অনুসাৰে মোক বুজাই উত্তৰ দিয়াঁ, যদিহে তোমালোক সত্যবাদী হোৱা।

১৪৬। আৰু উটৰ দুবিধ আৰু গৰুৰ দুবিধ ( মতা আৰু মাইকী ) ; তুমি প্ৰশ্ন কৰাঁ, এই দুবিধ মতা পশুক নে দুবিধ মাইকী পশুক নে এই দুবিধ মাইকীৰ গৰ্ভত যি আছে তাক আল্লাই অবৈধ কৰিছে ? এই বিষয়ে আল্লাই যেতিয়া তোমালোকক আদেশ দিছিল[১৩২] তেতিয়া তোমালোকে ( আল্লাৰ সম্মুখত ) উপস্থিত আছিলা নে ? এতিয়া ( কোৱাঁ ) যি আল্লাৰ বিপক্ষে মিছা সাজে,[১৩৩] যাতে ( তাৰ প্ৰকৃত ) জ্ঞান নোহোৱাৰ কাৰণে মানুহক বিপথে নিয়ে তাতোকৈ কোন বেচি অন্যায়কাৰী হব পাৰে ? সঁচাকৈয়ে অন্যায়কাৰীবিলাকক আল্লাই পথ প্ৰদৰ্শন নকৰে।

## ৰুকু ১৮

কি খাদ্য অবৈধ ; ইহুদীবিলাকৰ নিমিত্তে বৈধ খাদ্যও অবৈধ কৰা হৈছিল শাস্তিস্বৰূপ ; সত্যৰ বিৰোধীবিলাকৰ কোনো যুক্তি নাই।

১৪৭। তুমি কোৱাঁ, মোৰ প্ৰতি যি প্ৰত্যাদেশ অৱতীৰ্ণ হৈছে তাৰ মাজত মই এনে বস্তু পোৱা নাই যি খোৱা খাওঁতাজনৰ পক্ষে অবৈধ, এই বিলাক ভিন্ন :

---

১৩১। আৰবী শব্দ 'ফৰ্শ'ৰ অৰ্থ (১) যি পাৰা যায় যেনে পাটি, গলিচা ইত্যাদি। (২) যি জন্তুক মজিয়াত পেলাই বধ কৰা হয় তাৰ মঙহ খাবৰ নিমিত্তে (Lane's Lexicon)।

১৩২। অৰ্থাৎ আল্লাই সেইবিলাকৰ মঙহ অবৈধ কৰি কোনো আদেশ দিয়া নাই ; যদি দিছিল তেন্তে তোমালোকে তাৰ প্ৰমাণ দিয়াঁ।

১৩৩। এনেবোৰ আদেশ আল্লাই দিয়া নাই ; এইবিলাক সিহঁতৰ অন্ধবিশ্বাস। সিহঁতে কিছুমান জন্তুৰ আহাৰ অকাৰণে বিধিসঙ্গত বুলিছিল ; আনবোৰৰ মঙহ অবৈধ বুলি কোৱা হৈছিল। ইহুদী আৰু খৃষ্টিয়ানসকলৰ ধৰ্ম্মপুথিত উটৰ মঙহ খোৱা নিষিদ্ধ।

মৃত জীৱ, বা বৈ যোৱা ৰক্ত, বা গাহৰিৰ মঙহ,—কিয়নো এইবিলাক নিশ্চয় অশুচি[১৩৪]—অথবা যি খোৱাত আল্লাৰ অবাধ্যতা হয়, (অৰ্থাৎ) আল্লাত ভিন্ন আনলৈ উছৰ্গা কৰা জন্তু; কিন্তু যি বিদ্ৰোহী নাইবা সীমালঙ্ঘণকাৰী নোহোৱাকৈ নিৰুপায় অৱস্থাত পৰি, [১৩৫] তাকে খায় (তাত দোষ নাই,) কিয়নো তোমাৰ প্ৰভু শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দয়ালু।

১৪৮। আৰু ইহুদীবিলাকৰ নিমিত্তে খুৰা থকা সকলো জন্তুকেই অবৈধ কৰিছিলোঁ; আৰু গৰু আৰু ছাগলীৰ পিঠিত বা নাড়ি-ভুৰুত ধৰা চৰ্ব্বি বা যি চৰ্ব্বি হাড়সমূহত সংলগ্ন থাকে তাৰ বাহিৰে উভয় জন্তুৰ আন চৰ্ব্বি আমি সিহঁতৰ নিমিত্তে অবৈধ কৰিছিলোঁ;[১৩৬] আমি সিহঁতক এনে শাস্তি প্ৰদান কৰিছিলোঁ সিহঁতৰ বিৰোধাচৰণৰ প্ৰতিফল স্বৰূপ;[১৩৭] আৰু (বৰ্ণনা কৰাত) আমি নিশ্চয় সত্যবাদী।

১৪৯। এতেকে সিহঁতে যদি তোমাক মিথ্যাবাদী বুলি ভাবে তেন্তে কোৱাঁ, তোমালোকৰ প্ৰভু অসীম কৰুণাৰ আধাৰ;[১৩৮] কিন্তু অপৰাধীবিলাকৰ পৰা তেওঁৰ শাস্তি নিবৃত্ত নহয়।

১৫০। যিবিলাকে আনক আল্লাৰ সমানে উপাস্য পাতে সিহঁতে কব, আল্লাই ইচ্ছা কৰা হলে আমি, নাইবা আমাৰ পিতৃপুৰুষসকলে, আনক আল্লাৰ সমানে উপাস্য নাপাতিলোঁহতেন, নাইবা আমি একো বস্তুকেই (নিজ অনুমানৰে)

---

১৩৪। এইবিলাক খালে মানুহৰ স্বাস্থ্যৰ ক্ষতি হয়। অনেকৰ মতে মানসিক আৰু নৈতিক হিচাবেও এইবিলাক খোৱা অনিষ্টকৰ।

১৩৫। চোৱাঁ, ওপৰৰ আঃ ১২০, টী ১০৪।

১৩৬। তোৰা'ত এই আদেশ আছে; 'তুমি ইস্ৰাইলৰ সন্তানসকলক কোৱাঁ, তোমালোকে গৰুৰ কি ভেৰাৰ কি ছাগলীৰ তেল নাখাবা।'—লেভিটিকচ, ৭ : ২৩ আৰু চোৱাঁ, লেভি, ৩ : ১৭।

১৩৭। খুৰাথকা জন্তু আৰু ভেৰা আৰু ছাগলীৰ চৰ্ব্বি খোৱা আগতে বৈধ আছিল, কিন্তু ইহুদীবিলাকৰ অবাধ্যতাৰ শাস্তিস্বৰূপ অস্থায়ীৰূপে অবৈধ কৰা হৈছিল।—খলীফা ৰ, ৰ, আহ্‌মদৰ ইংৰাজী তফ্‌চীৰ, নোট ৮৮৬। আৰু চোৱাঁ মৌলানা আজাদৰ তৰ্জুমানুল্ কোৰ্‌আন, পৃ ৪৫০।

১৩৮। ইহুদীবিলাকৰ নিমিত্তে যি শাস্তিৰূপে অবৈধ আছিল মুচলমানৰ নিমিত্তে তাক বৈধ কৰা হল।

অবৈধ নকৰিলোঁহেতেন ,[১৩৯] এইদৰে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও (সত্যক) অগ্ৰাহ্য কৰিছিল, যি পৰ্য্যন্ত অৱশেষত আমাৰ শাস্তিৰ সোৱাদ সিহঁতে লোৱা নাছিল। কোৱাঁ, তোমালোকৰ কাষত (এই বিষয়ে প্ৰকৃত) জ্ঞান আছে নে? যদি আছে, আমাৰ সম্মুখত তাকে প্ৰকাশ কৰাঁ ; তোমালোকে কেৱল নিজ কল্পনাৰহে অনুসৰণ কৰিছা, আৰু তোমালোকে কেৱল অনিশ্চিত অনুমানহে অবলম্বন কৰিছা।

১৫১। তুমি কোৱাঁ, অন্তৰক আশ্বাস দিয়া প্ৰমাণৰ গৰাকী আল্লা,[১৪০] তেওঁ ইচ্ছা কৰা হলে তোমালোকৰ সকলোকে সুপথ প্ৰদৰ্শন কৰিলেহেতেন।

১৫২। তুমি কোৱাঁ, তোমালোকৰ সেইবিলাক সাক্ষী লৈ আনা যিবিলাকে এই সাক্ষী দিব, আল্লাই·(সঁচাকৈয়ে) ইয়াক অবৈধ কৰিছে ; কিন্তু সিহঁতে এনে সাক্ষী দিলেও তুমি সিহঁতৰ সঙ্গী হৈ তেনে সাক্ষী নিদিবা ;[১৪১] আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি অগ্ৰাহ্য কৰে, আৰু যিবিলাকে পৰকালত বিশ্বাস নকৰে আৰু আনক নিজ প্ৰভুৰ তুল্য বুলি ভাবে সেইবিলাকৰ বৃথা বাঞ্ছাসমূহৰ অনুসৰণ নকৰিবা।

## ৰুকু ১৯

**খিৰ্ক অবৈধ ; কিছুমান সমাজ সম্বন্ধীয় বিধান ; মাউৰাৰ সম্পত্তি ৰক্ষা ; সত্য আৰু ন্যায়ৰ নীতি অবলম্বন ; আল্লাৰ পথ পৰিত্যাগ কৰাৰ ফল সমাজৰ মাজত অনৈক্য সৃষ্টি কৰা ; আল্লাৰ দৰ্শনত বিশ্বাস স্থাপন।**

১৫৩। তুমি কোৱাঁ, (মোৰ ওচৰলৈ) আহাঁ, তোমালোকৰ নিমিত্তে তোমালোকৰ প্ৰভুৱে যি অবৈধ কৰিছে তাকে মই পাঠ[১৪২] কৰি শুনাওঁ : তোমা-

---

১৩৯। আৰৱ মূৰ্ত্তিপূজকবিলাকে এই দাবী কৰিছিল, সিহঁত ঠিক পথত আছে, কিয়নো আল্লাৰ চকুত যদি মূৰ্ত্তিপূজা অন্যায় তেন্তে তেওঁ সিহঁতক তাৰ পৰা বিৰত থাকিবলৈ আদেশ দিলেহেতেন।

১৪০। মানুহক আল্লাই স্বাধীন কৰিছে ; ভাল-বেয়াৰ মাজত বাট বাচি লোৱাৰ কাম মানুহৰ। আল্লাই মানুহক বিচাৰ-শক্তি দিছে, বিবেক দিছে। তাৰ উপৰিও ৰচুলৰ দ্বাৰা প্ৰত্যাদেশ পঠাই সৎ উপদেশ দিয়ে ; আৰু ৰচুলেও আল্লাৰ আদেশ অনুসাৰে নিজকে মানুহৰ কাৰণে আদৰ্শ কৰি সকলো কথা বুজাই দিয়ে, দেখুৱাই দিয়ে। ধৰ্ম-বিষয়ে মানুহে মানুহক বাধ্য কৰিব নোৱাৰে ; এনেকি আল্লাইও মানুহক বাধ্য নকৰে। এই কেইটি আয়তত এই নীতিকে স্পষ্টকৈ বুজাইছে।

১৪১। কাৰণ সিহঁতে কেতিয়াও সচা সাক্ষী নিদিব।

১৪২। এই বিধানলৈ যি আয়তসমূহ অৱতীৰ্ণ হৈছে তাকে পাঠ কৰি শুনাম।

লোকে আনক আল্লাৰ সমানে উপাস্য পাতি নলবা। আৰু[১৪৩] (তেওঁ আদেশ দিছে) পিতৃমাতৃৰ সৈতে সদয় ব্যৱহাৰ কৰিবা, আৰু দাৰিদ্ৰ্যবশতঃ নিজৰ সন্তান-সন্ততিক হত্যা নকৰিবা,[১৪৪]—তোমালোকৰ, আৰু সিহঁতৰো, জীৱিকা আমিয়েই প্ৰদান কৰোঁ; আৰু নিৰ্গত কাৰ্য্যসমূহৰ ওচৰো নাচাপিবা, সেইবোৰ প্ৰকাশ্য বা অপ্ৰকাশ্য হওক;[১৪৫] আৰু যি আত্মাক বধ কৰিবলৈ আল্লাই নিষেধ কৰিছে তাক স্বত্ব নোহোৱাকৈ হত্যা নকৰিবা;[১৪৬] এই বিধিসমূহৰ সম্বন্ধে তেওঁ ইয়াকে আদেশ দিছে, হব পাৰে তোমালোকে বুজি পোৱা।

১৫৪। আৰু মাউৰাৰ মঙ্গল সাধনৰ উদ্দেশ্য বিনে, তাৰ সাবালক অৱস্থা নোপোৱালৈকে (লোভত পৰি) তাৰ ধন-সম্পত্তিৰ ওচৰো নাচাপিবা;[১৪৭] আৰু ন্যায়ভাবে জোখ আৰু ওজন পূৰ্ণ কৰিবা;[১৪৮] আমি কোনো আত্মাৰ ওপৰত তাৰ সাধ্যৰ অতীত ভাৰ অৰ্পণ নকৰোঁ;[১৪৯] আৰু যেতিয়া তোমালোকে মত প্ৰকাশ কৰা, ন্যায়ভাবে কৰিবা, যদিও সেই মত আত্মীয়স্বজনৰ বিষয়ে প্ৰকাশ কৰিব লগা হয়; আৰু আল্লাৰ সৈতে চুক্তি পূৰ্ণ কৰিবা;[১৫০] এনে বিধানসমূহ সম্বন্ধে তেওঁ তোমালোকক ইয়াকে আদেশ দিছে, হব পাৰে তোমালোকে উপদেশ গ্ৰহণ কৰা।

১৫৫। আৰু (তেওঁ আদেশ দিছে) এই বুলি, মোৰ এই বাট পোন; এতেকে তাৰেই অনুসৰণ কৰাঁ, অইনবিলাক পথৰ অনুসৰণ নকৰিবা, কিয়নো সেইবোৰ পথে তেওঁৰ পথৰ পৰা তোমালোকক আঁতৰাই নি ভিন্ ভিন্ দলৰ

---

১৪৩। এইখিনিতে 'আলাইকুম্' শব্দ নিহিত আছে বুলি বুজিব লাগিব। নিষেধ-মূলক আদেশৰ (negative commands) পাছত কৰিব লগীয়া কামৰ আদেশ (positive commands) দিয়া হৈছে।

১৪৪। চোৱাঁ, ১৭ : ৩২ আৰু টী।

১৪৫। চোৱাঁ, ৬ : ১২১ আৰু টী, আৰু ৭ : ৩৪।

১৪৬। চোৱাঁ, ২ : ১৭৯ আৰু টী। প্ৰাণৰ পৰিবৰ্তে প্ৰাণ লোৱা প্ৰতিশোধৰ বিধান মতে বৈধ; কিন্তু এই ক্ষমতা ৰাজ্যক দিছে, ব্যক্তিক দিয়া নাই। আয়তৰ এই ফাকি চুৰা ১৭তো উদ্ধৃত হৈছে, চোৱাঁ ১৭ : ৩৪।

১৪৭। চোৱাঁ, ১৭ : ৩৫।

১৪৮। চোৱাঁ, ১৭ : ৩৬।

১৪ । চোৱাঁ, ২ : ২৮৭; ৭ : ৪৩।

১৫০। চোৱাঁ, ২ : ৫১ আৰু টী; ইস্ৰাইলৰ সৈতে আল্লাৰ চুক্তি সম্বন্ধে।

সৃষ্টি কৰিব; এনে বিধান সম্বন্ধে তেওঁ তোমালোকক এয়ে আদেশ দিছে, হব পাৰে তোমালোকে পাপৰ পৰা বিৰত থাকা।

১৫৬। আৰু চোৱাঁ, আমি মুচাক ধৰ্ম্মপুথি[১৫১] দান কৰিছোঁ—ইয়াৰ দ্বাৰা সৎকৰ্ম্মীৰ প্ৰতি (আমাৰ অনুগ্ৰহ) সম্পূৰ্ণ কৰি, আৰু সকলো (আৱশ্যকীয়) বস্তু সম্বন্ধে বিস্তাৰিতৰূপে উল্লেখ কৰি, আৰু (মানৱৰ নিমিত্তে) পথ প্ৰদৰ্শন আৰু কৰুণা স্বৰূপ; হব পাৰে সিহঁতে নিজ প্ৰভুৰ দৰ্শন সম্বন্ধে বিশ্বাস স্থাপন কৰে।

## ৰুকু ২০

কোৰানৰ প্ৰত্যাদেশ; ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ মাজত সাম্প্ৰদায়িকতা আৰু বিবাদ; মানুহৰ মাজত ঐক্য স্থাপন; ইব্ৰাহিমৰ (আ) ধৰ্ম্মলৈ মানুহক আকৃষ্ট কৰিবৰ অৰ্থে হজ্ৰত মহম্মদৰ (স্ব) আবিৰ্ভাৱ।

১৫৭। আৰু আমি এইখন পুথি[১৫২] অৱতীৰ্ণ কৰিছোঁ মঙ্গলময় কৰি; এতেকে ইয়াৰ অনুসৰণ কৰাঁ, আৰু পাপৰ পৰা বিৰত থাকিবা; সম্ভৱতঃ তোমালোকৰ প্ৰতি কৰুণা বৰ্ষণ কৰা হয়।

১৫৮। (এই অৰ্থে পুথিখন অৱতীৰ্ণ কৰিছোঁ), তোমালোকে যেন এই বুলি কব নোৱাৰা, আমাৰ পূৰ্ব্বে দুই সম্প্ৰদায়ৰ[১৫৩] প্ৰতিহে ধৰ্ম্মপুথি অৱতীৰ্ণ কৰা হৈছিল: আৰু সেইবিলাকে যি পাঠ কৰিছিল সেই সম্বন্ধে প্ৰকৃততে আমি পৰিজ্ঞাত নাছিলোঁ;[১৫৪]

---

১৫১। তৌৰাত বা তোৰা মুচাৰ (আ) প্ৰতি অৱতীৰ্ণ হৈছিল বনি ইস্ৰাইলৰ পথপ্ৰদৰ্শনৰ নিমিত্তে। পৰৱৰ্ত্তী আয়তত কোৰান অৱতীৰ্ণ হোৱাৰ উল্লেখ হৈছে। এই কোৰান সমগ্ৰ মানৱ জাতিৰ মঙ্গলস্বৰূপ।

১৫২। কোৰান শ্বৰীফ যি হজ্ৰত মহম্মদৰ (স্ব) প্ৰতি অৱতীৰ্ণ হৈছিল।

১৫৩। ইহুদীবিলাক আৰু খৃষ্টিয়ানবিলাক। দুখন পুথি অৰ্থাৎ তোৰা আৰু ইন্‌জীল। এই দুইখনকে (the Old Testament and the New Testament) একেখন পুথি বুলি বাইবেল নাম দিয়া হয়। সেইদেখি কিছুমানৰ মতে দ্বিতীয় সম্প্ৰদায় হৈছে পাৰ্‌চীবিলাক, জোৰোআষ্টৰৰ অনুগামীবিলাক। তেওঁলোকৰ ধৰ্ম্মপুথি জেন্দ-আভেস্তা, Zend-Avesta.

১৫৪। হিব্ৰু ভাষা আৰু পাৰ্‌চীবিলাকৰ ভাষা আৰবৰিলাকে জনা নাছিল। সেইকাৰণে কোৰান অৱতীৰ্ণ হল আৰ্‌বী ভাষাত, যাতে আৰ্‌ববিলাকে আল্লাৰ বাণী বুজিব পাৰে। চোৱাঁ, ১৬ : ১০৩।

১৫৯। অথবা তোমালোকে যেন এই বুলিও কব নোৱাৰা, আমাৰ প্ৰতি তেনে ধৰ্ম্মপুথি অৱতীৰ্ণ হোৱাঁ হলে আমি নিশ্চয় সিহঁতকৈ অধিক সুপথ-প্ৰাপ্ত হলোঁহেতেন ; এতিয়া স্বৰূপতে প্ৰভুৰ পৰা তোমালোকলৈ আহিছে প্ৰত্যক্ষ প্ৰমাণ, আৰু পথ-প্ৰদৰ্শন, আৰু ( তেওঁৰ ) করুণা ; তেন্তে, যি আল্লাৰ নিদৰ্শনসমূহৰ অমান্য কৰিছে, আৰু সেইবিলাকৰ পৰা পৰাঙ্মুখ হৈছে, তাতকৈ অধিক অন্যায়কাৰী কোন হব পাৰে ? যিবিলাকে আমাৰ নিদৰ্শনসমূহৰ পৰা বিমুখ হৈছে সিহঁতক আমি শীঘ্ৰে প্ৰদান কৰিম নিকৃষ্ট শাস্তিৰ প্ৰতিফল, কিয়নো সিহঁত বিমুখ হৈ ঘূৰি গৈছিল।

১৬০। ফিৰিশ্‌তাবিলাক যেন সিহঁতৰ ওচৰলৈ আহক, বা স্বয়ং তোমাৰ প্ৰভু উপস্থিত হওক, নাইবা তোমাৰ প্ৰভুৰ কিছুমান নিদৰ্শন উপনীত হওক, তালৈ মাথোন সিহঁতে অপেক্ষা কৰি আছে নে ?[১৫৫] যিদিনা তোমাৰ প্ৰভুৰ কিছুমান নিদৰ্শন পাবহি তেতিয়া তাত কোনো আত্মাই বিশ্বাস কৰাত একো লাভ নহব, যিহেতু সি তাত আগেয়ে বিশ্বাস কৰা নাছিল, বা বিশ্বাস কৰিও কোনো কল্যাণ অৰ্জ্জন কৰা নাছিল ; তুমি কোৱাঁ, তোমালোকে অপেক্ষা কৰি থাকাঁ, আমিও অপেক্ষা কৰি আছোঁ।[১৫৬]

১৬১। বাস্তৱতে যিবিলাকে নিজ ধৰ্ম্মত বিচ্ছেদৰ সৃষ্টি কৰিছে, আৰু ভিন্ ভিন্ সম্প্ৰদায়ত বিভক্ত হৈছে, সেইবিলাকৰ লগত তোমাৰ একো সম্বন্ধ নাই ; প্ৰকৃততে সিহঁতৰ ব্যাপাৰ আল্লাৰ হাতত ;[১৫৭] শেহত, সিহঁতে যি কাৰ্য্য কৰিছিল সেই সম্বন্ধে তেওঁ সিহঁতক জানিবলৈ দিব।

---

১৫৫। কোৰানৰ ভাষাত আল্লা বা ফিৰিশ্‌তা উপস্থিত হোৱাৰ অৰ্থ কোনো-প্ৰকাৰ আকস্মিক শাস্তি অহা, যেনে তীব্ৰ যুদ্ধ, প্লাৱন, ভূমিকম্প ইত্যাদি। ইয়াত নিদৰ্শন অহাৰো একে অৰ্থ। শাস্তি অহাৰ পিছত বিশ্বাস স্থাপন কৰাৰ কোনো অৰ্থ নাই।

১৫৬। এই ভবিষ্যৎবাণী বদৰৰ যুদ্ধত পূৰ্ণ হল। কোৰেইশৰ বহুসংখ্যক গুৰিধৰোঁতা নিহত হৈছিল।

১৫৭। ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ মাজত মতানৈক্য হোৱাৰ বাবে সেই লোকৰ ধৰ্ম্ম নানা সম্প্ৰদায়ত বিভক্ত হৈ ছিন্ন-বিছিন্ন হৈ পৰিল। ধৰ্ম্মত ঐক্য স্থাপন কৰিবৰ অৰ্থে এজন মহানবীৰ আবিৰ্ভাৱৰ প্ৰয়োজন হল। সেই মহানবী হজ্‌ৰত মহম্মদ ( ছ )। তেৱেঁই ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ মাজত ন্যায় বিচাৰ কৰি হজ্‌ৰত ইব্ৰাহিমৰ ( আ ) ধৰ্ম্মৰ পিনে সকলোকে ঘূৰাই আকৃষ্ট কৰিলে। আৰু ইব্ৰাহিম ( আ ) দুয়ো সম্প্ৰদায়ৰ চকুত সন্মান্ত বহুল আছিল। চোৱা পৰবৰ্ত্তী আঃ ১৬২।

১৬২। যিজনে (আল্লাৰ ওচৰত) সৎকৰ্ম্ম লৈ আনিব সেইজনে তাৰে সদৃশ দহগুণ প্ৰতিদান লাভ কৰিব; আৰু যেয়ে অসৎকৰ্ম্ম লৈ আনিব, তাক প্ৰতিফল দিয়া হব কেৱল তাৰেই অনুৰূপ;[১৫৮] আৰু সিহঁতৰ কোনো অন্যায় কৰা নহব।

১৬৩। তুমি কোৱাঁ, মোৰ কথা এই: মোৰ প্ৰভুৱে নিশ্চয় মোক পোন বাটৰ ফালে চলাই নিছে; সেয়ে সঠিক ধৰ্ম্ম, একনিষ্ঠ সেৱক[১৫৯] ইব্ৰাহিমৰ ধৰ্ম্ম-নীতি; আৰু তেওঁ সেইবিলাকৰ মাজৰ নাছিল যিবিলাকে আনক আল্লাৰ সমানে উপাস্য পাতে।

১৬৪। তুমি কোৱাঁ, নিশ্চয় মোৰ নমাজ আৰু মোৰ কুৰ্বাণী আৰু মোৰ জীৱন আৰু মোৰ মৰণ সকলো ব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লাৰেই নিমিত্তে;[১৬০]

১৬৫। তেওঁৰ কোনো অংশী নাই—মোক এনে আদেশ দিয়া হৈছে; আৰু আত্মসমৰ্পণ কৰোঁতাসকলৰ মাজত ময়ে সৰ্ব্ব প্ৰথম।

১৬৬। তুমি কোৱাঁ, কি! আল্লাক এৰি মই আন প্ৰতিপালক অন্বেষণ কৰিম নে, অথচ তেৱেঁই সকলোৰে পালনকৰ্ত্তা? আৰু প্ৰত্যেক মানুহে যি অৰ্জ্জন কৰে তাৰ দায়িত্ব তাৰেই ওপৰত; আৰু কোনো ভাৰাক্ৰান্ত মানুহে

---

১৫৮। আল্লাৰ কৃপা আৰু কৰুণাত ইচ্লামে অতিশয় জোৰ দিছে। পাপীৰ নিমিত্তেও তেওঁৰ দুৱাৰ উন্মুক্ত। "নিশ্চয় মোৰ কৰুণাই সকলো বস্তুকেই জুৰি ধৰিছে"; ৭: ১৫৭।

১৫৯। এই 'হনীফ' শব্দ হজ্ৰত ইব্ৰাহিমৰ (আ) সম্বন্ধে কেবাঠাইতো ব্যৱহাৰ কৰা হৈছে। চোৱাঁ, ২: ১৩৬ আৰু টী; আৰু চোৱাঁ, ৩: ৬৮, ৯৬; ৪: ১২৭; ৬: ৮১ ১০: ১০৬; ১৬: ১২১; ৩০: ৩১। 'হনীফ'ৰ অৰ্থ, (১) সৰল, অকপট; (২) আল্লাৰ ওপৰত সদায় যিজন নিৰ্ভৰশীল।

১৬০। এই আয়ত ইচ্লামৰ ব্যাখ্যানিৰ্দ্দেশক। (১) প্ৰাৰ্থনা, (২) আত্মত্যাগ, (৩) জীৱন আৰু (৪) মৰণ কেৱল এক আল্লাৰ নিমিত্তে—আন কাৰো নিমিত্তে নহয়। খলীফা ব, ম, আহ্মদে হজ্ৰত ৰচুল (স্ব) সম্বন্ধে লিখিছে—'হজ্ৰতক (স্ব) আদেশ দিয়া হৈছে, তুমি ঘোষণা কৰাঁ, মোৰ সমগ্ৰ জীৱন মই আল্লাৰ প্ৰতি উৎসৰ্গ কৰিলোঁ। হজ্ৰতৰ সকলো প্ৰাৰ্থনা আছিল আল্লাৰ ওচৰত; তেওঁ ত্যাগ স্বীকাৰ কৰিছিল আল্লাৰ কাৰণে; তেওঁৰ গোটেই জীৱন তেওঁ আল্লাকেই সমৰ্পণ কৰিছিল; আৰু আল্লাৰ নিমিত্তে প্ৰাণ দিবলগীয়া হলে তাৰ নিমিত্তেও তেওঁ সদায় প্ৰস্তুত আছিল। তেওঁ জীৱন-ধাৰণ কৰিছিল আল্লাৰ সন্তুষ্টিলাভৰ অৰ্থে, আৰু তেওঁৰ একান্ত ইচ্ছা আছিল, আল্লাৰ সেৱা কৰি থাকোঁতেই যেন তেওঁৰ মৃত্যু হয়। তেওঁৰ ইচ্ছা পূৰ্ণ হৈছিল।'—ত, ক; পৃঃ ৭৩১।

আনৰ ভাৰ বহন নকৰিব;[১৬১] শেহত তোমালোকৰ প্ৰভুৰ ওচৰলৈ হৰ তোমালোকৰ প্ৰত্যাগমন ; সেই সময়ত যি বিষয়ে তোমালোকে বিৰোধ কৰিছিলা তাৰ প্ৰকৃতত্ব তেওঁ তোমালোকক জানিবলৈ দিব ।

১৬৭। আৰু তেৱেঁই তোমালোকক পৃথিৱীত ( আন জাতিৰ ) উত্তৰাধিকাৰী পাতিছে,[১৬২] আৰু তেওঁ তোমালোকৰ কিছুমানক সম্মানত কিছুমানৰ ওপৰত সমুন্নত কৰিছে, যাতে তেওঁ যি ( ক্ষমতা ) তোমালোকক দান কৰিছে তাৰ সম্বন্ধে তোমালোকৰ পৰীক্ষা লয় ; সচাকৈয়ে শাস্তি দিয়াত তোমাৰ প্ৰভু ক্ষিপ্ৰ ; আৰু কোনো সন্দেহ নাই তেওঁ শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল ।

---

১৬১। খৃষ্টিয়ানসকলৰ বিশ্বাস যে হজ্ৰত ঈচাই ( আ ) মানৱৰ পাপৰ প্ৰায়শ্চিত্ত দিছিল ক্ৰুচত নিজৰ মৃত্যু দ্বাৰা। ইচ্লামে এনে নীতি সমৰ্থন নকৰে।

১৬২। আল্লাৰ এই নিয়ম, আল্লাই নিজ ইচ্ছা পূৰ্ণ কৰিবৰ অৰ্থে এটা জাতিক পৃথিৱীত ক্ষমতাশালী কৰে। ক্ৰমান্বয়ে নানা কাৰণে সেই জাতিয়ে আল্লাই অৰ্পণ কৰা দায়িত্ব পালন কৰাত আওকণীয়া হয়। তেতিয়া সেই জাতিৰ অধঃপতন হয়, আৰু তাৰ ঠাইত আন এটা জাতিক আল্লাই প্ৰতিষ্ঠিত কৰে।

# চুৰা ৭

# আল্-আ'ৰাফ ঃ উচ্চ স্থানসমূহ

## মক্কাত অৱতীৰ্ণ

২৪ ৰুকু, ২০৭ আয়ত

এই চুৰাৰ ৪৭ আয়তত 'আল্-আ'ৰাফ' শব্দৰ প্ৰয়োগ হৈছে। তাকে অনুসৰি চুৰাৰ নাম দিয়া হৈছে আল্ আ'ৰাফ, অৰ্থাৎ ওখ ঠাইবিলাক। যিসকলে কোৰানৰ ভিতৰুৱা মানে লয় তেওঁলোকৰ মতে আল্-আ'ৰাফে আধ্যাত্মিক উন্নতিৰ চৰম সীমাৰ নিৰ্দ্দেশ দিছে। এই উচ্চ স্থান হৈছে বিশেষকৈ ৰচুল সকলৰ। তেওঁলোকক আস্হাবুল্ আ'ৰাফ্ বোলা হয়। এই চুৰাত বহুতো ৰচুলৰ ঘটনাৱলী বহলাই বৰ্ণনা কৰা হৈছে।

অধিকাংশ কোৰানবিদ্সকলৰ মতে এই চুৰাটি হিয্ৰতৰ আগৰ বছৰত অৱতীৰ্ণ হৈছিল। কিছুমান আয়ত সম্বন্ধে, যেনে, ১৫৯-৬১, ১৬৫-১৭২, অৱতীৰ্ণ হোৱাৰ সময় বিষয়ে মতভেদ আছে। কিন্তু ইব্নে 'আব্বাচ, ইব্নে জুবইৰ, হাচান, মুযাহিদ, ইক্ৰিমা, 'আতা, যাবিৰ্-বিন্-জেইদ এই সকলৰেই মত যে কেৱল আঃ ১৬৫-৭২ মদীনাত অৱতীৰ্ণ হৈছিল, আৰু বাকী গোটেই চুৰাটো মক্কাতহে অৱতীৰ্ণ হৈছিল।

এই চুৰাত ৰচুলসকলৰ আবিৰ্ভাৱৰ উদ্দেশ্য যে সত্যক জগতত প্ৰতিষ্ঠিত কৰা আৰু আল্লাৰ একত্ব স্থাপন কৰা ভালকৈ বুজাই দিয়া হৈছে। মানসিক আৰু নৈতিক বলৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰি; কিন্তু আধ্যাত্মিক শক্তিয়েহে আন শক্তিসমূহক ফলদায়ক কৰে। আৰু আধ্যাত্মিক জ্ঞানৰ মূল হৈছে ৱহ্য়, আল্লাৰ প্ৰত্যাদেশ। এনে প্ৰত্যাদেশ নবী আৰু ৰচুলসকলৰ প্ৰতি অৱতীৰ্ণ হয়, কিয়নো তেওঁলোক হৈছে 'আস্হাবুল্ আ'ৰাফ', ওখ ঠাইৰ অধিবাসী ; আৰু তেওঁলোকে মানৱক সেই ওখ ঠাইলৈ আহ্বান কৰে আৰু আধ্যাত্মিক প্ৰেৰণা দিয়ে।

এই চুৰাত উল্লেখ হৈছে, সংসাৰত সাধাৰণতে দেখিবলৈ পোৱা যায় যে বেছিভাগ মানুহে নিজৰ পূৰ্ব্বপুৰুষৰ ৰীতিৰহে অনুগমন কৰে, আৰু নবীয়ে অনা নতুন সত্য গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰে ; বৰং তেওঁৰ বিৰোধী হৈ সেই সত্য প্ৰচাৰত বাধা দিয়ে, আৰু নবী আৰু তেওঁৰ প্ৰথম অনুগামীবিলাকক উৎপীড়ন কৰে।

কিন্তু আল্লাই নিজ ৰচুলসকলক ৰক্ষা কৰে। যিসকলে নবীসকলৰ পথ অনুসৰণ কৰে সেইসকলে আল্লাৰ অনুকম্পা লাভ কৰে। আৰু সত্যৰ বিৰোধীবিলাকে আল্লাৰ ক্ৰোধৰ ভাজন হৈ নানা শাস্তি ভোগ কৰে।

হজ্ৰত মহম্মদৰ (স্ব) লগত মুচাৰ (আ) অনেকখিনি সাদৃশ্য থকাৰ দকন এই চুৰাত তেওঁৰ কাৰ্য্যাৱলীৰ বিৱৰণে বিশেষ স্থান পাইছে। আৰু কেইবাজন ৰচুলৰ

তৌহীদ প্ৰচাৰৰ উল্লেখ কৰি শেহত হজ্‌ৰত মহম্মদৰ (ছ) আগমন আৰু তেওঁৰ নির্ভীক সত্য প্ৰচাৰ স্পষ্টকৈ হৃদয়গ্ৰাহী ভাৱাত বুজাই দিছে।

ঐকান্তিকতাসহ এটি প্ৰাৰ্থনাৰে আৰু ভক্তিৰ ফালে মানৱজাতিক আহ্বান কৰি আৰু উদগনি দি এই চুৰাই সামৰণি মাৰিছে।

## ৰুকু ১

কোৰানৰ নীতি পালনত মানৱৰ মঙ্গল; বিৰোধীবিলাক আল্লাৰ ক্ৰোধৰ ভাজন; মানৱ আৰু ৰছুলসকলৰ দায়িত্ব।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ, লাম, মীম, স্বাদ[১]।

৩। তোমাৰ প্ৰতি এই ধৰ্ম্মপুথিৰ অৱতাৰণ কৰা হৈছে যাতে তুমি ইয়াৰ দ্বাৰা (মানৱক) সতর্ক কৰি দিয়া, আৰু যাতে বিশ্বাসীসকলৰ নিমিত্তে এই পুথি উপদেশ স্বৰূপ হয়; কিন্তু (চোৱা) এই বিষয়ে যেন তোমাৰ হিয়াত সঙ্কোচৰ[২] সৃষ্টি নহয়।

৪। তোমালোকৰ প্ৰভুৰ পৰা তোমালোকৰ প্ৰতি যি (কোৰান) নমাই পঠিওৱা হৈছে তাৰেই অনুসৰণ কৰা, আৰু তেওঁক এৰি আন সাহায্যকাৰীবিলাকৰ অনুগামী নহবা; নিচেই অলপহে তোমালোকে উপদেশ গ্ৰহণ কৰা।

৫। আৰু কতবোৰ নগৰৰ আমি ধ্বংস সাধন কৰিছোঁ! তাৰ (অধিবাসী-বিলাকৰ) ওপৰত সিহঁতে নিশা শুই থাকোঁতে বা অপৰাহ্ণু বিশ্ৰাম কৰোঁতে, অকস্মাৎ আমাৰ শাস্তি আহি পৰিল।

৬। পিছত, সিহঁতৰ ওচৰলৈ আমাৰ শাস্তি আহিলত সিহঁতে ইয়াৰ বাহিৰে একোকে মাতিব নোৱাৰিছিল: সচাকৈয়ে আমি অন্যায়কাৰী আছিলোঁ।[৩]

---

১। আলিফ্, আল্লাহ; লাম-মীম, আ'লমু; স্বাদ, স্বাদেক্ বা অফ্‌ছল। অর্থাৎ মই আল্লা সর্ব্বজ্ঞ, সত্যবাদী। যদি অফ্‌ছল স্বাদৰ পৰিবৰ্ত্তে ধৰা হয় তেনেহলে মানে হব, মই আল্লা, সর্ব্বজ্ঞ, স্পষ্টৰূপে বৰ্ণনা কৰোঁতা।

২। বহুদিনৰ কুপ্ৰথাবিলাক আৰৱ জাতিৰ মাজৰ পৰা তুলি দিয়া ডাঙৰ আৰু অত্যন্ত কঠিন কাম। হে মহম্মদ (ছ), তাকে চাই তোমাৰ অন্তৰ যেন সঙ্কুচিত নহয়। মই তোমাক এই কামৰ নিমিত্তে বাচি লৈছোঁ, আৰু মযে এই কামত তোমাৰ সহায় কৰিম।

৩। মক্কাবিজয়ৰ দিনা মক্কাৰ অবিশ্বাসী অধিবাসীবিলাকে অন্যায় আচৰণৰ স্বীকাৰ কৰিছিল।

৭। এতেকে যিবিলাকৰ প্ৰতি ৰচুলসকলক প্ৰেৰণ কৰা হৈছিল সিহঁতক আমি বিশ্চয় প্ৰশ্ন কৰিম ; আৰু সেই ৰচুলসকলকো[৪] আমি নিশ্চয় প্ৰশ্ন কৰিম।

৮। পিছত নিশ্চয় আমি নিজ ( বিশেষ ) জ্ঞানৰ সৈতে ( সিহঁতৰ কাৰ্য্যাৱলী ) সিহঁতৰ আগত বৰ্ণনা কৰিম, কিয়নো আমি ( সেইবোৰ ) নিৰীক্ষণ নকৰাকৈ নাছিলোঁ।

৯। সেইদিনাখন যে ( কাৰ্য্যসমূহৰ ) লেখ-জোখ লোৱা হব ই সত্য ; তেতিয়া যিবিলাকৰ ( পুণ্যৰ তৰ্জ্জু গধুৰ হব, সেইবিলাকেই হব সফল মনোৰথ।[৫]

১০। কিন্তু যিবিলাকৰ ( পুণ্যৰ ) তৰ্জ্জু লঘু হব, সেইবিলাকেই নিজ আত্মাসমূহৰ ক্ষতি কৰিছিল, কিয়নো সিহঁতে আমাৰ নিদৰ্শনসমূহৰ বিষয়ে অন্যায় ব্যৱহাৰ কৰিছিল।

১১। আৰু স্বৰূপতে আমি তোমালোকক ক্ষমতা দান কৰি পৃথিবীত সংস্থাপিত কৰিছোঁ, আৰু তোমালোকৰ নিমিত্তে জীৱিকা নিৰ্ব্বাহৰ উপায় তাতে কৰি দিছোঁ ; ( কিন্তু ) তোমালোকে নিচেই অলপহে কৃতজ্ঞতা স্বীকাৰ কৰা।

## ৰুকু ২

ফিৰিশ্‌তাবিলাকৰ বাধ্যতা আৰু ইব্লিচৰ অবাধ্যতা ; মানৱক প্ৰলোভন দিবলৈ ইব্লিচৰ অৱসৰগ্ৰহণ, আদম ( আ ) আৰু তেওঁৰ সহচৰীৰ নিষিদ্ধ ফল ভক্ষণ, অনুতাপ, আৰু ক্ষমা ভিক্ষা।

১২। আৰু স্বৰূপতে আমি তোমালোকক সৃজন কৰিলোঁ আৰু তোমালোকক আকাৰ দান কৰিলোঁ ;[৬] তাৰ পিছত আমি ফিৰিশ্‌তাবিলাকক কলোঁ,

---

৪। ৰচুলসকলৰ দায়িত্ব পালন সম্বন্ধেও তেওঁলোকক প্ৰশ্ন কৰা হব। পঞ্চম চুৰাৰ শেহৰ দুই ৰুকুত হজ্‌ৰত ঈচাকো ( আ ) আল্লাই যে প্ৰশ্ন কৰিব তাৰ উল্লেখ আছে। চোৱা, ৫ : ১৫২।

৫। এই আয়ত আৰু পৰবৰ্ত্তী আয়তৰ পৰা ইয়াকে বুজিব লাগিব, মহাবিচাৰৰ দিনা আমাৰ পাপ-পুণ্যৰ লেখ লোৱা হব, অৰ্থাৎ আমাৰ সৎকৰ্ম্মৰ পৰিমাণ বেচি নে অসৎ কৰ্ম্মৰ পৰিমাণ বেচি। মানৱ যে আল্লাৰ আগত দায়ী আৰু সেই দায়িত্ব পালনৰ এদিন লেখ দিব লাগিব, এনে বিশ্বাস কোৰানে প্ৰত্যেক মুচ্‌লিমৰ মনত জন্মাইছে।

৬। মানুহৰ আকাৰ, গঢ়। আকাৰ দিয়াৰ বিবৰণৰ কাৰণে চোৱা, ২৩ : ১৫, ৩৯ : ৭; আৰু ৪০ : ৬৫। ইয়াত উল্লেখ কৰিব লগীয়া কথা এই, যি আদমৰ ( আ )

তোমালোক আদমৰ বাধ্য হোৱাঁ ;[৭] তেতিয়া ইব্লিচৰ বাহিৰে সকলোৱে বাধ্যতা স্বীকাৰ কৰিলে ;[৮] ( কিন্তু ) সি বাধ্য হোৱাবিলাকৰ মাজৰ নহল।

১৩। তেওঁ কলে, মই যেতিয়া তোমাক আদেশ দিছিলোঁ তেতিয়া তুমি (আদমৰ) বাধ্য হোৱাত কি কথাই বাধা জন্মালে ? সি কলে, মই তেওঁতকৈ শ্ৰেষ্ঠ ; মোক তুমি অগ্নিৰে[৯] সৃজন কৰিছা, আৰু তেওঁক সৃজন কৰিছা আলতীয়া মাটিৰে।

১৪। তেওঁ কলে, তেন্তে তুমি এই ঠাইৰ পৰা নামি যোৱাঁ, কিয়নো এনে ঠাইত[১০] অহঙ্কাৰ কৰা তোমাৰ পক্ষে কোনো মতে নৰজে ; গতিকে তুমি ওলাই যোৱাঁ ; তুমি সেইবিলাকৰ মাজৰ হলা যিবিলাক হেয়, অধম।

১৫। সি কলে, যিদিন সিহঁতৰ পুনৰুত্থান হব সেই দিনলৈকে তুমি মোক অৱসৰ দিয়াঁ।[১১]

১৬। তেওঁ কলে, নিশ্চয় তোমাক অৱসৰ দিয়া হল।

১৭। সি কলে, যিহেতু তুমি মোক বিনাশ-প্ৰাপ্ত[১২] বুলি স্থিৰ কৰিলা,

---

আখ্যান এই ককুত বৰ্ণোৱা হৈছে তেওঁ মানৱজাতিৰ আদি পুৰুষ নহয়। তেওঁ হজ্ৰত নুহ (আ) আৰু হজ্ৰত ইব্ৰাহিমৰ (আ) পূৰ্ব্ব-পুৰুষ। তেওঁৰ পূৰ্ব্বেও পৃথিবীত মানুহ বাস কৰিছিল তাৰ প্ৰমাণ এই আয়তত আছে। 'কুম্' হৈছে বহুবচন সৰ্ব্বনাম অৰ্থাৎ 'তোমালোকক' ( মানৱজাতিক ) সৃষ্টি কৰিলোঁ, তাৰ পাছত আকাৰ দিওঁতে কত যুগ লাগিলে, তাৰো পাছত মানৱৰ আধ্যাত্মিক উন্নতিৰ ব্যৱস্থা কৰা হল আদমক ( আ ) নবিত্ব দি। চোৱাঁ, ৰ, ম, আহ্মদৰ ত, ক, পৃঃ ১১২,৩। মৌলানা আজাদৰো, ত, কু ; খণ্ড ২, পৃঃ ২।

৭। আল্লাকহে সাষ্টাঙ্গে প্ৰণিপাত কৰিব পাৰি, মানুহক নোৱাৰি। সেই দেখি ইয়াত চিয়্দাৰ অৰ্থ বাধ্যতা স্বীকাৰ। চোৱাঁ, ২ : ৩৫ আৰু টী।

৮। ফিৰিশ্তাবিলাকৰ কাম হৈছে নবী আৰু তেওঁৰ প্ৰকৃত অনুগামীসকলক সহায়তা কৰা ; ইব্লিচ্ আৰু তাৰ বংশধৰৰ কাম হৈছে তেওঁলোকক আল্লাৰ পথৰ পৰা বিচলিত কৰা।

৯। চোৱাঁ, ৩৮ : ৭৭। ইব্লিচ্ যিনৰ মাজৰ এজন আছিল। যিনৰ সৃষ্টি অগ্নিৰ পৰা। চোৱাঁ, ১৮ : ৫১ : ৫৫ : ১৬।

১০। সুখ-শান্তিৰ ঠাই ; ইব্লিচ্ সুখৰ এনে উচ্চ ঠাইৰ যোগ্য নহয়। আৰ্বি শব্দ 'হবুত্ব'ৰ প্ৰকৃত অৰ্থ, নামি যোৱা। ২ : ৩৭ আৰু ৩৯ ; আৰু ৭ : ১৪ তো এই শব্দ ব্যৱহাৰ হৈছে।

১১। চোৱাঁ, ৭ : ১৫, ১৫ : ৩৭ ; ৩৮ : ৮০।

১২। তোমাৰ বিচাৰত মই যদি বিপথগামী— বা ; আ, ম ; Lane।

মযো সিহঁতক বিপথে নিবলৈ তোমাৰ পোন বাটতে সিহঁতৰ খাপ লৈ বহি থাকিম।

১৮। তাৰ পিছত মই নিশ্চয় সিহঁতৰ ওচৰলৈ আহিম, সিহঁতৰ আগ-ফালৰ পৰা, আৰু সিহঁতৰ পিছফালৰ পৰা, আৰু সিহঁতৰ সোঁফালৰ পৰা, আৰু সিহঁতৰ বাওঁ ফালৰ পৰা;[১৩] আৰু (ফলত) তুমি সিহঁতৰ বেচি ভাগকেই তোমাৰ কৃতজ্ঞতা স্বীকাৰ নকৰা দেখিবলৈ পাবা।

১৯। তেওঁ কলে, তুমি এই ঠাইৰ পৰা ওলাই যোৱাঁ, অপমানিত, লাঞ্ছিত হৈ; যিবিলাকে তোমাৰ অনুসৰণ কৰিব সেইবিলাক আৰু তোমালোক সকলোৰে দ্বাৰা নিশ্চয় মই নৰক পূৰ্ণ কৰিম।

২০। আৰু (কলে), হে আদম্, তুমি আৰু তোমাৰ সহচৰী দুয়ো এই উদ্যানত বাস কৰাঁ, আৰু য'ৰে ইচ্ছা ত'ৰে পৰা খাবা, কিন্তু এই জোপা গছৰ ওচৰ নাচাপিবা; ওচৰ চাপিলে তোমালোক দুয়ো অন্যায়কাৰীবিলাকৰ মাজৰ হবা।[১৪]

২১। কিন্তু শ্বয়তানে তেওঁলোকক[১৫] কু-মন্ত্ৰণা দিলে, যাতে উভয়ৰ যি গোপ-নীয় লাজৰ অঙ্গ পৰস্পৰৰ পৰা পূৰ্ব্বে অদৃশ্য আছিল তাক উভয়ৰ সমুখত প্ৰকাশিত কৰে; আৰু সি কলে, তোমালোক দুয়ো যাতে ফিৰিশ্‌তা হব নোৱাৰা, নাইবা চিৰজীৱিতবিলাকৰ অন্তৰ্গত নোহোৱা, সেই কাৰণে মাথোন তোমালোকৰ প্ৰভুৱে তোমালোক দুইকো এই গছজোপাৰ ওচৰ চাপিবলৈ নিষেধ কৰিছে।

২২। আৰু তেওঁলোকৰ আগত সি শপত খাই কৈছিল, মই নিশ্চয় তোমালোক উভয়ৰ মঙ্গলৰ কাৰণে উপদেশ দিছোঁ।

২৩। পিছত যেতিয়া উভয়ে সেই গছ জোপাৰ (ফলৰ) সোৱাদ ললে,

---

১৩। শ্বয়তানৰ আক্ৰমণ কেওফালৰ পৰাই হয়। সেই দেখি মানুহক সদায় সতৰ্ক, জাগ্ৰত অৱস্থাতে থাকিব লাগে, যাতে শ্বয়তান (ইব্লিচ্‌) ওচৰ চাপিব নোৱাৰে।

১৪। চোৰা, ২ : ৩৬। নবী আদম (আ) ক'ত বাস কৰিছিল এই লৈ বহু মতভেদ আছে। চহীহ মুচ্‌লিমত (অধ্যায় যন্নত্‌) হদীছ আছে, আদম বাস কৰিছিল নীল (Nile) নদি আৰু ফুৰাত্‌ (Euphrates) নদিৰ মাজৰ দেশত। আকৌ এঠাইত কোৱা হৈছে, সেই উদ্যান আছিল দয্‌লা (Tigris) আৰু ফুৰাত নদিৰ মাজৰ দেশ ডোখৰত, এই দেশৰ বৰ্ত্তমান নাম ইৰাকে আযম্, অৰ্থাৎ Mesopotamia।

১৫। (১) শৰীৰৰ ঢাকিব লগীয়া অংশ, (২) নিকৃষ্ট ভাব বা কাৰ্য্য যি লজ্জাজনক। এই উপমাটিত দুয়ো অৰ্থ খাটে।

তেতিয়া তেওঁলোকৰ লাজৰ গোপনীয় অঙ্গ পৰস্পৰৰ সম্মুখত প্ৰকাশিত হ'ল;[১৬] আৰু উভয়ে উদ্যানৰ পাত-লতাৰে নিজৰ লজ্জা আবৃত কৰিবলৈ ধৰিলে; আৰু তেওঁলোকৰ প্ৰভুৱে দুইকো এইদৰে সম্বোধন কৰি কলে, এই জোপা গছৰ ওচৰ চাপিবলৈ মই তোমালোক দুইকো নিষেধ কৰা নাছিলোঁ নে? আৰু মই তোমালোক দুইকো (সাৱধান কৰি) জনাই দিয়া নাছিলোঁ নে, তোমালোক উভয়ৰ নিমিত্তে শ্বয়তান নিশ্চয় প্ৰকাশ্য শত্ৰু!

২৪। তেওঁলোক উভয়ে প্ৰাৰ্থনা কৰিলে: হে আমাৰ প্ৰভু, আমি নিজৰেই অন্যায় কৰিলোঁ; আৰু এতিয়া তুমি আমাক ক্ষমা দান নকৰিলে আৰু আমাৰ প্ৰতি কৰুণা প্ৰদৰ্শন নকৰিলে, কোনো সন্দেহ নাই আমি ক্ষতিগ্ৰস্ত বিলাকৰ অন্তৰ্গত হব।

২৫। তেওঁ কলে, তোমালোক (ইয়াৰ পৰা অইন ঠাইলৈ) নামি যোৱাঁ; তোমালোক ইজন সিজনৰ শত্ৰু; আৰু তোমালোকৰ নিমিত্তে পৃথিবীত কিছুদিনৰ কাৰণে বাসস্থান আৰু সম্বল আছে।[১৭]

২৬। তেওঁ (আৰু) কলে, তোমালোকে তাতেই জীৱন ধাৰণ কৰিবা, আৰু তাতেই প্ৰাণত্যাগ কৰিবা, আৰু (মৃত্যুৰ পাছত) তাৰে পৰা তোমালোকক পুনৰ উত্থিত কৰা হব।

## ৰুকু ৩

শৰীৰৰ আভৰণ উত্তম, কিন্তু আত্মাৰ সাজ-পাৰ তাতোকৈ শ্ৰেষ্ঠ;
শ্বয়তানৰ প্ৰলোভনৰ পৰা ৰক্ষা পাবলৈ আল্লাৰ ওচৰত
প্ৰাৰ্থনা কৰিব লাগে একাগ্ৰমনেৰে; ইচ্‌লামৰ প্ৰধান
কেইটামান নীতি; ইচ্‌লাম উদাসীন ধৰ্ম্ম নহয়।

২৭। হে আদমৰ সন্তান-সন্ততি, স্বৰূপতে আমি তোমালোকৰ প্ৰতি তোমালোকৰ লজ্জা নিবাৰণৰ নিমিত্তে আৰু শোভনৰ নিমিত্তে সাজ অৱতীৰ্ণ কৰিছোঁ;

---

১৬। ইজনে সিজনৰ দুৰ্ব্বলতা জানিব পাৰিলে। নৈতিক আৰু আত্মিক ভৱিষ্যৎ গুৰিত আছে পাপৰ চেতনা। পাপক ঘৃণাৰ চকুৰে দেখিলে আত্মা পমি আল্লাৰ পিনে বৈ যায়। পৰৱৰ্ত্তী আয়তৰ পৰা বুজা যায়, অনুতাপ আৰু প্ৰাৰ্থনাই দুইকো শ্বয়তানৰ হাতৰ পৰা ৰক্ষা কৰিলে।

১৭। চোৰা ২: ৩৭; ২০: ১২৪। *এইটো শাস্তিৰ আদেশ নাছিল। আগৰ আয়তত আদম্ (আ) আৰু তেওঁৰ সহচৰীয়ে অনুতাপ কৰি আল্লাৰ ক্ষমা ভিক্ষা কৰিলে।*

কিন্তু ধৰ্ম্মপৰায়ণতাৰ সাজ হে অতি উত্তম ;[১৮] আল্লাৰ নিদৰ্শনসমূহৰ মাজৰ ইও এটা নিদৰ্শন ; ( তাকে দেখি ) সম্ভৱতঃ সিহঁতে উপদেশ গ্ৰহণ কৰে।[১৯]

২৮। হে আদমৰ সন্তান-সন্ততি, [২০] শ্বয়তানে যেন তোমালোকক প্ৰলোভনত নেপেলায়, যেনেকৈ সি তোমালোকৰ পিতৃ-মাতৃক স্বৰ্গ-উত্থানৰ পৰা ওলাই যাবলৈ বাধ্য কৰিলে, যাতে সি তেওঁলোকৰ সাজ সোলোকাই লৈ ইজনৰ লাজৰ গোপনীয় অঙ্গ সিজনৰ সম্মুখত প্ৰকাশিত কৰে। বাস্তৱতে সি আৰু তাৰ দলে এনে ঠাইৰ পৰা তোমালোকক দেখি থাকে য'ত সিহঁতক তোমালোকে দেখিবলৈ নোপোৱা।[২১] যিবিলাকে বিশ্বাস নকৰে সিহঁতৰ নিমিত্তে শ্বয়তানবিলাকক আমি নিশ্চয় বন্ধু নিযুক্ত কৰিছোঁ।

২৯। যেতিয়া সিহঁতে নিৰ্গত কাৰ্য্য কৰে সিহঁতে কয়, আমি আমাৰ পিতৃপুৰুষসকলক এনে কাৰ্য্য কৰা দেখি আহিছোঁ ; আৰু আমাকো আল্লাই এনে কাৰ্য্য কৰিবলৈ আদেশ দিছে ;[২২] তুমি কোৱাঁ, আল্লাই নিশ্চয় নিৰ্গত কাৰ্য্য কৰিবলৈ কদাপি আদেশ নিদিয়ে ; তোমালোকে আল্লাৰ সম্বন্ধে এনে কথা কৈছা যি তোমালোকে সমূলি নাজানা।

৩০। তুমি কোৱাঁ, মোৰ প্ৰভুৱে মোক ন্যায় বিচাৰৰ হে আদেশ দিছে ; আৰু ( আদেশ দিছে ), তোমালোকে প্ৰাৰ্থনাৰ ঠাইত ( আৰু সময়ত ) সঠিকৰূপে

তাৰ ফলত কৰুণাময় আল্লাই শাস্তি দিয়া সম্ভৱপৰ নহয়। আল্লাই দুইকো কলে, এই দেশত তোমালোকৰ শত্ৰু অনেক ; এই দেশৰ পৰা অইন দেশলৈ গৈ কিছুমান দিনলৈ বসতি কৰা। ইয়াতেই তোমালোকৰ মঙ্গল।

১৮। আভৰণৰ দ্বাৰা আমি লজ্জা নিবাৰণ কৰোঁ। সেইদৰে আমাৰ অশ্লীলতা ধৰ্ম-পৰায়ণতাৰ আভৰণেৰে ঢাকিব পাৰোঁ, অৰ্থাৎ পাপ আবৃত কৰিব পাৰোঁ ন্যায়পৰায়ণতাৰ আভৰণেৰে।

১৯। আদম্ (আ) আৰু শ্বয়তানৰ উপমাত এটি মহান সত্য নিহিত আছে। ইন্দ্ৰিয়ৰ লগত আত্মাৰ যুদ্ধ চলিয়ে আছে আৰু চলি থাকিব। শেষত ইন্দ্ৰিয়ৰ পৰাজয় আৰু আত্মাৰ জয় সুনিশ্চিত ; লাগে আল্লাৰ সহায় আৰু কৰুণা।

২০। সমগ্ৰ মানৱজাতিক সম্বোধন কৰা হৈছে। আদম্ (আ) আৰু হওৱাৰ আখ্যান এটি উপমা, গোটেই মানৱজাতিৰ নিমিত্তে নিদৰ্শন।

২১। শ্বয়তানৰ চৰিত্ৰত আছে ধুৰ্ত্তালি, প্ৰতাৰণা, চাতুৰী। সি নেদেখাকৈ অন্তৰৰ ভিতৰত সোমায় ; বহুসময়ত তাৰ প্ৰভাৱৰ আমি গমকে নাপাওঁ।

২২। পাপীয়েও নিজৰ পাপৰ প্ৰমাণ দিয়ে। ইংৰাজীত কয়, Even the devil quotes scripture. প্ৰমাণ কি ? (১) আমাৰ পূৰ্ব্বপুৰুষে এনেবোৰ কাৰ্য্য কৰিছিল, (২) আল্লাই আমাকো তাকে কৰিবলৈ আদেশ দিছে।

( আল্লাৰ ফালে ) মন থিৰ কৰিবা; আৰু তেওঁৰ ধৰ্ম্মত থাকি তেওঁক একাগ্ৰ-মনেৰে আহ্বান কৰিবা। আদিতে তোমালোকক যেনেকৈ তেওঁ সৃষ্টি কৰিছিল তেনেকৈ আকৌ ( সেই অৱস্থালৈ ) তোমালোক উভতি যাবা।[২৩]

৩১। তেওঁ এদলক সুপথ প্ৰদৰ্শন কৰিছে, আৰু আন এদলৰ পক্ষে বিপথে যোৱাহে স্থিৰ কৰা হৈছে;[২৪] বাস্তৱতে সিহঁতে আল্লাক এৰি শ্বয়তান-বিলাকক বন্ধুৰূপে গ্ৰহণ কৰিছে, অথচ সিহঁতে ভাবি লৈছে সিহঁতহে সুপথগামী।

৩২। হে আদমৰ সন্তান-সন্ততি, প্ৰত্যেক নমাজৰ ঠাইত ( আৰু সময়ত ) তোমালোকৰ সাজপাৰ সুশোভিত কৰি লবা;[২৫] আৰু আহাৰ কৰিবা আৰু পান কৰিবা;[২৬] ( এনে কৰাত কোনো দোষ নাই, ) কিন্তু সীমা অতিক্ৰম নকৰিবা, সচাকৈয়ে তেওঁ সেইবিলাকক ভাল নাপায় যিবিলাকে সীমা অতিক্ৰম কৰে।

## ৰুকু ৪

ইচ্‌লামে উদাসীনতা সমৰ্থন নকৰে; মানৱজাতিৰ মঙ্গলৰ নিমিত্তে আল্লাই নবী-ৰচুল প্ৰেৰণ কৰা নিয়ম কৰিছে; নবীৰ বিৰোধীবিলাকে আল্লাৰ শাস্তি ভোগ কৰিব।

৩৩। তুমি কোৱাঁ, আল্লাই নিজ ভৃত্যবিলাকৰ ( ব্যৱহাৰৰ ) নিমিত্তে যি শোভনীয় বস্তুবিলাক উদ্ভব কৰিছে, আৰু জীৱিকা নিৰ্ব্বাহৰ কাৰণে যি বিশুদ্ধ বস্তু

---

২৩। অবিশ্বাসীবিলাকৰ মিছা উক্তিৰ প্ৰতিবাদ কৰি এই আয়তে ইচ্‌লামৰ প্ৰধান নীতি কেইটামান উল্লেখ কৰিছে। (১) ন্যায় আচৰণ, (২) আল্লাৰ পিনে মু কৰা (৩) একাগ্ৰ আৰু সৰল মনেৰে প্ৰাৰ্থনা কৰা, আৰু (৪) সত্য ধৰ্ম্মত ( দীনত ) দৃঢ় হৈ থকা।

২৪। বিপথে যোৱাটো সিহঁতৰে কৰ্ম্মৰ ফল। সিহঁতে আল্লাৰ উপদেশ আওহেলা কৰি শ্বয়তানৰ বন্ধু হৈছে, গতিকে শ্বয়তানে সিহঁতক বিপথে নিৰই। কিছুমানে 'দ্বলালত'ৰ অৰ্থ লৈছে ধ্বংস সাধন, কিয়নো শ্বয়তানৰ অনুগমনে সিহঁতৰ ধ্বংস সাধন কৰিব।

২৫। প্ৰাৰ্থনাৰ পূৰ্ব্বে শৰীৰ পৰিষ্কাৰ কৰি ভাল পৰিচ্ছদ পিন্ধা উচিত; ফলত মন আৰু আত্মা পবিত্ৰ হয়।

২৬। ইচ্‌লাম উদাসীন ধৰ্ম্ম নহয়। হজ্‌ৰতে ( ছ ) কৈছে, ইচ্‌লামত 'ৰুহ্‌বানিয়ত' ( বৈৰাগ্য ) নাই। সংসাৰৰ সুখ উপভোগ কৰা পাপ নহয়। ভাল কাপোৰ পিন্ধা, ভাল খাদ্য খোৱা, ব্যৱসায়-বাণিজ্য কৰি ধন অৰ্জ্জন কৰাত কোনো দোষ নাই। দোষ হৈছে সীমা অতিক্ৰম কৰা। সীমাৰ ভিতৰত সংসাৰ সুখক 'জীনতুল্লাহ' ( আল্লাৰ শোভন ) বুলি পৰবৰ্ত্তী আয়তত কৈছে। 'জীনতুদ্ দুন্‌য়া', সংসাৰৰ শোভনৰ বিষয়ে চোৱাঁ, ১৮ : ২৯,

(দান কৰিছে) সেইবোৰক কোনে অবৈধ কৰিছে?[২৭] কোৱাঁ, যিসকলে বিশ্বাস স্থাপন কৰিছে সেই সকলে এইবিলাক (আল্লাৰ অনুগ্ৰহ) লাভ কৰিব পাৰ্থিৱ জীৱনত, আৰু সুকীয়াকৈ[২৮] পুনৰুত্থানৰ দিনা; এইদৰে আমি নিদৰ্শনসমূহ জ্ঞানৱন্ত লোকৰ নিমিত্তে বিস্তাৰিতভাৱে বৰ্ণনা কৰোঁ।

৩৪। তুমি কোৱাঁ, মোৰ প্ৰভুৱে নিষেধ কৰিছে কেৱল নিৰ্গত কাৰ্য্য-সমূহ, তাৰ যি প্ৰকাশ্য আৰু যি গুপ্ত,[২৯] আৰু পাপ-কাৰ্য্য, আৰু অযথা বিৰোধিতা; আৰু ইয়াকো (নিষেধ কৰিছে) তোমালোকে যেন আনক আল্লাৰ সমানে উপাস্য পাতা, যি সম্বন্ধে তেওঁ কোনো প্ৰমাণৰ অৱতাৰণা কৰা নাই; আৰু ইয়াকো (নিষেধ কৰিছে) যেন তোমালোকে আল্লাৰ সম্বন্ধে এনে কথা কোৱা যি তোমালোকৰ জ্ঞানৰ[৩০] অতীত।

৩৫। আৰু প্ৰত্যেক সম্প্ৰদায়ৰ নিমিত্তে এটা নিৰ্দ্ধাৰিত সময়[৩১] আছে; গতিকে যেতিয়া সিহঁতৰ সেই নিৰ্দ্ধাৰিত সময় আহি পায় সিহঁতে তাক এক মুহূৰ্ত্তও পিছলৈ নিব নোৱাৰে আৰু আগলৈও আনিব নোৱাৰে।

৩৬। হে আদমৰ সন্তান-সন্ততি, মোৰ নিদৰ্শনসমূহ বৰ্ণনা কৰিবলৈ যেতিয়া তোমালোকৰ মাজৰ পৰা তোমালোকৰ ওচৰলৈ ৰচুলসকল আহে, তেতিয়া যিসকলে নিজকে পাপৰ পৰা ৰক্ষা কৰিব আৰু নিজৰ সংশোধন কৰি লব সেই সকলৰ কোনো ভয় নাথাকিব, আৰু সেইসকলে বেজাৰো কৰিব নালাগিব।[৩২]

---

সংক্ষেপে, সংসাৰৰ সুখ-সন্তোষে আমাক যেন আল্লাৰ প্ৰতি আওকনীয়া নকৰে তাৰ পিনে লক্ষ্য ৰখা আৱশ্যক।

২৭। এই আয়তৰ পৰা স্পষ্টকৈ বুজিব পাৰি, ইচ্লাম উদাসীনতা আৰু বৈৰাগ্যৰ বিৰুদ্ধে।

২৮। পৰলোকৰ অসীম অনন্ত সুখ-সন্তোষ থাকিব কেৱল বিশ্বাসীসকলৰ নিমিত্তে, অবিশ্বাসীবিলাকে এই সুখৰ ভাগ নাপাব।

২৯। চোৱাঁ, ৬ : ১৫২।

৩০। যি তোমালোকে নাজানা, আৰু সেই কাৰণে থিৰাংকৈ কব নোৱাৰা।

৩১। কোনো ডাঙৰ ঘটনা,আল্লাৰ প্ৰতিশ্ৰুতি; কোনো জাতিৰ অবাধ্যতাৰ প্ৰতিফল বা সেই জাতিৰ পতন।

৩২। ভাবি চালে এই আয়তে এটা গূঢ় তত্ত্ব উৰ্দ্ধুকিয়াইছে। মানৱ জাতিক ধৰ্ম্ম আৰু ন্যায়ৰ বাট দেখুৱাবৰ্লৈ আল্লাই নবী আৰু ৰচুল পঠাই থাকে আৰু নিতৌ পঠাই থাকিব। কিন্তু প্ৰত্যেক নবীয়ে নতুন শৰীয়ত নানে। প্ৰত্যেক মুচলমানৰ এই বিশ্বাস, *কোৰানৰ দ্বাৰা যি শৰীয়ত আহিছে সি সৰ্ব্বশেষ শৰীয়ত।*

৩৭। কিন্তু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰিব, আৰু অহঙ্কাৰ কৰি সেইবিলাকৰ বিৰোধ কৰিব, সেইবিলাকেই হব অগ্নিৰ অধিবাসী ; তাতেই সিহঁত স্থায়ীৰূপে বাস কৰিব।

৩৮। গতিকে যিজনে আল্লাৰ বিৰুদ্ধে মিছা সাজে নাইবা তেওঁৰ নিদৰ্শন-সমূহক মিছা ভাবি অগ্ৰাহ্য কৰে, সেইজনতকৈ কোন অধিক অন্যায়কাৰী ?[৩৩] এইবিলাকে সিহঁতৰ নিমিত্তে (আল্লাৰ) পুথিত যি ভাগ্য লিপিবদ্ধ[৩৪] তাকে পাব। সময়ক্ৰমে যেতিয়া আমাৰ ফিৰিশ্‌তাবিলাক সিহঁতৰ প্ৰাণ লবলৈ সিহঁতৰ ওচৰলৈ আহি সুধিব, আল্লাক এৰি যিবিলাকক তোমালোকে আহ্বান কৰিছিলা সেইবিলাক (আজি) ক'ত ? সিহঁতে উত্তৰ দিব, সেইবিলাক আমাৰ কাষৰ পৰা আঁতৰ হল, আৰু এইদৰে সিহঁতে নিজৰ বিৰুদ্ধেই এই কথাৰ সাক্ষী দিব যে সিহঁতে বিশ্বাস স্থাপন কৰা নাছিল।

৩৯। তেওঁ আদেশ দিব, তোমালোকৰ পূৰ্ব্বে যিবিলাক যিন্ আৰু মানুহৰ মৃত্যু ঘটিছে সেইবিলাকৰ দলৰ অন্তৰ্গত হৈ তোমালোকেও অগ্নিত প্ৰবেশ কৰা। যেতিয়া কোনো এদলে তাত প্ৰবেশ কৰিব সেইদলে সিহঁতৰ সঙ্গী আন দলক অভিশাপ দিব ; অৱশেষত যেতিয়া ক্ৰমান্বয়ে সকলো সেই অগ্নিৰ ভিতৰত সোমাই একেলগ হব, শেহৰ দলে প্ৰথম দলৰ সম্বন্ধে কব, হে আমাৰ প্ৰভু, সেইবিলাকেই আমাক পথভ্ৰান্ত কৰিছিল ; অতএব সিহঁতক অগ্নিৰ শাস্তি দুগুণকৈ[৩৫] প্ৰদান কৰা। তেওঁ কব, প্ৰত্যেক পূৰ্ব্ববৰ্ত্তী দলে দুগুণকৈ শাস্তি ভোগ কৰিব ; কিন্তু সেই বিষয়ে তোমালোকৰ জ্ঞান নাই।

৪০। আৰু সেই অনুৰূপ সিহঁতৰ প্ৰথম দলে সিহঁতৰ শেহৰ দলক কব, চোৱা, আমাৰ ওপৰত তোমালোকৰ কোনো শ্ৰেষ্ঠতা নাথাকিল ; গতিকে তোমালোকে যি অৰ্জ্জন কৰিছিলা তাৰ কাৰণে শাস্তিৰ সোৱাদ লোৱা।

---

৩৩। চোৱা ৬ : ২২। বহুলে যেতিয়া সিহঁতক সত্যৰ কালে আহ্বান কৰে সিহঁতে বহুলক কয়, তোমাৰ দাবী মিছা। বহুলক মিথ্যাবাদী গণ্য কৰিলে আল্লাৰ বিৰুদ্ধেও মিছা সজা হয়, কাৰণ তেওঁ নিজেই বহুল সাজি অহা নাই ; আল্লাইহে তেওঁক বহুল নিযুক্ত কৰি মানুহৰ মঙ্গল সাধনৰ নিমিত্তে পঠাইছে।

৩৪। আল্লাই নিজ জ্ঞানেৰে যি শাস্তি নিৰ্দ্দিষ্ট কৰি ৰাখিছে তাকে সিহঁতে ভুঞ্জিব।

৩৫। সিহঁতে নিজেও পাপ অৰ্জ্জন কৰিছিল আৰু কু-দৃষ্টান্ত দেখুৱাই আমাকো ধ্বংসৰ কাৰণ হৈছিল। সেই দেখি সিহঁতে দ্বিগুণ শাস্তি পাবৰ যোগ্য। পৰবৰ্ত্তীবিলাকেও দ্বিগুণ শাস্তি পোৱাৰ কাৰণ এই, *সিহঁতে পূৰ্ব্ববৰ্ত্তীৰ পৰিণাম দেখিও শিকনি গ্ৰহণ* নকৰিলে। তাৰ উপৰি সিহঁতেও সিহঁতৰ পৰবৰ্ত্তীবিলাকৰ নিমিত্তে কু-দৃষ্টান্ত হৈ গৈছিল।

## ৰুকু ৫

যিবিলাকে আল্লাৰ নিদৰ্শনসমূহ অমান্য কৰে সিহঁতে আল্লাৰ কৰুণাৰ অংশ নাপায়; স্বৰ্গৰ অধিবাসীসকলে সুখশান্তি লাভ কৰিব; নৰকবাসীবিলাক আল্লাৰ অভিশপ্ত হব; নবীসকলে পৰমাৰ্থিক উচ্চ ঠাইৰ পৰা সকলোকে নিৰীক্ষণ কৰিব।

৪১। বাস্তৱতে যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা বুলি ভাবি অগ্ৰাহ্য কৰে, আৰু অহঙ্কাৰ কৰি সেইবিলাকৰ বিৰোধ কৰে, সিহঁতৰ নিমিত্তে আকাশৰ দুৱাৰসমূহ উন্মুক্ত কৰা নহব,[৩৬] আৰু বেজীৰ জলায়েদি উট সোমাব পাৰিব, কিন্তু সিহঁতে স্বৰ্গৰ উদ্যানৰ ভিতৰত প্ৰবেশ কৰিব নোৱাৰিব,[৩৭] আৰু (আমাৰ) অপৰাধ কৰোঁতাবিলাকক এইদৰে আমি প্ৰতিফল দিওঁ।

৪২। নৰকত সিহঁতৰ নিমিত্তে শয্যা হব (অগ্নিৰ), আৰু সিহঁতৰ (গাৰ) ওপৰত থাকিব (তাৰেই) নিহালি; আৰু অন্যায়কাৰীবিলাকক আমি এইদৰেই প্ৰতিফল দিওঁ।

৪৩। আৰু যিসকলে বিশ্বাস কৰে আৰু সৎ কাম কৰে সেইসকলৰ আত্মাৰ ওপৰত এনে ভাৰ অৰ্পণ নকৰোঁ যি তাৰ সাধ্যৰ অতিৰিক্ত;[৩৮] এই সকলেই স্বৰ্গৰ অধিবাসী; তাতেই তেওঁলোকে চিৰকাল বাস কৰিব।

৪৪। আৰু তেওঁলোকৰ হৃদয়সমূহত (পৰস্পৰৰ নিমিত্তে) যি অলপ বিদ্বেষ[৩৯] থাকে তাক আমি উলিয়াই দিম; তেওঁলোকৰ তলেদি জুৰিবিলাক

---

৩৬। আকাশৰ দুৱাৰসমূহ সিহঁতৰ নিমিত্তে ৰুদ্ধ থাকিব, অৰ্থাৎ সিহঁতে আল্লাৰ বিশেষ অনুগ্ৰহৰ ভাগ পাব নোৱাৰে। কোৰানৰ বহু ঠাইত 'চমা' শব্দ (অৰ্থ আকাশ) পৰমাৰ্থিক বিষয় সম্বন্ধে ব্যৱহাৰ হৈছে।

৩৭। চোৰা বা, মথি, ১৯ : ২৪। আৰবী শব্দ 'ঘুমল'ৰ দ্বিতীয় অৰ্থ জাহাজ বন্ধা জৰী। বেজীৰ জলায়েদি এনে ডাঠ জৰী সোমোৱা অসম্ভৱ

৩৮। চোৰা, ২ : ২৩৪, ২৮৭; ৬ : ১৫৩। ইচলামৰ মতে শৰী'অত্ আল্লাৰ অভিশাপ (লা'নত) নহয়। আল্লাৰ ধৰ্ম সহজ—আদ্দীন ইয়ুচ্ৰুন্। মানুহে নানাবিধ ৰীতি ধৰ্মৰ লগত জড়ি নিজেই ধৰ্মপালন কঠিন কৰি লয়। আল্লাই আমাৰ ভাৰ লঘুহে কৰে; চোৰা, ২ : ১৮৭—"আল্লাই তোমালোকৰ নিমিত্তে সহজ ব্যৱস্থা ইচ্ছা কৰে আৰু তোমালোকৰ নিমিত্তে কষ্ট ইচ্ছা নকৰে।"

৩৯। যিসকল স্বৰ্গৰ গৰাকী সেইসকলৰ মনত হিংসাৰ ভাৱ থাকিব নোৱাৰে। যিবিলাক নৰকৰ যোগ্য সিহঁতক কপট আৰু হিংসাৰ অগ্নিয়ে দাহ কৰি থাকে. মুছলিমৰ স্বৰ্গ পাৰ্থিৱ জীৱনৰ পৰাই আৰম্ভ হয়; পৰলোকত তাৰে পূৰ্ণ বিকাশ হয়।—ম, মৌ।

বৈ যাব, আৰু তেওঁলোকে কব, সকলো প্ৰশংসাৰ গৰাকী সেই আল্লা যিজনে এনে ( সুখৰ ) ঠাইলৈ আমাক পথ প্ৰদৰ্শন কৰিলে ; আৰু আল্লাই আমাক পথ প্ৰদৰ্শন নকৰাহলে আমাৰ পক্ষে সুপথ লাভ কৰা সম্ভৱ নাছিল ; কোনো সন্দেহ নাই, আমাৰ প্ৰভুৰ ৰচুলসকলে সত্য লৈ আনিছিল। আৰু তেওঁলোকক ঘোষণা শুনাই দিয়া যাব, এই স্বৰ্গ তোমালোকৰ নিমিত্তে, তোমালোকে যি সৎকৰ্ম্ম কৰিছিলা তাৰেই প্ৰতিদান স্বৰূপ তোমালোকক ( আজি ) তাৰ উত্তৰাধিকাৰী কৰা হল।

৪৫। আৰু স্বৰ্গ-উদ্যানৰ অধিবাসীসকলে অগ্নিৰ অধিবাসীবিলাকক চিঞৰি কব, যি প্ৰতিশ্ৰুতি আমাৰ প্ৰভুৱে আমাক দিছিল তাক আমি সচা পালোঁ, আৰু তোমালোকক তোমালোকৰ প্ৰভুৱে যি প্ৰতিশ্ৰুতি দিছিল তাক তোমালোকে সচা পাইছা নে? সিহঁতে কব, হয়, ( সচা পাইছোঁ ) ;[৪০] তেতিয়া সিহঁতৰ মাজৰ এজন ঘোষণা কৰোঁতাই এই বুলি ঘোষণা কৰিব—আল্লাৰ অভিসম্পাত পৰিছে অন্যায়কাৰীবিলাকৰ ওপৰত,—

৪৬। সিহঁতে আল্লাৰ পথৰ পৰা ( মানুহক ) প্ৰতিৰোধ কৰিছিল, আৰু সেই পথ বেকা[৪১] কৰিবলৈ বিচাৰিছিল, আৰু সিহঁতে পৰকালতো বিশ্বাস নকৰিছিল।

৪৭। আৰু দুই দলৰ মাজতে থাকিব এখন আঁৰ ;[৪২] আৰু ওখ ঠাইত থকাবিলাকে সিহঁতৰ চিন দেখি সকলোকে চিনি পাব। আৰু তেওঁলোকে স্বৰ্গৰ অধিবাসীসকলক এইদৰে সম্বোধন কৰিব, তোমালোকৰ প্ৰতি হওক শান্তি! তেতিয়ালৈকে সেই স্বৰ্গ-উদ্যানত সেইবিলাকে প্ৰবেশ কৰা নাই,[৪৩] কিন্তু ( প্ৰবেশ কৰিবলৈ ) আশা কৰি বৈ আছে।

---

৪০। স্বৰ্গবাসী আৰু নৰকবাসীবিলাকৰ মাজত কথোপকথনটি কি সুন্দৰ ৰূপক বৰ্ণনা! দুইদলৰ শেষ পৰিণাম পৃথক ; পৃথিৱীত দুইদলকেই আল্লাই ৰচুল পঠিয়াই সতৰ্ক কৰি দিছিল। এদলে উপদেশ গ্ৰহণ কৰি স্বৰ্গৰ গৰাকী হল ; সিদলে সেই উপদেশ অৱজ্ঞা কৰিলে আৰু নৰকৰ অধিবাসী হল।

৪১। সত্য ধৰ্ম্মক সিহঁতে বিকৃত কৰিছিল ; আল্লাৰ সহজ ধৰ্ম্মৰ লগতে নানাবিধ কু-ৰীতি মিহলাই কঠিন কৰিছিল ; নিজৰ অসম্পূৰ্ণ জ্ঞান, কল্পনা, আৰু অনুমানেৰে ধৰ্ম্মনীতি-সমূহৰ সালসলনি কৰি এটা নতুন বিকৃত ধৰ্ম্মৰ সৃষ্টি কৰিছিল।

৪২। চোৰা, ৫৭ : ১৩, য'ত 'চুৰ' শব্দ ( অৰ্থ, বেৰ ) ব্যৱহাৰ কৰা হৈছে। ওখ ঠাইৰ লোকসকল হৈছে নবী, ৰচুল, আৰু আওলীয়া সকল।

৪৩। সেইবিলাক পুণ্যবান, ধাৰ্ম্মিক লোক। ওখ ঠাইৰ নবী, ৰচুল আৰু আওলীয়া

৪৮। আৰু তেতিয়া অগ্নিৰ অধিবাসীবিলাকৰ প্ৰতি তেওঁলোকৰ নয়ন-সমূহ ঘূৰাই নিয়া হব, তেওঁলোকে এই বুলি কব, হে আমাৰ প্ৰভু, তুমি অন্যায়কাৰী লোকৰ লগত আমাৰ অৱস্থান স্থিৰ নকৰিবা।

## ৰুকু ৬

নবীৰ সম্প্ৰদায়ৰ অবাধ্য আৰু বাধ্যবিলাকৰ পৰলোকত শেষ অৱস্থা ; কোৰানে মানৱক সুপথ দেখুওৱাইছে আৰু জগতত আল্লাৰ কৰুণা আনিছে ; বিৰোধী অবিশ্বাসীবিলাকৰ সম্বন্ধে কোৰানৰ বাণী পূৰ্ণ হবই।

৪৯। আৰু ওখ ঠাইত থকাসকলে কিছুমান মানুহক[৪৪] সিহঁতৰ চিন দেখি চিনি পাই এইদৰে সম্বোধন কৰিব : তোমালোকৰ দল-বল, আৰু যি বিষয়ে তোমালোকে গৰ্ব্ব কৰিছিলা সিও, (আজি) তোমালোকৰ কোনো কামতেই নালাগিল।

৫০। এইবিলাকৰেই[৪৫] সম্বন্ধে তোমালোকে শপত খাই কোৱা নাছিলা নে, আল্লাই তেওঁলোকক নিজ কৰুণাৰ ভাগ নিদিব ? ( অথচ আজি তেওঁলোকক আল্লাই আদেশ দিছে, ) স্বৰ্গৰ ভিতৰলৈ তোমালোকে প্ৰবেশ কৰা ; তোমালোকৰ একো ভয় নাথাকিব আৰু তোমালোকে শোকো কৰিব নালাগিব।

৫১। আৰু অগ্নিৰ অধিবাসীবিলাকে স্বৰ্গ-উদ্যানৰ অধিবাসীসকলক সম্বোধন কৰি এইদৰে কব, ওপৰি পৰা পানীৰে অলপখিনি আমাৰ কাৰণে[৪৬] ঢালি দিয়া, নাইবা আল্লাই তোমালোকক যি জীৱিকা দান কৰিছে তাৰে কিছু (আমাকো দিয়া)। তেওঁলোকে কব, বাস্তৱতে ( আজি ) এই দুয়ো বস্তুকে অবিশ্বাসী-বিলাকৰ নিমিত্তে আল্লাই নিষিদ্ধ কৰিছে—

৫২। ( কিয়নো ) সেইবিলাকে নিজৰ ধৰ্ম্ম আমোদ-প্ৰমোদ আৰু ৰং-ধেমালিৰূপে গ্ৰহণ কৰিছিল, আৰু সিহঁতক পাথিৱ জীৱনে প্ৰবঞ্চনাত পেলাই-

---

সকলে তেওঁলোকক স্বৰ্গৰ অধিবাসী বুলি চিনিব পাৰিব, যদিও স্বৰ্গত তেওঁলোকে প্ৰবেশ কৰিবৰ সময় এতিয়ালৈকে অহা নাই।

৪৪। এইবিলাক নৰকবাসী হৈছে নবীৰ নিজ সম্প্ৰদায়ৰ ( উম্মতৰ ) অবাধ্য অহঙ্কাৰী লোকবিলাক।

৪৫। উম্মতৰ বাধ্য, বিনয়ী, নম্ৰলোকসকল, যিসকল স্বৰ্গত প্ৰবেশ কৰিবলৈ বৈ আছে।

৪৬। মূল-শব্দ হৈছে 'ফাদা,' কোনো বস্তুৰ প্ৰাচুৰ্য্য বুজায়। ইয়াৰ অৰ্থ হৈছে, তোমালোকে যি বস্তু, পানী হওক বা আন জীৱিকা, প্ৰচুৰ পৰিমাণে পাইছা তাৰে অলপ আমাকো দিয়া। পানী আৰু জীৱিকাই আল্লাৰ কৰুণা আৰু আশীৰ্ব্বাদ বুজাইছে, যি স্বৰ্গৰ অধিবাসীসকলে লাভ কৰিব, কিন্তু নৰকবাসীবিলাক তাৰ পৰা বঞ্চিত হব।

ছিল। যিদৰে সিহঁতৰ আজিৰ দিনৰ সাক্ষাৎ সম্বন্ধে সিহঁতে আওহেলা কৰিছিল আৰু আমাৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰিছিল সেইদৰে আমিও আজি সিহঁতক উপেক্ষা কৰিম।

৫৩। আৰু স্বৰূপতে জ্ঞানেৰে সৈতে আমি সিহঁতক দান কৰিছিলোঁ ধৰ্ম্মপুথি[৪৭],—তাতে সকলো বিষয় বিস্তাৰিতভাৱে বৰ্ণনা কৰি, বিশ্বাসী লোকসকলৰ কাৰণে পথপ্ৰদৰ্শন আৰু কৰুণা ৰূপে।

৫৪। ঐশিক বাণী কেতিয়া পূৰ্ণ হয়[৪৮] সিহঁতে তাৰে মাথোন অপেক্ষা কৰি আছে নে? ঐশিক বাণী যিদিনা পূৰ্ণ হব সেই সম্বন্ধে যিবিলাকে পূৰ্ব্বে আওহেলা কৰিছিল সিহঁতে কব, স্বৰূপতে আমাৰ প্ৰভুৰ ৰচুলসকলে সত্য লৈ আহিছিল। এতিয়া আমাৰ হৈ মধ্যস্থতা কৰোঁতা কোনো এজন আছে নে যিজনে আমাৰ হৈ (আল্লাৰ আগত) খাটে? অথবা আমাক (পৃথিবীলৈ) ওভতাই নিয়া হব নে, যাতে পূৰ্ব্বে আমি যেনে কাৰ্য্য কৰিছিলোঁ তেনে নকৰি সজ কাম কৰিব পাৰোঁ? স্বৰূপতে সিহঁতে নিজৰ আত্মাসমূহৰেই ক্ষতি কৰিছে, আৰু সিহঁতে (আল্লাৰ বিৰুদ্ধে) যি মিছা সাজিছিল সি সিহঁতৰ পৰা সমূলি আঁতৰ হল।

## ৰুকু ৭

**বিশ্বব্ৰহ্মাণ্ডৰ সৃজন আৰু আল্লাৰ প্ৰভুত্বৰ সংস্থাপন; আল্লাৰ উপাসনা আন্তৰিকতাৰে কৰিব লাগে; আল্লাৰ প্ৰত্যাদেশ বসন্তৰ বতাহ আৰু বাৰিষাৰ বৰষুণৰ নিচিনা; নবীয়ে আল্লাৰ প্ৰত্যাদেশ দ্বাৰা পৃথিবীক সজীৱ কৰে।**

৫৫। নিশ্চয় তোমালোকৰ প্ৰভু আল্লা, যিজনে ছ'দিনত[৪৯] আকাশমণ্ডলী আৰু পৃথিবী স্ৰজন কৰিছে; তেতিয়া তেওঁ মহা সিংহাসনত প্ৰতিষ্ঠিত

---

৪৭। কোৰান। এই আয়তত কোৰানৰ তিনিটা গুণ বৰ্ণনা কৰিছে: (১) আল্লাৰ তত্ত্ব জ্ঞানেৰে পৰিপূৰ্ণ, (২) আল্লাৰ সন্নিধান পাবলৈ সজ পথ, আৰু (৩) বিশ্বাসীসকলৰ নিমিত্তে আল্লাৰ কৰুণা।

৪৮। অবিশ্বাসীবিলাকৰ শেষ অৱস্থা সম্বন্ধে কোৰানে যি ভৱিষ্যৎবাণী উল্লেখ কৰিছে সি ঘটিবই ঘটিব। শেহ মুহুৰ্ত্তত অনুতাপ কৰা আৰু নতুনকৈ পাৰ্থিব জীৱন পাবলৈ আকাঙ্ক্ষা কৰা বৃথা।

৪৯। ছয়টা নিৰ্দ্দিষ্টকাল বা অৱস্থা। সাতখন আকাশ দুই যুগত সৃষ্টি কৰিছে, (৪১ : ১২); পৃথিবীৰ সৃষ্টিও দুই যুগত হৈছে ৪১ : ৯; উদ্ভিদ, পৰ্ব্বত, নদ-নদী লেখত ললে চাৰি-

হল ;[৫০] তেওঁ দিনক নিশাৰে আবৰিত কৰে ; ( এনে দেখি ) যেন সি বেগেৰে তাৰ অনুসৰণ কৰে। আৰু ( তেওঁ স্ৰজন কৰিছে ) সূৰ্য্য আৰু চন্দ্ৰ আৰু নক্ষত্ৰ-সমূহ, যিবিলাকক অধীন কৰা হৈছে তেওঁৰ আদেশ দ্বাৰা ; চোৱাঁ, স্ৰজন কৰা আৰু আদেশ[৫১] দিয়াৰ গৰাকী তেৱেঁই ; বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিপালক আল্লা মঙ্গলময়।

৫৬। তোমালোকে নিজ প্ৰভুক আহ্বান কৰিবা, বিনীতভাৱে আৰু গোপনেও ;[৫২] নিশ্চয় তেওঁ সীমা লঙ্ঘনকাৰীবিলাকক ভাল নাপায়।

৫৭। আৰু পৃথিবীত তাৰ সংস্কাৰ সাধনৰ পিছত শান্তি ভঙ্গ নকৰিবা, আৰু তেওঁক আহ্বান কৰিবা সংশয় আৰু আশাৰ ভাব লৈ ;[৫৩] কোনো সন্দেহ নাই, আল্লাৰ কৰুণা সেইসকলৰ ওচৰতেই যিসকলে সজ কাম কৰে।

৫৮। আৰু তেৱেঁই তেওঁৰ কৰুণাৰ আগতে পৱনসমূহক শুভ-সংবাদৰূপে প্ৰেৰণ কৰে ; অৱশেষত যেতিয়া বতাহে গধুৰ ডাৱৰক বহন কৰে আমি তাক অনুৰ্ব্বৰ ঠাইলৈ চলাই লৈ যাওঁ ; পিছত তাৰে পৰা পানী নমাই তাৰে নানাপ্ৰকাৰ ফল মূল উৎপাদন কৰোঁ। এইদৰেই আমি মৃতকক পুনৰ্জ্জীৱিত কৰোঁ, যাতে তোমালোকে উপদেশ গ্ৰহণ কৰা।[৫৪]

---

যুগত পৃথিবীৰ সৃষ্টি, ৪১ : ১০। গতিকে আকাশমণ্ডল আৰু পৃথিবীৰ স্ৰজন ছয়টা যুগত হৈছে। চোৱাঁ, ১০ : ৪ ; ১১ : ৮ কোৰানৰ এদিনৰ অৰ্থ এহেজাৰ বছৰৰ যুগ, ২২ ; ৪৮ ; ৩২ : ৭। ভাবি চালে আল্লাই নিৰ্দ্দিষ্ট কৰা যুগৰ মানৱে নিৰ্ণয় কৰিব নোৱাৰে ; লক্ষ লক্ষ, কোটি কোটি বছৰৰো এটা এটা যুগ হব পাৰে। ভূতত্ত্ববিদ্যা (Geolgy) দ্বাৰা আমি জানিব পাৰিছোঁ এটা এটা শিলৰ স্তৰ কোটি কোটি বছৰৰ মাজেদি আকাৰ ধৰিছে। জ্যোতিব বিজ্ঞান (Astronomy), নৃতত্ত্ব (Anthropology) ইত্যাদি বিজ্ঞানেও সৃষ্টিৰ যুগ নিৰ্ণয় কৰিব পৰা নাই, কেৱল নিৰ্দ্দেশহে দিছে।

৫০। আৰ্‌শৰ অৰ্থ শক্তি, ক্ষমতা, প্ৰভুত্ব। আল্লাৰ সিংহাসনত আৰোহণ কৰাৰ আছল অৰ্থ হৈছে, সমগ্ৰ বিশ্বৰ ওপৰত তেওঁৰ ক্ষমতা বিস্তাৰ হোৱা আৰু প্ৰভুত্ব সংস্থাপিত হোৱা।—মিস্‌ৰাহ, বোখাৰী, ৰা।

৫১। আল্লাই সৃজন কৰিছে, আৰু তেৱেঁই নিজ বিধি-বিধানৰ দ্বাৰা শাসন কৰে।

৫২। পূৰ্ণ বিশ্বাস, আশ্বাস, আৰু আন্তৰিকতাৰে প্ৰাৰ্থনা কৰিবা, ভাষাৰে হওক নীৰৱে হওক।

৫৩। তেওঁৰ অসন্তুষ্টিৰ ভয় আৰু তেওঁৰ কৰুণাৰ আশা এই দুয়োটা ভাব আমাৰ মনত প্ৰৱল থাকিব লাগিব, বিশেষকৈ প্ৰাৰ্থনা কৰোঁতে।

৫৪। এইটি অতি সুন্দৰ উপমা। বসন্তৰ আৰম্ভত মনোৰম বতাহ বলে, ডাৱ'ৰে গোট খাই বৰষুণ ঢালে, সকলো বস্তুৱেই নতুন জীৱন পায় আৰু জগতখন সেউজীয়া

৫৯। আৰু যি ভূমি উৰ্ব্বৰ তাত উদ্ভিদসমূহ নিজ প্ৰভুৰ আদেশত (প্ৰচুৰ পৰিমাণে) উৎপন্ন হয়; আৰু যি ভূমি অনুৰ্ব্বৰ তাত যৎসামান্য বাজে একো উৎপন্ন নহয়; এইদৰে শলাগ লোৱা লোকৰ নিমিত্তে আমি নিদৰ্শনসমূহ ঘূৰাই ঘূৰাই বৰ্ণনা কৰোঁ।[৫৫]

## ৰুকু ৮

হজ্ৰত নুহৰ (আ) আল্লাৰ একত্ব প্ৰচাৰ: তেওঁৰ জাতিৰ বিৰোধিতা; শেহত আল্লাই ধাৰ্ম্মিকসকলক প্লাৱনৰ পৰা ৰক্ষা কৰিলে, আৰু বিৰোধীবিলাক পানীত বুৰি মৰিল।

৬০। স্বৰূপতে আমি নুহক[৫৬] তেওঁৰ জাতিৰ প্ৰতি প্ৰেৰণ কৰিছিলোঁ। তেওঁ গৈ কৈছিল, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰা; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন কোনো উপাস্য নাই, বাস্তৱতে মই আশঙ্কা কৰিছোঁ, কেনেবাকৈ মহাদিনৰ শাস্তি তোমালোকৰ ওপৰত আহি পৰে।

৬১। তেওঁৰ জাতিৰ ভিতৰৰ মুখিয়ালবিলাকে কলে, আমি নিশ্চয় তোমাক প্ৰত্যক্ষ ভ্ৰমত হে পৰি থকা দেখিছোঁ।

৬২। তেওঁ কলে, হে মোৰ জাতি, নহয়, মই কোনো ভ্ৰমত পৰা নাই, বৰং মই ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ফালৰ পৰা অহা এজন ৰচুল।[৫৭]

---

হয়, ফল ফুল উৎপন্ন হয়। আধ্যাত্মিক জগততো আল্লাৰ প্ৰত্যাদেশৰ বতাহে ৰচুলৰ আৱিৰ্ভাৱৰ ঘোষণা কৰে, আৰু ৰচুলে আল্লাৰ প্ৰত্যাদেশৰ সহায়ৰে মৃতপ্ৰায় মানুহক অনুপ্ৰাণিত কৰি সজীৱ কৰি তোলে।

৫৫। ভাল মাটিত প্ৰচুৰ শস্য উৎপন্ন হয়, শুকাণ মাটিত একোকে উৎপন্ন নহয়। কোৰানৰ প্ৰত্যাদেশে আবুবকৰ (ৰ), উমৰ (ৰ), উছ্মান (ৰ) আৰু আলীৰ (ৰ) নিচিনা পৰমাৰ্থিক পুৰুষ উৎপন্ন কৰিলে। অথচ আবু যহল্, আবু লহবৰ মনত সত্যৰ গুটি নধৰিলে।

৫৬। আদমৰ (আ) ৯ পুৰুষ পিছত নুহৰ (আ) জন্ম হয়। আৰু তেওঁৰ ১১ পুৰুষ পিছত ইব্ৰাহিমৰ (আ) জন্ম হয়। দয্লা (the Tigris) আৰু ফুৰাতৰ (the Euphrates) মাজত থকা উপত্যকাত তেওঁ আৰু তেওঁৰ জাতি বাস কৰিছিল।

৫৭। ৰচুলসকল আহে মানুহক সুপথ দেখুওৱাবলৈ আৰু সত্য বিস্তাৰ কৰিবলৈ। পৃথিবীত অসংখ্য ৰচুলৰ আৱিৰ্ভাৱ হৈছে। কিন্তু কোৰানে কিছুমানৰহে বিৱৰণ দিছে; আৰু সেই বিৱৰণো ঐতিহাসিক বিৱৰণ নহয়। কোৰানে যি প্ৰধান শিক্ষা দিয়ে তাৰে যি প্ৰাসঙ্গিক ভাৱে উল্লেখ কৰে; বাকীখিনি বাদ দিয়ে।

৬৩। মই নিজ প্ৰভুৰ সংবাদসমূহ তোমালোকক জ্ঞাপন কৰিছোঁ, আৰু তোমালোকৰ মঙ্গলৰ নিমিত্তে সৎ উপদেশ জনাইছোঁ, আৰু মই আল্লাৰ পৰা এনে জ্ঞান লাভ কৰিছোঁ যি জ্ঞান তোমালোকৰ নাই।

৬৪। এই কাৰণে তোমালোক আচৰিত হৈছা নে যে তোমালোকৰেই মাজৰ এজন মানুহৰ দ্বাৰা তোমালোকলৈ তোমালোকৰ প্ৰভুৰ পৰা উপদেশ অনা হৈছে, যাতে তেওঁ তোমালোকক সাৱধান কৰি দিয়ে, আৰু যাতে তোমালোক ধৰ্ম্মপৰায়ণ হ'ব পাৰা, আৰু যাতে তোমালোকৰ প্ৰতি ( আল্লাৰ ) কৰুণা প্ৰদৰ্শন কৰা হয়।

৬৫। কিন্তু সিহঁতে তেওঁক মিথ্যাবাদী গণ্য কৰিলে। গতিকে আমি তেওঁক আৰু নাৱত উঠা তেওঁৰ সঙ্গীবিলাকক, ৰক্ষা কৰিলোঁ, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল সিহঁতক আমি পানীত বুৰাই মাৰিলোঁ; সচাকৈয়ে সিহঁত ( সত্য ) দেখি নোপোৱা[৫৮] এটা দল হৈ পৰিল।[৫৯]

## ৰুকু ৯

'আদ জাতি আৰু হজ্ৰত হুদৰ ( আ ) বিবৰণ; 'আদ জাতিৰ অন্ধ বিশ্বাস আৰু নানা মূৰ্ত্তিৰ পূজা; হজ্ৰত হুদৰ ( আ ) বিৰোধী হোৱাৰ কাৰণে সিহঁতক আল্লাই নিৰ্ম্মূল কৰিলে।

৬৬। আৰু 'আদ-জাতিৰ[৬০] প্ৰতি সিহঁতৰ ভ্ৰাতৃ হুদক ( আমি প্ৰেৰণ কৰিছিলোঁ )। তেওঁ গৈ কৈছিল, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰা; তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন কোনো উপাস্য নাই; আল্লাক তোমালোকে ভয় নকৰা নে ?

---

৫৮। আৰ্‌বী শব্দ 'অমীন' হৈছে 'আ'মা'ৰ বহুবচন, মানে, যি দুই চকুৰে অন্ধ। যাৰ আধ্যাত্মিক দৃষ্টি নাই তাকো 'আ'মা' বোলে। চোৱা, ১৭ : ৭৩; ২৭ : ৬৭।

৫৯। হজ্ৰত নুহৰ ( আ ) বিস্তাৰিত বিবৰণৰ নিমিত্তে চোৱা, ১১ : ২৬-৪৯; ২৬ : ১০৬-১২৩; ৭১ : ১-২৮।

৬০। 'আদ হজ্ৰত নুহৰ ( আ ) নাতিয়েক এৰামৰ পুতেক। দক্ষিণ আৰবত উমানৰ পৰা হজ্ৰমৌত পৰ্য্যন্ত 'আদ্ জাতিয়ে বসতি কৰিছিল। আৰু হজ্ৰত হুদক (আ) তেওঁলোকৰ মাজতেই আল্লাই ৰচুল নিযুক্ত কৰিছিল। কোৰানৰ হুদ আৰু বাইবেলৰ এবৰ্ (Eber) একেজন পুৰুষ। চোৱা, আদি, ১০ : ২৪।

৬৭। তেওঁৰ জাতিৰ যিবিলাক মুখিয়াল মানুহে বিশ্বাস কৰা নাছিল সিহঁতে কলে, আমি নিশ্চয় তোমাক মূৰ্খতাত পাৰ থকা দেখিছোঁ, আৰু আমি নিশ্চয় তোমাক মিথ্যাবাদীবিলাকৰ এজন বুলি ধৰি লৈছোঁ।

৬৮। তেওঁ কলে, হে মোৰ জাতি, নহয়, মই মূৰ্খতাত পৰি থকা নাই; বৰং মই ব্ৰহ্মাণ্ডৰ প্ৰতিপালকৰ ফালৰ পৰা অহা এজন ৰচুল।[৬১]

৬৯। মই নিজ প্ৰভুৰ সংবাদসমূহ তোমালোকক জ্ঞাপন কৰিছোঁ; আৰু তোমালোকৰ নিমিত্তে মই এজন বিশ্বস্ত উপদেশ দিওঁতা।

৭০। তোমালোকে এই কাৰণে আচৰিত হৈছা নে, তোমালোকৰ মাজৰেই এজন মানুহৰ দ্বাৰা যে তোমালোকলৈ তোমালোকৰ প্ৰভুৰ পৰা উপদেশ অনা হৈছে, যাতে তেওঁ তোমালোকক সাৱধান কৰি দিয়ে? আৰু স্মৰণ কৰা সেই সময় যেতিয়া নুহৰ জাতিৰ পিছত তেওঁ তোমালোকক সিহঁতৰ উত্তৰাধিকাৰী[৬২] কৰিলে, আৰু তোমালোকক প্ৰচুৰ শক্তি-সমৃদ্ধি[৬৩] দান কৰিলে; গতিকে তোমালোকে আল্লাৰ অনুগ্ৰহসমূহ স্মৰণ কৰি থাকিবা, যাতে তোমালোক সফল মনোৰথ হব পাৰা।

৭১। সিহঁতে কলে, তোমালোকে আমাৰ ওচৰলৈ এই কাৰণে আহিছা নে, যাতে আমি অকল এক আল্লাৰ[৬৪] আৰাধনা কৰোঁ, আৰু যিবিলাকক আমাৰ পিতৃপুৰুষসকলে আৰাধনা কৰি আহিছিল সেইবিলাকক পৰিত্যাগ কৰোঁ? তেন্তে তুমি আমাক যি শাস্তিৰ ভয় দেখুওৱাইছিলা তাকে তুমি আমাৰ প্ৰতি লৈ আনা, যদিহে তুমি সত্যবাদী হোৱা।

---

৬১। ৰচুলসকলে আল্লাৰ পৰা তত্ত্ব জ্ঞান লাভ কৰে; তেওঁলোক মূৰ্খ, নিৰ্ব্বোধ হব নোৱাৰে।

৬২। নুহৰ (আ) জাতি ক্ষমতাশালী আছিল। কেইবা শতিকাৰ পাছত সেই জাতিৰ দৰেই, বা তাতোকৈ অধিক, শক্তিশালী আছিল 'আদ-জাতি। যদিও তেওঁলোকৰ দেশ বেলেগ আছিল ক্ষমতা হিচাপে 'আদ জাতিক তেওঁলোকৰ উত্তৰাধিকাৰী বোলা হৈছে। দ্বিতীয় অৰ্থ, 'আদজাতি নুহৰ জাতিৰ দৰে আল্লাৰ অনুগ্ৰহৰ পাত্ৰ হৈছিল। চোৱা, ৰ, ম, আহ্‌মদৰ ত, ক, পৃঃ ৮০০।

৬৩। (১) শাৰীৰিক শক্তি; তেওঁলোক ওখ-ডাঙৰ বলৱান মানুহ আছিল; (২) তেওঁলোকৰ দল, বল, শক্তি-সমৃদ্ধি সকলো আছিল।

৬৪। ৰচুলসকলৰ প্ৰধান কাম যে তৌহীদ (আল্লাৰ একত্ব) প্ৰচাৰ কৰা এই আয়তৰ পৰা ভালকৈ বুজিব পাৰি।

৭২। তেওঁ কলে, স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা ( তেওঁ স্থিৰ কৰি থোৱা ) শাস্তি আৰু ক্ৰোধ তোমালোকৰ ওপৰত পৰেহি লাগে ; তোমালোকে মোৰে সৈতে তৰ্ক কৰিব ওলাইছা কেইটামান নামৰ[৬৫] সম্বন্ধে, যি তোমালোকে নিজেই আৰু তোমালোকৰ পিতৃপুৰুষবিলাকেও নিৰ্দ্দিষ্ট কৰি লৈছিল, অথচ আল্লাই তাৰ কোনো প্ৰমাণ অৱতীৰ্ণ কৰা নাই ; গতিকে তোমালোকে ( আহিব লগীয়া শাস্তিৰ ) অপেক্ষা কৰি থাকাঁ, আৰু ময়ো তোমালোকৰ লগতে অপেক্ষা কৰি থাকিম।

৭৩। পিছত, তেওঁক আৰু তেওঁৰ সঙ্গীসকলক আমি নিজ কৰুণাৰ দ্বাৰা ৰক্ষা কৰিলোঁ, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল সিহঁতক একেবাৰে নিৰ্ম্মূল কৰিলোঁ[৬৬], কিয়নো সিহঁতে কেতিয়াও বিশ্বাস স্থাপন কৰা নাছিল।

## ৰুকু ১০

ছমুদজাতি আৰু হজ্ৰত স্বালেহৰ ( আ ) বিৱৰণ ; আল্লাৰ নিদৰ্শন এজনী উট ; হজ্ৰত লুত ( আ ) আৰু চ'দম আৰু গোমোৰাৰ অধিবাসীবিলাকৰ অস্বাভাবিক পাপ ; লুতৰ ( আ ) উপদেশ নমনাবিলাকৰ প্ৰতি ভীষণ শিলাবৃষ্টিৰ শাস্তি।

৭৪। আৰু তেওঁলোকৰ ভ্ৰাতা স্বালেহক ছমুদ জাতিৰ[৬৭] প্ৰতি ( আমি প্ৰেৰণ কৰিছিলোঁ)। তেওঁ গৈ কৈছিল, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ ;

---

৬৫। পূৰ্ব্বপুৰুষৰ উপাস্যবিলাকৰ নানা নাম দি সেই বিলাকৰেই সিহঁতে পূজা কৰিছিল। তাৰ উপৰিও অন্ধ বিশ্বাসৰ কাৰণে বহু অসঙ্গত অযুক্তিকৰ ৰীতি প্ৰচলন কৰিছিল। সেইবিলাকক এই ঠাইত 'আচ্মা' বোলা হৈছে অৰ্থাৎ নাম মাথোন, যাৰ কোনো তত্ত্ব, প্ৰকৃতত্ত্ব সমূলি নাই। এনে অৰ্থ কৰি মৌলানা আজাদে লিখিছে—'দুখৰ বিষয়, মুচলমানসকলৰ মাজতো এনে বহুতো 'আচ্মা' নামসমূহৰ সৃষ্টি হৈছে। তেওঁলোকে তাকেই যুক্তিসঙ্গত বুলি ভাবি লৈছে, অথচ আল্লাই তাৰ কোনো প্ৰমাণৰ অৱতাৰণা কৰা নাই।'—তৰ্জুমানুল্ কোৰ্-আন। খণ্ড ২, পৃঃ ১৬।

৬৬। চোৰ্বা, ৬ : ৪৬।

৬৭। ছমুদজাতি 'আদ-জাতিৰেই এটা ঠাল। 'আদৰ দুই শতিকাৰ পাছত ছমুদজাতি ক্ষমতাশালী হৈছিল। মদিনা আৰু চীৰিয়া ( শামৰ ) দক্ষিণ প্ৰান্তৰ মাজত যিখন দেশ তাৰেই আধিপত্য ছমুদজাতিৰ হাতত আছিল। এই দেশৰ এভাগ পৰ্ব্বতময়। তাকে

তোমালোকৰ নিমিত্তে তেওঁত ভিন্ন আন কোনো উপাস্য নাই ; স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে প্ৰত্যক্ষ প্ৰমাণ,—এইজনী উট আল্লাৰ,[৬৮] তোমালোকৰ নিমিত্তে নিদৰ্শন স্বৰূপ ; গতিকে আল্লাৰ পৃথিবীত তাইক অবাধে চৰিবলৈ এৰি দিয়াঁ, আৰু তাইক স্পৰ্শ কৰি কষ্ট নিদিবা ; তেনে কৰিলে যন্ত্ৰণাদায়ক শাস্তিয়ে তোমালোকক আহি ধৰিব।

৭৫। আৰু ( সেই সময় ) স্মৰণ কৰা যেতিয়া তেওঁ তোমালোকক 'আদ জাতিৰ পিছত সিহঁতৰ উত্তৰাধিকাৰী কৰিছিল, আৰু এই দেশত বসতি কৰিবলৈ তোমালোকক ঠাই দিছিল ; তাৰ সমতল ভূমিত তোমালোকে প্ৰাসাদসমূহ সাজিছিলা, আৰু পৰ্ব্বতসমূহৰ ওপৰত থাকিবলৈ শিল ভাঙি বহুতো ঘৰ নিৰ্ম্মাণ কৰিছিলা।[৬৯] গতিকে আল্লাৰ অনুগ্ৰহসমূহ তোমালোকে স্মৰণ কৰি থাকিবা, আৰু পৃথিবীত অন্যায় কৰি আৰু অশান্তিৰ সৃষ্টি কৰি নুফুৰিবা।

৭৬। তেওঁৰ জাতিৰ যি মুখিয়ালবিলাকে অহঙ্কাৰ কৰিছিল সিহঁতে সিহঁতৰ মাজৰ যি বিশ্বাসীসকলক দুৰ্ব্বল গণ্য কৰা হৈছিল তেওঁলোকক সুধিলে, স্বালেহ যে তেওঁৰ প্ৰভুৰ পৰা ৰচুল স্বৰূপ প্ৰেৰিত হৈছে তোমালোকে সচা বুলি জানিছা নে ? তেওঁলোকে উত্তৰ দিলে, যি সংবাদ লৈ তেওঁ প্ৰেৰিত ( ৰচুল ) হৈ আহিছে তাত আমি নিশ্চয় বিশ্বাস কৰিছোঁ।[৭০]

৭৭। অহঙ্কাৰ কৰোঁতাবিলাকে কলে, যি কথাত তোমালোকে বিশ্বাস স্থাপন কৰিছা তাত আমি নিশ্চয় বিশ্বাস স্থাপন নকৰোঁ।

৭৮। অৱশেষত সিহঁতে উটজনীৰ ভৰিৰ শিৰ কাটিলে[৭১], আৰু নিজ প্ৰভুৰ

---

১৫ : ৮১ আয়তত আলুহিয়্ৰ বোলা হৈছে। দ্বিতীয় ভাগ সমতল উৰ্ব্বৰ ভূমি ; তাৰে নাম ওয়াদিয়ুল্ কুৰা।

৬৮। হজ্ৰত স্বালেহে ( আ ) এজনী উট আল্লাৰ নিদৰ্শনস্বৰূপ এৰি দিছিল। ছমুদ জাতিৰ নিমিত্তে তাইতে আছিল এটা ডাঙৰ পৰীক্ষা। উটজনীৰ অনিষ্ট কৰিলে বা তাইক পানী খাব নিদিলে ছমুদৰ ওপৰত আল্লাৰ শাস্তি পৰিব।

৬৯। ছমুদ প্ৰতাপশালী ধনী জাতি আছিল। সিহঁতে শিল কাটি পৰ্ব্বতৰ ওপৰত দুৰ্গৰ দৰে ডাঙৰ ডাঙৰ প্ৰাসাদ (castles) সাজিছিল।

৭০। ধন নোহোৱা সামান্য মানুহবিলাকেই হজ্ৰত স্বালেহৰ ( আ ) অনুগামী হৈছিল। ধনী, সম্পদশালীবিলাকে সিহঁতক ঘিনাইছিল ; আৰু সিহঁত বিশ্বাসী হোৱাৰ কাৰণে সিহঁতক নানা কষ্ট দিছিল।

৭১। এইদৰে আল্লাৰ নিদৰ্শনৰ অৱমাননা কৰিলে। দুষ্কীসকলে লিখিছে, উট-

আদেশৰ বিৰুদ্ধাচৰণ কৰিলে ; আৰু সিহঁতে কলে, হে স্বালেহ, তুমি আমাক যি শাস্তিৰ ভয় দেখুওৱাইছিলা তাকে তুমি আমাৰ প্ৰতি নমাই আনা, যদিহে তুমি ( আল্লাৰ ) এজন প্ৰেৰিত ৰচুল।

৭৯। তেতিয়া সিহঁতক ভীষণ ভূমিকম্পই ধৰিলে, আৰু সিহঁত নিজ বাসস্থানত উবুৰি খাই পৰি থাকিল।

৮০। পিছত তেওঁ সিহঁতৰ পৰা বিমুখ হৈ আঁতৰ হল, এই কথা কৈ,—হে মোৰ জাতি, স্বৰূপতে মই তোমালোকক জ্ঞাপন কৰিলোঁ মোৰ প্ৰভুৰ সংবাদ, আৰু মই তোমালোকক সৎ উপদেশো দিলোঁ ; কিন্তু যিবিলাকে সৰল মনেৰে উপদেশ দিয়ে সেইবিলাকক তোমালোকে ভাল নোপোৱা।

৮১। আৰু লুত্বকো[৭২] (আমিয়ে প্ৰেৰণ কৰিছিলোঁ)। তেতিয়া তেওঁ নিজৰ জাতিক কৈছিল,—কি ! তোমালোকে এনে কাৰ্য্য কৰা নে যি দেখাতেই নিৰ্গত, আৰু যি সমগ্ৰ জগতত তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকৰ কোনেও[৭৩] কৰা নাছিল ?

৮২। বাস্তৱতে তোমালোকে কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ অভিপ্ৰায়ে নাৰীবিলাকক এৰি পুৰুষবিলাকৰ ওচৰ চাপাগৈ ; নহয়, তোমালোকে এনে এটা জাতি যি সতত সীমা অতিক্ৰম কৰি থাকে।

৮৩। আৰু তেওঁৰ জাতিৰ একেষাৰ কথাৰ বাজে আন উত্তৰ নাছিল ; তোমালোকৰ নগৰৰ পৰা সিহঁতক[৭৪] নিৰ্ব্বাসিত কৰা ; নিশ্চয় সিহঁতে ( মানুহক ) ইয়াকে দেখুওৱাব ইচ্ছা কৰে, সিহঁত যেন অতি পৱিত্ৰ !

---

জনীৰ পানী খোৱাৰ অৰ্থ আল্লা-প্ৰেমীসকলৰ প্ৰেম-তৃষ্ণা নিবাৰণ কৰা, আৰু তাইৰ ভৰি কাটি দিয়াৰ অৰ্থ হৈছে আল্লাৰ ওচৰলৈ প্ৰেমীক আগ-বাঢ়ি যোৱাত বাধা দিয়া।

৭২। লুত্ব ( আ ) হজ্ৰত ইব্ৰাহিমৰ ( আ ) ভতিজায়েক আৰু তেওঁৰ সমসাময়িক আছিল। সময়ৰ ক্ৰম অনুসাৰে হজ্ৰত ইব্ৰাহিমৰ ( আ ) আখ্যান এই ঠাইতে হব লাগিছিল। কিন্তু আগৰ চুৰাত তেওঁৰ বিবৰণ দিয়া হৈছে দেখি ইয়াত বাদ দিয়া হৈছে। বা, আদি ১৯ : ৩০-৩৮ পঢ়ি চালে হজ্ৰত লুত্বক ( আ ) ৰচুল বুলি ধৰিবই নোৱাৰি। সেইদেখি কিছুমান খৃষ্টিয়ান পণ্ডিতে, যেনে Wherry, লুত্বক নবী বুলি স্বীকাৰ কৰা নাই। কিন্তু কিছুমানে, যেনে Sale, স্বীকাৰ কৰিছে। কোৰানে নানা ঠাইত লুত্বক আল্লাৰ ৰচুল বুলি ঘোষণা কৰিছে, আৰু তেওঁৰ চৰিত্ৰ সম্বন্ধে মিছা অভিযোগ স্খলন কৰিছে। চোৱা, ১১ : ৭৮-৮৪ ; ১৫ : ৬২-৭৫ ; ২৬ : ১৬১-১৭৪ ; ইত্যাদি।

৭৩। ইয়াৰ আগতে এনে নিকৃষ্ট দোষ ইমান ব্যাপকভাৱে কোনো জাতিৰ ভিতৰত প্ৰচলিত নাছিল।

৭৪। লুত্ব ( আ ) আৰু তেওঁৰ অনুগামীবিলাকক।

৮৪। তাৰ পিছত আমি তেওঁক আৰু তেওঁৰ পৰিয়ালক[৭৫] ৰক্ষা কৰিলোঁ; (কিন্তু) তেওঁৰ পত্নী[৭৬] আছিল পিছ পৰি থকাবিলাকৰ মাজৰ।

৮৫। আৰু আমি সিহঁতৰ ওপৰত ভীষণ[৭৭] বৰষুণ নমালোঁ; এতিয়া চোৱাঁ, (আমাৰ) অপৰাধীবিলাকৰ শেষ পৰিণাম কেনে হৈছিল!

## ৰুকু ১১

হজ্ৰত শো'আইবৰ মিদ্‌য়ন্‌জাতিৰ মাজত ধৰ্ম্ম-প্ৰচাৰ; ব্যৱসা-বাণিজ্যত সাধুতা আৰু ন্যায়পৰায়ণতা অৱলম্বন কৰিবলৈ উপদেশ; সত্যৰ বিৰোধীবিলাকৰ শেষ পৰিণাম।

৮৬। আৰু আমি মদ্‌য়ন্[৭৮] অধিবাসীবিলাকৰ প্ৰতি সিহঁতৰ ভ্ৰাতা শো'আইবক[৭৯] (প্ৰেৰণ কৰিছিলোঁ)। তেওঁ (সিহঁতক) কৈছিল, হে মোৰ জাতি, তোমালোকে আল্লাৰেই আৰাধনা কৰাঁ; তেওঁত ভিন্ন আন কোনো উপাস্য নাই; স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে প্ৰত্যক্ষ

---

৭৫। (১) পৰিবাৰবৰ্গ, (২) অনুগামীসকলৰ দল: দুয়ো অৰ্থ লোৱা হৈছে।

৭৬। বাইবেলৰ বিবৃতিত লুতৰ (আ) পত্নী সম্বন্ধে লিখিছে, 'তেওঁ পিছলৈ চালে' (আদি, ১৯: ২৬)। কিন্তু কোৰানে ঠায়ে ঠায়ে লিখিছে, 'তেওঁ ৰৈ থাকিলে'; অৰ্থাৎ গেৰোগেথোঁ হৈ থাকোঁতে লুত আৰু তেওঁৰ দল আগবাঢ়ি গল। তেওঁ বিশ্বাসিনী আছিল, কিন্তু তেওঁৰ বিশ্বাস দৃঢ় নোহোৱাৰ কাৰণে লুতৰ লগত যাবলৈ ইতস্ততঃ কৰিছিল।

৭৭। আৰ্‌বী শব্দ 'মত্বৰ্' শিলা বৃষ্টিকো বুজায়। কোৰানৰ অইন ঠাইত (১১: ৮৩) স্পষ্টকৈ শিলাবৃষ্টিৰ উল্লেখ আছে। আগ্নেয়গিৰি ফুটিলে গন্ধক, শিল, আৰু নানা উত্তপ্ত পদাৰ্থ ওলায়। চদম্ আৰু গোমোৰা এই দুইখন নগৰত ভূমিকম্প হৈছিল, আৰু পৰ্ব্বত ফুটি গন্ধক, শিল, আৰু উত্তপ্ত পদাৰ্থৰ বৃষ্টি হৈছিল। তাৰ ফলত অন্যায়কাৰী লোকবিলাক উবুৰি খাই মৰি থাকিল।

৭৮। মিদ্‌য়ন্ ইব্ৰাহিমৰ (আ) পুত্ৰেক আছিল, তেওঁৰ দাসী পত্নী কেতুৰাৰ গৰ্ভৰ পৰা। হেযাজৰ উত্তৰত মিদ্‌য়নৰ বংশধৰে বসতি কৰিছিল, আৰু ক্ৰমাগৰে এখন নগৰ মিদ্‌য়ন বা মদ্‌য়ন্ নামেৰে চিনাইৰ বিপৰীত ফালে স্থাপিত হৈছিল। মিদ্‌য়ন্ সম্বন্ধে চোৱাঁ ইয়ুচুফ আলিৰ ইংৰাজী কোৰান, প্ৰথম খণ্ড, পৃঃ ৩৬৪, ৫।

৭৯। শো'আইব আছিল ইব্ৰাহিমৰ (আ) বংশৰ, আৰু মিদ্‌য়ন্ ইব্ৰাহিমৰ (আ) পুত্ৰেক; সেই দেখি শো'আইবক মিদ্‌য়ন্ জাতিৰ ভ্ৰাতা বোলা হৈছে। হজ্ৰত মুচা (আ) শো' আইবৰ বহুকালৰ পাছত বচুল হৈছিল। মিচৰৰ পৰা পলাই মুচা (আ) মিদ্‌য়নলৈ আহি যেথ্‌ৰোৰ (Jethro) জীয়েকক বিয়া কৰায়। কিন্তু এই যেথ্‌ৰো যে শো'আইব তাক কব নোৱাৰি। চোৱাঁ ২৭: ২৫-২৯।

প্ৰমাণ; গতিকে (ব্যৱসাত) পৰিমাণ আৰু জোখ পূৰ্ণ কৰিবা; আৰু লোকক (বেচোঁতে) জোখ কম কৰি সিহঁতৰ বস্তু নিদিবা;[৮০] আৰু পৃথিবীত তাৰ সংস্কাৰ হোৱাৰ পাছত অশান্তিৰ সৃষ্টি নকৰিবা; তোমালোকৰ পক্ষে এয়ে মঙ্গলজনক, যদিহে তোমালোক বিশ্বাসী হোৱা।

৮৭। আৰু যিসকলে আল্লাত বিশ্বাস কৰিছে সেইসকলক তোমালোকে ভয় দেখুওৱাৰৰ আৰু তেওঁৰ পথৰ পৰা প্ৰতিবোধ কৰিবৰ অভিপ্ৰায়ে, আৰু সেই পথ বেকা কৰিবৰ অৰ্থে, প্ৰত্যেক বাটে (তেওঁলোকৰ) খাপ লৈ বহি নাথাকিবা; আৰু স্মৰণ কৰা তোমালোক সংখ্যাত (পোনপ্ৰথমে) লঘু আছিলা; পিছত তেওঁ তোমালোকৰ সংখ্যা বৃদ্ধি কৰিলে; আৰু চোৱা, অশান্তিৰ সৃষ্টি কৰোঁতা-বিলাকৰ শেষ পৰিণাম কি হৈছিল!

৮৮। আৰু যদি তোমালোকৰ মাজত এনে এদল থাকে, যি সংবাদ দিবলৈ মই প্ৰেৰিত হৈছোঁ তাত সিহঁতে বিশ্বাস কৰে, আৰু আন এদল থাকে যি বিশ্বাস নকৰে, তেন্তে তোমালোকে ধৈৰ্য্য ধৰি থাকাঁ সেই সময়লৈকে যেতিয়া আল্লাই আমাৰ মাজত বিচাৰ কৰিব;[৮১] আৰু তেৱেঁই বিচাৰকসকলৰ মাজত সৰ্ব্ব-শ্ৰেষ্ঠ।

---

৮০। মিছৰ্ আৰু ইৰাকৰ মাজত সেই সময়ত বানিজ্যৰ সম্পৰ্ক আছিল। মিদ্‌য়ন্ সাধাৰণতে এটা ভ্ৰমি ফুৰা জাতি আছিল, আৰু সিহঁতৰ জীৱিকাৰ উপায় আছিল ব্যৱসায়-বাণিজ্য। হজ্‌ৰত খো'আইবে সিহঁতক ব্যৱসা কৰোঁতে সত্যপ্ৰিয় আৰু ন্যায়পৰ হবলৈ উপদেশ দিছিল।

৮১। যেতিয়া ৰচুলে দেখে যে যুক্তি, প্ৰমাণ, উপদেশ সকলো নিস্ফল হব ধৰিছে, তেতিয়া তেওঁ সেই অন্যায়কাৰী লোকবিলাকক আল্লাৰ বিচাৰৰ অপেক্ষা কৰিবলৈ কয়।

৮৯। তেওঁৰ জাতিৰ যি মুখিয়ালবিলাকে অহঙ্কাৰ কৰিছিল সিহঁতে কলে, হে শো'আইব, আমি নিশ্চয় তোমাক আৰু তোমাৰ লগৰীয়া বিশ্বাস কৰোঁতাবিলাকক আমাৰ নগৰৰ পৰা উলিয়াই দিম, নতুবা আমাৰ ধৰ্ম্মলৈ তোমালোক উভতি আহিবলৈ বাধ্য হবা। তেওঁ কলে, আমাৰ তেনে ইচ্ছা নাথাকিলেও[৮২] ( উভতি আহিব লাগিব ) নে ?

৯০। আল্লাই আমাক তোমালোকৰ ধৰ্ম্মৰ পৰা উলিয়াই অনাৰ পিছতো যদি আমি ( আকৌ ) তালৈ উভতি আহোঁ, তেন্তে আমাৰ পক্ষে আল্লাৰ বিৰুদ্ধে মিছা সজাহে[৮৩] হব ; আৰু আমাৰ প্ৰভু আল্লাই ইচ্ছা নকৰিলে সেই ধৰ্ম্মলৈ উভতি অহা আমাৰ পক্ষে সম্ভৱপৰ নহয় ; আমাৰ প্ৰভুৱে নিজ জ্ঞানেৰে[৮৪] সকলো বস্তুকে আগুৰি ৰাখিছে ; আমি নিৰ্ভৰ কৰিছোঁ কেৱল আল্লাৰ ওপৰত— হে আমাৰ প্ৰভু, আমাৰ আৰু আমাৰ জাতিৰ মাজত সত্যৰ সৈতে তুমি মীমাংসা কৰা ;[৮৫] আৰু মীমাংসা কৰোঁতাবিলাকৰ মাজত তুমিয়ে সৰ্ব্বশ্ৰেষ্ঠ।

৯১। আৰু তেওঁৰ জাতিৰ যিবিলাক মুখিয়াল মানুহে অবিশ্বাস কৰিছিল সেইবিলাকে কলে, তোমালোকে যদি শো'আইবৰ অনুসৰণ কৰা, তোমালোক নিশ্চয় ক্ষতিগ্ৰস্ত হবা।

৯২। অলপতেই সিহঁতক ভূমিকম্পই[৮৬] পালে ; তেতিয়া সিহঁতে নিজৰ বাসস্থানত উবুৰি খাই পৰি থাকিল,

---

৮২। ধৰ্ম্ম আৰু বিশ্বাস সম্বন্ধীয় কথাত যে বল প্ৰয়োগ হব নোৱাৰে ইয়াৰ পৰা ভালকৈ বুজিব পাৰি।

৮৩। তোমালোকৰ ধৰ্ম্ম আকৌ আমি গ্ৰহণ কৰাটো আল্লাৰ আদেশ বিনে হব নোৱাৰে। আৰু আমাৰ বিশ্বাস, আল্লাই মিছা ধৰ্ম্ম গ্ৰহণ কৰিবলৈ কদাপি আদেশ নিদিয়ে। তেওঁ এনে আদেশ দিছে বুলি ভবা আল্লাৰ বিৰুদ্ধে মিছা সজাহে হব।

৮৪। সেই জ্ঞান আমাৰ বনান্তা আল্লাই অলপ জিলিকাইছে দেখিহে আমি সত্য উপলব্ধি কৰিব পাৰিছোঁ।

৮৫। এহাতে হৈছে শো'আইব আৰু তেওঁৰ আনুগামীসকলৰ সত্য ধৰ্ম্ম, আন হাতে তেওঁলোকৰ বিৰোধী মিদ্‌য়েনজাতিৰ ধৰ্ম্ম। দুয়ো ধৰ্ম্ম সচা হব নোৱাৰে। কোনটো ধৰ্ম্ম সচা আল্লাই নিজ নিদৰ্শন আৰু কাৰ্য্যৰ দ্বাৰা তাৰ মীমাংসা কৰিব।

৮৬। চোৱা, ৭ : ৭৮। এই দুই ঠাইত ভূমিকম্পৰ নিমিত্তে 'ৰজ্‌ফা' শব্দ ব্যৱহাৰ হৈছে। আইন ঠাইত ( ১১ : ৯৪ ) 'চৈহা' শব্দ প্ৰয়োগ কৰা হৈছে। চৈহাৰ আচল অৰ্থ ধ্বনি। ভূমিকম্পৰ লগে লগে এটা ভীষণ গৰ্জ্জধ্বনি হয় ; তাকে চৈহা বুলিব পাৰি।

৯৩। যিবিলাকে শ্বো'আইবক মিছলীয়া বুলি ভাবিছিল। ( এনে হল ) যেন সিহঁতে সেই ঠাইত কেতিয়াও বসতি কৰায়ে নাছিল ; সেইবিলাকেই ক্ষতিগ্রস্ত হৈছিল যিবিলাকে শ্বো'আইবক মিছলীয়া বুলি ভাবিছিল।

৯৪। পিছত সিহঁতৰ পৰা তেওঁ বিমুখ হৈ আঁতৰ হল, আৰু কলে, হে মোৰ জাতি, ৰূপতে মই নিজ প্রভুৰ সংবাদসমূহ তোমালোকক জ্ঞাপন কৰিলোঁ, আৰু তোমালোকক ভাল উপদেশো দিলোঁ ; গতিকে ( এতিয়া ) অবিশ্বাসী লোকবিলাকৰ কাৰণে মই শোক কৰোঁ কেনেকৈ ?[৮৭]

## ৰুকু ১২

ব্যাপক শান্তিৰ উদ্দেশ্য মানুহক বিনয় আৰু নম্রতাৰ শিক্ষা দিয়া ; ধর্মভীৰু সকল আল্লাৰ আশীর্বাদৰ পাত্র ; আল্লা সূক্ষ্মদর্শী, আৰু পাপিষ্ঠ বিৰোধীবিলাকক শাস্তি দিবলৈ সক্ষম।

৯৫। আমি কোনো নগৰলৈ নবী প্রেৰণ নকৰাকৈ তাৰ অধিবাসী-বিলাকক দাৰিদ্র্য আৰু ক্লেশ-কষ্টত পেলোৱা নাই ; ( দাৰিদ্র্য আৰু ক্লেশ-কষ্টৰ উদ্দেশ্য ) সিহঁতে যেন বিনয় অৱলম্বন কৰে।[৮৮]

৯৬। পিছত আমি সিহঁতৰ অমঙ্গল মঙ্গলৰে সলনি কৰিলোঁ ; কালক্রমে সিহঁত সম্পদশালী আৰু বহুসংখ্যক হল, আৰু কব ধৰিলে, ক্লেশ-কষ্ট আৰু সুখ-সন্তোষ আমাৰ পিতৃ-পুৰুষসকলেও ভোগ কৰিছিল।[৮৯] তাৰ পিছত আমি সিহঁতক অকস্মাৎ ধৰিলোঁ এনে ভাৱে যে সিহঁতে তাৰ গমকে নাপাইছিল।

৯৭। আৰু নগৰবাসীবিলাকে বিশ্বাস স্থাপন কৰা হলে, আৰু সিহঁতে পাপৰ পৰা আঁতৰি থকা হলে আমি নিশ্চয় সিহঁতৰ নিমিত্তে আকাশমণ্ডলী আৰু

---

৮৭। সিহঁতক মই বুজালোঁ, উপদেশ দিলোঁ, আৰু সত্যৰ পিনে আনিবলৈ বাৰ পৰ নাই চেষ্টা কৰিলোঁ, কিন্তু সিহঁতৰ আমঠ স্বভাবে আল্লাৰ ক্রোধৰ উদ্রেক কৰি সিহঁতৰ সর্বনাশ কৰিলে। তাৰ বাবে মই দুখ কৰিছোঁ, কিন্তু মোৰ কোনো দোষ নাই।

৮৮। এই আয়তৰ দুই অর্থ কৰা হৈছে। (১) ব্যাপকভাৱে আল্লাৰ শাস্তি অহাৰ পূর্বে নবী প্রেৰণ কৰা হয়, যাতে তেওঁ মানুহক সতর্ক কৰি দিয়ে। (২) নবী অহাৰ সময়ত ব্যাপকৰূপে আল্লাৰ শাস্তি, যেনে মহামাৰী, দুর্ভিক্ষ, ভূমিকম্প আহে। জ্ঞানৱন্ত মানুহে তেতিয়া জানিব পাৰে যে আল্লাৰ ফালৰ পৰা নিশ্চয় এজন নবী আহিছে, আৰু তেওঁক গ্রহণ কৰিবলৈ আগ বাঢ়ে।

৮৯। সেই দেখি এইবিলাক অসাধাৰণ ঘটনা নহয়।

পৃথিবীৰ পৰা মঙ্গলৰ[৯০] ব্যৱস্থা কৰিলোঁহেতেন ; কিন্তু সিহঁতে ( সত্যক ) মিথ্যা ভাবি অগ্ৰাহ্য কৰিছিল ; গতিকে সিহঁতে নিজেই যি অৰ্জ্জন কৰিছিল তাৰ বাবে আমি সিহঁতক ধৰিলোঁ।

৯৮। কি! নগৰবাসীবিলাকে[৯১] নিশা শুই থাকোঁতে আমাৰ শাস্তি সিহঁতৰ ওপৰত নপৰিব বুলি নিজকে নিৰাপদ ভাবিছে নে?

৯৯। কি! নগৰবাসীবিলাকে পুৱা[৯২] আমোদ-প্ৰমোদত মগ্ন হৈ থাকোঁতে আমাৰ শাস্তি সিহঁতৰ ওপৰত নপৰিব বুলি নিজকে নিৰাপদ ভাবিছে নে?

১০০। তেন্তে আল্লাৰ সূক্ষ্ম কৌশলৰ পৰা সিহঁতে নিজকে নিৰাপদ বুলি ভাবিছে নে? বাস্তৱিকতে যিবিলাক ক্ষতিগ্ৰস্ত[৯৩] আছিল সিহঁতৰ বাহিৰে আন কোনেও আল্লাৰ সূক্ষ্ম কৌশলৰ পৰা সাৰিব পাৰিব বুলি নাভাবে।

## ৰুকু ১৩

ধাৰ্ম্মিকসকলে পৃথিবীৰ আধিপত্য লাভ কৰে; সত্যৰ বিৰোধীবিলাকৰ মন কঠুৱা হয়, আৰু বিশ্বাসৰ পৰা বহুত দূৰলৈ আঁতৰি যায়; মুচাই (আঃ) ফিৰৌনৰ সম্মুখত আল্লাৰ নিদৰ্শন দেখুওৱায়।

১০১। দেশৰ গৰাকীবিলাকৰ পিছত যিবিলাক সিহঁতৰ উত্তৰাধিকাৰী হৈছে সিহঁতে এই কথা বুজিবলৈ শিক্ষা পোৱা নাই নে, আমি ইচ্ছা কৰিলে সিহঁতৰ পাপসমূহৰ কাৰণে সিহঁতক কষ্টত পেলাব পাৰোঁ, আৰু সিহঁতৰ

---

৯০। আকাশৰ পৰা অহা মঙ্গল হৈছে আল্লাৰ বাণী, আল্লাৰ প্ৰত্যাদেশ, অথবা আল্লাৰ বিশেষ কৰুণা।

৯১। মক্কা আৰু আৰবৰ আন নগৰসমূহক বুজাইছে। আহ্‌জাবৰ যুদ্ধত মক্কাবাসী শত্ৰুবিলাক এন্ধাৰ ৰাতিয়েই পলাইছিল।।

৯২। মক্কা বিজয় দিনৰ ভাগতে ঘটিছিল।

৯৩। ইয়মনৰ পৰাক্ৰমশালী 'আদ-জাতি, মদিনা আৰু চীৰিয়াৰ মাজত থকা ছমুদ-জাতি, আৰু আৰব দেশৰ উত্তৰত লোহিত সাগৰৰ দাতিত থকা মিদয়ন-জাতিয়ে আল্লাৰ প্ৰেৰিত নবীসকলৰ বিৰুদ্ধাচৰণৰ ফলত কি ভয়াবহ শাস্তি পাইছিল আৰবৰিলাকৰ জনা আছিল। এনেবিলাক জাতিয়ে আল্লাৰ সকলৰ বিৰুদ্ধে একোকে কৰিব নোৱাৰিলে। এতেকে কোৰেইশ্‌বিলাকে ইয়াৰ পৰা উচিত শিক্ষা লাভ কৰি সত্যৰ বিৰোধিতাৰ পৰা বিৰত থকা কৰ্ত্তব্য।

অন্তৰসমূহত মোহৰ মাৰিব পাৰোঁ, যাতে সিহঁতে ( সত্য কথাত ) কাণ দিব নোৱাৰে ?[৯৪]

১০২। এইবিলাক হৈছে ( প্ৰাচীন ) নগৰবিলাক যাৰ কিছু বৃত্তান্ত তোমাৰ আগত আমি বৰ্ণনা কৰিছোঁ ; আৰু স্বৰূপতে বহু প্ৰত্যক্ষ প্ৰমাণ লৈ সিহতৰ ৰচুলসকল সিহঁতৰ ওচৰলৈ আহিছিল ; কিন্তু যি কথা মিছা ভাবি সিহঁতে পূৰ্ব্বে অস্বীকাৰ কৰিছিল তাত ( ছুনাই ) বিশ্বাস কৰিবলৈ টান পাইছিল।[৯৫] এইদৰেই আল্লাই অবিশ্বাসীবিলাকৰ অন্তৰসমূহত মোহৰ মাৰে।

১০৩। আৰু আমি সিহঁতৰ সৰহভাগকেই চুক্তি ৰক্ষা কৰা দেখা নাই, আৰু নিশ্চয় আমি সিহঁতৰ অধিকাংশকে অবাধ্যহে পাইছোঁ।

১০৪। শেহত, সিহঁতৰ পিছত[৯৬] আমাৰ নিদৰ্শনসমূহ সৈতে মুচাক ফিৰৌন আৰু তেওঁৰ মুখিয়ালবিলাকৰ ওচৰলৈ আমি প্ৰেৰণ কৰিছিলোঁ ; কিন্তু সিহঁতে অন্যায় কৰি সেই নিদৰ্শনসমূহ প্ৰত্যাখ্যান কৰিছিল ; এতেকে চোৱাঁ, অশান্তিৰ সৃষ্টি কৰোঁতাবিলাকৰ কি পৰিণাম হল !

১০৫। আৰু মুচাই গৈ কলে, হে ফিৰৌন,[৯৭] সচাকৈয়ে মই বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালকে প্ৰেৰণ কৰা এজন ৰচুল।

১০৬। মোৰ সঠিক কৰ্ত্তব্য এই, আল্লাৰ সম্পৰ্কে সত্য কথা বিনে একোকে নকওঁ ; স্বৰূপতে তোমালোকৰ সকলোৰে প্ৰভুৰ পৰা মই প্ৰত্যক্ষ প্ৰমাণ লৈ

---

৯৪। দেশৰ পূৰ্ব্ববৰ্ত্তী অধিপতিবিলাকে অন্যায় আচৰণৰ কাৰণে দেশখন হেৰুৱাইছিল। আজিৰ শাসনকৰ্ত্তাবিলাকেও দেশখন হাতত ৰাখিব নোৱাৰে, যদি সিহঁতে অন্যায় আচৰণ এৰি সৎকাম কৰাত আগ নাবাঢ়ে। চোৱাঁ, ২১ : ১০৬ য'ত ইয়াকে লিখিছে যে 'দেশৰ উত্তৰাধিকাৰী সেইসকলেই হব যিসকল মোৰ ( আল্লাৰ ) ধাৰ্ম্মিক সেৱক'।

৯৫। সত্যৰ এনে বিৰোধীবিলাকে নবীৰ বিৰুদ্ধে থিয় দিয়ে আৰু তেওঁক নানা প্ৰকাৰ যাতনা দিয়ে। অৱশেষত সিহঁতৰ মন কঠুৱা হৈ পৰে আৰু কোনো ধৰ্ম্মকথা সিহঁতৰ মনৰ ভিতৰত নোসোমায়। আল্লাই যেন সিহঁতৰ অন্তৰত চাপ মাৰি থলে'।

৯৬। খো'আইব ( অ ) আৰু মুচাৰ ( আ ) মাজতো কেইবাজন ৰচুল আছিছিল। ইয়াত সেইসকলৰ উল্লেখ কৰা নাই ;

৯৭। 'ফিৰ্-আওন্' ( ইংৰাজীত Pharaoh ) মিছৰৰ এটা ৰাজবংশৰহে নাম আছিল। মুচাই ( আ ) যিজন ফিৰৌনৰ সৈতে দেখা কৰিছিল সেইজনৰ নাম কি আছিল থিৰাং কৰি কব নোৱাৰি। বহুতে দ্বিতীয় ৰেমেচিচ্ ( Rameses II ) বুলি কয়। ইয়ুচুফ আলিৰ মতে তেওঁ আছিল প্ৰথম থোট্‌মিচ্ ( ১৫৪০, খৃ পূ ) চোৱা প্ৰথম খণ্ড, পৃ ৪০৬।

তোমালোকৰ ওচৰলৈ আহিছোঁ; এতেকে ইস্রাইলৰ সন্তি-সন্ততিক মোৰ লগতে যাবলৈ দিয়াঁ।[৯৮]

১০৭। তেওঁ কলে, যদি তুমি কোনো নিদর্শন লৈ আহিছা তেন্তে তাক উপস্থিত কৰা, যদিহে তুমি সত্যবাদী হোৱা।

১০৮। তেতিয়া তেওঁ নিজৰ লাখুটিডাল (তেওঁৰ আগত) পেলালে; চোৱাঁ, এই ডাল দেখাত সাপ হৈ পৰিল।[৯৯]

১০৯। আৰু তেওঁ নিজৰ হাত এখন উলিয়াই দেখুওৱালে; চোৱাঁ, ই দেখোঁতাবিলাকৰ আগত কেনে উজ্জ্বল হৈ উঠিল।[১০০]

## ৰুকু ১৪

হজৰত মুচা (আ) আৰু ফিৰৌনৰ আখ্যান; মুচাৰ (আ) বিৰুদ্ধে ৰাজদ্রোহৰ অভিযোগ; যাদুকৰবিলাকৰ যাদু প্রদর্শন; মুচাৰ (আ) লাখুটিডালৰ নিদর্শন; যাদুকৰবিলাকৰ বিশ্বাস আৰু ফিৰৌনৰ অবিশ্বাস।

১১০। ফিৰৌনৰ লোকবিলাকৰ মুখিয়ালবিলাকে কলে, কোনো সন্দেহ নাই এওঁ এজন অভিজ্ঞ যাদুকৰ।

---

৯৮। মিছৰৰ ৰজা ফিৰৌনে ইস্রাইলক বন্দী কৰিছিল আৰু নানাৰূপে নির্য্যাতন কৰিছিল। এই বিষয়ে চোৱাঁ, বা, যা, ১ : ১৩, ১৪; ৩ : ১৯, ২০।

৯৯। এই ঠাইত আৰবী শব্দ 'ছু'বান' ব্যৱহাৰ হৈছে। আকৌ চুৰা ২৬, আঃ ৩৩ তো একেটা শব্দ প্রয়োগ কৰিছে। অইন ঠাইত, 'যান' শব্দ ব্যৱহাৰ কৰিছে; সাধাৰণতে সৰু সাপকে 'যান' বোলে। চোৱাঁ, ২৭ : ১১; ২৮ : ৩২। আন এঠাইত (২০ : ২১) 'হইয়ত্' শব্দ ব্যৱহাৰ হৈছে।

লাখুটিডাল দেখোঁতে, অর্থাৎ মুচাৰ (আ) আৰু ফিৰৌনৰ দলৰ চকুত, সাপ হৈছিল। আধ্যাত্মিক জগতত এনেবোৰ অপূর্ব্ব দর্শন সম্ভৱপৰ। তুৰ পর্ব্বতত মুচাই (আ) অলৌকিক দর্শন লাভ কৰিছিল। আল্লাই তেওঁক দুইটা নিদর্শন সেই সময়তে দিলে, (১) লাখুটিডালক সাপ যেন দেখিলে, আৰু (২) হাত এখন উলিয়ালত উজ্জ্বল হৈ পৰিলে। চোৱাঁ তুৰ পর্ব্বতৰ ঘটনা, ২০ : ৮-২৬।

১০০। চোৱাঁ, ২৮-৩৩। বাইবেল যাত্রাপুস্তকত (৪ : ৮) উজ্জ্বল হাতৰ উল্লেখ আছে, কিন্তু তাক কুষ্ঠৰোগৰ চিন বুলিহে কৈছে। কোৰানে তাৰ প্রতিবাদ কৰিছে।

১১১। তেওঁ তোমালোকক নিজ দেশৰ পৰা উলিয়াই দিবলৈ সঙ্কল্প কৰিছে ;[১০১] এতিয়া তোমালোকে কি পৰামৰ্শ দিয়া ?

১১২। সিহঁতে কলে, তেওঁক আৰু তেওঁৰ ভায়েকক কিছু সময় দিয়াঁ, আৰু কেইবাখনো নগৰলৈ কিছুমান মানুহ চপাওঁতাক পঠিয়াই দিয়াঁ,

১১৩। যাতে সিহঁতে প্ৰত্যেক অভিজ্ঞ যাদুকৰক তোমাৰ ওচৰলৈ লৈ আহে।

১১৪। আৰু ( সময় মতে ) যাদুকৰবিলাক ফিৰৌনৰ ওচৰলৈ আহিল ; সিহঁতে কলে, আমি জয়লাভ কৰিলে অৱশ্যে পুৰস্কাৰৰ অধিকাৰী হম।

১১৫। তেওঁ কলে, এই কথা ঠিক ; ( তাৰ উপৰি ) তোমালোক যে মোৰ সন্নিধানত থকাসকলৰ মাজৰ হবা ইয়াত কোনো সন্দেহ নাই।

১১৬। সিহঁতে কলে, হে মুচা, তুমি ( প্ৰথমে লাখুটি ) পেলাবা নে আমি পেলাম ?[১০২]

১১৭। তেওঁ কলে, ( প্ৰথমে ) তোমালোকে পেলোৱাঁ।[১০৩] আৰু যেতিয়া সিহঁতে ( লাখুটিবোৰ ) পেলাই লোকবিলাকৰ নয়নসমূহত বাণ মাৰিলে সিহঁতৰ মনত ভয়ৰ সঞ্চাৰ হল ; আৰু সিহঁতে দেখুওৱালে ভীষণ যাদুক্ৰিয়া।

১১৮। আৰু মুচাৰ প্ৰতি আমি প্ৰত্যাদেশ কৰিলোঁ, এতিয়া তোমাৰ লাখুটিডাল পেলোৱাঁ ;[১০৪] চোৱাঁ, সিহঁতে যি মিছা কৌশল দেখুওৱাইছিল গোটেইবোৰকেই গ্ৰাস কৰিলে।[১০৫]

---

১০১। জানি শুনি বিষয়াবিলাকে মুচাৰ (আ) বিৰুদ্ধে মিছা অভিযোগ আনিছিল। মুচাৰ (আ) উদ্দেশ্য আছিল কেৱল বনি-ইস্ৰাইলক মুক্ত কৰা ; মিছৰৰ লোকক উলিয়াই নিবৰ কথাই নাছিল। বহুলসকলৰ বিৰুদ্ধে ৰাজদ্ৰোহী হোৱাৰ অভিযোগ সাধাৰণতে অনা হয়। হজৰত ঈচাক (আ) ইহুদীবিলাকে ৰাজদ্ৰোহী বুলিছিল ; হজৰত মহম্মদকো (দ) এইদৰে দোষাৰোপ কৰা হৈছিল।

১০২। ছুফীসকলে লিখিছে এই যাদুকৰবিলাকৰ মনত বিশ্বাস অঙ্কুৰিত আছিল ; সিহঁতে মুচাক (আ) সন্মান দেখুওৱাইছিল। তাৰ ফলত সিহঁতে মুচাৰ (আ) অনুগামী হবলৈ সৌভাগ্য লাভ কৰিলে।

১০৩। হজৰত মৌলানা ৰুমিয়ে লিখিছে, ইয়াৰ পৰা এটা শিক্ষা লব পাৰি, ধৰ্ম-তৰ্কত আক্ৰমণৰ উত্তৰহে দিব লাগে, আগধৰি বিপক্ষ দলক আক্ৰমণ কৰিব নালাগে।

১০৪। বাইবেলত হাৰুনে (আ) লাখুটিডাল পেলাইছিল বুলি লিখিছে ( যা, ৭ : ১০-১২ )। তৰ্ক মুচাৰ (আ) লগত হৈছিল, আৰু লাখুটি আছিল মুচাৰ। কোৰানৰ বিৱৰণত কোনো ভুল নাই ; সেয়ে যুক্তিসঙ্গত।

১০৫। সত্যৰ আগত অসত্যৰ কোনো থিতি নাই।

১১৯। ইয়াৰ ফলত সত্য প্ৰতিষ্ঠিত হ'ল, আৰু সিহঁতে যি কাৰ্য্য কৰিছিল অসত্য বুলি প্ৰমাণিত হ'ল।

১২০। শেহত সিহঁত[১০৬] এই ক্ষেত্ৰত পৰাজিত হ'ল, আৰু লাঞ্ছিত হৈ উভতি গ'ল।

১২১। আৰু (এই ঘটনা দেখি) যাদুকৰবিলাক সাষ্টাঙ্গে প্ৰণিপাত কৰিবলৈ বাধ্য হ'ল।

১২২। সিহঁতে ক'লে, আমি বিশ্বাস কৰিছোঁ বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিপালকত,

১২৩। যিজন মুচা আৰু হাৰুনৰ প্ৰতিপালক।

১২৪। ফিৰৌনে ক'লে, মই তোমালোকক অনুমতি দিয়াৰ পূৰ্ব্বেই তেওঁত বিশ্বাস কৰিলা নে?[১০৭] এইটো নিশ্চয় এটা অভিসন্ধি, যি তোমালোকে এই নগৰত সাজিছা, যাতে তাৰ পৰা তাৰ (কিছুমান) অধিবাসীবিলাকক তোমালোকে উলিয়াই দিব পাৰা; কিন্তু (ইয়াৰ ফলাফল) অদূৰ ভবিষ্যতে জানিব পাৰিবা।

১২৫। নিশ্চয় মই তোমালোকৰ হাতবিলাক আৰু তোমালোকৰ ভৰিবিলাক বিপৰীত ফালৰ পৰা কাটি পেলাম: তাৰ পিছত নিশ্চয় মই তোমালোক সকলোকে পেৰেঙনিত বান্ধি মাৰিম।[১০৮]

১২৬। সিহঁতে ক'লে, (ভালেই হে), নিজ প্ৰভুৰ ফালেই আমি উভতি যাম।

১২৭। আৰু আমাৰ প্ৰভুৰ নিদৰ্শনসমূহ আমাৰ ওচৰলৈ অহাত আমি যে তাত বিশ্বাস কৰিলোঁ সেই হেতুহে তুমি আমাৰ প্ৰতিশোধ লবলৈ স্থিৰ কৰিছা?[১০৯] —হে আমাৰ প্ৰভু, ধৈৰ্য্য ধাৰণ কৰিবলৈ আমাক প্ৰচুৰ শক্তি প্ৰদান কৰাঁ, আৰু আত্মসমৰ্পণকাৰী হৈ থাকোঁতেই আমাৰ মৃত্যু বিধান কৰাঁ।

---

১০৬। ফিৰৌনৰ দল; যাদুকৰবিলাক নহয়। যাদুকৰবিলাক বিশ্বাসী হৈ মুচাৰ (আ) অনুগামী হৈছিল। যিবিলাকে অহঙ্কাৰ কৰিছিল (ফিৰৌনৰ বিষয়াবিলাক) সিবিলাক পৰাজিত হ'ল, আৰু অৱশেষত সিহঁত অপমানিত হ'ল।

১০৭। চোৱাঁ বাইবেল, যা, ৮ : ১৯; ১২ : ৩৮।

১০৮। এনে কঠোৰ দণ্ড ৰাজদ্ৰোহীকহে দিয়া হৈছিল। হজৰত মুচাৰ (আ) অনুগামী হোৱাৰ কাৰণে যাদুকৰবিলাকৰ বিৰুদ্ধেও ৰাজদ্ৰোহৰ অভিযোগ অনা হৈছিল।

১০৯। এইখিনিতে মৌলানা মুহম্মদ আলী সাহেবে এইদৰে টীকা দিছে,—চোৱাঁ, যিবিলাকে আগতে ৰজাৰ সন্মুখত বাধ্যতা স্বীকাৰ কৰিছিল আৰু অনুনয়-বিনয় কৰিছিল, মুচাৰ (আ) ধৰ্ম্ম গ্ৰহণ কৰাৰ পাছতেই সিবিলাকৰ মনত অসীম সাহ জন্মিছিল। ৰজাৰ আগত সচা কথা কবলৈ অকণো সংকোচ বোধ কৰা নাছিল।

# ৰুকু ১৫

বনি-ইস্রাইলৰ প্ৰতি ফিৰৌনৰ অত্যাচাৰ ; তেওঁলোকক ধৈৰ্য্য ধাৰণ কৰিবলৈ মুচাৰ (আ) উপদেশ, আৰু তেওঁলোকৰ শেষ সফলতা সম্বন্ধে শুভবাণী।

১২৮। আৰু ফিৰৌনৰ দলৰ মুখিয়ালবিলাকে কলে, তুমি মুচা আৰু তেওঁৰ লোকবিলাকক এই কাৰণে এৰি দিছা নে যে তেওঁলোকে দেশত ( অবাধে ) অশান্তিৰ সৃষ্টি কৰে, আৰু ( মুচাই ) তোমাক আৰু তোমাৰ উপাস্যবিলাকক ত্যাগ কৰে?[১১০] তেওঁ উত্তৰ দিলে, আমি সিহঁতৰ পুত্ৰসন্তান-বিলাকক বধ কৰিম আৰু সিহঁতৰ তিৰোতাবিলাকক জীয়াই ৰাখিম ; আৰু সিহঁতৰ ওপৰত আমি নিশ্চয় পৰাক্ৰমশালী।

১২৯। মুচাই নিজৰ লোকবিলাকক কলে, তোমালোকে আল্লাৰ পৰা সাহায্য প্ৰাৰ্থনা কৰা আৰু ধৈৰ্য্য ধাৰণ কৰি থাকাঁ ; প্ৰকৃততে পৃথিবীৰ গৰাকী আল্লা ; তেওঁ নিজ ভৃত্যবিলাকৰ মাজৰ যাকে ইচ্ছা তাকেই তাৰ উত্তৰাধিকাৰী কৰে ;[১১১] আৰু আল্লাক যিসকলে ভয় কৰে সেইসকলৰ নিমিত্তে আছে শুভফল।

১৩০। সিহঁতে কলে, তুমি আমাৰ ওচৰলৈ অহাৰ পূৰ্ব্বে, আৰু এতিয়া তুমি আমাৰ ওচৰলৈ অহাৰ পিছতো আমাক নিৰ্য্যাতন কৰা হৈছে। তেওঁ কলে, অতি সত্বৰ তোমালোকৰ প্ৰভুৱে তোমালোকৰ শত্ৰুক বিনাশ কৰিব, আৰু তোমালোকক ( প্ৰতিশ্ৰুত ) দেশৰ অধীশ্বৰ নিযুক্ত কৰিব,[১১২] আৰু তেতিয়া তোমালোকে কিৰূপে কাৰ্য্য সম্পাদন কৰা তেওঁ দৰ্শন কৰিব।

---

১১০। ৰচুলসকলৰ বিৰুদ্ধে এই অভিযোগ অনা হয় যে তেওঁলোক ৰাজদ্ৰোহী। আৰু এটা অভিযোগ হৈছে যে তেওঁলোকে প্ৰাচীন ধৰ্ম্মৰ অনিষ্ট সাধন কৰে। মিছৰী নেতা-বিলাকে মিছৰীবিলাকক মুচাৰ (আ) বিৰুদ্ধে এই দুই অভিযোগ আনি উচটাই দিছিল।

১১১। মিছৰত ফিৰৌনৰ বংশৰ ৰাজত্ব নথকা হল, আৰু অইন এটা বংশ সিহঁতৰ ঠাইত প্ৰতিষ্ঠিত হল।

১১২। তোৰা, বা, যা, ৬ : ৮। ‘পাছে যি দেশ ইব্ৰাহিম, ইচহাক, আৰু ইয়াকুবক দিম বুলি মই হাত দাঙি শপত খাইছিলোঁ, সেই দেশলৈ তোমালোকক নিম, আৰু তোমা-লোকৰ অধিকাৰৰ অৰ্থেও তাক মই তোমালোকক দিম ; ময়েই যিহোৱা।’ আৰু তোৰা কোৰান, ৫ : ২১, ২২ য’ত সেই দেশক ( পেলেষ্টাইন্ ) ‘পবিত্ৰ দেশ’ ( Holy Land ) বোলা হৈছে।

## ৰুকু ১৬

মিছৰবাসীবিলাক নানা প্ৰকাৰ বিপদত পৰে; সিহঁতৰ প্ৰতিজ্ঞাভঙ্গ; ফিৰৌন আৰু মিছৰী-বিলাক পানীত বুৰি মৰিল, আৰু মুচা (আ) আৰু তেওঁৰ অনুগামী সকলে ৰক্ষা পালে।

১৩১। আৰু স্বৰূপতে আমি ফিৰৌনৰ লোকবিলাকক শাস্তি দিছিলোঁ বছৰে বছৰে অনাবৃষ্টি আৰু ফল-শস্যৰ[১১৩] নাটনিৰ দ্বাৰা, যাতে সিহঁতে উপদেশ গ্ৰহণ কৰে।

১৩২। কিন্তু সিহঁতলৈ মঙ্গল আহিলত সিহঁতে কৈছিল, ই অহিছে আমাৰ উত্তম ভাগ্যৰ কাৰণে; আৰু অমঙ্গলে সিহঁতক স্পৰ্শ কৰিলে সিহঁতে মুচা আৰু তেওঁৰ সঙ্গীবিলাকৰ মন্দ ভাগ্যক তাৰ কাৰণ বুলি ধৰিছিল;[১১৪] সাৱধান! সিহঁতৰ মন্দ ভাগ্যৰ কাৰণ আল্লাৰ কাষত; কিন্তু সিহঁতৰ সৰহ ভাগৰেই জ্ঞান নাই।

১৩৩। আৰু সিহঁতে কলে, তুমি আমাক মোহিত কৰিবৰ অৰ্থে যি নিদৰ্শনকেই আমাৰ আগত উপস্থিত কৰা, আমি তোমাত কদাপি বিশ্বাস নকৰোঁ।

১৩৪। তাৰ পিছত আমি সিহঁতলৈ ধুমুহা বতাহ,[১১৫] আৰু কাকতী ফৰিং, আৰু ওকণী, আৰু ভেকুলি, আৰু ৰক্ত প্ৰভৃতি স্পষ্ট নিদৰ্শনৰূপে প্ৰেৰণ কৰিছিলোঁ;[১১৬] কিন্তু সিহঁতে অহঙ্কাৰ কৰিছিল, আৰু সিহঁত আছিল এটা অপৰাধী দল।

---

১১৩। মাটিৰ পৰা উৎপন্ন হোৱা ফল-দায়ক উদ্ভিদ্।

১১৪। দুৰ্ভিক্ষ, ভূমিকম্প আদি হলে সিহঁতে নাভাবে যে সিহঁতৰ কু-কৰ্মৰ ফলত—হে সেইবোৰ বিপদ আহিছে। বৰং সিহঁতে সেইবোৰক বচুলৰ কুলক্ষণ বুলিহে কয়। হজ্ৰত মহম্মদৰ (স্ব. সময়তো কোৰেইশে কৈছিল, তেওঁ অহাৰ কাৰণে আমাৰ শস্যৰ নাটনি হ'ল, বৰষুণ নোহোৱা হ'ল ইত্যাদি।

১১৫। ইমাম বোখাৰীয়ে আৰ্বী শব্দ 'তুফান'ৰ অৰ্থ কৰি লিখিছে, যি বিপদ বা ৰোগৰ দ্বাৰা ব্যাপকভাৱে মানুহৰ বা ঘৰচীয়া জন্তুৰ মৃত্যু হয় তাকো 'তুফান' বোলে।

১১৬। মুচাক (আ) ন'টা চিন দিয়া হৈছিল (১৭ : ১০২ ; ২৭ : ১৩)। এই আয়তত পাঁচোটা চিনৰ উল্লেখ আছে; ১৩১ আয়তত দুটা, শিলাবৃষ্টিৰ দ্বাৰা ফল নষ্ট হোৱা আৰু দুৰ্ভিক্ষ। মুচাৰ (আ) লাখুটিডাল আৰু উজ্জল হাত লৈ ন'টা চিন হল। চোৱা বা, বা, ৭ : ১৭, ৮ : ৬, ৮ : ১৭, ৯ : ৩, ৯, ১৫ ; ১২ : ২৯। ৰক্ত সম্বন্ধে প্ৰবাদ

১৩৫। আৰু যেতিয়া (আল্লাই প্ৰেৰণ কৰা) শাস্তি[১১৭] সিহঁতৰ ওপৰত পৰিল, সিহঁতে কলে, হে মুচা, তোমাক তেওঁ যি প্ৰতিশ্ৰুতি দিছে[১১৮] সেই অনুযায়ী তোমাৰ প্ৰভুক আমাৰ হৈ প্ৰাৰ্থনা কৰা; তুমি এই শাস্তি আমাৰ পৰা দূৰীভূত কৰিলে আমি নিশ্চয় তোমাত বিশ্বাস স্থাপন কৰিম, আৰু আমি নিশ্চয় ইস্ৰাইলৰ সন্ততিক তোমাৰ লগতে যাবলৈ দিম।

১৩৬। কিন্তু যেতিয়া আমি সিহঁতৰ পৰা সেই শাস্তি সিহঁতে পাব লগীয়া নিৰ্দ্দিষ্ট সময়লৈকে আঁতৰাই নিলোঁ, চোৱাঁ, হঠাৎ সিহঁতে নিজ প্ৰতিজ্ঞা ভঙ্গ কৰিলে।[১১৯]

১৩৭। পিছত আমি সিহঁতক (সিহঁতৰ দুষ্কাৰ্য্যৰ) প্ৰতিফল দিলোঁ, আৰু সিহঁতক সাগৰত বুৰাই মাৰিলোঁ,[১২০] কিয়নো সিহঁতে আমাৰ নিদৰ্শনসমূহ মিছা [বুলি অস্বীকাৰ কৰিছিল, আৰু সেইবিলাকৰ সম্বন্ধে সিহঁত আওকণীয়া আছিল।

১৩৮। আৰু যি জাতি (প্ৰথমে) দুৰ্ব্বল বুলি পৰিগণিত হৈছিল তেওঁলোকক সেই দেশৰ পূৰ্ব্ব প্ৰান্তসমূহ আৰু পশ্চিম প্ৰান্তসমূহৰ উত্তৰাধিকাৰী কৰিলোঁ যি দেশত আমি নিজ আশীৰ্ব্বাদ বৰ্ষণ কৰিছিলোঁ।[১২১] আৰু (এইদৰে)

---

আছে যে লোহিত সাগৰৰ পানী মানুহৰ পাপৰ কাৰণে ৰঙা হৈছিল। কিছুমানৰ মতে নাকৰ পৰা তেজ ওলোৱা এটা সংক্ৰামক বেমাৰ ব্যাপকভাৱে হৈছিল।

১১৭। আৰবী শব্দ 'ৰিয্জ'ৰ অৰ্থ অনেক ব্যাখ্যাকাৰে 'মহামাৰী' লৈছে।

১১৮। চোৱাঁ, ৪৩ : ৫০,৫১। আল্লাই দিয়া প্ৰতিশ্ৰুতি হৈছে, (১) তেওঁ মুচাৰ (আ) প্ৰাৰ্থনা শুনিব, আৰু (২) যিবিলাকে পাপ কৰাৰ পাছত অনুতাপ কৰিব তেওঁলোকক আল্লাই মাৰ্জ্জনা কৰিব।

১১৯। সিহঁতে মুচাক (আ) কৈছিল, তুমি আমাৰ হৈ প্ৰাৰ্থনা কৰি এই বিপদৰ পৰা আমাক উদ্ধাৰ কৰা; আমি প্ৰতিজ্ঞা কৰিছোঁ আমি তোমাত বিশ্বাস কৰিম। কেইবাৰ তেওঁৰ প্ৰাৰ্থনাৰ ফলত বিপদ দূৰ হৈছিল। কিন্তু সিহঁতে অনুতাপ নকৰিলে, আৰু অবিশ্বাসী হৈয়ে থাকিল। চোৱাঁ, বা, ৮ : ১০,১৯ ; ৯ : ৭, ১২, ৩৫।

১২০। চোৱাঁ, ২ : ৫১ আৰু টী ; ৪৪ : ২৪,২৫। মুচাই (আ) বনি ইস্ৰাইলক চিনাইৰ অৰণ্যৰ ফালেদি নিছিল, যাতে শত্ৰুৱে গম নাপায়। তেওঁলোক লোহিত সাগৰৰ উত্তৰ ভাগেদি পাৰ হল, কিন্তু ফিৰৌনৰ দল পাৰ হব নোৱাৰি বুৰি মৰিল।

১২১। চোৱাঁ, আ: ১৩০ আৰু টী। আৰু চোৱাঁ বা, আদি, ১৭ : ৮, 'আৰু তুমি প্ৰবাস কৰা এই দেশ, এই সমুদায় কনান দেশ (Canaan) তোমাৰ আৰু তোমাৰ

ইস্রাইলৰ সন্তান-সন্ততিৰ পক্ষে তোমাৰ প্ৰভুৰ শুভবাণী পূৰ্ণ হ'ল, কিয়নো সিহঁত ( কষ্টত পৰি ) ধৈৰ্য্য ধাৰণ কৰি আছিল। আৰু ফিৰৌন আৰু তেওঁৰ লোকবিলাকে যি স্মৃতিচিহ্নবোৰ আৰু যি প্ৰাসাদসমূহ সাজিছিল সেইবিলাক আমি সমূলে ধ্বংস কৰিলোঁ।[১২২]

১৩৯। আৰু আমি ইস্রাইলৰ সতি-সন্ততিক সাগৰ পাৰ কৰালোঁ, পিছত সিহঁতে এটা জাতিৰ[১২৩] ওচৰ পালেগৈ যি নিজ প্ৰতিমাবিলাকৰ প্ৰতি দুৰ্ঘোৰ আসক্ত আছিল। সিহঁতে কলে, হে মূচা, সিহঁতৰ যেনে উপাস্য-বিলাক আছে তেনে এটি উপাস্য আমাৰ কাৰণেও সাজি দিয়া।[১২৪] তেওঁ কলে, সচাকৈয়ে তোমালোক এটা জ্ঞানহীন জাতি।

১৪০। বাস্তৱতে সিহঁত যি প্ৰকাৰ পূজাত আসক্ত তাৰ বিলোপ হোৱাটো নিশ্চিত ; আৰু সিহঁতে যি কাৰ্য্য কৰিছিল সি অসাৰ্থক।

১৪১। তেওঁ কলে, তোমালোকৰ নিমিত্তে মই আল্লাক এৰি আন উপাস্য অন্বেষণ কৰিম নে, অথচ তেৱেঁই তোমালোকক বহু জাতিৰ ওপৰত শ্ৰেষ্ঠতা দান কৰিছে ?

১৪২। আৰু সেই সময় ( মনত পেলোৱা ) যেতিয়া আমি তোমালোকক উদ্ধাৰ কৰিছিলোঁ ফিৰৌনৰ দলৰ পৰা, যিবিলাকে তোমালোকক দাৰুণ কষ্ট দি উৎপীড়ন কৰিছিল, আৰু তোমালোকৰ পুত্ৰসন্তানবিলাকক বধ কৰি তোমা-লোকৰ তিৰোতাবিলাকক জীয়াই ৰাখিবলৈ সঙ্কল্প কৰিছিল।[১২৫] আৰু

---

তাৰীবংশকো চিৰকালৰ অধিকাৰৰ অৰ্থে দিম।' চীৰিয়া আৰু পেলেষ্টাইন আগেয়ে মিচৰৰ অধীন আছিল ; পিছত তাৰ অধিকাৰী বনি ইস্রাইল হ'ল। ৰজা চুলেইমানৰ দিনত ইস্রাইলৰ এখন বিশাল ৰাজ্য আছিল। তেওঁ আল্লাৰ একজন ৰচুল আছিল।

১২২। যি প্ৰাসাদ, অট্টালিকা, আৰু ওখ স্মৃতিস্তম্ভ ফিৰৌনে সজাইছিল সেইবোৰ আজিকালি ধ্বংসস্তূপত পৰিণত। থিব্‌চ্‌, মেম্‌ফিচ্‌ আদি ডাঙৰ নগৰবোৰ একেবাৰে লোপ পালে।

১২৩। চিনাইৰ আমেলিকাইটচ ( The. Amalekites ) নাইবা আৰৱজিলত বাস কৰা মিচৰী শ্ৰমিকবিলাক। সিহঁতৰ মাজত পৌত্তলিকতা প্ৰচলিত আছিল। অহা আঃ চোৱা।

১২৪। চোৱা, ২০ : ৮৯।

১২৫। চোৱা, ২ : ৫০, আৰু ওপৰৰ আঃ ১২৮। বা, বা ১ : ২২ ; ৫ : ২১।

এইবিলাকতে তোমালোকৰ প্ৰভুৰ ফালৰ পৰা তোমালোকৰ নিমিত্তে আছিল এটা ভীষণ পৰীক্ষা।

## ৰুকু ১৭

আল্লাৰ আদেশ মতে মুচাৰ ( আ ) চল্লিশ দিনৰ উপাসনা ; চিনাই পৰ্ব্বতত আল্লাৰ সৈতে তেওঁৰ বাক্যালাপ, আৰু মুচাক ( আ ) বিধান দান ; অহংকাৰীয়ে আল্লাৰ দৰ্শন নাপায়।

১৪৩। আৰু আমি মুচাৰ প্ৰতি ত্ৰিশ ৰাতিৰ[১২৬] সময় নিৰ্দ্দিষ্ট কৰিছিলোঁ ; আৰু তাতে আমি আৰু দহ ৰাতি বৃদ্ধি কৰি নিৰ্দ্ধাৰিত সময় সম্পূৰ্ণ কৰিছিলোঁ। এইদৰে তেওঁৰ প্ৰভুৱে নিৰ্দ্দিষ্ট কৰা চল্লিশ ৰাতিৰ সময় পূৰ্ণ হ'ল। আৰু মুচাই তেওঁৰ ভায়েক হাৰুনক ক'লে, তুমি মোৰ অনুপস্থিতিত মোৰ লোকবিলাকৰ মাজত মোৰ প্ৰতিনিধি স্বৰূপ[১২৭] থাকিবা, আৰু ভালমতে ( সকলো কাৰ্য্যৰ ) নিয়ন্ত্ৰণ কৰিবা, আৰু সেইবিলাকৰ পথ কেতিয়াও অনুসৰণ নকৰিবা যিবিলাকে অশান্তিৰ সৃষ্টি কৰে।[১২৮]

১৪৪। আৰু যেতিয়া মুচা আমাৰ নিৰ্দ্ধাৰিত সময়ত আহি উপস্থিত হ'ল, আৰু তেওঁৰ প্ৰভুৱে তেওঁৰ সৈতে বাক্যালাপ কৰিলে, তেওঁ ক'লে, হে মোৰ প্ৰভু, মোক ( তোমাৰ ) দৰ্শন দান কৰা, মই যেন তোমাৰ ৰূপ দেখা পাওঁ। আল্লাই ক'লে, তুমি ( এই চকুৰে ) মোক কেতিয়াও দেখি নোপোৱা ;[১২৯] কিন্তু

---

১২৬। চোৰা, ২ : ৫২ আৰু টী। আল্লাৰ অঙ্গীকাৰ ত্ৰিশ দিনৰ আছিল। মুচাৰ ( আ ) ব্যগ্ৰতা আৰু প্ৰাৰ্থনাৰ ফলত আৰু দহ দিন বঢ়াই দিয়া হল। এই চল্লিশ দিন মুচাই ( আ ) উপাসনাত কটাইছিল। হজ্ৰত ঈচাইয়ো ( আ ) ৪০ দিন ৰোজা পালন কৰিছিল। ( বা, মেথি, ৪ : ২ )

১২৭। নবীৰ খলিফাও ( প্ৰতিনিধি ) নবী হব পাৰে, এই কথা এই আয়তৰ পৰা বুজিব পাৰি। হজ্ৰত হাৰুন ( আ ) যে আল্লাৰ নবী আছিল এই বিষয়ে দুই মত নাই।

১২৮। হজ্ৰত মুচাই ( আ ) সম্পন্ন কৰা কাম বিনষ্ট কৰিবলৈ আৰু মানুহক বিপথে নিবলৈ দুষ্কৰ্ম্মীবিলাকে চেষ্টা কৰিব সেই কাৰণে মুচাই ( আ ) হাৰুনক ( আ ) আগতে সতৰ্ক কৰি দিছে।

১২৯। ধৰ্ম্মশাস্ত্ৰত আল্লাৰ দৰ্শন সম্বন্ধে আলোচনা কৰা হৈছে (মচ্'অলা ৰুয়তে বাৰী ত'আলা)। সঠিক মত এই, আল্লাক শাৰীৰিক চকুৰে দেখা পাব নোৱাৰি ( ৬ : ১০৫ )। ছুফীসকলৰ মতে, আল্লাক আধ্যাত্মিক দৃষ্টিৰে হে দেখিব পাৰি। মুচাক ( আ ) কোৰাৰ দৰে

তুমি নিজ দৃষ্টি এই পৰ্ব্বতৰ ওপৰত পেলোৱাঁ; তেতিয়া ই যদি নিজ ঠাইত স্থিৰ হৈ থাকে, তুমি মোৰ দৰ্শন লাভ কৰিবা। পিছত তেওঁৰ প্ৰভুৱে সেই পৰ্ব্বতৰ ওপৰত নিজৰ জ্যেউতি নিক্ষেপ কৰিলে আৰু তাক (ভাঙি) খুদ্-খুদ্ কৰিলে;[১৩০] আৰু মুচা মূৰ্চ্ছিত হৈ মাটিত পৰিল। শেহত যেতিয়া তেওঁৰ চেতনা হ'ল, তেওঁ কলে, তুমিয়েই পৰম পৱিত্ৰ; তোমাৰ ফাললৈ মই মুখ কৰিছোঁ; আৰু (এই তত্ত্বত) মই প্ৰথম বিশ্বাস কৰোঁতা।

১৪৫। তেওঁ কলে, হে মুচা, মই নিজ সংবাদসমূহ আৰু নিজ বাণী দ্বাৰা মানৱৰ ওপৰত (শ্ৰেষ্ঠতা দান কৰি) তোমাক বাচি লৈছোঁ; এতেকে তোমাক যি দান কৰিছোঁ গ্ৰহণ কৰাঁ, আৰু শলাগ-লোৱাসকলৰ মাজৰ হোৱাঁ।

১৪৬। আৰু তেওঁৰ নিমিত্তে ফলিসমূহত সকলো (আৱশ্যকীয়) বিষয়ে উপদেশ আৰু সকলো (জানিবলগীয়া) বিধান স্পষ্টকৈ প্ৰকাশ কৰিছোঁ;[১৩১] এতেকে তাকে তুমি দৃঢ়ৰূপে ধৰি লোৱাঁ, আৰু তোমাৰ লোকবিলাকক আদেশ দিয়াঁ যাতে সিহঁতে তাৰ যিখিনি উৎকৃষ্ট তাকে গ্ৰহণ কৰে; অদূৰ ভবিষ্যতে অবাধ্যবিলাকৰ বাসস্থান মই তোমালোকক দেখুওৱাম।

১৪৭। যিবিলাকে পৃথিবীত অন্যায়ৰূপে অহঙ্কাৰ[১৩২] কৰি ফুৰে সিহঁতক মই শীঘ্ৰে নিজ নিদৰ্শনসমূহৰ পৰা ঘূৰাই নিম; আৰু যদিও সিহঁতে সমস্ত নিদৰ্শন দেখিবলৈ পাব তাত বিশ্বাস নকৰিব; আৰু সত্যৰ পথ দেখিলেও সেই পথ অৱলম্বন নকৰিব, কিন্তু যদি সিহঁতে ভ্ৰান্ত পথ দেখিবলৈ পাব তাকে অৱলম্বন

---

আল্লাই নূহ (আ) আৰু ইব্ৰাহিমকে (আ) একেটা কথা কৈছিল। হজ্ৰত মহম্মদে (দ) মে'ৰাযৰ ৰাতি আল্লাৰ দৰ্শন লাভ কৰিছিল আধ্যাত্মিক দৃষ্টিৰে। ইব্নে 'আব্বাচৰ হদীছ আছে, হজ্ৰত ৰচুলে আল্লাক শাৰীৰিক চকুৰে দেখা নাছিল, (মু আৰু তি)। আৰু এঠাইত আছে, তেওঁ আল্লাক নিজ অন্তঃকৰণেৰে দেখা পাইছিল, (ফত্হুল্বাৰী)। আল্লাৰ দৰ্শন সম্বন্ধে মুচাৰ (আ) কথা যাঃ ৩৩, ১৮ত উল্লেখ আছে।

১৩০। ভূমিকম্প হৈ পৰ্ব্বত ভাগি পৰিল।

১৩১। 'কতব্না'ৰ মূল অৰ্থ হৈছে, লিপিবদ্ধ কৰিছোঁ। বাইবেলতো ফলিত আল্লাই 'লিখা' শব্দ আছে, চোৱাঁ যাঃ ২৪ : ১২! আৰু চোৱাঁ যাঃ ৩১, ১৮, ৰ'ত আছে—'ঈশ্বৰৰ আঙুলিৰে লিখা শিলৰ ফলি দুখন'। ধৰ্ম্মশাস্ত্ৰৰ ভাষাত, আল্লাৰ লিখনিৰ অৰ্থ হৈছে, আল্লাৰ ইচ্ছাৰ বিকাশ। মুচাৰ বিধান সম্বন্ধে চোৱাঁ ২০ : ১-২৬।

১৩২। আল্লাৰ দৰ্শন পোৱাৰ বাটত অহঙ্কাৰ এটা ডাঙৰ অন্তৰায়। নম্ৰ লোক-সকলে হে আল্লাৰ সান্নিধ্য লাভ কৰে।

কৰিব ; ইয়াৰ কাৰণ এই, আমাৰ নিদৰ্শনসমূহক মিছা ভাবি সিহঁতে অমান্য কৰিছিল, আৰু সেইবিলাকৰ সম্বন্ধে আওকণীয়া আছিল।

১৪৮। আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক আৰু পৰকালৰ সাক্ষাৎ হোৱাক মিছা বুলি অস্বীকাৰ কৰে, সিহঁতৰ কাৰ্য্যসমূহ ব্যৰ্থ হব; সিহঁতে যি কাৰ্য্য কৰি আছিল তাৰ প্ৰতিফল বিনে আৰু কি দিয়া হব ?

## ৰুকু ১৮

মুচাৰ (আ) অনুপস্থিতিত বনি-ইস্ৰাইলৰ সোণৰ দামুৰি সাজি উপাস্য স্থিৰ কৰা; তুৰ পৰ্ব্বতৰে পৰা মুচাৰ (আ) প্ৰত্যাবৰ্ত্তন আৰু বনি -ইস্ৰাইলৰ খিৰ্‌কৰ কাৰণে ক্ৰোধ আৰু শোক প্ৰকাশ; হাৰুনৰ নিৰ্দ্দোষিতা।

১৪৯। আৰু মুচাৰ লোকবিলাকে (তেওঁ পৰ্ব্বতলৈ যাওঁতে) তেওঁৰ অনুপস্থিতিত সিহঁতৰ অলঙ্কাৰসমূহৰে দামুৰি এটা সাজিছিল,[১৩৩]—মাত্ৰ এটা মূৰ্ত্তি যাৰ পৰা হেম্বেলনিৰ শব্দহে ওলাইছিল। সিহঁতে এই কথা ভাবি চোৱা নাছিল নে, দামুৰিটোৱে সিহঁতৰ সৈতে কথা নকৈছিল, আৰু সিহঁতক সুপথো দেখুওৱাব নোৱাৰিছিল ?[১৩৪] (অথচ) তাকে সিহঁতে (উপাস্যৰূপে) গ্ৰহণ কৰিছিল ; আৰু এই বাবে সিহঁত অন্যায়কাৰী হৈছিল।

---

১৩৩। মিছৰ আৰু বেবিলোনীয়াত গৰু আৰু ষাঁড়-গৰুৰ পূজা কৰা হৈছিল। মিছৰৰ মেম্‌ফিচ্ নগৰৰ দামুৰি (Bull of Osiris) পূজা সেই সময়ত প্ৰখ্যাত আছিল। ইস্ৰাইলবিলাক মিছৰত বহুদিন থকাৰ বাবে দামুৰি পূজাৰ প্ৰভাৱ সিহঁতৰ ওপৰতো পৰিছিল। মুচাৰ অনুপস্থিতিত সিহঁতে সোণৰ অলঙ্কাৰ গলাই দামুৰি-মূৰ্ত্তি এটা পূজিবৰ নিমিত্তে সাজি লৈছিল। হেম্বেলনি দামুৰি মূৰ্ত্তিয়ে কৰা নাছিল ; অনুমান কৰা হয় পুৰোহিত বিলাকে শিষ্য দ্বাৰা নাইবা অইন কোনো কৌশলেৰে মূৰ্ত্তিৰ পৰা শব্দ উলিয়াইছিল। গ্ৰীচৰ মন্দিৰবিলাকতো এনেবিলাক ছলনা প্ৰচলিত আছিল (Oracles of Delphi)।

১৩৪। আল্লাই নিজ বাণী দ্বাৰা নিজৰ পৰিচয় দিয়ে আৰু মানুহক সুপথে লৈ যায়। এনে বাণী আল্লাৰ ৰচুলসকলৰ ওপৰত নামে, আৰু সেয়ে ধৰ্ম্মবিধানৰ ভিত্তিস্বৰূপ। মুচাক (আ) আল্লাই নিজ বাণী দি ধৰ্ম্মবিধানৰ ব্যৱস্থা কৰিছে। অবিকল সেইদৰে হজ্‌ৰত মহম্মদে (ছ) বহন কৰা আল্লাৰ ২৩ বছৰৰ বাণীৰ সৈতে ইচ্‌লামৰ ধৰ্ম্মবিধান প্ৰতিষ্ঠিত হ'ল। মানুহৰ আধ্যাত্মিক মঙ্গলৰ নিমিত্তে আল্লাৰ বাণী সদায় নামি থাকিব ; কিন্তু ইচ্‌লামৰ ধৰ্ম্মবিধান (শৰীয়ত) সৰ্ব্বশেষ বুলি সমগ্ৰ মুচলমানে বিশ্বাস কৰে। এই

১৫০। আৰু যেতিয়া সিহঁতৰ মনস্তাপ হ'ল আৰু সিহঁতে বুজিব পাৰিলে যে সিহঁত স্বৰূপতে বিপথে গৈছে, সিহঁতে কব ধৰিলে, আমাৰ প্ৰতি যদি আমাৰ প্ৰভুৱে করুণা প্ৰদৰ্শন নকৰে আৰু আমাক ক্ষমা নকৰে আমি নিশ্চয় সেই-বিলাকৰ অন্তৰ্গত হম যিবিলাক ক্ষতিগ্ৰস্ত।

১৫১। আৰু মুচাই নিজ লোকবিলাকৰ ওচৰলৈ উভতি আহিলত (সিহঁতৰ কাৰ্য্য দেখি) তেওঁ ক্ৰোধান্বিত (আৰু) শোকাতুৰ হৈ কলে, মোৰ অনুপস্থিতিত তোমালোকে কি অপকৃষ্ট প্ৰতিনিধিত্ব কৰিলা। তোমালোকে নিজ প্ৰভুৰ আদেশৰ অপেক্ষা নকৰি অস্থিৰ হৈ এনে কাৰ্য্য কৰিলা। আৰু (খণ্ডত) তেওঁ ফলিসমূহ আগত থৈ, তেওঁৰ ভায়েকক তেওঁৰ মূৰ ধৰি নিজৰ ফালে টানিব ধৰিলে। (তেতিয়া) হাৰুনে কলে, হে মোৰ মাতৃনন্দন, প্ৰকৃততে লোকবিলাকে মোক দুৰ্ব্বল বুলি ভাবিলে আৰু মোক প্ৰায় নিহত কৰেহে;[১৩৫] গতিকে শত্ৰুবিলাকৰ আগত মোক হাস্যাস্পদ নকৰিবা আৰু মোক এই অন্যায়কাৰীবিলাকৰ সঙ্গী বুলি গণ্য নকৰিবা।

১৫২। তেওঁ (মুচাই) কলে, হে মোৰ প্ৰভু, তুমি ক্ষমা দান কৰা মোক আৰু মোৰ ভাইক, আৰু আমাক তোমাৰ করুণাৰ অন্তৰ্ভুক্ত কৰা;[১৩৬] আৰু করুণা প্ৰদৰ্শন কৰোঁতাসকলৰ মাজত তুমিয়েই শ্ৰেষ্ঠ করুণাময়।

---

ধৰ্মবিধানত মানৱক সত্য বাটে চলাবৰ নিমিত্তেও আল্লাৰ বাণী আওলিয়া আৰু মুৰছিদ্ সকলৰ ওপৰত নামে। এই আয়তত কোৱা হৈছে, দামুৰিটোৱে কথা কোৱা নাছিল, মানৱক সুপথ দেখুওৱাব নোৱাৰিছিল, সি কেনেকৈ উপাস্য হব পাৰে? ভাবিবলগীয়া কথা এই, ঐশ্বৰিক বাণীহে আল্লাৰ অস্তিত্বৰ সঠিক প্ৰমাণ: আল্লাই আগৰে পয়গম্বৰী, নবী, ৰছুলৰে সৈতে কথা পাতিছিল, তেওঁ আজি কেনেকৈ নীৰৱ হব পাৰে?

১৩৫। দামুৰিৰ মূৰ্ত্তি সম্বন্ধত বাইবেলত হাৰুনকো দোষ দিয়া হৈছে (যা. ৩১,৩২) কিন্তু কোৰানে তেওঁক নিৰ্দ্দোষী বুলি ঠাৱৰাইছে আৰু চামেৰীক দোষ দিয়া হৈছে। চোৱা, ২০ : ৯০-৯৭।

১৩৬। মুচাই (আ) হাৰুনক (আ) নিৰ্দ্দোষী বুলি জানি তেতিয়াই তেওঁৰ আৰু নিজৰ হকে আল্লাৰ ক্ষমা বিচাৰিলে।

## ৰুকু ১৯

**বনি-ইস্রাইলৰ দামুৰি পূজাত মুচাৰ (আ) ক্রোধ; তেওঁ আল্লাৰ ওচৰত সকলোৰে হৈ ক্ষমা ভিক্ষা কৰে; হজ্ৰত মহম্মদৰ (স) আবির্ভাৱ সম্বন্ধে ইহুদী আৰু খৃষ্টিয়ানসকলৰ ধর্মগ্রন্থত ভবিষ্যৎবাণী।**

১৫৩। বাস্তৱতে যিবিলাকে দামুৰিটো (পূজা কৰিবৰ অৰ্থে) লৈছিল সেইবিলাকৰ ওপৰত পৰিব সিহঁতৰ প্ৰভুৰ ক্ৰোধ আৰু এই পাৰ্থিৱ জীৱনত লাঞ্ছনা; আৰু মিছা সাজোঁতাবিলাকক আমি এই দৰেই প্ৰতিফল প্ৰদান কৰোঁ।[১৩৭]

১৫৪। আৰু যিবিলাকে অসৎ কাৰ্য্য কৰে, পিছত (তাৰ কাৰণে) অনুশোচন্ কৰে আৰু বিশ্বাস স্থাপন কৰে,[১৩৮] (সেইবিলাকৰ প্ৰতি) তাৰ পিছত তোমাৰ প্ৰভু হব নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১৫৫। আৰু মুচাৰ ক্ৰোধ প্ৰশান্ত হ'লত তেওঁ ফলিকিখন তুলি ললে, আৰু তাৰ লিপিত আছিল পথপ্ৰদৰ্শন আৰু কৰুণা—সেইসকলৰ নিমিত্তে যিসকলে নিজৰ প্ৰভুলৈ ভয় ৰাখে।

১৫৬। আৰু মুচাই আমাৰ নিৰ্দ্ধাৰণ কৰা সময়ত (উপস্থিত হবৰ) অভিপ্ৰায়ে তেওঁৰ লোকবিলাকৰ পৰা সত্তৰ জন মানুহ বাচি ল'লে;[১৩৯] কিন্তু যেতিয়া ভূমিকম্পই[১৪০] সিহঁতক আক্ৰমণ কৰিলে তেওঁ প্ৰাৰ্থনা কৰিলে: হে মোৰ প্ৰভু, তুমি ইচ্ছা কৰা হলে আগেয়ে সিহঁতক, আৰু (সিহঁতৰ লগতে) মোকো বিনাশ কৰিব পাৰিলাহেতেন; আমাৰ মাজৰ কিছুমান নিৰ্ব্বোধ মানুহে

---

১৩৭। মহামাৰী, দুৰ্ভিক্ষ, ভূমিকম্প প্ৰভৃতি ব্যাপক শাস্তিৰ ফলত বনি-ইস্রাইলৰ জনসংখ্যা অতি কম হৈ আহিছিল। দুকুৰি বছৰলৈকে সিহঁতে নিঃসহায় আৰু নিৰাশ্ৰয় হৈ অৰণ্যত ঘূৰি ফুৰিব লগা হৈছিল।

১৩৮। সিহঁতে আগতে মুচাত (আ) বিশ্বাস কৰিছিল। কিন্তু তেওঁৰ অনুপস্থিতিত দামুৰি পূজা কৰি শ্বিৰ্ক কৰিলে। এতিয়াও অনুতাপ কৰি নতুনকৈ দৃঢ় বিশ্বাস স্থাপন কৰিলে তেওঁলোকক আল্লাই ক্ষমা দান কৰিব।

১৩৯। চোৱাঁ বা, বা, ২৪ : ১, আৰু ২৪ : ১৯। ব্ৰাইবেলত মুচাই (আ) তুৰাৰ পৰ্ব্বতলৈ উঠি যোৱাৰ কথা উল্লেখ আছে। কোৰানে কেৱল প্ৰথমবাৰৰ কথাহে উল্লেখ কৰিছে।

১৪০। চোৱাঁ, ২ : ৫৫ আৰু টী।

কৰা কাৰ্য্যৰ বাবে আমাৰ সকলোকে তুমি বিনাশ কৰিবা নে ?[১৪১] তোমাৰ ফালৰ পৰা ( আমাৰ নিমিত্তে ) ই এটা পৰীক্ষাহে মাথোন ; ইয়াৰ দ্বাৰা তুমি যাকে ইচ্ছা তাকে বিপথে যাবলৈ দিয়া, আৰু যাকে ইচ্ছা তাকে সুপথে নিয়া ; তুমিয়ে আমাৰ সংৰক্ষক ; এতেকে তুমি আমাক ক্ষমা দান কৰা, আৰু আমাৰ প্ৰতি করুণা প্ৰদৰ্শন কৰা ; আৰু ক্ষমাশীলসকলৰ মাজত তুমিয়েই সৰ্ব্বশ্ৰেষ্ঠ ।

১৫৭। তুমি আমাৰ নিমিত্তে মঙ্গল লিপিবদ্ধ কৰা, ইহকালত আৰু পৰকালতো ; আমি ( অনুতাপ কৰি ) তোমাৰ ফাললৈ ঘূৰি আহিছোঁ। তেওঁ কলে, মোৰ শাস্তি এনে, যাৰে ইচ্ছা তাৰে ওপৰত তাক নিক্ষেপ কৰোঁ ;[১৪২] আৰু মোৰ করুণা এনে, যি সমস্ত বস্তুকে বিয়পি আছে ;[১৪৩] গতিকে মই মোৰ করুণা সেইসকলৰ নিমিত্তে লিপিবদ্ধ কৰিম যিসকলে পাপৰ পৰা বিৰত থাকে আৰু জকাত দান কৰে, আৰু যিসকলে আমাৰ নিদৰ্শনসমূহত বিশ্বাস কৰে :

১৫৮। যিসকলে এই ৰচুলৰ[১৪৪] অনুসৰণ কৰে যিজন নিৰক্ষৰ নবী, যিজনৰ সম্বন্ধে তেওঁলোকে নিজৰে পুথি তোৰা আৰু ইন্‌যীলত উল্লেখ থকা[১৪৫]

---

১৪১। মুচাৰ ( আ ) প্ৰাৰ্থনাৰ আন্তৰিকতায় প্ৰাণ স্পৰ্শ কৰে।

১৪২। যিবিলাকে আল্লাৰ নিদৰ্শনসমূহত বিশ্বাস নকৰে আৰু সত্যক উপলব্ধি কৰে এনেবিলাকেই শাস্তিৰ উপযোগী ।

১৪৩। ইচ্‌লামৰ মতে আল্লাৰ শ্ৰেষ্ঠতম গুণ হৈছে করুণা। পাপীবিলাকক আল্লাই নিশ্চয় শাস্তি দিয়ে; কিন্তু এই শাস্তিতো করুণা নিহিত আছে। শাস্তি ধন্তেকীয়া, করুণা স্থায়ী। হজ্‌ৰত ৰচুলে ( স্ব ) কৈছে, নৰকৰ ওপৰত এনে এটা সময় আহিব যেতিয়া তাৰ ভিতৰত কষ্ট, ক্লেশ, আৰু দুখৰ গোন্ধ পৰ্য্যন্ত নাথাকিব ; আল্লাৰ সৰ্ব্ব-ব্যাপী করুণাই সকলো দুখ গ্ৰাস কৰি পেলাব। কি মধুৰ শিক্ষা! আল্লাৰ সৰ্ব্বব্যাপী চিৰস্থায়ী করুণা সম্বন্ধে চোৰা, ৬ : ৫৫ ; ৪০ : ৮।

১৪৪। এই আয়তত হজ্‌ৰত মহম্মদক (স্ব) 'উম্মী' কৈছে। ব্যাখ্যাকাৰসকলে 'উম্মী'ৰ নানা অৰ্থ কৰিছে (১) পঢ়িব, লিখিব নজনা; নিৰক্ষৰ; (২) আৰব বাসী; (৩) মক্কা বাসী। হজ্‌ৰত ৰ, য, আহ্‌মদে অৰ্থ লৈছে, নিষ্কলঙ্ক, যি অৱস্থাত মাকে সন্তান প্ৰসৱ কৰে ( উম্ শব্দৰ অৰ্থ মাতৃ ); অৰ্থাৎ হজ্‌ৰত ( স্ব ) একেবাৰেই নিষ্পাপ আছিল। প্ৰথম অৰ্থৰ যুক্তি এই, অধিকাংশ আৰববিলাক নিৰক্ষৰ আছিল।—৬২:৩, আৰু চোৰা, ২৯ : ৪৮, য'ত লিখিছে, হজ্‌ৰতে পঢ়িবও নাজানিছিল আৰু লিখিবও নোৱাৰিছিল। দ্বিতীয় অৰ্থত আৰববিলাক কোৰান অৱতীৰ্ণ হোৱাৰ আগতে 'পুথিপোৱা লোক' ( আহ্‌লে-কিতাব ) নাছিল, যেনেকৈ ইহুদীবিলাক আৰু খৃষ্টিয়ানবিলাক আছিল। তৃতীয় অৰ্থ এই কাৰণে কৰা হৈছে, মক্কা নগৰক উম্মুল্ কুৰা ( নগৰসমূহৰ মাতৃ ) বোলা হৈছিল। তাৰিৰ জৰীয়া

দেখা পায়, যিজনে সিহঁতক সৎ কাৰ্য্য কৰিবলৈ আদেশ দিয়ে আৰু সিহঁতক অসৎ কাৰ্য্য কৰিবলৈ নিষেধ কৰে, আৰু যিজনে যি শুচি তাক সিহঁতৰ নিমিত্তে বৈধ কৰে আৰু যি অশুচি তাক সিহঁতলৈ অবৈধ কৰে, আৰু যিজনে সিহঁতৰ পৰা সিহঁতৰ বোজা আঁতৰ কৰে, আৰু যি বিলাক বন্ধনত[১৪৬] সিহঁত আবদ্ধ আছিল সেইবিলাকৰ পৰা সিহঁতক (মুক্ত কৰে); আৰু যিসকলে তেওঁত বিশ্বাস কৰে, আৰু তেওঁক সন্মান কৰে, আৰু তেওঁক (প্ৰচাৰ কাৰ্য্যত) সহায় কৰে, আৰু যি জেউতি[১৪৭] তেওঁৰ লগতে নমাই পঠিওৱা হৈছে তাৰ অনুসৰণ কৰে, সেইসকলেই হব সফলমনোৰথ।

## ৰুকু ২০

হজৰতৰ (স্ব) সংবাদ সমগ্ৰ মানৱজাতিৰ নিমিত্তে; বনি-ইস্ৰাইলৰ ৪০ বছৰ অৰণ্যত ভ্ৰমণৰ পাছত কেনান দেশত ১২টা ফৈদত বিভক্ত হৈ বসতি কৰা; আল্লাৰ কৃপা আৰু সিহঁতৰ অকৃতজ্ঞতা।

১৫৯। তুমি কোৱাঁ, হে মানৱজাতি, প্ৰকৃততে তোমালোক সকলোৰে প্ৰতি মই সেই আল্লাৰ প্ৰেৰিত ৰচুল[১৪৮] যিজন আকাশমণ্ডলী আৰু পৃথিবীৰ

---

কথা এই, হজৰত (স্ব) নিৰক্ষৰ আছিল, অথচ তেওঁ মহাজ্ঞান জগতলৈ আনিলে কেনেকৈ? সেই জ্ঞানৰ উৎপত্তিৰ আদি আৰু কাৰণ হৈছে আল্লা। তেৱেঁ হজৰতক (স্ব) ৰচুল কৰি পঠালে মানৱৰ মঙ্গলৰ নিমিত্তে, আৰু তেৱেঁই তেওঁক সেই মহাজ্ঞান নিজ প্ৰত্যাদেশ দ্বাৰা দিছিল। তাৰ ফলত তেওঁ সমগ্ৰ জগতৰ প্ৰধান উপদেশক হল। উক্ত সম্বন্ধে সমালোচনা চোৱাঁ: ৰ, ম, আহ্‌মদৰ তফ্‌চীৰ কবীৰ (ইং অনুবাদ, প্ৰথম খণ্ড পৃঃ ৮৩৮-৪১।

১৪৫। চোৱাঁ কোৰান, ২ : ৪২ আৰু টী, ৬৩ : ৬ আৰু টী। দ্বি বি, ১৮ : ১৫ ৩৮; ৩৩ : ২ চাবলগীয়া। আৰু হজৰত্ মহম্মদৰ (স্ব) আৱিৰ্ভাৱ সম্বন্ধে বাইবেলৰ ভবিষ্যৎ বাণী চোৱাঁ মথি, ১৩ : ৩১; ২৯ : ৩৪-৪০; ২৩ : ৩৯; মাৰ্ক, ১২ : ১, লুক ২০ : ৯, যোন, ১ : ২২; ১৪ : ১৬,২৬; ৬ : ৭-১৪; পাঁচনিৰ কৰ্ম্ম (Acts) ৩ : ২১-২৪।

১৪৬। কৃত্ৰিম ক্ৰিয়াকাণ্ডৰ প্ৰতি অতিৰিক্ত আসক্তি; অন্ধবিশ্বাস; বাহ্যিকতা। চোৱাঁ আজাদৰ ত,কু, পৃঃ ৩৮।

১৪৭। কোৰান, ইচ্‌লাম।

১৪৮। আগতে একোজন ৰচুল একোটা বিশেষ জাতিৰ সংশোধনৰ নিমিত্তে আছিল। কিন্তু হজৰত মহম্মদৰ (স্ব) আৱিৰ্ভাৱ সমগ্ৰ মানৱজাতিৰ নিমিত্তে, আৰু তেওঁ প্ৰচাৰ কৰা ধৰ্ম্ম, ইচ্‌লাম চিৰকলীয়া। হজৰত ইব্ৰাহিম (আ) হজৰত মুচা (আ) হজৰত ঈচা (আ) সকলো নবীয়ে যিজনৰ আবিৰ্ভাৱৰ ভবিষ্যৎ বাণী কৰিছিল সেই জনেই মহম্মদ (স্ব)।

ৰাজত্বৰ অধিকাৰী ; তেওঁত ভিন্ন আন কোনো উপাস্য নাই ; তেৱেঁই জীৱন দান কৰে, আৰু সংহাৰো তেৱেঁই কৰে ; এতেকে তোমালোকে আল্লাত, আৰু তেওঁৰ সেই ৰচুলত বিশ্বাস স্থাপন কৰা যিজন নিৰক্ষৰ নবী ( আৰু ) যিজনে আল্লাত আৰু তেওঁৰ বাণীসমূহত বিশ্বাস কৰে, আৰু তেওঁৰেই অনুসৰণ কৰা যাতে তোমালোক সুপথপ্ৰাপ্ত হোৱা।

১৬০। আৰু মুচাৰ লোকবিলাকৰ মাজত এনে এদলো আছে যিসকলে ( মানুহক ) সত্যৰ পিনে বাট দেখুওৱায় আৰু ( সিহঁতৰ মাজত ) ন্যায় বিচাৰ কৰে সত্যৰ সৈতে।

১৬১। আৰু আমি সিহঁতক বাৰটা[১৪৯] বংশত বেলেগ বেলেগ দল কৰি বিভক্ত কৰিলোঁ ; আৰু যেতিয়া মুচাৰ লোকবিলাকে তেওঁক পানী ভিক্ষা কৰিছিল আমি তেওঁক প্ৰত্যাদেশ কৰিছিলোঁ এই বুলি, লাখুটিডালেৰে শিল ডোখৰত আঘাত কৰা। তেতিয়া তাৰে পৰা বাৰটি জুৰি কাটি ওলাল ; খন্তেকতে প্ৰত্যেক দলেই নিজৰ পানী খোৱা ঠাই বাচি লৈছিল ;[১৫০] আৰু আমি মেঘৰ দ্বাৰাই সিহঁতক ছাঁ দিয়াইছিলোঁ ;[১৫১] আৰু আমি সিহঁতলৈ 'মন্না'

---

১৪৯। হজৰত ইয়াকুবৰেই ( আ ) নাম ইস্রাইল অৰ্থাৎ আল্লাৰ যদ্ধা (Soldier of God )। তেওঁৰ বাৰজন পুতেক আছিল। এজন পুতেকৰ নাম আছিল লেৱি (Levi)। মুচা ( আ ) আৰু হাৰুন ( আ ) লেৱিৰেই বংশধৰ। তেওঁৰ বংশত পুৰোহিতৰ কাৰ্য্য আছুতীয়া কৈ আছিল। সেই দেখি তেওঁলোক বাৰজাতিৰ মাজৰ নহয়। কিন্তু আৰু এজন পুতেক ইয়ুচুফৰ ( আ ) দুজন পুতেক এফ্ৰেম্ আৰু মনাচে (Ephraim and Manasseh) আছিল। এই দুজনৰ পৰা দুটা জাতি আৰু ইয়াকুবৰ ( আ ) বাকী দহজন পুতেকৰ পৰা দহোটা জাতি, মোট বাৰটা জাতিৰ উদ্ভৱ হ'ল। চোৱা ২ : ৬ আৰু টী।

১৫০। ২ : ৬১। চল্লিশ বছৰ আৰৱ মৰুভূমিত পৰিভ্ৰমণ কৰাৰ পাছত ইস্রাইলৰ সন্ততি কেনান দেশত ( Canaan ) বসতি কৰিছিল, আৰু বেলেগ বেলেগ বাৰ ডোখৰ ঠাই নিজৰ মাজতে ভাগ কৰি লৈছিল।

১৫১। চোৱা, ২ : ৫৮। চোৱা বা, মা, ৪০ : ৩৪-৩৫। মেঘ-স্তম্ভ আৰু অগ্নিস্তম্ভৰ উল্লেখো আছে, বা, ১৩ : ২১। ধৰ্মশাস্ত্ৰৰ ভাষাত মেঘৰ দ্বাৰা ছাঁ দিয়াৰ অৰ্থ হৈছে বৰষুণ পেলাই শস্য উৎপাদনৰ সহায় কৰা। ইয়াৰ পাছতে 'মন্না' আৰু 'চল্ৱাৰ' উল্লেখ আছে। তাৰ সম্বন্ধে চোৱা টী, ২ : ৫৮। কেনান দেশত বসতি কৰি ইস্রাইল সন্ততিয়ে খেতি কৰিছিল ; আৰু আল্লাৰ কৃপাৰে অলপ প্ৰযত্নতে শস্যৰ উৎপাদন বহুত হৈছিল। সেই দেখি 'নমাই পঠিয়ালোঁ' কথাষাৰ কোৱা হৈছে।

আৰু 'চলৱা' নমাই পঠাইছিলোঁ। (আমি আদেশ কৰিলোঁ) যিবিলাক বিশুদ্ধ বস্তু জীৱিকাৰূপে তোমালোকক আমি দান কৰিছোঁ তাৰে পৰা খোৱাঁ। আৰু সেইবিলাকে আমাৰ অন্যায় কৰা নাছিল, বৰং নিজৰেইহে অন্যায় কৰিছিল।

১৬২। আৰু সিহঁতক যেতিয়া কোৱা হৈছিল, তোমালোকে এইখন নগৰত বসতি কৰাঁ; আৰু ইয়াত য'ৰে ইচ্ছা ত'ৰে পৰা খোৱাঁ; আৰু তোমালোকে কোৱাঁ, (প্ৰভু), আমাৰ পাপৰ বোজা নমাই দিয়াঁ;[১৫২] আৰু তোমালোকে বিনীতভাৱে দুৱাৰেদি সোমাই যোৱাঁ। আমি তোমালোকৰ নিমিত্তে তোমালোকৰ ভ্ৰান্তিসমূহ মাৰ্জ্জনা কৰিম; অৱশ্যে সৎকৰ্ম্মীসকলক আমি দিম তাতোকৈ অধিক প্ৰতিদান।

১৬৩। কিন্তু সিহঁতৰ মাজৰ অন্যায়কাৰীবিলাকে সিহঁতক যি কথাষাৰ কোৱা হৈছিল তাৰ ঠাইত অইন একাষাৰ সলনি কৰিলে;[১৫৩] সেই কাৰণে আমি আকাশৰ পৰা সিহঁতলৈ শাস্তি নমাই পঠিয়ালোঁ, কিয়নো সিহঁতে অন্যায় কৰিছিল।

## ৰুকু ২১

জিৰণিৰ দিনৰ নিয়মাবলীৰ পৰা গা এৰোৱাবলৈ ইহুদীবিলাকৰ নানা তৰহৰ কৌশল বিৰুদ্ধাচৰণৰ ফলত সিহঁতৰ অন্তৰৰ পৰিবৰ্ত্তন; আল্লাৰ শাস্তি; জাতীয় একতাৰ ক্ষতি।

১৬৪। আৰু সমুদ্ৰপাৰত অৱস্থিত নগৰখনৰ[১৫৪] বিষয়ে তুমি সিহঁতক (বনি ইস্ৰাইলক) প্ৰশ্ন কৰাঁ,—যেতিয়া সিহঁতে জিৰণিৰ দিনৰ নিয়ম লঙ্ঘন কৰিছিল; আৰু সিহঁতৰ জিৰণিৰ দিনত সিহঁতৰ মাছবোৰ পানীৰ ওপৰলৈ ওপঙি সিহঁতৰ কাষলৈ আহিছিল, কিন্তু যিদিনা জিৰণিৰ দিনৰ নিয়ম পালন কৰা

---

১৫২। চোৱা, ২ : ৫৯ আৰু টী।

১৫৩। চোৱাঁ, ২ : ৬০ আৰু টী। সিহঁতক বিনীতভাৱে প্ৰাৰ্থনা কৰিবলৈ কোৱা হৈছিল, আৰু 'হিত্তাতুন্' (আমাৰ পাপৰ ভাৰ নমাই দিয়াঁ) কবলৈ আদেশ কৰা হৈছিল। কিন্তু সিহঁতে ধেমালি কৰি 'হিন্‌তত্‌ন' আৰু 'হব্বতুন্' (আমাক শস্য দিয়া) কৈছিল। বো, আৰু যৰীৰ।

১৫৪। লোহিত সাগৰৰ পাৰত অৱস্থিত এইলা নগৰ। ইয়াকে বাইবেলত ইলাথ. (Elath) বোলা হৈছে। চোৱাঁ, I King, ৯ : ২৬ আৰু II Chronicles, ৮ : ১৭।

নহয়, সেই মাছবোৰ সিহঁতৰ ওচৰলৈ নাহিছিল।[১৫৫] এইদৰে আমি সিহঁতক পৰীক্ষা কৰিছিলোঁ, কিয়নো সিহঁতে সীমা লঙ্ঘন কৰিছিল।

১৬৫। আৰু যেতিয়া নগৰবাসীবিলাকৰ এদলে কলে, আল্লাই যিবিলাকৰ ধ্বংস সাধন কৰিবলৈ, অথবা তেওঁ সিহঁতক কঠোৰ শাস্তি প্ৰদান কৰিবলৈ স্থিৰ কৰিছে সেইবিলাকক তোমালোকে কিয় উপদেশ দিব ধৰিছা? তেওঁলোকে কলে, তোমালোকৰ প্ৰভুৰ আগত (কৰ্ত্তব্য পালনৰ) ওজৰ দেখুওৱাবৰ অৰ্থে (উপদেশ দিছোঁ); আৰু হব পাৰে (ইয়াৰ ফলত) সিহঁত ধৰ্ম্মপৰায়ণ হৈ পৰে।

১৬৬। পিছত, সিহঁতক যি উপদেশ দিয়া হৈছিল তাক সিহঁতে বিস্মৰণ কৰিলে; যিসকলে সিহঁতক অসৎকাৰ্য্যৰ পৰা বিৰত থাকিবলৈ উপদেশ দিছিল সেইসকলক আমি ৰক্ষা কৰিলোঁ, আৰু অন্যায়কাৰীবিলাকক বিষম শাস্তিৰে আমি ধৰিলোঁ, কিয়নো সিহঁতে সীমা লঙ্ঘন কৰিছিল।

১৬৭। কিন্তু যি বিষয়ে সিহঁতক নিষেধ কৰা হৈছিল সেই বিষয়ে যেতিয়া সিহঁতে সীমা অতিক্ৰম কৰিছিল, আমি সিহঁতক কলোঁ, তোমালোক এনে বান্দৰৰ[১৫৬] অনুৰূপ হবা যি ঘৃণিত।

১৬৮। আৰু চোৱাঁ, তোমাৰ প্ৰভুৱে জাননী দিলে, পুনৰুত্থানৰ দিনলৈকে তেওঁ সিহঁতৰ ওপৰত নিশ্চয় এনে লোকবিলাকক পৰাক্ৰমশালী কৰিব যিবিলাকে সিহঁতক দাৰুণ শাস্তিৰে উৎপীড়ন কৰিব;[১৫৭] কোনো সন্দেহ নাই, তোমাৰ প্ৰভু

---

১৫৫। চোৱাঁ, ২ : ৬৬ আৰু টী। শনিবাৰে, জিৰণিৰ দিনা, ইহুদীবিলাকৰ পক্ষে বেহা বেপাৰ নিষিদ্ধ আছিল। তেওঁলোকৰ কিছুমানে মাছৰ ব্যৱসা কৰিছিল। শনিবাৰে মাছ ধৰিব নোৱাৰি নানা তৰহৰ ছলনা উলিয়াইছিল, যাতে ব্যৱসায়ো চলি থাকে আৰু জিৰণিৰ দিনৰ নিয়মো পালন কৰা হয়। অ-ইহুদীবিলাকৰ হাতে শনিবাৰে মাছ ধৰাইছিল, আৰু পাছ দিনা তাকে বেচি অধিক লাভ কৰিছিল। কেতিয়াবা খাল কাটি মাছ তাতে আবদ্ধ ৰাখিছিল; পাছ দিনা উলিয়াই বেচিছিল। এনে ৰাগি মৰা আচৰণৰ এই আয়তত নিন্দা কৰা হৈছে।

১৫৬। চোৱাঁ ২ : ৬৬ আৰু টী; আৰু ২ : ৬১,২। সিহঁত বান্দৰ হোৱা নাছিল; সিহঁতৰ মনত বান্দৰৰ প্ৰবৃত্তি জন্মিছিল। চোৱাঁ ব, ম, আহ্মদৰ ত, ক, পৃঃ ১৩২ (ইংৰাজী অনুবাদ)। আজাদেও এই অৰ্থকে লৈছে। তেওঁ মুযাহিদৰ অৰ্থ উদ্ধৃত কৰিছে, 'মচখত্ কলুবুহম্', সিহঁতৰ অন্তৰৰ পৰিবৰ্ত্তন ঘটিছিল। (— ত, কু, পৃঃ ৪০, খণ্ড ১।

১৫৭। চোৱাঁ, দ্বি, বি, ১১ : ২৮, আৰু ২৮ : ৪১।

শাস্তি দিয়াত ক্ষিপ্ৰ; আৰু (তথাপি) তেওঁ নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১৬৯। আৰু আমি সিহঁতক পৃথিবীত বিভিন্ন দলত[১৫৮] বিভক্ত কৰিছিলোঁ; সিহঁতৰে ভিতৰত কিছুমান ধাৰ্ম্মিক আছিল, আৰু সিহঁতৰে ভিতৰত কিছুমান আছিল সিহঁতৰ বিপৰীত; আৰু আমি সিহঁতক পৰীক্ষা কৰিছিলোঁ মঙ্গলেৰে, আৰু অমঙ্গলেৰেও, সিহঁতে যেন আমাৰ পিনে উভতি আহে।

১৭০। আৰু সিহঁতৰ পিছত সিহঁতৰ ঠাই লবলৈ (অযোগ্য) বংশধৰ-বিলাক আহি ধৰ্ম্মপুথিৰ উত্তৰাধিকাৰী হ'ল; সিহঁতে এই অধম পাৰ্থিব জীৱনৰ তুচ্ছ সম্বল গ্ৰহণ কৰে, আৰু কয়, ইয়াৰ বাবে আগলৈ আমাক ক্ষমা কৰা হব। কিন্তু যদি পুনৰায় তেনে সম্বল সিহঁতৰ হাতলৈ আহে তাকো সিহঁতে (অলপো দ্বিধা নকৰি) গ্ৰহণ কৰে। ধৰ্ম্মপুথিত সিহঁতৰ পৰা এই কথাৰ চুক্তি লোৱা[১৫৯] হোৱা নাই নে যে সিহঁতে আল্লাৰ সম্বন্ধে সত্য ভিন্ন একোকে নকব? অথচ পুথিত যি আছিল সিহঁতে পাঠ কৰিছিল। আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলৰ নিমিত্তে পৰকালৰ বাসস্থান অতি উত্তম। তোমালোকে এতিয়াও বুজি পোৱা নাই নে?

১৭১। আৰু (সিহঁতৰ মাজৰ) যিসকলে ধৰ্ম্মপুথি দৃঢ়কৈ ধৰি থাকে আৰু নমাজৰ অনুষ্ঠান কৰে সেই সংশোধনকাৰীসকলৰ প্ৰতিদান আমি নিশ্চয় নষ্ট হবলৈ নিদিওঁ।

১৭২। আৰু যেতিয়া আমি সিহঁতৰ ওপৰত পৰ্ব্বতক জোকাৰ খুৱাইছিলোঁ,[১৬০] ই (ঘৰৰ) চালৰ দৰে লৰিব ধৰিছিল, আৰু সিহঁতে ভাবিছিল, সেই পৰ্ব্বত সিহঁতৰ ওপৰতেই পৰিব, (আমি কৈছিলোঁ) আমি তোমালোকক যি

---

১৫৮। ইহুদীবিলাকৰ মাজত নক নক নানা সম্প্ৰদায়ৰ সৃষ্টি হ'ল; আৰু পৃথিবীৰ নানা দেশত সিহঁতে বাস কৰিব ধৰিলে। তেওঁলোকৰ জাতীয় একতা দুৰ্ব্বল হৈ পৰিল। যোৱা কেই বছৰৰ মাজত এটা ইহুদী কেন্দ্ৰ (Zionist Home) স্থাপন কৰিবৰ আন্দোলন চলিছে; আৰু পেলেষ্টাইনত এখন ইস্ৰাইল ৰাজ্যৰ উদ্ভৱ হৈছে (State of Israel)।

১৫৯। বা, যা, ১৯ : ৫-৮; ২৪ : ৩, ইত্যাদি।

১৬০। চোৰী, ২ : ৬৪ আৰু টী; আৰু ২ : ৯৪; ৪ : ১৫৫। এটা ভীষণ ভূমিকম্প হ'ল; আৰু বনি ইস্ৰাইল তলেদি আহিছিল। পৰ্ব্বত ভূমিকম্পত ভাগি পৰা এটা সাধাৰণ দৃশ্য। সিহঁতে ভয় কৰিছিল, জানোচা পৰ্ব্বতৰ এডোখৰ সিহঁতৰ ওপৰত পৰি সিহঁতক সংহাৰ কৰে। আৰবী শব্দ 'আন্-নত্ক'ৰ অৰ্থ, কোনো ডাঙৰ জোকাৰ বা কঁপনি খুলি কাঢ়ুচে লিখিছে।

দান কৰিছোঁ তাকে পূৰ্ণ শক্তিৰে ধৰি থাকাঁ, আৰু তাত যি ( আদেশসমূহ ) আছে তাকে সুঁৱৰি থাকিবা, যাতে তোমালোকে পাপৰ পৰা ৰক্ষা পাব পাৰা।

## ৰুকু ২২

এক অদ্বিতীয় আল্লাত বিশ্বাস কৰা মানৱ-প্ৰকৃতিত নিহিত; যিবিলাকে নিকৃষ্ট বাঞ্ছাৰ অনুসৰণ কৰে সিহঁতে পাৰমাৰ্থিক সুখ-শান্তি এৰি নিজৰ আধ্যাত্মিক অৱনতি আৰু পতনৰ সহায় কৰে; কুকুৰৰ উপমা; আল্লাৰ গুণসমূহ উৎকৃষ্ট; তেওঁত অসম্পূৰ্ণতা নাই।

১৭৩। আৰু ( মনত পেলোৱাঁ ) যেতিয়া তোমাৰ প্ৰভুৱে আদমৰ সতি-সন্ততিৰ ঔৰষৰ পৰা সিহঁতৰ যি বংশধৰ সৃষ্টি হবলগীয়া আছিল সেই-বিলাকৰ পৰা অঙ্গীকাৰ লৈছিল, আৰু সিহঁতক নিজৰেই সম্বন্ধে সাক্ষী কৰিছিল তেতিয়া ( তেওঁ এই প্ৰশ্ন কৰিছিল, ) মই তোমালোকৰ প্ৰভু নহওঁ নে? সিহঁতে উত্তৰ দিছিল, হয়, ( তুমিয়ে আমাৰ প্ৰভু ), আমি এই বিষয়ে সাক্ষী থাকিলোঁ।[১৬১] ( এনে সাক্ষী লোৱাৰ অৰ্থ এই ) যাতে পুনৰুত্থানৰ দিনা তোমালোকে এই বুলি নোকোৱা—বাস্তৱতে আমি এই বিষয়ে অজ্ঞাত আছিলোঁ;

১৭৪। অথবা তোমালোকে এই বুলি নোকোৱা, অতীতত কেৱল আমাৰ পিতৃপুৰুষে আনক আল্লাৰ সমানে উপাস্য পাতিছিল, আৰু তেওঁলোকৰ পাছত আমি তেওঁলোকৰেই বংশধৰ; ( হে আমাৰ প্ৰভু, ) সত্যক অসত্য কৰোঁতা-বিলাকে[১৬২] কৰা কাৰ্য্যৰ বাবে তুমি আমাৰ বিনাশ কৰিবা নে?

১৭৫। আৰু এইদৰেই আমি নিদৰ্শনসমূহ বিস্তাৰিতভাৱে ব্যক্ত কৰোঁ ( যাতে সিহঁতে চিন্তা কৰে ) আৰু যাতে সিহঁতে ( সত্যৰ পিনে ) উভতি আহে।

---

১৬১। এই আয়তে এটা মহৎ সত্য চুক্তিৰ আকাৰত বৰ্ণনা কৰিছে। আল্লাৰ অস্তিত্বৰ বিষয়ে মানুহৰ নিজ প্ৰকৃতিয়ে সাক্ষী দিয়ে। মানুহতকৈয়ো শ্ৰেষ্ঠ আৰু অধিক শক্তিশালী এজন আছে এই কথা মানি লোৱাটো মানুহৰ পক্ষে স্বাভাৱিক। গতিকে এনে বিশ্বাস দেশ আৰু কালৰ সীমাবদ্ধ নহয়। আল্লাৰ অস্তিত্ব আৰু একত্বৰ ওপৰত ইচ্‌লামৰ স্থিতি। মানৱ প্ৰকৃতিৰ লগত ইচ্‌লামৰ সমন্বয় আছে। চোৱাঁ, ৩০ : ৩০। সেই কাৰণে ইচ্‌লামৰ দাবী যে ই প্ৰাকৃতিক, সৰ্ব্বভৌমিক আৰু চিৰকলীয়া ধৰ্ম।

১৬২। তৌহীদ, আল্লাৰ একত্ব হৈছে সত্য; শিৰ্‌ক, বহু ঈশ্বৰত বিশ্বাস হৈছে অসত্য। 'আৰু তুমি কোৱাঁ, সত্য আহি পালে আৰু অসত্য আঁতৰ হল; বাস্তৱতে অসত্যৰ কোনো স্থিতি নাই।' ১৭ : ৮২।

১৭৬। আৰু তুমি সিহঁতৰ আগত সেইজনৰ[১৬৩] কথা উল্লেখ কৰা যিজনক আমি আমাৰ নিদৰ্শনসমূহ দান কৰিছিলোঁ, কিন্তু সি সেইবিলাকৰ পৰা আঁতৰিহে গৈছিল ; গতিকে তাৰ পিছে পিছে শয়তান যাব ধৰিলে ; তাৰ ফলত সি বিপথগামীবিলাকৰ এজন হৈ পৰিল।

১৭৭। আৰু আমি ইচ্ছা কৰা হলে সেই নিদৰ্শনসমূহ দ্বাৰা তাক নিশ্চয় ওপৰলৈ তুলিলোঁহেতেন, কিন্তু সি পৃথিবীৰ ফাললৈ ঢাল ল'লে, আৰু তাৰ নিকৃষ্ট কামনাৰ অনুসৰণ কৰিছিল।[১৬৪] গতিকে এনে জনৰ উপমা এটা (পিপাসু) কুকুৰৰ অনুৰূপ ; যদি তাক কষ্ট দিয়া সি জিভা উলিয়ায় ; অথবা যদি তুমি তাক ( বাধা নিদি ) এৰি দিয়া তেনেহলেও সি জিভা উলিয়ায় ;[১৬৫] যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰে সেইবিলাকৰ উপমা এয়ে ; গতিকে তুমি এনে বিবৰণ ( সিহঁতৰ আগত ) বৰ্ণনা কৰা, যাতে সিহঁতে চিন্তা কৰি চায়।

১৭৮। যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল সিহঁতৰ উপমা কেনে নিকৃষ্ট ! আৰু ( প্ৰকৃততে ) সিহঁতে নিজৰেই অন্যায় কৰিছিল।

১৭৯। আল্লাই যিজনক পথপ্ৰদৰ্শন কৰে সেইজনেই সুপথপ্ৰাপ্ত ; আৰু যিবিলাকক আল্লাই বিপথে যাবলৈ দিয়ে সেইবিলাক হৈছে ক্ষতিগ্ৰস্ত লোক।

১৬৩। ইব্‌নে আব্বাচ্, মচ্'উদ, আৰু মুযাহিদৰ মতে ইয়াত বল্'অম্—বিন্-বা'উৰৰ কথা কোৱা হৈছে ; বাইবেলতো 'বিল্‌য়মৰ' উল্লেখ আছে।—গণনা, অধ্যায় ২২, ২৩ আৰু ২৪।

কিছুমানে আবুযহল বা আব্দুল্লা-বিন্-উবইৰ নিৰ্দ্দেশ দিছে। মৌলানা আজাদে আৰবৰ কবি উমইয়া বিন্-আব্দুল্লাৰ নাম উল্লেখ কৰিছে। কিন্তু এজন বিশেষ মানুহৰ নাম উল্লেখ কৰাৰ আৱশ্যক নাই। প্ৰকৃততে এনে মানুহক বুজাইছে যাৰ বিদ্যা বুদ্ধি আছে কিন্তু পৰমাৰ্থিক সত্য জানিবৰ অনুভূতি নাই। এনে মানুহক শয়তানে প্ৰলোভনত পেলাবলৈ সহজে সুযোগ পায়। পিছত বিদ্বান হৈয়ো এনে মানুহ বিপথগামী হয়।

১৬৪। সি পৰমাৰ্থিক জ্ঞান আৰু সুখ-শান্তিক পিঠি দি অসাৰ, হীন পাৰ্থিব আকাঙ্ক্ষাবোৰলৈ আকৃষ্ট হয়।

১৬৫। এই উপমা দ্বাৰা এই সত্যকে সুপ্ৰকাশিত কৰা হৈছে, যি মানুহে নিকৃষ্ট কামনাৰ অনুসৰণ কৰে তাৰ অন্তৰত কামনাৰ জুই জলি থাকে। তাৰ অৱস্থাৰ কোনো পৰিবৰ্ত্তন নহয়। আল্লাৰ নিদৰ্শন নেদেখিলেও অবিশ্বাসী হৈ থাকে আৰু দেখিলেও সেই একে অৱস্থাতে থাকে।

১৮০। আৰু স্বৰূপতে আমি বহুসংখ্যক এনে যিন আৰু মানৱ সৃষ্টি কৰিছোঁ যিবিলাকৰ গন্তব্য স্থান নৰক ;[১৬৬] সিহঁতৰ অন্তৰসমূহ আছে কিন্তু তাৰ দ্বাৰা সিহঁতে বুজি নাপায় ; আৰু সিহঁতৰ নয়নসমূহ আছে কিন্তু তাৰে সিহঁতে দেখা নাপায় ; আৰু সিহঁতৰ কাণসমূহ আছে কিন্তু তাৰে সিহঁতে শুনি নাপায় ; ইহঁত বুদ্ধিহীন পশুৰ সদৃশ, বৰং তাতোকৈ অধিক বিভ্ৰান্ত ;[১৬৭] যিবিলাক (একেবাৰে) আওকণীয়া সিবিলাক ইহঁতেই।

১৮১। আৰু সকলো উৎকৃষ্ট নামসমূহৰ[১৬৮] যোগ্য আল্লা ; সুতৰাং সেইবোৰ নাম মনত ৰাখি তেওঁক আহ্বান কৰিবা ; আৰু যিবিলাকে তেওঁৰ নামসমূহ লৈ বিকৃত মনোভাৱ পোষণ কৰে[১৬৯] সেইবিলাকৰ সঙ্গ পৰিত্যাগ কৰা। অদূৰ ভৱিষ্যতে যি কাৰ্য্য, সিহঁতে কৰিছিল তাৰ বাবে সিহঁতক নিশ্চয় ( উচিত ) প্ৰতিফল দিয়া হব।

১৮২। আৰু আমি সৃষ্টি কৰা লোকবিলাকৰ মাজত এনে এটা দলো আছে যি ( মানুহক ) পথ প্ৰদৰ্শন কৰে[১৭০] সত্যৰ সৈতে, আৰু তাৰে সৈতে ( সকলোৰে লগত ) ন্যায় আচৰণ কৰি থাকে।

---

১৬৬। আৰবীত আছে 'লে-যহন্নমা'। কিছুমানে অনুবাদ কৰিছে, 'নৰকৰ নিমিত্তে', কিন্তু এনে অনুবাদৰে আচল অৰ্থ নোলায়। ইয়াত যি 'লাম' আছে তাক 'লামে' আকেবৎ' বোলে, অৰ্থাৎ শেষ অৱস্থা বুজাবলৈ এই লাম ব্যৱহাৰ হয়। অৰ্থ হব, আমি এনে মানুহো সৃষ্টি কৰিছোঁ যি গোটেই জীৱনত অন্যায় আচৰণ কৰি নৰকৰ বাট ধৰে আৰু শেহত নৰকৰ অধিবাসী হয়।

১৬৭। মানুহক আল্লাই বুদ্ধি, জ্ঞান, আৰু বিবেক দিছে ; পশুক দিয়া নাই।

১৬৮। ইয়াত নামৰ অৰ্থ গুণ। কোৰান আৰু হদীছৰ পৰা আমি আল্লাৰ ৯৯টা নাম পাওঁ ; তাৰ মাজত 'আল্লাহ' হৈছে ব্যক্তিবাচক আৰু বাকী ৯৮টা নাম গুণ-বাচক। এই নামবিলাকৰ অৰ্থ ভালকৈ বুজিলে ইচ্‌লামে আল্লাৰ কি ধাৰণা মানৱজাতিৰ আগত দাঙি ধৰিছে বুজিব পাৰি। চোৱা, ১৭ : ১১১।

১৬৯। আল্লাৰ সম্বন্ধে এনেবিলাক গুণ নিৰ্ণয় কৰা যি আল্লাৰ যোগ্য নহয় বা যি আল্লাৰ সম্পূৰ্ণতাৰ বিৰুদ্ধে যায়।

১৭০। কোৰানৰ ভিতৰত বহু ঠাইত আমি এই শিক্ষা পাওঁ যে মানুহ নিজেও ধৰ্ম-পৰায়ণ হব লাগে, আৰু আন মানুহকো নিজৰ দৃষ্টান্ত আৰু আচৰণ দ্বাৰা ধৰ্মৰ ফালে আকৃষ্ট কৰিব লাগে।

# ৰুকু ২৩

শাস্তি অহাৰ আগতে আল্লাই মানুহক সংশোধনৰ যথেষ্ট সময় দিয়ে ; হজ্ৰত
ৰচুলৰ (ছ) উন্মত্ততা নাই ; তেওঁ সত্য প্ৰতিষ্ঠিত কৰে,
আৰু তেওঁৰ কামত যিবিলাকে বাধা দিছে সিহঁতে
আল্লাৰ শাস্তি ভোগ কৰিব ; ক্বিয়ামত
সম্বন্ধে সিহঁতৰ প্ৰশ্ন আৰু
হজ্ৰতৰ (ছ) উত্তৰ।

১৮৩। আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহক মিছা ভাবি অগ্ৰাহ্য কৰে সিহঁতক আমি ক্ৰমান্বয়ে[১৭১] (শেষ অৱস্থালৈ) এনে ভাৱে লৈ যাম যে সিহঁতে তাৰ গমকে নাপাব।

১৮৪। আৰু সিহঁতক মই (যথেষ্ট) অৱসৰ দিম, (কিয়নো) কোনো সন্দেহ নাই মোৰ কৌশল[১৭২] সুদৃঢ়।

১৮৫। সিহঁতে চিন্তা নকৰে নে, সিহঁতৰ সহচৰজনৰ[১৭৩] কোনো উন্মত্ততা নাই, বৰং তেওঁ এজন প্ৰত্যক্ষ সতৰ্ক কৰোঁতা মাথোন ?

১৮৬। আকাশমণ্ডলী আৰু পৃথিবীৰ ৰাজত্বলৈ, আৰু আল্লাই যি বস্তু সৃষ্টি কৰিছে তালৈ সিহঁতে লক্ষ্য নকৰে নে ? আৰু (সিহঁতে নাভাবে নে) হব পাৰে সিহঁতৰ নিৰ্দ্দিষ্ট সময় ওচৰ চাপিছেহি প্ৰায় ?[১৭৪] (এইবোৰ ভাবি-চিন্তিও যদি কোনো লাভ নহয়) ইয়াৰ পিছত আন কি কথাত সিহঁতে বিশ্বাস কৰিব ?

---

১৭১। দুষ্কাৰ্য্যৰ শাস্তি আছে, কিন্তু সেই শাস্তি আল্লাৰ বিধান মতে ক্ৰমে ক্ৰমে আহে। আল্লাই পাপীক অনুতাপ আৰু পাপ বৰ্জ্জন কৰিবৰ কাৰণে যথেষ্ট সুযোগ দিয়ে।

১৭২। আৰ্‌বী শব্দ 'কইদ্' ইয়াত আছল আৰু ভাল অৰ্থত ব্যৱহাৰ কৰা হৈছে,—সূক্ষ্মতম বিষয়বোৰ, আৰু সেইবোৰৰ পৰস্পৰৰ সম্বন্ধ আৰু শৃঙ্খলালৈ লক্ষ্য ৰাখি কোনো মহৎ কাৰ্য্য সম্পন্ন কৰা।

১৭৩। হজ্ৰত ৰচুল (ছ) আকাশৰ পৰা হঠাৎ নামি অহা নাই। তেওঁ বহুকাল সিহঁতৰ মাজতে বাস কৰে আৰু সিহঁতৰ লগতে ফুৰা চকা কৰে। সিহঁতে ভালকৈ জানে তেওঁ বলিয়া নহয় ; কিন্তু তেওঁ এক আল্লাৰ ফালে সিহঁতক আহ্বান কৰিছে দেখি সিহঁতে তেওঁক বুদ্ধিহীন, উন্মাদ বুলি কয়।

১৭৪। বদৰৰ যুদ্ধত আল্লাৰ শাস্তি নামিলে। কোৰেইশৰ তালেমান নেতা নিহত হ'ল। যিজন আল্লাৰ হাতত বিশ্বজগতৰ পৰিচালনাৰ অধিকাৰ তেওঁৰ বাণীত যদি সিহঁতে বিশ্বাস নকৰে তেন্তে আৰু কাৰ বাক্যত বিশ্বাস কৰিব ?

১৮৭। আল্লাই যাক ভ্ৰান্তিত পৰিবলৈ দিয়ে তাৰ পথপ্ৰদৰ্শক কেও নাই ; আৰু তেওঁ সিহঁতক সিহঁতৰ অবাধ্যতাত অন্ধৰ দৰে খেপিয়াই ফুৰিবলৈ এৰি দিয়ে।[১৭৫]

১৮৮। সিহঁতে তোমাক (পুনৰুত্থানৰ) সময়[১৭৬] সম্বন্ধে প্ৰশ্ন কৰে : সেই সময়ৰ আগমন হ'ব কেতিয়া ? (উত্তৰত) তুমি কোৱাঁ, তাৰ জ্ঞান কেৱল মোৰ প্ৰভুৰ কাষত ; যথা সময়ত সেই গূঢ়তত্ত্ব তেওঁৰ বাহিৰে আন কোনেও প্ৰকাশ কৰিব নোৱাৰে ; আকাশমণ্ডলী আৰু পৃথিৱী তাৰ ভাৱেৰে ভাৰাক্ৰান্ত ;[১৭৭] অকস্মাতেহে ই তোমালোকৰ ওচৰ পাবহি। সিহঁতে তোমাক প্ৰশ্ন কৰে, তুমি যেন সেই বিষয়ে সকলো পৰিজ্ঞাত। তুমি কোৱাঁ, প্ৰকৃত কথা এই, কেৱল আল্লাৰেই ওচৰত আছে তাৰ জ্ঞান ;[১৭৮] কিন্তু মানুহৰ সৰহভাগেই একোকে নাজানে।

১৮৯। কোৱাঁ, আল্লাই যিমানখিনি ইচ্ছা কৰে তাৰ বাজে মোৰ নিজৰেই মঙ্গল আৰু অমঙ্গল সাধন কৰিবলৈ কোনো ক্ষমতা নাই ; আৰু মই অদৃশ্যত কি আছে জনা হ'লে নিশ্চয় নিজৰ নিমিত্তে মঙ্গলৰ প্ৰাচুৰ্য্য লাভ কৰিলোঁহেতেন, আৰু অমঙ্গলে মোক স্পৰ্শও নকৰিলেহেতেন ; মই এজন সতৰ্ক কৰোঁতা

---

১৭৫। চোৱাঁ, ২ : ১৬।

১৭৬। আৰ্‌বী শব্দ 'অচ্-চা'অৎ', মানে নিৰ্দিষ্ট সময়। (১) কিয়ামৎ অৰ্থাৎ পুনৰুত্থান আৰু মহাবিচাৰৰ দিন। (২) সাধাৰণ অৰ্থ ল'লে সেই দিন বুজাব যিদিনা সত্যৰ বিৰোধীবিলাকৰ ওপৰত আল্লাৰ ভাঙৰ শাস্তি ব্যাপকভাৱে পৰি সিহঁতৰ ধ্বংস সাধন কৰিব।

১৭৭। (১) সেই প্ৰতিশ্ৰুত গুৰুতৰ ঘটনা আকাশ আৰু পৃথিৱী জুৰি ঘটিব।

(২) 'গ্ৰহ নক্ষত্ৰকলৈ এটা গুৰুতৰ ঘটনা হ'ব' :—আজাদ, ১ম খণ্ড, পৃঃ ৪৭।

(৩) সেই ঘটনাই আমাৰ চিন্তা আৰু জীৱনত বিশৃঙ্খলা জন্মাব। ইয়ুচেক্ আলি, পৃঃ ৩৯৭

(৪) 'আকাশমণ্ডলী, অৰ্থাৎ ফিৰিশ্‌তাসকল ; পৃথিৱী, অৰ্থাৎ মানৱজাতি। সেই শাস্তি ফিৰিশ্‌তাসকলেও ৰখাবলৈ টান পায়, আৰু মানুহেও সহ্য কৰিব নোৱাৰে।' —ব, ম, আহমদ, ত, ক, পৃঃ ৮৫৫।

১৭৮। চোৱাঁ, বা, মাৰ্ক, ১৩ : ৩২-৩৩। 'সেইদিন আৰু সেই সময় কোনো মানুহে নাজানে, আকাশৰ দূতবিলাকে আৰু পুত্ৰই নাজানে ; জানে কেৱল পিতাকে'।

মাথোন, আৰু মই সেই লোকসকলৰ নিমিত্তে আনন্দ-বাৰ্ত্তা বহন কৰোঁতা যিসকলে বিশ্বাস স্থাপন কৰিছে।[১৭৯]

## ৰুকু ২৪

মানৱৰ উৎপত্তি ; বহু-ঈশ্বৰবাদৰ কুফল ; মিছা উপাস্তবিলাকে উপাসকৰ প্ৰাৰ্থনাৰ উত্তৰ দিব নোৱাৰে আৰু তাক সহায়ো কৰিব নোৱাৰে ; ইচ্‌লামৰ শত্ৰুবিলাকৰ বিৰুদ্ধাচৰণ ; ৰছুলৰ (স্ব) সিহঁতক ক্ষমাদান ইচ্‌লামৰ আভ্যন্তৰিকতা।

১৯০। তেৱেঁই তোমালোকক এক আত্মাৰ[১৮০] পৰা সৃজন কৰিছে আৰু তাক একে প্ৰকৃতিৰ[১৮১] সঙ্গী দিছে, সি যেন তাইৰ সঙ্গত শান্তি লাভ কৰে ; পিছত তাইৰে সৈতে সংশ্ৰৱৰ ফলত তাই লঘু ভাৰ বহন কৰিবলৈ ধৰে, আৰু তাকে লৈ ফুৰা-চকা কৰে ; কিন্তু যেতিয়া ক্ৰমে তাইৰ ভাৰ গধুৰ হয়, উভয়ে সিহঁতৰ প্ৰভু আল্লাক প্ৰাৰ্থনা কৰে, (হে প্ৰভু) তুমি যদি আমাক সুসন্তান[১৮২] দান কৰা আমি নিশ্চয় (তোমাৰ) শলাগ লৈ থাকিম।

১৯১। যেতিয়া তেওঁ সিহঁতক সুসন্তান দিলে; সিহঁতে তেওঁ যি দান কৰিছিল তাত অইনক তেওঁৰ অংশী পাতিলে ; কিন্তু যাক সিহঁতে তেওঁৰ অংশী পাতিছিল তাতোকৈ আল্লা অতি মহান্।[১৮৩]

---

১৭৯। মন কৰিব লগীয়া, হজ্‌ৰতে (স্ব) ঐশ্বৰিকতাৰ বা ঐশ্বৰিকতাৰ কোনো ভাগৰেই দাবী কৰা নাই। কি প্ৰাঞ্জল ভাবে আৰু আন্তৰিকতাৰে তেওঁ কৈছে, তেওঁ এজন মানৱ মাথোন। তেওঁক আল্লাই মানৱক সতৰ্ক কৰিবলৈ আৰু বিশ্বাসী ন্যায়পৰায়ণ সকলক শুভ সংবাদ দিবলৈহে পঠাইছে। ইয়াতকৈ অধিক তেওঁৰ কোনো দাবী নাই।

১৮০। মানুহৰ আদি এক, ভিন ভিন নহয়। (১) আদম, (২) পুৰুষ আৰু নাৰী একে আত্মাৰ পৰা উদ্ভৱ হৈছে। চোৱা, ৪ : ১।

১৮১। আৰ্‌বী শব্দ হৈছে 'মিন্‌হা' অৰ্থ, তাৰে পৰা। নাৰী বেলেগ প্ৰাণী নহয় ; প্ৰাণীস্বৰূপ পুৰুষ আৰু নাৰীৰ আদি এক, প্ৰকৃতি এক।

১৮২। শাৰীৰিক সুস্থতা, মানসিক সবলতা, আৰু ভাল প্ৰবৃত্তি থকা সন্তান বুজাইছে।

১৮৩। ভাল প্ৰবৃত্তিৰ সন্তান আল্লাৰ বহুমূলীয়া দান। কেৱল আল্লাৰহে শলাগ লৈ তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰিব লাগে, যেন সেই সন্তান ডাঙৰ দীঘল হৈ আল্লাৰ পথত চলে।

১৯২। সিহঁতে এনেবিলাকক আল্লাৰ অংশী পাতে নে যিবিলাকে একোকে সৃষ্টি নকৰে, বৰং সিহঁতকহে সৃজন কৰা হৈছে ?[১৮৪]

১৯৩। আৰু সেই অংশীবিলাক সিহঁতক সহায় কৰিবলৈ অসমৰ্থ, আৰু নিজকো সহায় কৰিবলৈ সিহঁত অক্ষম।

১৯৪। আৰু যদি তোমালোকে সিহঁতক সুপথৰ ফাললৈ আহ্বান কৰা, সিহঁতে তোমালোকৰ অনুসৰণ নকৰে। সিহঁতক তোমালোকে আহ্বান কৰা, নাইবা নীৰৱে থাকা তোমালোকৰ পক্ষে দুইটাই সমান।

১৯৫। আল্লাক এৰি যিবিলাকক তোমালোকে আহ্বান কৰা সেইবিলাক অৱশ্যে তোমালোকৰেই অনুৰূপ দাস।[১৮৫] এতেকে, তোমালোক যদি সত্যবাদী হোৱা, সিহঁতক আহ্বান কৰি চোৱাঁ, সিহঁতে তোমালোকৰ প্ৰাৰ্থনাৰ[১৮৬] উত্তৰ দিয়ে নে।

১৯৬। এই মূৰ্ত্তিবিলাকৰ ভৰিসমূহ আছে নে যাৰে সিহঁতে খোজ লব পাৰে, বা সিহঁতৰ হাতসমূহ আছে নে যাৰে সিহঁতে ধাৰণ কৰিব পাৰে, বা সিহঁতৰ নয়নসমূহ আছে নে যাৰে সিহঁতে দেখিব পাৰে, বা সিহঁতৰ কাণসমূহ আছে নে

---

হজ্ৰতে (স্ব) কৈছে সন্তানক আল্লাই উত্তম প্ৰবৃত্তি দি সৃষ্টি কৰে, কিন্তু বাপেক-মাকে তাক ইহুদী বা খৃষ্টিয়ান কৰে। অৰ্থ এই, যদি সন্তানৰ প্ৰবৃত্তি বিকৃত হয় সি বাপেক মাকৰ দোষত।

১৮৪। আৰবৰ মুশ্ৰিক্‌বিলাকে (বহু-ঈশ্বৰবাদী বিলাকে) সন্তান ওপজাৰ বাবে কোনো এজন দেৱতাৰ নামত নৈবেদ্য দিছিল। হজ্ৰতে সিহঁতক বুজাইছিল, তেনে দেৱ-দেৱীৰ সন্তান দিবৰ কোনো ক্ষমতা নাই, আৰু আন ঐশ্বৰিক ক্ষমতাও নাই। এতেকে সিহঁত পূজনৰ যোগ্য নহয়।

১৮৫। 'আব্‌দ্‌' শব্দৰ অৰ্থ দাস, 'ইবাদ' হৈছে তাৰে বহুবচন। যিজনে উপাসনা কৰে সেইজনক 'আব্‌দ্‌' বোলে, আৰু যিজন উপাসনাৰ যোগ্য সেইজনক 'মা'বুদ' বোলে। ইচ্‌লামৰ শিক্ষা এই, মা'বুদ একমাত্ৰ আল্লা, আৰু মানুহ, আৰু আকাশ আৰু পৃথিৱীত যি আছে 'মা'বুদ নহয়, 'আব্‌দ্‌'। গতিকে সূৰ্য্য, চন্দ্ৰ, নক্ষত্ৰ, শিল, গছ, মূৰ্ত্তিৰ পূজা নকৰি এক আল্লাক পূজা কৰিব লাগে। এয়ে তৌহীদৰ শিক্ষা।

১৮৬। কোৰানৰ মতে আল্লাৰ অস্তিত্বৰ ডাঙৰ প্ৰমাণ এই যে আল্লাই মানুহৰ প্ৰাৰ্থনাৰ উত্তৰ প্ৰদান কৰে। যিবিলাকক মুশ্‌ৰিকে উপাস্য বুলি ধৰিছে সেইবিলাকে প্ৰাৰ্থনাৰ উত্তৰ দিব বা কোনো প্ৰকাৰ সাহায্য কৰিব নোৱাৰে।

আৰে সিহঁতে শুনিব পাৰে? তুমি কোৱাঁ, তোমালোকে পাতি লোৱা (আল্লাৰ) অংশীবিলাকক আহ্বান কৰাঁ, তাৰ পিছত তোমালোক সকলোৱে মিলি মোৰ বিৰুদ্ধে চক্ৰান্ত কৰাঁ, আৰু মোক অলপো অৱসৰ নিদিবা।[১৮৭]

১৯৭। বাস্তৱতে মোৰ সংৰক্ষক হৈছে আল্লা, যিজনে এই ধৰ্ম্মপুথি ক্ৰমান্বয়ে নমাই পঠিয়াইছে; আৰু তেৱেঁই ধৰ্ম্মপৰায়ণসকলক ৰক্ষা কৰে।

১৯৮। আৰু তেওঁক এৰি যিবিলাকক তোমালোকে আহ্বান কৰা, সেইবিলাকৰ তোমালোকক সহায় কৰিবৰ শক্তি নাই, আৰু নিজকো সহায় কৰিবলৈ সিহঁত অক্ষম।

১৯৯। আৰু তোমালোকে সিহঁতক সুপথলৈ আহ্বান কৰিলে সিহঁতে কাণ দি নুশুনে; আৰু তুমি সিহঁতক দেখি পাবা সিহঁতে তোমাৰ পিনে একেথিৰে চাই আছে,[১৮৮] অথচ সিহঁতে একোকে নেদেখে।

২০০। তুমি ক্ষমাৰ[১৮৯] নীতি গ্ৰহণ কৰাঁ, আৰু আদেশ দিয়াঁ ন্যায় আচৰণৰ; আৰু জ্ঞানহীনবিলাকৰ পৰা আঁতৰি থাকিবা।

২০১। আৰু শ্বয়তানৰ ফালৰ পৰা কু-প্ৰেৰণাই[১৯০] তোমাক যদি উদগনি দিয়ে তেন্তে (সেই মুহূৰ্ত্তে) আল্লাৰ আশ্ৰয় প্ৰাৰ্থনা কৰিবা; ইয়াত সন্দেহ নাই তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

---

১৮৭। কি সাহেৰে হজ্ৰত ৰচুলে (স্ব) ইচ্লামৰ শত্ৰুবিলাকক নিজৰ বিৰুদ্ধে থিয় দিবলৈ আহ্বান কৰিছে! আল্লাত তেওঁৰ কি দৃঢ় বিশ্বাস—আল্লাই তেওঁক সিহঁতৰ সকলোৰে বিৰুদ্ধে সাহায্য কৰিব, আৰু সিহঁতে তেওঁৰ অলপো ক্ষতি কৰিব নোৱাৰিব!

১৮৮। সিহঁতৰ শৰীৰৰ চকু আছে কিন্তু অন্তৰৰ চকু নাই। ৰচুল (স্ব) যে সত্য পথত আছে তাক সিহঁতে দেখিও নেদেখে।

১৮৯। শত্ৰুবিলাকে তোমাক কষ্ট দিলেও তুমি, হে ৰচুল, সিহঁতক ক্ষমা কৰিবা আৰু নিজৰ ধৰ্ম্মপ্ৰচাৰৰ কাম কৰি গৈ থাকা। এই ক্ষমাদানৰ পূৰ্ণ বিকাশ মক্কাবিজয়ৰ দিনা হৈছিল। তেওঁ তেতিয়া কোৰেইশক কৈছিল, 'আজি মই তোমালোকক ক্ষমা কৰিলোঁ; যোৱাঁ, তোমালোক মুক্ত'।

১৯০। অন্তৰৰ গুপ্ত কোণতো কেতিয়াবা যদি এনে ভাব জন্মে যে তুমি অকল আৰু তোমাৰ শত্ৰু বহুসংখ্যক, সিহঁতৰ দল আছে বল আছে আৰু তুমি নিঃসহায়, সেই ভাব দূৰীভূত কৰিবা, কিয়নো তোমাৰ আশ্ৰয়ৰ স্থল হৈছে একমাত্ৰ আল্লা।

২০২। যিসকল ধৰ্ম্মপৰায়ণ সেইসকলক যদি (কেনেবাকৈ) শ্বয়তানৰ কুচনাই স্পৰ্শ কৰে, তেওঁলোক (আল্লাক) স্মৰণ কৰি সাৱধান হয়; চোৱাঁ, (মুহূৰ্ত্ততে) সকলো বিষয় তেওঁলোকৰ দৃষ্টিগোচৰ[১৯১] হয়।

২০৩। আৰু সিহঁতৰ ভ্ৰাতৃবিলাকে সিহঁতক (অসৎকৰ্ম্মীবিলাকক) ভ্ৰান্তিৰ মাজত পেলাবলৈ টানি লৈ যায়;[১৯২] আৰু এনে চেষ্টাত সিহঁতে কোনো ত্ৰুটি নকৰে।

২০৪। আৰু তুমি যেতিয়া সিহঁতৰ সম্মুখত নিদৰ্শন উপস্থিত নকৰা সিহঁতে কয়, তুমি কোনো এটা নিদৰ্শন নিজে বাচি লৈ[১৯৩] কিয় উপস্থিত নকৰা? কোৱাঁ, প্ৰকৃত কথা এয়ে মাথোন, যি প্ৰত্যাদেশ মোৰ প্ৰভুৰ পৰা মোৰ প্ৰতি অৱতীৰ্ণ হৈছে মই তাৰেই অনুসৰণ কৰোঁ। এইবিলাকেই তোমালোকৰ প্ৰভুৰ পৰা অহা জ্বলন্ত প্ৰমাণসমূহ,[১৯৪] আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলৰ নিমিত্তে পথ প্ৰদৰ্শন আৰু কৰুণা।

২০৫। আৰু যেতিয়া কোৰান পাঠ কৰা হয়, তাকে কাণ দি শুনিবা, আৰু নীৰৱ থাকিবা, তোমালোকৰ প্ৰতি যেন কৰুণা প্ৰদৰ্শন কৰা হয়।

২০৬। আৰু পুৱা আৰু সন্ধিয়া তোমাৰ প্ৰভুক স্মৰণ কৰিবা,[১৯৫] নিজ অন্তৰত অনুনয় আৰু সংশয়ৰ ভাব লৈ, আৰু ওখ মাতেৰে নামাতি; আৰু তুমি আওকণীয়াবিলাকৰ মাজৰ নহবা।

---

১৯১। শ্বয়তানৰ প্ৰভাৱ তেওঁলোকৰ ওপৰত নপৰে, আৰু সত্য-অসত্যৰ দৃষ্টি তেওঁ-লোকে লাভ কৰি অসত্য বৰ্জ্জন কৰে আৰু সত্য গ্ৰহণ কৰে।

১৯২। সত্যৰ বিৰোধীবিলাক শ্বয়তানৰ ভাই-ককাই, সিহঁতৰ কামেই হৈছে মানুহক কুমন্ত্ৰণা দিয়া আৰু ভ্ৰমত পেলোৱা।

১৯৩। বিদ্ৰূপ কৰি কৈছে, তোমাৰ হাতত সত্য নিদৰ্শন নাই জানিবা। তাত কি হল? তুমি ইচ্ছামতে কোনো এটা নিদৰ্শন সাজি লৈ আমাৰ আগত দাঙি ধৰা।

১৯৪। আৰ্‌বী শব্দ হৈছে 'বচ্ছাইৰ্'; ইয়াৰ মূল হৈছে 'বচৰ্' অৰ্থাৎ চকু—দৃষ্টি। বচ্ছাইৰৰ অৰ্থ হল এনে প্ৰমাণসমূহ যাৰ দ্বাৰা আমি সত্য-অসত্যৰ দৃষ্টি লাভ কৰোঁ। এনে জ্বলন্ত প্ৰমাণসমূহৰে কোৰান পৰিপূৰ্ণ। 'বচ্ছাইৰ'ৰ প্ৰকৃত অৰ্থ বুজিবলৈ চোৱাঁ ৬ : ১০৫।

১৯৫। কোৰানত বহু ঠাইত হজ্ৰত ৰচুলক (ছ) সম্বোধন কৰি আদেশ দিয়া হয়; প্ৰকৃততে সেই আদেশ তেওঁৰ সমগ্ৰ অনুগামীৰ নিমিত্তে। এই আয়তে ইচ্‌লামৰ আন্তৰিকতা আৰু আভ্যন্তৰিকতাত (Inwardness of Islam) ভিৰ দিছে।

২০৭। যিসকল তোমাৰ প্ৰভুৰ সান্নিধ্যপ্ৰাপ্ত সেইসকলে অহঙ্কাৰ কৰি তেওঁৰ আৰাধনা ত্যাগ নকৰে; বৰং তেওঁলোকে তেওঁৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰে, আৰু তেওঁৰ সম্মুখত সাষ্টাঙ্গে প্ৰণিপাত কৰে।[১৯৬]

প্ৰথম চিৰ্‌দা

---

১৯৬। এই আয়ত পাঠ কৰি হজ্‌ৰত ৰছুলে (দ) চিৰ্‌দা কৰিছিল। পাঠকে এই ঠাইত চিৰ্‌দা কৰা 'ওৱাযিব্‌' অৰ্থাৎ, অৱশ্য কৰ্ত্তব্য। ইয়াকে 'চিৰ্‌দা-এ তিলাৱত' বোলে। এনে চিৰ্‌দা কোৰানত ১৪টা আছে,—(১) ৭ : ২০৭; (২) ১৩ : ১৬; (৩) ১৬ : ৫০; (৪) ১৭ : ১১০; (৫) ১৯ : ৫৯; (৬) ২২ : ১৯; (৭) ২৫ : ৬১; (৮) ২৭ : ২৬; : ১৬; (১০) ৩৮ : ২৬; (১১) ৪১ : ৩৯; (১২) ৫৩ : ৬৩; (১৩) ৮৪ : ২২; (১৪) ৯৬ : ২০।

# চুৰা ৮

# আল্-আন্‌ফাল ঃ সমৰ-অৰ্জ্জন

## মদিনাত অৱতীৰ্ণ

### ১০ ৰুকু, ৭৬ আয়ত

হজ্‌ৰত মহম্মদ (স্ব) আৰু তেওঁৰ অনুগামীসকল মক্কাৰ পৰা মদিনালৈ যাত্ৰা (হিয্‌ৰৎ) কৰা দিনৰে পৰা ইচ্‌লাম প্ৰচাৰ প্ৰতিৰোধ কৰিবলৈ আৰু সেই উদ্দেশ্যে হজ্‌ৰত ৰচুলক আৰু তেওঁৰ তেজস্বী সঙ্গীসকলক নিহত কৰিবলৈ কোৰেইখে সকলো উপায় অৱলম্বন কৰিছিল। এবছৰৰ পাছতেই কোৰেইখে মদিনা আক্ৰমণ কৰে আৰু বদৰৰ যুদ্ধ হয়। ইচ্‌লাম ৰক্ষাৰ কাৰণে এইটোৱেই প্ৰথম যুদ্ধ। মুচলমানৰ সংখ্যা মাত্ৰ ৩১৩ জন, আৰু কোৰেইখৰ এহেজাৰতকৈ অধিক আছিল। কিন্তু মুচলমান সকলে জয়লাভ কৰিলে।

যুদ্ধৰ পিছতেই যুদ্ধত লাভ কৰা দ্ৰব্যসমূহৰ (আন্‌ফালৰ) বিষয়ে প্ৰশ্ন উঠিল, তাৰ অধিকাৰী কোন আৰু বিতৰণ কৰা প্ৰণালী কি? এই চুৰাত বিশেষকৈ সমৰ-অৰ্জ্জন সম্বন্ধে নানা আদেশ দিয়া হৈছে; সেই কাৰণে ইয়াৰ নামকৰণ আল্-আন্‌ফাল হ'ল।

সমৰ-অৰ্জ্জন আৰৱবিলাকৰ নিয়ম মতে পূৰ্ব্বে সৈন্যদলৰ ব্যক্তিগত সম্পত্তি আছিল। ইচ্‌লামে প্ৰথম যুদ্ধতেই (বদৰত) এটা নতুন আদৰ্শ দাঙি ধৰিলে, আৰু ঘোষণা কৰিলে, যুদ্ধত লাভ কৰা দ্ৰব্যসমূহৰ অধিকাৰী আল্লা আৰু তেওঁৰ ৰচুল (স্ব); তাত যণ্ডাৰ কোনো স্বাভাৱিক স্বত্ব নাই। লুট কৰিবৰ অভিপ্ৰায়ে যুদ্ধ কৰা একেবাৰে অবৈধ। ধৰ্মৰক্ষা বা আত্মৰক্ষাৰ যুদ্ধত শত্ৰুৰ যি বস্তু মুচলমান সৈন্যদলৰ হাতত পৰে-তাৰ অধিকাৰী ৰাজ্য অৰ্থাৎ গোটেই সম্প্ৰদায়।

এই চুৰা মদিনাত অৱতীৰ্ণ হৈছিল বদৰৰ যুদ্ধৰ পাছতেই; আৰু বদৰৰ যুদ্ধৰ তাৰিখ হৈছে ১৭ ৰমজান, হিয্‌ৰী দ্বিতীয় বছৰ। কিছুমানৰ মত যে আয়ত ৩১-৩৬ মক্কাত অৱতীৰ্ণ হৈছিল। এই কেইটা আয়তত মক্কাত ঘটা ঘটনাৰ উল্লেখ আছে বুলিয়ে এনে মত প্ৰকাশ কৰা ভুল হব যে আয়ত কেইটা মক্কাতেই অৱতীৰ্ণ হৈছিল।

মনত ৰাখিবলগীয়া কথা এই যে চুৰা আন্‌ফালত সত্যৰ বিৰোধীবিলাক পৰাজিত আৰু আল্লাৰ ভাগুৰ শাস্তিৰ ভাজন হোৱাৰ ভৱিষ্যৎবাণী কৰা হৈছে। সেই ভৱিষ্যৎবাণী আখৰে আখৰে পূৰ্ণ হল। মুচলমানবিলাক মক্কা নগৰৰ পুনৰায় অধিকাৰী হ'ল; কা'বা খৰীক তেওঁলোকৰ হাতলৈ আহিল, আৰু ইচ্‌লামৰ জয়-পতাকা মক্কাত উৰিব ধৰিলে। সেই সময়তে ইয়াৰ পাছৰ চুৰা তৌবা অৱতীৰ্ণ হয়; আৰু এই চুৰাত ইয়াকে ঘোষণা কৰা হয় যে চুৰা আন্‌ফালৰ সমগ্ৰ ভৱিষ্যৎবাণী পূৰ্ণ হল। এই হেতু চুৰা তৌবাক চুৰা আন্‌ফালৰ এটা ভাগ বুলি ধৰা হয়। আৰু চুৰা তৌবা বিচ্‌মিল্লাহৰে আৰম্ভ নোহোৱাৰ এয়ে কাৰণ।

আৰম্ভণিতে এই চুৰাত উল্লেখ কৰা হৈছে, যুদ্ধ কেৱল আত্মৰক্ষা আৰু ধৰ্মৰক্ষাৰ কাৰণেহে হব পাৰে ; আৰু সমৰ-অৰ্জ্জনৰ অধিকাৰী ৰাজ্য, সৈন্যদল নহয়। বদৰৰ যুদ্ধৰ চমু বিৱৰণ দিয়া হৈছে ; বিশেষকৈ ঐশ্বৰিক সাহায্যৰ কথা উল্লেখ কৰা হৈছে। মুচলমানক দৃঢ় আৰু একতাবদ্ধ হৈ থাকিবলৈ আৰু আল্লাৰেই ওপৰত নিৰ্ভৰশীল হবলৈ উপদেশ দিয়া হৈছে। মদিনানিবাসী আন আন জাতিকো যে সাহায্য কৰা মুচ্‌লিমৰ কৰ্ত্তব্য বুজাই দিয়া হৈছে। ৰণত যোগদান কৰিব নোৱাৰাবিলাকৰ লগত সদ্ব্যৱহাৰ কৰিবলৈ আদেশ দিয়া হৈছে। অ-মুচলমানৰ সৈতে যি চুক্তিত মুচলমান আবদ্ধ তাক কোনো মতে ভাঙিব নোৱাৰি, যদিহে আন পক্ষই চুক্তি-স্বৰ্ত্তবিলাকৰ সন্মান ৰাখি চলে। চুৰাত স্পষ্টকৈ কোৱা হৈছে, যুদ্ধ কৰা মুচলমানৰ লক্ষ্য নহয়। শত্ৰুৱে সন্ধিৰ প্ৰস্তাৱ কৰিলে মুচলমানেও তাৰ উচিত প্ৰত্যুত্তৰ দিব লাগে ; আৰু চুৰাৰ শেহত শত্ৰুপক্ষৰ বন্দীবিলাকৰ সৈতে সদয় ব্যৱহাৰ কৰিবলৈ উপদেশ দিয়া হৈছে।

## ৰুকু ১

যুদ্ধত অৰ্জ্জন কৰা ধন-সম্পত্তিৰ গৰাকী আল্লা আৰু তেওঁৰ ৰচুল (স্ব) ; যুদ্ধ ধৰ্ম্মৰক্ষাৰ নিমিত্তে বৈধ ; কিন্তু যুঁজাৰুৰ উদ্দেশ্য লুট হব নালাগে, ধৰ্মৰক্ষাহে হব লাগে ; দুৰ্ব্বলচিতীয়াবিলাকৰ বদৰৰ যুদ্ধত যোগদান কৰিবৰ অনিচ্ছা ; যিসকলে ৰণলৈ ওলাল, তেওঁলোকে লাভ কৰিলে আল্লাৰ অলৌকিক সহায়।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। সিহঁতে তোমাক সমৰ-অৰ্জ্জনৰ[১] সম্বন্ধে প্ৰশ্ন কৰিছে ; তুমি কোৱাঁ, সমৰ-অৰ্জ্জনৰ গৰাকী আল্লা আৰু (তেওঁৰ) ৰচুল ;[২] গতিকে যদি তোমালোক

১। 'আন্‌ফাল'ৰ আচল অৰ্থ, পাৰলগীয়াতকৈ বেচিকৈ পোৱা ধন-সম্পত্তি। এইটো সাধাৰণ শব্দ ; যুদ্ধত পোৱা ধন-সম্পত্তিক আন্‌ফাল বোলে, আৰু যুদ্ধ নোহোৱাকৈ যি অতিৰিক্ত ধন হাতত আহে তাকো আন্‌ফাল বুলিব পাৰি। যি ধন বা বস্ত্ৰ-বস্তু যুদ্ধত পোৱা হয় তাক 'গ্নীমৎ' বোলে ; তাৰ বিতৰণ সম্বন্ধে চোৱাঁ, ৮ : ৪২। আৰু যি সম্পত্তিক 'ফৈ' বোলে তাৰ যুদ্ধৰ লগত কোনো সম্বন্ধ নাই। আৰু সেই কাৰণে 'ফৈৰ' গোটেইখিনি ৰাজভঁৰালত (বৈতুল্‌মালত) জমা দিয়া হৈছিল। ফৈ-ধনৰ বৰ্ন্ন সম্বন্ধে চোৱাঁ ৫৯ : ৭, ৮।

২। অৰ্থাৎ সৈন্যদলৰ সম্পত্তি নহয় ; ই ৰাজ্যৰ সম্পত্তি আৰু ৰাজহুৱা কামত ব্যৱহাৰ হয়। আল্লা আৰু ৰচুল গৰাকী, অৰ্থাৎ সেই ধন-সম্পত্তি আল্লাৰ পথত আৰু ৰচুলৰ (স্ব) নিৰ্দ্দেশ মতে ধৰ্ম্মৰ আৰু জনসাধাৰণৰ হিতাৰ্থে ব্যৱহাৰ হয়।

বিশ্বাসী হোৱা, তোমালোকে আল্লাৰ ভয় ৰাখিবা, আৰু পৰস্পৰৰ মাজত (দন্দ ভাঙি) মিলাপ্ৰীতি স্থাপন কৰিবা ; আৰু তোমালোকে আল্লাৰ আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকিবা।

৩। প্ৰকৃততে সেইসকলেইহে বিশ্বাসী যিসকলৰ অন্তৰসমূহ আল্লাৰ নাম লোৱা মাত্ৰকে কঁপি উঠে, আৰু যেতিয়া তেওঁৰ আয়তসমূহ[৩] তেওঁলোকৰ আগত পাঠ কৰা হয় তেওঁলোকৰ বিশ্বাস তাৰ দ্বাৰা বৃদ্ধি পায়, আৰু তেওঁলোকে নিৰ্ভৰ কৰি থাকে নিজ প্ৰভুৰ ওপৰতেই ;

৪। যিসকলে নমাজৰ অনুষ্ঠান কৰে, আৰু আমি তেওঁলোকক যি সম্পদ দান কৰিছোঁ তাৰে পৰা (আমাৰ পথত) ব্যয় কৰে,

৫। সেইসকলেই যে প্ৰকৃততে বিশ্বাসী ইয়াত কোনো সন্দেহ নাই ; তেওঁলোকৰ প্ৰভুৰ কাষত তেওঁলোকৰ নিমিত্তে নিৰ্দ্ধাৰিত কৰা আছে বিভিন্ন (উচ্চ) পদবী,[৪] আৰু মাৰ্জ্জনা, আৰু সম্মানজনক জীৱিকা।

৬। চোৱাঁ, কেনেকৈ তোমাৰ প্ৰভুৱে তোমাক নিজ ঘৰৰ পৰা (বদৰৰ যুদ্ধৰ কাৰণে) সত্যৰ সৈতে উলাই আহিবলৈ আদেশ দিছিল ! আৰু বিশ্বাসী-বিলাকৰ এদলে[৫] তাকে ভাল নাপাইছিল।

৭। সত্য সুপ্ৰকাশিত হোৱাৰ পিছতো সেই সম্বন্ধে সিহঁতে তোমাৰ লগত তৰ্ক-বিতৰ্ক কৰিছিল ; যি মৃত্যু সিহঁতে চকুৰ আগতে দেখি পাইছিল তাৰ ফালে সিহঁতক যেন বলেৰে হে নিয়া হৈছিল।

৮। আৰু (স্মৰণ কৰাঁ) যেতিয়া আল্লাই উভয় দলৰ মাজত এদলৰ ওপৰত তোমালোকে অধিকাৰ লাভ কৰিবা এই প্ৰতিশ্ৰুতি দিছিল ; আৰু যি দল অস্ত্ৰহীন আছিল সেই দলৰ যেন তোমালোক অধীশ্বৰ হোৱা ইয়াকে

---

৩। (১) কোৰানৰ আয়তসমূহ ; (২) আল্লাৰ নিদৰ্শনসমূহ যি তেওঁলোকক দেখুওৱা হয়।

৪। চোৱাঁ, ৩ : ১৬৩।

৫। নতুনকৈ মুচলমানহোৱাবিলাকৰ মাজত যে কিছুমানৰ বিশ্বাস ক্ষীণ আছিল তাত আচৰিত হবৰ কোনো কাৰণ নাই। বদৰৰ যুদ্ধই আছিল তেওঁলোকৰ পক্ষে প্ৰথম পৰীক্ষা। দুৰ্ব্বল বিশ্বাসৰ মানুহে মৃত্যুৰ সন্মুখীন হবলৈ থেৰো-গেৰোত পৰাটো স্বাভাবিক।

তোমালোকে ভাল পাইছিলা ;[৬] কিন্তু আল্লাই ইচ্ছা কৰিছিল তেওঁ যেন নিজৰ বাণীসমূহ অনুযায়ী সত্যক সুপ্ৰতিষ্ঠিত কৰে, আৰু অবিশ্বাসীবিলাকক নিৰ্ম্মূল[৭] কৰে ;

৯। যাতে তেওঁ সত্যক সত্যৰূপে আৰু অসত্যক অসত্যৰূপে প্ৰতিপন্ন কৰে, যদিও অপৰাধীবিলাক অসন্তুষ্ট হৈছিল।

১০। চোৱাঁ, যেতিয়া তোমালোকে নিজ প্ৰভুৰ কাষত বিনীতভাৱে প্ৰাৰ্থনা কৰিছিলা, তেওঁ তোমালোকক এই বুলি প্ৰত্যুত্তৰ দিছিল, মই তোমালোকক সহায় কৰিম এহেজাৰ ফিৰিশ্‌তাৰে সৈতে,[৮] যি ইদলৰ পিছত সিদল আহি থাকিব।

১১। আৰু আল্লাই এনে (সাহায্য) কৰিছিল যাতে ই তোমালোকৰ নিমিত্তে আনন্দৰ সংবাদ স্বৰূপ হয়,[৯] আৰু ইয়াৰ দ্বাৰা তোমালোকৰ অন্তৰসমূহে শান্তি পায় ; আৰু সাহায্য আহে আল্লাৰ ওচৰৰ পৰাহে ; নিশ্চয়, আল্লাই সৰ্ব্বশক্তিমান, মহাজ্ঞানী।

---

৬। এদল হৈছে চীৰিয়াৰ পৰা অহা কোৰেইশৰ বেপাৰী যাত্ৰীদল। মাত্ৰ চল্লিশ-জন অস্ত্ৰহীন মানুহ আছিল, আৰু এই দলৰ নেতা আছিল আবু-চুফ্‌য়ান। উটৰ ওপৰত বেহা-বেপাৰৰ প্ৰচুৰ বস্তুৰ বোজা আছিল। মুচলমানৰ কিছুমানে এই দলক আক্ৰমণ কৰি বাণিজ্যদ্ৰব্য গোটেইখিনি লুটি লবলৈ ইচ্ছা কৰিছিল। দ্বিতীয় দল সংখ্যাত এহেজাৰতকৈ অধিক কোৰেইশ্‌ বণুৱা অস্ত্ৰ-শস্ত্ৰলৈ মদিনা আক্ৰমণ কৰিবৰ উদ্দেশ্যে আহিছিল। হজ্‌ৰত ৰচুলে (স্ব) আল্লাৰ প্ৰত্যাদেশ অনুসৰি নিজৰ অনুগামীবিলাকৰ এটা সামান্য দলক (মাত্ৰ ৩১৩ জনক) কোৰেইশৰ বণুৱাদলক আগ বাঢ়ি গৈ আক্ৰমণ কৰিবলৈ আদেশ দিলে। তেওঁ কৈছিল, যুদ্ধৰ চৰম উদ্দেশ্য সত্যৰ প্ৰতিষ্ঠা, লুট মাৰ কৰি ধন গোটোৱা নহয়।

৭। চোৱাঁ, ৫৪ : ৪৫—৪৭। আৰু চোৱাঁ বাইবেলৰ ভবিষ্যৎবাণী, যিচয়া, ২১ : ১৪—১৭।

৮। বদৰৰ যুদ্ধত এহেজাৰ ফিৰিশ্‌তাৰে সহায় কৰা হৈছিল, আৰু উহুদৰ যুদ্ধত তিনি হাজাৰ আৰু পাঁচ হাজাৰ ফিৰিশ্‌তাৰ সহায়ৰ কথা উল্লেখ আছে। চোৱাঁ, ৩ : ১২৫—২৭। আশাৰ অতীত অলৌকিকৰূপে যি সাহায্য মুচ্‌লিমবিলাকে পাইছিল তাকে ধৰ্ম্মশাস্ত্ৰৰ ভাষাত ফিৰিশ্‌তা নমাই সহায় কৰা হৈছিল বুলি উল্লেখ কৰিছে।

৯। বদৰৰ যুদ্ধত মুচলমান জয়ী হ'ল, আৰু কোৰেইশ্‌ বহুসংখ্যক থকা সত্বেও পৰাজিত হ'ল।

## ৰুকু ২

বদৰৰ যুদ্ধৰ বিৱৰণ ; অলৌকিক ঘটনাৱলী ; বিশ্বাসীসকলক আল্লাই উদগনি দিয়া ; আল্লাৰ বিশেষ সাহায্য, ফিৰিশ্‌তা প্ৰেৰণ দ্বাৰা ; হজ্‌ৰতৰ (স্ব) সন্ধি স্থাপনৰ বাঞ্ছা।

১২। সেই সময়ত তেওঁ নিজফালৰ পৰা ( তোমালোকৰ মনৰ ) শান্তিৰ কাৰণে তোমালোকক তন্দ্ৰাৰে[১০] আবৰি ধৰিছিল, আৰু আকাশৰ পৰা তোমালোকৰ ওপৰত বৰষুণ নমাই পঠিয়াইছিল, যেওঁ যেন তাৰ দ্বাৰা তোমালোকক নিৰ্ম্মল কৰে, আৰু শ্বয়তানৰ অশুচিতা তোমালোকৰ পৰা দূৰীভূত কৰে, আৰু তেওঁ যেন তোমালোকৰ অন্তৰসমূহত শক্তিৰ সঞ্চাৰ কৰে, আৰু তাৰ দ্বাৰা তোমালোকৰ পদসমূহক দৃঢ়কৈ স্থাপন কৰে।[১১]

১৩। সেই সময়তে ফিৰিশ্‌তাবিলাকৰ প্ৰতি তোমাৰ প্ৰভুৱে নিৰ্দ্দেশ দিলে এই বুলি : মই থাকিলোঁ তোমালোকৰ সংগতেই,[১২] এতেকে বিশ্বাসীসকলক তোমালোকে দৃঢ় কৰি ৰাখাঁ ; মই শীঘ্ৰে অবিশ্বাসীবিলাকৰ অন্তৰসমূহত (বিশ্বাসী-সকলৈলে ) ভয়ৰ সঞ্চাৰ কৰিম। গতিকে ( হে বিশ্বাসীসকল ), তোমালোকে ( সিহঁতৰ ) গলসমূহৰ ওপৰ ভাগত[১৩] আঘাত কৰাঁ আৰু সিহঁতৰ ( হাতৰ ) প্ৰত্যেকটো আঙুলিৰ[১৪] মূৰ কাটি পেলোৱাঁ।

১৪। ইয়াৰ কাৰণ এই, সিহঁতে আল্লাৰ আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধাচৰণ কৰিছিল ; আৰু কেও যদি আল্লা আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধাচৰণ কৰে, ( তাৰ নিমিত্তে ) আল্লা নিশ্চয় শাস্তি দিয়াত কঠোৰ।

---

১০। তন্দ্ৰা মনৰ নিশ্চিন্ততাৰ চিন। আল্লাই এই উপায়েৰে তেওঁলোকৰ মনৰ চিন্তা দূৰ কৰিলে, যাতে পাছ দিনা সবল সাহেৰে তেওঁলোকে ৰণ কৰিব পাৰে।

১১। পানী থকা ঠাই শত্ৰুৰ দখলত আছিল ; আৰু মুচলমানবিলাকে পিয়াহত বৰ কষ্ট ভোগ কৰিছিল। আল্লাই বৰষুণ নমাই তেওঁলোকৰ কষ্ট দূৰ কৰিলে। তদুপৰি বালিবোৰ বৰষুণত তিতিলত তেওঁলোকে সহজে খোজ কাঢ়িব পাৰিছিল, আৰু অসীম সাহস আৰু উদ্যমেৰে যুদ্ধ কৰিব পাৰিছিল। শ্বয়তানৰ অশুচিতা দূৰীভূত কৰাৰ অৰ্থ হৈছে, কিছুমানৰ বিশ্বাসৰ যে লৰচৰ হব ধৰিছিল সেই বিশ্বাস দৃঢ় হল।

১২। মোৰ সাহায্য পাই থাকিবা ; বিশ্বাসীসকলৰ কোনো ভয় নাই।

১৩। যোদ্ধাৰ শৰীৰ তীখাৰ বৰ্ম্মেৰে ঢাক খাই থাকে ; গলৰ ওপৰভাগ খুলা থাকে নাইবা পাতল ঢাকনি থাকে। তৰোৱালৰ কোব সাধাৰণতে মাৰ্‌খাত্‌ হয়।

১৪। আঙুলিৰ মূৰ কাটিলে হাতৰে অস্ত্ৰ ধৰিব নোৱাৰি, আৰু যথৰ্‌জন দুৰ্বলা হয়।

১৫। সেয়ে হৈছে তোমালোকৰ[১৫] শাস্তি; গতিকে তাৰ সোৱাদ লোৱা; আৰু (জানি থোৱা) অবিশ্বাসীবিলাকৰ নিমিত্তে নৰকৰ অগ্নিৰ শাস্তি আছে।

১৬। হে বিশ্বাসীসকল, যেতিয়া তোমালোকে সেই অবিশ্বাসীবিলাকৰ সম্মুখীন হোৱা যিবিলাকে (তোমালোকক) আক্ৰমণ কৰিবলৈ আগ বাঢ়ি আছে,[১৬] তেতিয়া তোমালোকে (সিহঁতক) পিঠি নেদেখুৱাবা।

১৭। আৰু এনে দিনা যুদ্ধকৌশল স্বৰূপ, নাইবা নিজ দলৰ লগ-লাগিবৰ অৰ্থে পিছ হুঁহকাৰ প্ৰয়োজন নোহোৱাকৈ,[১৭] যেয়ে সিহঁতক পিঠি দেখুৱায় সি নিশ্চয় আল্লাৰ ক্ৰোধৰ পাত্ৰ হৈ পৰিব, আৰু তাৰ আশ্ৰয়-স্থান হ'ব নৰক, আৰু ই প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট ঠাই।

১৮। পিছত তোমালোকে যে সিহঁতক বধ কৰিছিলা এনে নহয়, বৰং আল্লাইহে[১৮] সিহঁতক বধ কৰিছিল; আৰু (হে ৰচুল), এমুঠি ধূলি পেলাওঁতে তুমি যে পেলাইছিলা এনে নহয়, বৰং আল্লাইহে পেলাইছিল;[১৯] আৰু (তেওঁৰ

---

১৫। কোৰেইশ্ যোদ্ধাবিলাকক সম্বোধন কৰা হৈছে।

১৬। আৰবী শব্দ 'জহ্ফন'ৰ অৰ্থ, শাৰীপাতি আগ বাঢ়ি আহি দলে বলে ভীষণ আক্ৰমণ চলোৱা।

১৭। কেতিয়াবা পিছ হুঁহকা এটা ৰণকৌশল। গোটেই সৈন্যদলে অলপ দূৰলৈ পিছ হুঁহকি 'গৈ আকৌ ঘূৰি আক্ৰমণ কৰে। কেতিয়াবা আগৰ ভাগ সৈন্যই পিছ হুঁহকি পাছত থকা সৈন্যৰ লগ লাগে।

১৮। অৰ্থাৎ আল্লাৰ অলৌকিক সাহায্য নোহোৱা হলে তোমালোকৰ এমুঠি মানুহে এনে বৃহৎ সৈন্যক পৰাস্ত কৰা অসম্ভৱ আছিল।

১৯। ইচ্লামৰ এই প্ৰথম যুদ্ধৰ গুৰুত্ব চাই হজ্ৰত ৰচুলে (দ) গোটেই নিশা আল্লাৰ আগত জয়লাভৰ নিমিত্তে প্ৰাৰ্থনা কৰি আছিল। এবাৰ কান্দি কান্দি কৈছিল, হে আল্লা, যদি মোৰ এই সামান্য দলক তুমি এই ৰণত ধ্বংস কৰা তোমাক যেনেকৈ পূজিব লাগে তেনেকৈ পৃথিবীত আৰু কোনে পূজিব? হদীছত আছে, ৰণ আৰম্ভ হোৱাৰ আগতে তেওঁ এমুঠি ধূলি প্ৰাৰ্থনাৰ লগে লগে সকলোৰে সমুখত শত্ৰুৰ ফাললৈ পেলাই-ছিল। এই মুহূৰ্ত্তৰে পৰা অলৌকিক ঘটনাৱলীৰ সূচনা হল। হঠাৎ ধুমুহা বতাহ আহিল; শত্ৰুদলৰ ফালে বৰলৈ ধৰিল; ধূলি-বালি উৰি শত্ৰুৰ চকুত পৰি সিহঁতক প্ৰায় দৃষ্টিহীন কৰিলে। তুমুল যুদ্ধ চলিব ধৰিলে; ফলত কোৰেইশৰ প্ৰসিদ্ধ নেতাবিলাক নিহত হল। গাঁত খান্দি মৰা শৱসমূহ পুতি থোৱা হল। নিহতবিলাকৰ মাজত আবু যহলো আছিল। হজ্ৰতে (দ) এমুঠি ধূলি শত্ৰুৰ ফালে পেলোৱা এটা নিদৰ্শন-স্বৰূপ আছিল। হজ্ৰত মূচাই (আ) আল্লাৰ নিৰ্দ্দেশ মতে লোহিতসাগৰ পাৰ হওঁতে নিজৰ লাখুটিডালৰে পানীত

ইচ্ছা আছিল ) যাতে তেওঁ উত্তম পৰীক্ষাৰে বিশ্বাসীসকলৰ পৰীক্ষা লৈ অনুগ্ৰহ দান কৰে ; কোনো সন্দেহ নাই আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

১৯। এনেবিলাক ঘটনা ঘটিল ; তদুপৰি ( জানি থোৱাঁ ) অবিশ্বাসী-বিলাকৰ কু-অভিসন্ধি আল্লাই নিষ্ফল কৰিব।

২০। তোমালোকে যি মীমাংসা[20] বিচাৰিছিলা সেই মীমাংসা স্বৰূপতে তোমালোকৰ সম্মুখত পালেহি ; আৰু ( ৰণৰ পৰা ) যদি তোমালোক ক্ষান্ত হোৱা তেন্তে ই তোমালোকৰ পক্ষে উত্তম, কিন্তু যদি তোমালোকে ( ৰণ কৰিবলৈ ) উলটি আহা, আমিও উলটি আহিম ; আৰু তোমালোকৰ সৈন্যদল সংখ্যাত অধিক হলেও সিহঁত কেতিয়াও তোমালোকৰ উপকাৰত নাহিব ; আৰু নিশ্চয় আল্লা বিশ্বাসীসকলৰ সঙ্গী।

## ৰুকু ৩

আল্লা আৰু ৰচুলৰ (স্ব) বাধ্যতা স্বীকাৰ সকলো পকাৰ উন্নতিৰ মূল ; ইচ্লামৰ দ্বাৰা হজ্ৰতে (স্ব) জগতক পুনৰ্জ্জীৱিত কৰিলে ; সমাজ উত্তোলনৰ নিমিত্তে সকলো বিশ্বাসী দায়ী ; মুচলমানৰ কৰ্ত্তব্য আল্লাৰ আৰু সমাজৰ বিশ্বস্ত হোৱা।

২১। হে বিশ্বাসীসকল, তোমালোক আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকিবা, আৰু তেওঁৰ পৰা বিমুখ নহবা, কিয়নো তোমালোকে ( তেওঁৰ বাণী ) শুনি আছা।

২২। আৰু সেইবিলাকৰ নিচিনা নহবা যিবিলাকে কয়, আমি বাণী শুনি আছোঁ, কিন্তু সিহঁতে কাণ দি শুনা নাই।

---

মাৰিছিল। তাৰ ফলত শুকান বাটেদি মূচা ( আ ) আৰু তেওঁৰ অনুগামীসকলে সাগৰ পাৰ হল, আৰু ফিৰৌন আৰু তেওঁৰ দল পানীত বুৰি মৰিল। হজ্ৰত মহম্মদ (স্ব) হজ্ৰত মূচাৰ ( আ ) প্ৰতিৰূপ আছিল। হজ্ৰতে এমুঠি ধুলি পেলোৱা আৰু মূচাৰ ( আ ) লাখুটিৰে পানীত মৰা, এই দুয়োটা নিদৰ্শন (স্ব) অলৌকিক ঘটনাৱলীৰ প্ৰাৰম্ভ। ৰ, ম, আহ্মদৰ তফ্চীৰ ইংৰাজী, প্ৰথম খণ্ড, পৃঃ ৮৭৭।

২০। মক্কাৰ পৰা ওলাই অহাৰ আগতে কা'বাৰ পৰ্দ্দা ধৰি কোৰেইশে প্ৰাৰ্থনা কৰিছিল, দুয়ো ধৰ্ম্মৰ মাজত যি ধৰ্ম সত্য তাৰে অনুগামীবিলাক যেন এই যুদ্ধত জয়ী হওক।

২৩। সচাকৈয়ে আল্লাৰ কাষত সেই কলা আৰু বোবা[২১] মানুহ আটাইতকৈ নিকৃষ্ট প্ৰাণী ; সেইবিলাকৰ বোধশক্তি নাই।

২৪। আৰু সিহঁতৰ ভিতৰত আল্লাই অলপো মঙ্গল দেখা হলে সিহঁতক তেওঁ নিশ্চয় শ্ৰৱণশক্তি দিলেহেতেন ; আৰু (সিহঁত যেনে) সিহঁতক তেওঁ শ্ৰৱণ-শক্তি দিলেও সিহঁতে নিশ্চয় মুখ ঘূৰাই উলটি যাব।

২৫। হে বিশ্বাসীসকল, আল্লাৰ আৰু তেওঁৰ ৰছুলৰ (আহ্বানৰ) প্ৰত্যুত্তৰ দিবা, যেতিয়া তোমালোকক এনে ধৰ্ম্মৰ পিনে তেওঁ আহ্বান[২২] কৰে যি তোমালোকক নতুন জীৱন দিয়ে ; আৰু তোমালোকে জানি থোৱাঁ, আল্লাই মানুহ আৰু তাৰ অন্তৰৰ মাজত মধ্যবৰ্ত্তী হয়।[২৩] আৰু (স্মৰণ ৰাখিবা) তেওঁৰ সম্মুখত তোমালোকক একেলগ কৰি নিয়া হব।

২৬। আৰু তোমালোকে এনে (ব্যাপক) আপদ-বিপদলৈ ভয় ৰাখিবা যি সুকীয়াকৈ তোমালোকৰ ভিতৰৰ অন্যায়কাৰীবিলাকৰ ওপৰত পৰিব এনে নহয় ;[২৪] আৰু জানি থোৱাঁ আল্লা শাস্তি দিয়াত কঠোৰ।

---

২১। কলা, সত্যৰ পিনে কান নিদিয়ে। বোবা, সত্য কথা মুখৰ পৰা নোলায়। চোৱা, ২ : ১৪।

২২। তেওঁ অৰ্থাৎ ৰছুলে (স্ব)। যদিও ৰছুলে (স্ব) আহ্বান কৰিছে, এই আহ্বান প্ৰকৃততে আল্লাইহে কৰিছে, তেওঁৰ দ্বাৰা। এনে আহ্বানৰ প্ৰত্যুত্তৰৰ ফল হৈছে নতুন নৈতিক আৰু আধ্যাত্মিক জীৱন লাভ কৰা। হজ্ৰতে (স্ব) যে মানৱক এনে জীৱন দি জগতত এটা মহা বিপ্লৱ ঘটাইছিল তাৰ সাক্ষী ইতিহাস। হজ্ৰত ঈচাইও (আ) মৃতকক জীৱিত কৰিছিল এনে আধ্যাত্মিক অৰ্থত।

২৩। সেই দেখি মনৰ পৰিবৰ্ত্তন প্ৰকৃততে আল্লাৰহে কাম। তেওঁকে এই নতুন জীৱন লাভ কৰিবলৈ নিতৌ প্ৰাৰ্থনা কৰি থাকিব লাগে।

২৪। ব্যাপকভাৱে বিপদ আহিলে গোটেই সম্প্ৰদায়ৰ ক্ষতি হয় ; দোষী-নিৰ্দোষীৰ প্ৰভেদ নাথাকে। এই আয়তৰ নানা অৰ্থ কৰা হৈছে। ইব্নে যবীৰৰ মতে, হজ্ৰত আলি (ৰ), হজ্ৰত উচ্মান (ৰ), তল্হা আৰু জুবৈৰক বুজাইছে। খিলাফতৰ যুদ্ধত এইসকলে অংশ গ্ৰহণ কৰিছিল। চদীয়ে মত প্ৰকাশ কৰিছে, বদৰৰ যোদ্ধাবিলাক যুদ্ধলৰ দিনা বিপদত পৰিছিল। ইব্নে আব্বাচে কয়, বিশেষকৈ কোনো ব্যক্তি বা দলক বুজোৱা নাই ; সকলো বিশ্বাসীক সতৰ্ক কৰি দিয়া হৈছে, তেওঁলোকে যেন ব্যাপক শাস্তিক ভয় কৰি আল্লাক প্ৰাৰ্থনা কৰি থাকে ৰক্ষা পাবৰ নিমিত্তে। তফ্চীৰ খাজিনত উল্লেখ আছে, এনে শাস্তিয়ে 'ছালেহ্' (ধাৰ্ম্মিক) আৰু 'ত্বালেহ্' (বিধৰ্ম্মী) দুয়োকে স্পৰ্শ কৰে। একে মত ইব্নে কছীৰেও প্ৰকাশ কৰিছে। মূল অৰ্থ এই হল, সমাজৰ উন্নতি সাধনৰ দায়িত্ব গোটেই সমাজৰ ওপৰত ; যদি ইয়াত ক্ৰটি হয় গোটেই সমাজ শাস্তিৰ যোগ্য।

২৭। আৰু তোমালোকে সেই অৱস্থা স্মৰণ কৰা যেতিয়া তোমালোক তাকৰীয়া আছিলা,—দেশত দুৰ্ব্বল বুলি পৰিগণিত, (আৰু) ভয় কৰি ফুৰিছিলা, কোনো দলে তোমালোকক (নিমিষতে) থাপ মাৰি লৈ যাব,[২৫] এনেকুৱাতে তেওঁ তোমালোকক শক্তিসম্পন্ন কৰিলে, আৰু জীৱিকা নিৰ্ব্বাহৰ নিমিত্তে তোমালোকক বিশুদ্ধ সম্বল প্ৰদান কৰিলে,[২৬] যাতে তোমালোকে (তেওঁৰ) শলাগ লোৱা।

২৮। হে বিশ্বাসীসকল, তোমালোক আল্লাৰ আৰু তেওঁৰ ৰচুলৰ অসৎজাতী নহবা, আৰু জানি-শুনি পৰস্পৰৰ বিশ্বাস ভঙ্গ নকৰিবা।[২৭]

২৯। আৰু জানি থোৱা, তোমালোকৰ ধন-সম্পদ আৰু তোমালোকৰ সন্তান-সন্ততি প্ৰকৃততে এটা পৰীক্ষা মাত্ৰ;[২৮] আৰু (জানিবা) আল্লাই সেইজন যিজনৰ কাষত আছে মহান প্ৰতিদান।

## ৰুকু ৪

আত্মৰক্ষা আৰু ধৰ্ম্মৰক্ষাৰ কাৰণে যুদ্ধ কৰাৰ অনুমতি দান; বদৰৰ যুদ্ধ মুচলমান
-বিলাকৰ নিমিত্তে আল্লাৰ স্বতন্ত্ৰ নিদৰ্শন; মক্কাত ব্যাপক শাস্তি নহাৰ
কাৰণ; কা'বা শৰীফৰ ৰক্ষণাবেক্ষণ মুচলমানৰ হাতলৈ আহিল;
উহদ্ আৰু আহ্জাবৰ যুদ্ধ সম্বন্ধে ভবিষ্যৎবাণী।

৩০। হে বিশ্বাসীসকল, যদি তোমালোকে আল্লালৈ ভয় ৰাখা তেওঁ তোমালোকক স্বতন্ত্ৰ নিদৰ্শন[২৯] দান কৰিব, আৰু তোমালোকৰ পৰা তোমালোকৰ অমঙ্গলসমূহ দূৰীভূত কৰিব, আৰু তোমালোকক ক্ষমা দান কৰিব; আৰু আল্লা মহান অনুগ্ৰহৰ গৰাকী।

---

২৫। মক্কাত বিশ্বাসীসকলৰ দুৰৱস্থা বৰ্ণনা কৰিছে।

২৬। মদিনাত অৱস্থাৰ পৰিবৰ্ত্তন হ'ল।

২৭। আল্লাৰ আৰু বিশ্বাসীসকলৰ বিশ্বস্ত হবলৈ চেষ্টা কৰিবা। যি ভাৰ তোমালোকৰ ওপৰত অৰ্পণ কৰা হৈছে তাকে প্ৰফুল্ল মনেৰে বহন কৰিবা।

২৮। পৰীক্ষা এই স্বৰূপে, ধনসম্পদৰ লোভে আৰু সন্তান-সন্ততিৰ চেনেহে আৰু স্বাৰ্থে তোমালোকক বহুত সময়ত আল্লা আৰু ধৰ্ম্মৰ পথৰ পৰা বিচলিত কৰে। আল্লা আৰু ধৰ্ম্মৰ পিনে লক্ষ্য ৰাখি তোমালোকে বিশ্বাসত দৃঢ় হৈ থাকিবা।

২৯। চোৰা, ২ : ৫৪, ১৮৬। 'ফুৰ্কান'ৰ সঠিক অৰ্থ সম্বন্ধে চোৰা, ৩ : ৪ আৰু টী। বদৰৰ যুদ্ধকো 'ফুৰ্কান' বোলা হৈছে; চোৰা, ৮ : ৪২।

৩১। আৰু ( স্মৰণ কৰা ) যেতিয়া অবিশ্বাসীবিলাকে তোমাৰ বিৰুদ্ধে গুপ্ত অভিসন্ধি সাজিছিল যাতে সিহঁতে তোমাক ( বন্দীৰূপে ) আটক কৰি ৰাখে, বা তোমাক হত্যা কৰে, অথবা তোমাক নিৰ্ব্বাসিত কৰে ;[৩০] আৰু ( এইদৰে ) সিহঁতে নানা গুপ্ত অভিসন্ধি কৰিছিল ; আৰু ( সিহঁতৰ লগে লগে ) আল্লাইও নিজৰ সূক্ষ্ম কৌশল কাৰ্য্যকৰী কৰিছিল ; আৰু আল্লা শ্ৰেষ্ঠ কৌশল কৰোঁতা।

৩২। আৰু সিহঁতৰ সমুখত যেতিয়া আমাৰ আয়তসমূহ পাঠ কৰা হয় সিহঁতে কয়,—স্বৰূপতে আমি ( এইবোৰ ) শুনিছোঁ ; আমি ইচ্ছা কৰা হলে তাৰে অনুৰূপ আমিও ৰচনা কৰিব পাৰিলোঁহেতেন ;[৩১] ই অতীতকালৰ লোকৰ আখ্যান ভিন্ন একোকে নহয় ।

৩৩। আৰু সেই সময়ত সিহঁতে কৈছিল, হে আল্লা, বাস্তৱতে ই যদি তোমাৰ কাষৰ পৰা অহা সত্য, তেন্তে আমাৰ ওপৰত আকাশৰ পৰা শিলৰ বৰষুণ পেলোৱা, অথবা ( অইন ধৰণৰ ) যন্ত্ৰণাদায়ক শাস্তি আমাৰ প্ৰতি নমাই আনা ।[৩২]

৩৪। কিন্তু যেতিয়ালৈকে তুমি সিহঁতৰ মাজত অৱস্থান কৰা সিহঁতক শাস্তি দিবলৈ আল্লা অনিচ্ছুক ; আৰু ( সেইদৰে ) সিহঁতে আল্লাৰ ক্ষমা ভিক্ষা কৰি থকা অৱস্থাতো সিহঁতৰ ওপৰত আল্লাই শাস্তি নেপেলায় ।[৩৩]

৩৫। আৰু সিহঁতে কি ওজৰ দেখুৱাব পাৰে যাৰ কাৰণে সিহঁতক আল্লাই শাস্তি নিদিব ? অথচ সিহঁতে ( লোকক ) পৱিত্ৰ মচ্‌যিদলৈ যোৱাত বাধা দিয়ে, আৰু সিহঁত তাৰ ৰক্ষক হবৰ উপযোগীও নহয়। যিসকল ধৰ্ম্মপৰায়ণ সেইসকলৰ বাহিৰে কেও তাৰ ৰক্ষক হব নোৱাৰে ;[৩৪] কিন্তু সিহঁতৰ সৰহভাগেই ( এই কথা নাজানে।

---

৩০। 'উৎবা, শেইবা, আবু-চুফ্‌য়ান, আবুযহল প্ৰভৃতি কোৰেইশৰ মুখিয়াল নেতা-বিলাকে দাৰুন্-নদৱাত গোট খাই অভিসন্ধি সাজিছিল যাতে ইচ্‌লাম আৰু ইচ্‌লামৰ প্ৰৱৰ্ত্তক ধ্বংস হয়। আল্লাই নিজ 'কৌশল'ৰে দুয়োকে ৰক্ষা কৰিলে।

৩১। চোৰা, ৬ : ২৬

৩২। বদৰৰ যুদ্ধৰ দিনা আবু যহলে এইদৰে প্ৰাৰ্থনা কৰিছিল। আল্লাই এই প্ৰাৰ্থনামতে সিহঁতক পৰাজিত কৰিলে।—বোখাৰী, আধ্যা তফ্‌চীৰ।

৩৩। চোৰা, ১১ : ৪। হজ্‌ৰত (স্ব) যেতিয়ালৈকে মক্কাত আছিল আল্লাৰ শাস্তি অহা নাছিল। মক্কা বিজয়ৰ দিনা সেই ভীষণ শাস্তি নামিছিল। কোৰেইশে ক্ষমা ভিক্ষা কৰাও নাছিল ; বৰং ইচ্‌লামৰ বিৰুদ্ধে অপৰিসীম চেষ্টা কৰিছিল, বহু বছৰ একেৰাহে।

৩৪। যিবিলাকক সিহঁতে ক'বালৈ অহাত বাধা দিছিল সেইবিলাকক কালক্ৰমে আল্লাই কা'বাৰ ৰক্ষক পাতিলে। এই আয়তে এটা ডাঙৰ ভবিষ্যৎবাণী কৰিছে।

৩৬। আৰু সেই ( পৱিত্ৰ ) ঘৰত সিহঁতৰ উপাসনা আছিল সুহুৰি মৰা আৰু চাপৰি বজোৱা মাথোন।[৩৫] ( সিহঁতক কোৱা হব, ) তোমালোকে যে অবিশ্বাস কৰিছিলা তাৰ বাবে ( আজি ) শাস্তিৰ সোৱাদ লোৱাঁ।

৩৭। বাস্তৱতে আল্লাৰ পথৰ পৰা ( লোকক ) প্ৰতিৰোধ কৰিবৰ উদ্দেশ্যে অবিশ্বাসীবিলাকে নিজৰ ধন-সম্পত্তি ব্যয় কৰে; আৰু সিহঁতে এইদৰে ব্যয় কৰিয়েই থাকিব,[৩৬] কিন্তু শেহত এনে কাৰ্য্য সিহঁতৰ পক্ষে অনুতাপৰ কাৰণহে হব, পিছত সিহঁত পৰাজিত হব; আৰু অবিশ্বাসীবিলাকক একেলগ কৰি নৰকলৈ নিয়া হব;

৩৮। যাতে আল্লাই পৱিত্ৰবিলাকৰ পৰা অপৱিত্ৰবিলাকক পৃথক কৰে; আৰু অপৱিত্ৰবিলাকৰ মাজত কিছুমানক কিছুমানৰ সৈতে সম্মিলিত কৰে, তাৰ পিছত সকলোকে একেলগে গোট খুৱাই নৰকৰ ভিতৰত পেলাই দিয়ে; প্ৰকৃতপক্ষে যিবিলাক ক্ষতিগ্ৰস্ত হব সিহঁত এইবিলাকেই।

## ৰুকু ৫

ধৰ্ম্ম আৰু বিশ্বাসৰ স্বাধীনতাৰ নিমিত্তে যুদ্ধ কৰা বৈধ; শত্ৰু ক্ষান্ত হলে মুচলমানৰো কৰ্ত্তব্য ক্ষান্ত হোৱা; সমৰ-অৰ্জ্জন বিতৰণৰ নিয়ম; বদৰৰ যুদ্ধৰ শিক্ষা; প্ৰকৃত বল হৈছে আল্লা আৰু ৰচুলত ( স্থ ) দৃঢ় বিশ্বাস, আৰু ঐক্য-বন্ধন; ইয়াৰ আগত সংখ্যাৰ বল একোকে নহয়।

৩৯। যিবিলাকে অবিশ্বাস কৰিছে সিহঁতক তুমি কোৱাঁ, সিহঁত যদি ( অন্যায় আচৰণৰ পৰা ) বিৰত থাকে, যি অতীতত ঘটিছে তাৰ বাবে সিহঁতক ক্ষমা দান কৰা হব; কিন্তু যদি সিহঁত ( পূৰ্ব্বৰ আচৰণলৈ ) উলটি আহে, তেন্তে ( সিহঁতে জানিছেই ) অতীতৰ দুৰাচাৰীবিলাকৰে সৈতে কি নিয়ম পালন কৰা হৈছিল।

---

৩৫। বৰ্ব্বৰবিলাকৰ দৰে কোৰেইশেও উপাসনাৰ সময়ত চিঞৰ আৰু হাই-উৰুমি কৰিছিল। কেতিয়াবা নাংঠ হৈ কা'বাৰ চাৰিওকালে ঘূৰিছিল।

৩৬। এই আয়তটো ভবিষ্যৎবাণী কৰা হৈছে: (১) বদৰৰ যুদ্ধৰ পাচত সিহঁতে উহদৰ যুদ্ধৰ নিমিত্তে প্ৰস্তুত হব; (২) আৰু আৰৰ যুদ্ধত সিহঁত একেবাৰে পৰাস্ত হব।

৪০। আৰু অশান্তি আঁতৰ নোহোৱালৈকে, আৰু ধৰ্ম্ম কেৱল আল্লাৰ নিমিত্তে সম্পূৰ্ণৰূপে প্ৰতিষ্ঠিত নোহোৱালৈকে, সিহঁতৰ সৈতে যুদ্ধ কৰিবা;[৩৭] কিন্তু যদি সিহঁত ক্ষান্ত হয়, তেন্তে সিহঁতে কৰা কাৰ্য্য আল্লাৰ অগোচৰ নহয়।

৪১। কিন্তু যদি সিহঁত পুনৰায় ঘূৰি যায়, তেন্তে তোমালোকে জানি থোৱা, তোমালোকৰ সংৰক্ষক আল্লাই; কেনে উত্তম সংৰক্ষক তেওঁ, আৰু কেনে শ্ৰেষ্ঠ সহায়কাৰী।

৩৭। চোৰা, ২ : ১৯৪ আৰু টী। যুদ্ধ কৰাৰ অনুমতি কিয় দিয়া হৈছে এই আয়তে বুজাই দিছে। ধৰ্ম্মপালন আৰু ধৰ্ম্মপ্ৰচাৰৰ বাটত শত্ৰুৱে যি বাধা-বিঘিনিৰ সৃষ্টি কৰিছিল সেইবিলাক দূৰ কৰাহে যুদ্ধৰ উদ্দেশ্য আছিল। 'আব্দুল্লা ইব্নে' উমৰে কৈছে, যেতিয়া মুচলমানৰ সংখ্যা কম আছিল আৰু সিহঁতে নানা উপদ্ৰৱ সহ্য কৰিব লগীয়া হৈছিল, তেতিয়া আত্মৰক্ষা আৰু ধৰ্ম্মৰক্ষাৰ কাৰণে তেওঁলোকক যুদ্ধৰ অনুমতি দিয়া হৈছিল। যেতিয়া পিছত ইচ্লাম স্থাপিত হল, আৰু অশান্তিজনক অৱস্থা নাছিল, যুদ্ধৰ আৱশ্যকতা নাথাকিল।'—বোখাৰী।

৪২। আৰু তোমালোকে জানি থোৱা, যুদ্ধত তোমালোকে যি অৰ্জ্জন কৰা তাৰ পঞ্চম অংশ[৩৮] নিৰূপিত থাকিব আল্লাৰ নিমিত্তে, আৰু ৰচুলৰ আৰু পিতৃমাতৃহীনবিলাকৰ আৰু অভাৱগ্ৰস্তবিলাকৰ আৰু পথিকবিলাকৰ নিমিত্তে, যদিহে তোমালোকে আল্লাত, আৰু আমি নিজ ভৃত্যৰ প্ৰতি যি (বিশেষ সাহায্যৰ) অৱতাৰণ কৰিছিলোঁ মীমাংসাকাৰী দিনা[৩৯] তাত বিশ্বাস কৰা, যিদিনা দুয়ো দল (যুদ্ধ কৰিবলৈ) পৰস্পৰ সন্মুখীন হৈছিল; আৰু সকলো বস্তুৰেই ওপৰত আছে আল্লাৰ মহান ক্ষমতা।

৪৩। আৰু সেই সময়ত তোমালোক উপত্যকাৰ ওচৰ প্ৰান্তত আছিলা, আৰু সিহঁত আছিল দূৰৈৰ প্ৰান্তত। আৰু বণিক যাত্ৰীদল তোমালোকৰ তলত নামনিত[৪০] আছিল; আৰু তোমালোকে (আক্ৰমণ সম্বন্ধে) পৰস্পৰ স্থিৰ কৰি থোৱা হলেও, নিশ্চয় তাৰ সময় লৈ তোমালোকৰ মাজত মতানৈক্যৰ[৪১] সৃষ্টি হ'লহেতেন; কিন্তু (আল্লাই তোমালোকক যুদ্ধত সন্মুখীন কৰিলে) যাতে যি ঘটনা পূৰ্ব্বেই স্থিৰ কৰি থোৱা হৈছিল তাকে আল্লাই ঘটায়; [৪২] তাৰ ফলত যি মৰে সি যেন প্ৰত্যক্ষ প্ৰমাণ দেখি[৪৩] মৰে, আৰু যি জীৱিত থাকে সি যেন প্ৰত্যক্ষ প্ৰমাণ দেখি জীৱিত থাকে; আৰু নিশ্চয় আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

---

৩৮। সমৰ-অৰ্জ্জনৰ পাঁচ ভাগ কৰা হৈছিল। চাৰিভাগ সৈন্যদলৰ মাজত ভগাই দিয়া হৈছিল। অৱশিষ্ট পঞ্চম ভাগক পাঁচভাগে বিভক্ত কৰি তাৰে এভাগ হজ্‌ৰত ৰচুলৰ (দ) নিমিত্তে পৃথক কৰা হৈছিল। কিন্তু তেওঁ নিজৰ ভাগ সদায় পৰৰ হিতসাধনৰ কাৰণে ব্যয় কৰিছিল। খাইবৰৰ যুদ্ধৰ সময়ত হজ্‌ৰতে (দ) কৈছিল, মই নিজৰ ভাগ নিজে ভোগ নকৰি তোমালোককেই ওলোটাই দিওঁ।

৩৯। চোৰা, আয়ত ৩০ আৰু টী। বদৰৰ যুদ্ধৰ দ্বাৰা আল্লাই সত্যৰ জয় আৰু অসত্যৰ পৰাজয় দেখুৱাইছিল।

৪০। বণিকযাত্ৰীদল আবু চুফ্‌য়ানৰ নেতৃত্বত সমুদ্ৰতীৰৰ কাষেদি মদিনাৰ কালে যাব ধৰিছিল।

৪১। কোৰেইশৰ দল-বল বেছি আছিল দেখি কিছুমান মুচলমান সিহঁতক আগ বাঢ়ি আক্ৰমণ কৰাৰ বিপক্ষে আছিল।

৪২। আল্লাৰ এয়ে মীমাংসা, সত্যৰ সমৰ্থন কৰোঁতাবিলাক দুৰ্ব্বল হলেও জয়ী হব।

৪৩। নিহত হোৱাবিলাকে নিজৰ মৃত্যু দ্বাৰা আল্লাৰ নিদৰ্শনৰ সত্যতা প্ৰমাণ কৰিলে; আৰু জীৱিত থকাবিলাকেও নিজ চকুৰে দেখা পালে, আল্লাই সত্যক প্ৰতিষ্ঠিত কৰিবলৈ কিদৰে বিশেষ সাহায্যৰ অৱতাৰণ কৰে।

৪৪। সেই সময়ত তোমাক আল্লাই তোমাৰ সপোনত[৪৪] সিহঁতক সংখ্যাত কম যেন দেখুৱাইছিল, কিয়নো তেওঁ সিহতঁক সংখ্যাত বেছি দেখুওৱা হলে তোমালোক নিশ্চয় নিৰুৎসাহ হলাহেতেন, আৰু নিশ্চয় ( আক্ৰমণৰ ) বিষয় লৈ তোমালোকে নিজৰ মাজতে কন্দল কৰিলাহেতেন। কিন্তু ( তেনে অৱস্থাৰ পৰা তোমালোকক ) আল্লাই ৰক্ষা কৰিলে। বাস্তৱতে অন্তৰসমূহত যি নিহিত থাকে তাকো আল্লাই ভালকৈ জানে।

৪৫। আৰু ( চোৱাঁ ) যেতিয়া যুদ্ধত তোমালোক পৰস্পৰ সন্মুখীন হলা, আল্লাই সিহঁতক তোমালোকৰ চকুত কম যেন দেখুৱাইছিল, আৰু তোমালোকক তেওঁ সিহঁতৰ চকুত ( নিজতকৈ ) কমেই[৪৫] দেখুৱাইছিল ; আল্লাই এনে কৰাৰ উদ্দেশ্য, ) যাতে যি ঘটনা পূৰ্ব্বেই স্থিৰ কৰি থোৱা হৈছিল তাকে আল্লাই ঘটায় ; আৰু আল্লাৰ ফালে সকলো বিষয়ৰেই প্ৰত্যাবৰ্ত্তন।[৪৬]

## ৰুকু ৬

সফলতা লাভ কৰিবৰ উপায় হৈছে একতা-বন্ধন, ধৈৰ্য্যধাৰণ, উদ্যম আৰু উদ্যোগ, আৰু আল্লাত আৰু তেওঁৰ ৰচুলত দৃঢ় বিশ্বাস ; শয়তানৰ প্ৰলোভনে প্ৰকৃততে পৰাজয়ৰ বাট দেখুৱায়।

৪৬। হে বিশ্বাসীসকল, ( যুদ্ধত ) যেতিয়া তোমালোকে কোনো শত্ৰুদলৰ সৈতে সন্মুখীন হোৱা তেতিয়া দৃঢ় হৈ থাকিবা, আৰু আল্লাক[৪৭] বেছিকৈ স্মৰণ কৰিবা, যাতে তোমালোকে সফলতা লাভ কৰিব পাৰা।

৪৭। আৰু তোমালোক আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকিবা; আৰু পৰস্পৰ বিবাদ নকৰিবা ; তেনে কৰিলে তোমালোক সৰপা হৈ পৰিবা,

---

৪৪। হজ্ৰতে ( স্ব ) যুদ্ধলৈ ওলোৱাৰ আগতে এনে সপোন দেখিছিল। ইয়াৰ অৰ্থ হৈছে, সিহঁত শক্তিহীনহৈ পৰাজিত হব।—ইব্‌নে-যৰীৰ।

৪৫। কোৰেইশ্ সৈন্ত বেছি থকা সত্বেও সাহিয়াল মুচলমানৰ চকুত তাকৰ যেন লাগিছিল ; আৰু মুচলমান সেনাক তাকৰ দেখি কোৰেইশে ভাবিছিল, সিহঁতক পৰাস্ত কৰা নিতান্ত সহজ।

৪৬। সকলো বিষয়ৰ শেষ মীমাংসাকাৰী আল্লা।

৪৭। কোৰেইশে নিজ ঠাকুৰিলাকৰ সহায় লৈছে ; কিন্তু তোমালোকৰ একমাত্ৰ সহায় আল্লা।

আৰু তোমালোকৰ শক্তি[৪৮] লোপ হব; আৰু ধৈৰ্য্য ধাৰণ কৰিবা; নিশ্চয় ধৈৰ্য্য ধাৰণ কৰোঁতাসকলৰ সঙ্গী আল্লা।

৪৮। আৰু তোমালোক সেইবিলাকৰ সদৃশ নহবা যিবিলাক নিজৰ ঘৰ-বাৰীৰ পৰা (ৰণলৈ) ওলাইছিল গৰ্ব্ব কৰি, আৰু মানুহক দেখুৱাবৰ কাৰণে,[৪৯] আৰু (লোকক) আল্লাৰ পথৰ পৰা প্ৰতিৰোধ কৰিবৰ অভিপ্ৰায়ে; আৰু সিহঁতে যি কাৰ্য্যকে কৰে আল্লাই তাক আগুৰি ধৰে।

৪৯। আৰু (চোৰাঁ) শয়তানে[৫০] সিহঁতৰ কাৰ্য্যাবলী সিহঁতৰ নিমিত্তে শোভনীয় কৰি দেখুৱাইছিল আৰু কৈছিল, মানুহৰ মাজত কেও নাই যি আজি তোমালোকৰ ওপৰত পৰাক্ৰান্ত হব পাৰে; আৰু সচাকৈয়ে মইহে তোমালোকৰ সহায় কৰোঁতা। কিন্তু (ৰণক্ষেত্ৰত) যেতিয়া দুয়ো দল সন্মুখীন হ'ল, সি ইয়াকে কৈ পিছ হুঁহকি উভতি গ'ল, বাস্তৱতে (এতিয়া) তোমালোকৰ সৈতে মোৰ কোনো সম্পৰ্ক নাই; যি তোমালোকে দেখা পোৱা নাই,[৫১] মই নিশ্চয় দেখা পাইছোঁ; নিশ্চয় মই আল্লালৈ ভয় ৰাখোঁ, কিয়নো শাস্তি দিয়াত আল্লা কঠোৰ[৫২]।

৪৮। আৰবী শব্দ 'ৰীহ'ৰ অৰ্থ বায়ু। তোমালোকৰ বায়ু ওলাই যাব; ইয়াৰ অৰ্থ, তোমালোক দুৰ্ব্বল হৈ পৰিবা; তোমালোকৰ ক্ষমতা আৰু প্ৰাধান্য নাইকিয়া হব; একতা হৈছে শক্তি, কন্দল হৈছে দুৰ্ব্বলতা।

৪৯। কোৰেইশ্ সৈন্যদল আবু যহলৰ নেতৃত্বত নাচ-গান কৰি, উদ্ধতালি দেখুৱাই মক্কাৰ পৰা ৰণলৈ ওলাইছিল।

৫০। সাধাৰণ অৰ্থৰ বাহিৰে কিছুমান ব্যাখ্যাকাৰে 'শয়তানে' এজন বিশেষ মানুহ বুজাইছে বুলি কয়। তেওঁ হৈছে, বনুবকৰৰ এজন মুখিয়াল নেতা, চুৰাকা-বিন-মালিক। প্ৰথমতে তেওঁ কোৰেইশক যুদ্ধলৈ ওলাবলৈ উদগণি দিছিল। কিন্তু যুদ্ধ আৰম্ভ হোৱাৰ আগতে তেওঁ পলালে। কথিত আছে, পিছত এই চুৰাকাই ইচ্‌লাম গ্ৰহণ কৰিলে।

৫১। তোমালোকে মুচ্‌লিম সেনাক তাকৰ আৰু দুৰ্ব্বল দেখিছা, কিন্তু মই সিহঁতৰ সাহ আৰু উদ্যম দেখি স্তম্ভিত হৈছোঁ।

৫২। এই অদ্ভুত সফলতা লাভ কৰিবৰ কেইটামান উপায় উল্লিখিত হৈছে; (১) দৃঢ়, অটল বিশ্বাস সৰ্ব্বপ্ৰথম; (২) প্ৰত্যেক মুহূৰ্ত্ততে আল্লাক স্মৰণ কৰা আৰু তেওঁৰ ওচৰত প্ৰাৰ্থনা কৰা; (৩) আল্লাৰ আৰু ৰচুলৰ সকলো অৱস্থাতে বাধ্য হৈ থকা; (৪) একতাবদ্ধ হৈ নিজৰ শক্তি বৃদ্ধি কৰা; (৫) সকটৰ সময়ত ধৈৰ্য্য ধাৰণ কৰা; (৬) উদ্ধত, অহঙ্কাৰী নহৈ নীৰৱে নিজৰ কৰ্ত্তব্য সাধন কৰা; আৰু (৭) আল্লাৰ ওপৰত নিৰ্ভৰ কৰি ধৰ্ম্ম আৰু সমাজৰ সেৱা কৰা।

# ৰুকু ৭

বদৰৰ যুদ্ধত মুচ্লিম সৈন্যদলৰ জয়লাভ ; নিজৰ শক্তিৰ ওপৰত ভৰসা নকৰি আল্লাৰ ওপৰত ভৰসা কৰা উচিত ; কোৰেইশৰ বাৰে বাৰে চুক্তি-ভঙ্গ ; জাতীয় উত্থান-পতনৰ বিষয়ে আল্লাৰ নিয়ম।

৫০। চোৱাঁ, কপটাচাৰীবিলাকে আৰু যিবিলাকৰ অন্তৰসমূহত ব্যাধি আছিল সেইবিলাকে কৈছিল, সিহঁতৰ ধৰ্মই সিহঁতক প্ৰবঞ্চনাত[৫৩] পেলাইছে ; ( কিন্তু প্ৰকৃততে তেওঁলোক আল্লাৰ ওপৰত নিৰ্ভৰশীল আছিল ), আৰু আল্লাৰ ওপৰত যেয়ে নিৰ্ভৰ কৰে তাৰ নিমিত্তে নিশ্চয় আল্লা ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

৫১। আৰু অবিশ্বাসীবিলাকৰ মৃত্যু ঘটাবৰ সময়ত ফিৰিশ্তাবিলাকে কেনেকৈ সিহঁতৰ মুখ সমূহত[৫৪] আৰু সিহঁতৰ পিঠিসমূহত আঘাত কৰিছিল তুমি যদি দেখা পোৱাহেতেন! আৰু ( সিহঁতক কোৱা হৈছিল, ) এতিয়া তোমালোকে পোৰণিৰ শাস্তিৰ সোৱাদ লৈ থাকাঁ।

৫২। যি তোমালোকে পূৰ্ব্বে আৰ্জ্জিছিলা এই শাস্তি তাৰেই প্ৰতিফল ; আৰু ( জানি থোৱাঁ, ) আল্লাই ( নিজ ) ভৃত্যবিলাকৰ প্ৰতি কেতিয়াও অন্যায় নকৰে।

৫৩। ফিৰৌনৰ জ্ঞাতি আৰু সিহঁতৰ পূৰ্ব্বগামীবিলাকৰ যি অৱস্থা হৈছিল[৫৫] ( সিহঁতৰো অৱস্থা সেই অনুৰূপ) ; সিহঁতে আল্লাৰ নিদৰ্শনসমূহ অস্বীকাৰ কৰিছিল ; সেই দেখি সিহঁতৰ পাপসমূহৰ বাবে আল্লাই সিহঁতক ধৰিছিল ; নিশ্চয় আল্লা শক্তিশালী, শাস্তি দিয়াত কঠোৰ।

৫৪। ইয়াৰ কাৰণ এই, যি অনুগ্ৰহ আল্লাই কোনো জাতিক দান কৰে

---

৫৩। ধৰ্ম্ম আৰু সত্যৰ অনুৰাগক প্ৰতাৰণা আৰু উন্মত্ততা বুলি কপটাচাৰীবিলাকে ভাবে। বৰ্ত্তমানকালতো এনে ভাবৰ বহুত মানুহ পৃথিবীত দেখা যায়।

৫৪। যিবিলাকে মুখামুখি হৈ যুদ্ধ কৰিছিল সিহঁতৰ বহুতো মৃত্যুৰ মুখত পৰিছিল। আৰু পিঠি দেখুৱাই যিবিলাক পলাইছিল সিহঁতৰো বহুত নিহত হৈছিল।

৫৫। প্ৰকৃততে এইটো এটা ভবিষ্যৎবাণী। মূচাৰ ( আ ) বিৰুদ্ধে ফিৰৌন আৰু তেওঁৰ দলৰ সকলো চেষ্টা ব্যৰ্থ হৈছিল, আৰু সিহঁত পানীত বুৰি মৰিল। সেইদৰে হজৰত মহম্মদৰ ( দ ) বিৰুদ্ধে কোৰেইশে যুদ্ধ কৰি নিজৰহে ধ্বংস সাধন কৰিব।

সেই অনুগ্ৰহ তেওঁ কেতিয়াও পৰিবৰ্ত্তন নকৰে,[৫৬] যেতিয়ালৈকে সেই জাতিয়ে নিজৰ অৱস্থা নিজেই পৰিবৰ্ত্তন কৰি নলয়; আৰু (স্মৰণ ৰাখা) আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৫৫। ফিৰৌনৰ জ্ঞাতি আৰু সিহঁতৰ পূৰ্ব্বগামীবিলাকৰ যি অৱস্থা হৈছিল (সিহঁতৰো অৱস্থা সেই অনুৰূপ); সিহঁতে নিজ প্ৰভুৰ নিদৰ্শনসমূহক মিছা ভাবি অমান্য কৰিছিল; সেই দেখি সিহঁতৰ পাপসমূহৰ বাবে সিহঁতক আমি বিনাশ কৰিলোঁ, আৰু আমি ফিৰৌনৰ জ্ঞাতিক পানীত বুৰাই মাৰিলোঁ, কিয়নো সিহঁতৰ সকলোৱে অন্যায় আচৰণ কৰিছিল।

৫৬। বাস্তৱতে আল্লাৰ ওচৰত আটাইতকৈ অপকৃষ্ট প্ৰাণী হৈছে সেই অবিশ্বাসীবিলাক যিবিলাকে (নিদৰ্শনসমূহ দেখিও) তাত বিশ্বাস নকৰে,—

৫৭। সিহঁতৰ মাজৰ কিছুমানৰ সৈতে তুমি চুক্তিত আবদ্ধ আছিলা, কিন্তু সিহঁতে নিজে কৰা চুক্তি বাৰে বাৰে ভাঙিছিল, কিয়নো সিহঁতে আল্লালৈ ভয় নাৰাখে।

৫৮। গতিকে তুমি যদি সিহঁতক (তোমাৰ বিৰুদ্ধে) যুদ্ধত উদ্যমশীল দেখা, তুমিও সিহঁতক এনেভাৱে পৰাস্ত কৰিবা,[৫৭] যাতে সিহঁতৰ পিছত থকা সৈন্যদল ছিন্ন-ভিন্ন হৈ পলাই যায়; হৱপাৰে পিছত সিহঁতে শিক্ষা গ্ৰহণ কৰে।

৫৯। আৰু তুমি যদি কোনো এদলৰ বিশ্বাসঘাতকতাৰ আশঙ্কা কৰা, তেন্তে তুমিও সিহঁতৰ চুক্তি সিহঁতলৈ ন্যায়ৰূপে প্ৰত্যৰ্পণ কৰিবা, যাতে দুই দলৰ সমান অৱস্থা[৫৮] হৈ পৰে; আল্লাই বিশ্বাসঘাতকবিলাকক নিশ্চয় ভাল নাপায়।

---

৫৬। যি জাতি সত্য আৰু ন্যায়ৰ পথত নাথাকে সেই জাতিয়ে নিজৰ পতনক নিজেই আহ্বান কৰে।

৫৭। যদি শত্ৰুপক্ষে চুক্তি ভাঙি যুদ্ধ কৰিবলৈ আগ বাঢ়ি আহে, তোমালোকে তাৰ প্ৰত্যুত্তৰ দিবলৈ সঙ্কোচ বোধ নকৰিবা; বৰং তৎপৰ হৈ শত্ৰুক ছেদেলি-ভেদেলি কৰি পৰাস্ত কৰিবা। এয়ে আত্মৰক্ষাৰ উপায়।

৫৮। শত্ৰুদলে যদি চুক্তি ভাঙি আক্ৰমণৰ যো-জা কৰে মুচ্‌লিম দলে প্ৰথমে চুক্তিভঙ্গৰ ঘোষণা কৰিব। তেতিয়া দুয়োদলৰে অৱস্থা সমানটৈ পৰিব। তাৰ পাছত যুদ্ধ চলিব পাৰে। সকলো কাৰ্য্য ন্যায়মতে কৰিব লাগিব।

# ৰুকু ৮

ধৰ্ম্মৰক্ষাৰ নিমিত্তে যুদ্ধৰ আয়োজন ; সন্ধিৰ প্ৰত্যুত্তৰ সন্ধি ; আল্লাৰ
সাহায্য সুনিশ্চিত ; একতা, পৰস্পৰৰ প্ৰেম, আৰু
আল্লাৰ ওপৰত সম্পূৰ্ণ বিশ্বাস হৈছে
জয়লাভৰ একমাত্ৰ উপায়।

৬০। আৰু অবিশ্বাসীবিলাকে যেন এনে ধাৰণা নকৰে, সিহঁতে ( সত্য গ্ৰহণ কৰোঁতাসকলক ) চেৰ পেলাই গৈছে। বাস্তৱতে সিহঁতে কেতিয়াও তেওঁলোকক নিৰুপায় কৰিব নোৱাৰে।[৫৯]

৬১। আৰু সিহঁতৰ বিপক্ষে সৈন্যশক্তি বৃদ্ধি কৰি আৰু সীমা ৰক্ষাৰ কাৰণে অশ্বাৰোহী সেনা নিযুক্ত কৰি নিজ সাধ্যমতে সকলো আয়োজন প্ৰস্তুত ৰাখিবা।[৬০] এই উপায়েৰে তোমালোকে আল্লাৰ শত্ৰুৰ[৬১] আৰু তোমালোকৰ শত্ৰুৰ মনত, আৰু সিহঁতৰ উপৰি অইন শত্ৰুবিলাকৰো মনত—সিহঁতক তোমালোকে নাজানা, কিন্তু আল্লাই সিহঁতক জানে—ভীতি সঞ্চাৰ কৰিবা ; আৰু যি ধন তোমালোকে আল্লাৰ পথত ব্যয় কৰা তোমালোকক পূৰ্ণমাত্ৰায় ওলটাই দিয়া হব ; আৰু তোমালোকৰ প্ৰতি অন্যায় কৰা নহব।

৬২। আৰু যদি সিহঁতে সন্ধি স্থাপন কৰিবলৈ ইচ্ছুক হয় তুমিও সেই ফালে ঢাল লবা ; আৰু আল্লাৰ ওপৰত নিৰ্ভৰ কৰিবা ; ইয়াত কোনো সন্দেহ নাই তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৬৩। আৰু যদি সিহঁতে তোমাক প্ৰতাৰণা[৬২] কৰিবলৈ ইচ্ছা কৰে,

---

৫৯। এই আয়তৰ কিছুমানে অৰ্থ কৰিছে, অবিশ্বাসীবিলাকে যেন কেতিয়াও নাভাবে যে সিহঁতে আল্লাৰ কামত বাধা দিব পাৰিব।

৬০। বদৰৰ যুদ্ধৰ নিমিত্তে মুচলমানবিলাক একেবাৰেই প্ৰস্তুত নাছিল। তেওঁলোকে জয়লাভ কৰিছিল কেৱল আল্লাৰ অলৌকিক সহায়েৰে। শত্ৰুৱে যে পুনৰায় আক্ৰমণ চলাব হজৰতে ( স ) জানিছিল ; আৰু তেওঁ আল্লাৰ আদেশ পাইছিল, এতিয়াৰে পৰা মুচ্লিম দলে নিজৰ সমৰশক্তি বঢ়াই আত্মৰক্ষাৰ নিমিত্তে প্ৰস্তুত থাকিব লাগিব।

৬১। সত্যপ্ৰচাৰৰ কামত যিবিলাকে বাধা দিছিল আৰু ইচ্লামে যেন গুটি নধৰে তাৰ কাৰণে যাৰ পৰ নাই চেষ্টা কৰিছিল সেইবিলাক হৈছে আল্লাৰ আৰু তোমালোকৰ শত্ৰু। সিহঁতক সহায় কৰোঁতা জাতি-উপজাতিবোৰ হৈছে 'অইন শত্ৰু'।

৬২। সিহঁতে যদি ছলনা কৰিও সন্ধিৰ প্ৰস্তাৱ কৰে তথাপি তোমালোকে সন্ধি কৰিবা ; তোমালোকৰ নিমিত্তে আল্লাৰ সহায় যথেষ্ট।

তেন্তে (জানিবা) তোমাৰ কাৰণে আল্লাই যথেষ্ট ; তেৱেঁই নিজ কালৰ পৰা সহায় দান কৰি আৰু বিশ্বাসীসকলৰ দল এটাৰে তোমাক শক্তিসম্পন্ন কৰিছে।

৬৪। আৰু তেওঁলোকৰ অন্তৰসমূহত তেওঁ পৰস্পৰৰ প্ৰীতি স্থাপন কৰিছে ; পৃথিবীৰ সমগ্ৰ বস্তু তুমি ব্যয় কৰা হলেও তেওঁলোকৰ অন্তৰসমূহত পৰস্পৰৰ প্ৰীতি স্থাপন কৰিবলৈ অক্ষম হলাহেতেন ;[৬৩] কিন্তু আল্লাই (নিজে) তেওঁলোকৰ মাজত প্ৰীতি স্থাপন কৰিছে ; ইয়াত সন্দেহ নাই তেৱেঁই ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

৬৫। হে নবী, তোমাৰ নিমিত্তে, আৰু যি বিশ্বাসীসকলে তোমাৰ অনুগমন কৰিছে সেই সকলৰ নিমিত্তে আল্লাই যথেষ্ট।

## ৰুকু ৯

বিশ্বাসীসকলৰ দৃঢ় বিশ্বাস আৰু স্থিৰসঙ্কল্প থকা মানে তেওঁলোক অবিশ্বাসী শত্ৰুদলৰ ওপৰত পৰাক্ৰান্ত হব ; যুদ্ধ নিয়ম মতে আৰম্ভ নোহোৱালৈকে শত্ৰুপক্ষৰ সেনাক বন্দী কৰা নিষেধ ; বদৰৰ জয়লাভ আল্লাই লিপিবদ্ধ কৰি থৈছিল।

৬৬। হে নবী,বিশ্বাসীসকলক যুদ্ধ কৰিবলৈ উদগনি দিয়া ;[৬৪] তোমালোকৰ মাজত ধৈৰ্য্য ধৰি থাকিব পৰা যদি কুৰিজন মানুহ ওলায় তেওঁলোক দুশ'জনৰ ওপৰত পৰাক্ৰান্ত হব পাৰিব ; আৰু যদি তোমালোকৰ মাজত তেনে মানুহ এশ'জন থাকে, তেওঁলোকে অবিশ্বাসীবিলাকৰ মাজৰ এহেজাৰ মানুহৰ ওপৰত পৰাক্ৰান্ত হব পাৰিব ; ইয়াৰ কাৰণ এই, অবিশ্বাসীবিলাক হৈছে এনে ধৰণৰ লোক যাৰ বোধশক্তি নাই।

৬৭। সম্প্ৰতি আল্লাই তোমালোকৰ ভাৰ লঘু কৰিছে, কিয়নো তেওঁ জানে তোমালোকৰ মাজত দুৰ্ব্বলতা বিদ্যমান। গতিকে তোমালোকৰ মাজত যদি ধৈৰ্য্য ধাৰণ কৰি থাকিব পৰা এশ'জন মানুহ থাকে, তেওঁলোকে দুশ'জনৰ

---

৬৩। পৰস্পৰৰ মিলনে মুচলমান সমাজক একতাবদ্ধ কৰিলে ; আৰু সংখ্যাতকৈ একতাৰ শক্তি বেছি। এনে ভ্ৰাতৃভাৱ আৰু মনৰ মিল স্থাপন কৰা আল্লাৰ বিশেষ সাহায্য।

৬৪। ওপৰৰ আঃ ২০ আৰু ৩৯ ত শত্ৰুপক্ষক যুদ্ধৰ পৰা বিৰত থাকিবলৈ কোৱা হৈছিল ; কিন্তু সিহঁত ক্ষান্ত নহৈ আন আন উপজাতিকো মিত্ৰ কৰি লৈ মুচলমানবিলাকৰ বিৰুদ্ধে এটা ভাণ্ডৱ অভিযান চলাবৰ যো-জা কৰিছিল। এই কাৰণে নিজকে আৰু নিজৰ ধৰ্ম্ম ৰক্ষা কৰিবৰ নিমিত্তে মুচলমানবিলাকক যুদ্ধ কৰিবলৈ উদগনি দিয়া হৈছে।

ওপৰত পৰাক্রান্ত হব পাৰিব ;[৬৫] আৰু যদি তেনে মানুহ তোমালোকৰ মাজত এহেজাৰ থাকে, তেওঁলোক আল্লাৰ আদেশ মতে দুই হেজাৰৰ ওপৰত পৰাক্রান্ত হব পাৰিব ; আৰু ( স্মৰণ থাকে যেন ) আল্লা ধৈৰ্য্যশীলসকলৰ সঙ্গী।

৬৮। নবীৰ পক্ষে যুগুত নহয়, তেওঁ শত্রুপক্ষৰ মানুহক বন্দী কৰে, যেতিয়ালৈকে তেওঁ দেশৰ যুদ্ধত নিয়ম মতে প্রবৃত্ত[৬৬] নহয়। তোমালোকে ইহলোকৰ সম্বল কামনা কৰা, কিন্তু আল্লাই ( তোমালোকৰ কাৰণে ) পৰলোকৰ ( মঙ্গলৰ ) ইচ্ছা কৰে ; আৰু আল্লা ক্ষমতাশালী, শ্রেষ্ঠজ্ঞানী।

৬৯। পূর্ব্বেই আল্লাৰ মীমাংসা লিপিবদ্ধ নোহোৱা হলে তোমালোকে (যুদ্ধত ) যি গ্ৰহণ কৰিছিলা তাৰ বাবে তোমালোকক নিশ্চয় এটা মহান শাস্তিয়ে[৬৭] ধৰিলেহেতেন।

৭০। গতিকে তোমালোকে যি বৈধ, বিশুদ্ধ বস্তু যুদ্ধত লাভ কৰিছা তাকে উপভোগ কৰিবা, আৰু ( সকলো অৱস্থাতে ) আল্লাৰ ভয ৰাখিবা ; আৰু আল্লা শ্রেষ্ঠ মাজ্জনাকাৰী, পৰম দানশীল।

## কুৰু ১০

যুদ্ধৰ বন্দীবিলাকক মুক্তি দিয়া উচিত ; মুচ্লিমে সহায় কৰিবৰ দায়িত্ব কেতিয়া লব নালাগে ; প্রকৃততে বিশ্বাসী কোন ; তেওঁলোক মুচ্লিম সমাজৰ অংশ।

৭১। হে নবী, যি বন্দীবিলাক তোমালোকৰ হাতসমূহত পৰিছে সিহঁতক কোৱাঁ, তোমালোকৰ অন্তৰসমূহত আল্লাই উত্তম অভিপ্রায় দেখিলে

---

৬৫। আগৰ আয়তত কোৱা হৈছে, মুচলমানৰ বিশ্বাস দৃঢ় থাকলে আৰু আল্লাৰ ওপৰত ভৰসা কৰিলে শত্রুৰ সংখ্যা দহ গুণ বেছি হলেও তেওঁলোকে সিহঁতক পৰাস্ত কৰিব পাৰিব। এই আয়তত কৈছে, আগৰ নিচিনা উদ্যম আৰু উৎসাহ নাথাকিলেও কমপক্ষে তেওঁলোকে দুগুণ শত্রুসৈন্যক অনায়াসে পৰাজিত কৰিব।

৬৬। প্রকাশ্যৰূপে ঘোষণা কৰি যুদ্ধ আৰম্ভ নকৰালৈকে শত্রুপক্ষৰ সেনাক বন্দী কৰিবলৈ ইচ্লামে নিষেধ কৰিছে। ইচ্লামৰ পূর্ব্বে যেতিয়া তেতিয়াই ইপক্ষে সিপক্ষৰ মানুহক বিনা কাৰণে আটক কৰি ৰাখিছিল। কোৱা অনাৱশ্যক, এনে প্রথা যুদ্ধৰ বিধানৰ বিৰুদ্ধে।

৬৭। বদৰৰ যুদ্ধত মুচলমানবিলাকে জয়লাভ কৰিলে আল্লাৰ বিশেষ সাহায্যৰ বলত। হজ্ৰতক (ৰ) আল্লাই এই সম্বন্ধে আগতে জানিব দিছিল ( ৮ : ৬ )। এনে মীমাংসা আল্লাই আগবে পৰা নকৰা হলে মুচলমানবিলাকে দাৰুণ কষ্ট আৰু ক্ষতি ভোগ কৰিব লগীয়া হ'লহেতেন।

তোমালোকৰ পৰা ( বিনিময়ৰূপে ) যি গ্ৰহণ কৰা হৈছে[৬৮] তাৰ সলনি তেওঁ তোমালোকক দান কৰিব যি তাতোকৈ উত্তম ; আৰু তেওঁ তোমালোকক ক্ষমা কৰিব ; আৰু আল্লা শ্ৰেষ্ঠ মাৰ্জ্জনাকাৰী, পৰম দানশীল।

৭২। আৰু যদি সিহঁতে তোমাৰ সৈতে বিশ্বাসঘাতকতা[৬৯] কৰিবলৈ ইচ্ছা কৰে, তেন্তে ( জানিবা ) স্বৰূপতে সিহঁতে ইয়াৰ পূৰ্ব্বে আল্লাৰো বিশ্বাস ভাঙিছিল ; কিন্তু তেওঁ তোমাক সিহঁতৰ ওপৰত ক্ষমতা প্ৰদান কৰিলে ; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

৭৩। যিসকলে বিশ্বাস স্থাপন কৰিছে, আৰু দেশত্যাগ কৰিছে, আৰু আল্লাৰ পথত নিজৰ ধন-সম্পদ আৰু প্ৰাণসমূহ বিসৰ্জন দি যুদ্ধ কৰিছে, আৰু যিসকলে (তেওঁলোকক) আশ্ৰয় দিছে আৰু সহায় কৰিছে, এই দুয়োদল[৭০] নিশ্চয় পৰস্পৰৰ বন্ধু। আৰু যিসকল বিশ্বাসী হৈছে কিন্তু দেশত্যাগ কৰা নাই, তেওঁলোকৰ সংৰক্ষণৰ কোনো দায়িত্ব তোমালোকৰ ওপৰত নপৰে[৭১]—যেতিয়ালৈকে তেওঁ-

৬৮। বদৰৰ যুদ্ধত হজৰতৰ (ছ) দদায়েক আব্বাচো বন্দী হৈছিল। সেইসময়ত তেওঁ মুচলমান হোৱা নাছিল, আৰু কোৰেইশৰ লগতে যুদ্ধত যোগ দিছিল। তেওঁৰ হৈ কিছুমান মুচলমানে হজৰতৰ ওচৰত খাটিছিল, তেওঁৰ পৰা বিনিময় নোলোৱাকৈ তেওঁক যেন মুক্তি দিয়া হয়। হজৰতে (ছ) কলে, আল্লাৰ বিধান সকলোৰ কাৰণে একেই ; আব্বাচ মোৰ দদাই হলেও বিনিময় আদায় কৰিহে মুক্তি লাভ কৰিব পাৰিব। বিনিময় লোৱা হ'ল পিছত যেতিয়া তেওঁ ইচলাম গ্ৰহণ কৰিছিল তেওঁৰ বিনিময় তেওঁক ওভোতাই দিয়া হৈছিল।

৬৯। ইচলামৰ পূৰ্ব্বে ৰণৰ বন্দীবিলাকক সাধাৰণতে হত্যা কৰা হৈছিল। ইচলামে এনে নিষ্ঠুৰ প্ৰথা তুলি দি বিনিময় দি মুক্তি অৰ্জ্জন কৰাৰ নিয়ম প্ৰতিষ্ঠা কৰিলে। বিশ্বাসঘাতক বন্দীকো হত্যা কৰা নিষেধ আছিল।

৭০। হজৰতে (ছ) যেতিয়া মক্কা এৰি মদিনালৈ যায়, অলপ আগে পিছে প্ৰায় এশ'জন মুচলিমেও কোৰেইশৰ নিৰ্য্যাতন সহিব নোৱাৰি ঘৰ এৰি মদিনাত আশ্ৰয় লয়। এই বিলাকক 'মুহাযেৰীন' বোলে। মদিনাবাসী মুচলিমবিলাকে তেওঁলোকক সহায় কৰাৰ কাৰণে তেওঁলোকক কোৰানত 'আন্ছাৰ' বোলা হৈছে। হজৰতে (ছ) মুহাযেৰীন আৰু আন্ছাৰৰ ইজনৰ হাত সিজনৰ হাতত দি ভ্ৰাতৃত্বৰ সম্বন্ধ স্থাপন কৰিছিল। তাকে 'মুৱাখাত্' বোলে।

৭১। মদিনাৰ পৰা মক্কাবাসী মুচলমানক ৰক্ষা কৰিবলৈ যোৱাৰ অৰ্থ কোৰেইশৰ লগত যুদ্ধ পাতি লোৱা। এই আয়ত আৰু আন আন আয়তৰ পৰা বহু শাস্ত্ৰজ্ঞসকলে মত প্ৰকাশ কৰিছে যে মুচলিম ৰাজ্যে অইন ৰাজ্যৰ মুচলমানৰ পক্ষ লৈ যুদ্ধ কৰা নিষেধ। *অৱশ্যে যদি এই সম্বন্ধে কোনো চুক্তি থাকে সেই কথা বেলেগ। যদি কোনো ৰাজ্যত* মুচলিমৰ ধৰ্মপালনৰ স্বাধীনতা নাথাকে, তেন্তে বিদ্ৰোহী নহৈ দেশ ত্যাগ কৰা শ্ৰেয়ঃ।

লোক দেশ এৰি ওলাই নাহে ; কিন্তু যদি ধৰ্ম্মসম্বন্ধে তেওঁলোকে তোমালোকৰ সহায় বিচাৰে তেন্তে সহায় কৰা তোমালোকৰ কৰ্ত্তব্য, যদিহে (সেই সহায়) এনে জাতিৰ বিৰুদ্ধে কৰা নহয় যি জাতিৰ আৰু তোমালোকৰ মাজত সন্ধিৰ চুক্তি হৈ থাকে ; আৰু তোমালোকে যি কাৰ্য্য কৰা আল্লাই নিৰীক্ষণ কৰে।

৭৪। আৰু যিবিলাকে অবিশ্বাস কৰিছে সিহঁত পৰস্পৰৰ বন্ধু। সেই দেখি (যি উপদেশ বিশ্বাসীবিলাকক সহায় কৰিবলৈ দিয়া হৈছে) তাকে যদি গ্ৰহণ নকৰা তেন্তে দেশত বিশৃঙ্খলা আৰু মহা অশান্তিৰ সৃষ্টি হব।

৭৫। আৰু যিসকলে বিশ্বাস কৰিছে আৰু নিজৰ দেশ এৰি ওলাইছে, আৰু আল্লাৰ পথত যুদ্ধ কৰিছে, আৰু যিসকলে তেওঁলোকক আশ্ৰয় দিছে আৰু সহায় কৰিছে, এই দুয়ো দল হৈছে যথাৰ্থপক্ষে বিশ্বাসী ; এইসকলৰ নিমিত্তে আছে মাৰ্জ্জনা আৰু সম্মানজনক সম্বল।

৭৬। আৰু ইয়াৰ পাছতো যিসকল বিশ্বাসী হৈছে, আৰু নিজৰ ঘৰ এৰি ওলাই আহিছে আৰু তোমালোকৰ সঙ্গী হৈ সমানে যুদ্ধ কৰিছে, সেই সকলো তোমালোকৰেই অন্তৰ্গত ; আৰু যিবিলাকৰ লগত বংশৰ সম্পৰ্ক[৭২] আছে আল্লাৰ বিধান-লিপিৰ মতে ইজন সিজনতকৈ বেছি ওচৰ ; নিশ্চয়কৈ আল্লা সকলো বিষয়ে শ্ৰেষ্ঠ জ্ঞাতা।

---

৭২। তেজ-মঙহৰ আৰু ধৰ্ম্ম ভ্ৰাতৃত্বৰ সম্পৰ্কৰ মাজত প্ৰভেদ আছে, আৰু তাকে কোৰানে স্পষ্টকৈ বুজাই দিছে, যাতে ধৰ্মৰ অনুৰাগে তেজ-মঙহৰ স্বত্ব-ৰকাত বাধা জন্মাব নোৱাৰে।

# চুৰা ৯

# আল্-বৰা'অত ঃ অব্যাহতি

## মদিনাত অৱতীৰ্ণ

১৬ ৰুকু ; ১২৯ আয়ত

এই চুৰাৰ নাম আলবৰাঅত্ প্ৰথম আয়তৰ পৰা লোৱা হৈছে। দ্বিতীয় নাম হৈছে আত্-তৌবা।—আঃ ১০৪।

কোৰান স্বীকৃত মুঠতে ১১৪টি চুৰা আছে। এই চুৰাটিক এৰি প্ৰত্যেকটি চুৰা 'বিচ্মিল্লাহিৰ্ ৰহমানিৰ্ ৰহিম' ফাকিৰে আৰম্ভ কৰা হৈছে। কেৱল এই চুৰা বৰা'অতৰ আৰম্ভণিত বিচ্মিল্লাহ্ নাই। ইয়াৰ নিশ্চয় এটি কাৰণ আছে।

আলোচ্য বিষয় হিচাবে এই চুৰাটি আগৰ চুৰাৰ অনুক্ৰমিক প্ৰসাৰ। এতেকে দুয়োটা চুৰাক একেটা চুৰা বুলি ধৰিব পাৰি; আৰু নতুনকৈ বিচ্মিল্লাহৰে আৰম্ভ কৰাৰ প্ৰয়োজন নাই।

মুচলমানবিলাক কোৰেইশ্ আৰু তেওঁলোকৰ মিত্ৰ জাতি সৈতে কৰা চুক্তিত আবদ্ধ আছিল। মুচলমানবিলাকে সকলো চৰ্ত্ত পালন কৰি আহিছিল; কিন্তু অপৰ পক্ষে বাৰে বাৰে চুক্তি ভাঙিছিল। আগৰ চুৰাৰ শেষ ভাগত তাকে উল্লেখ কৰা হৈছে। এই চুৰাৰ প্ৰথম আয়তেতে ঘোষণা কৰা হ'ল যে এতিয়াৰ পৰা চুক্তি-ৰক্ষাৰ দায়িত্ব মুচলমান-বিলাকৰ নাথাকিল। হযৰ সময়তে হজ্ৰত আলিয়ে (ৰ) হজ্ৰত ৰচুলৰ (স্ব) আদেশ মতে এই গুৰুতৰ ঘোষণা কৰিলে।

এই চুৰা অৱতীৰ্ণ হোৱাৰ সময় সম্বন্ধে মতভেদ নাই বুলিলেও হয়। হিব্ৰী নৱম বছৰত, অৰ্থাৎ হজ্ৰতৰ (স্ব) পৱিত্ৰ জীৱনৰ শেহ ভাগত এই চুৰা অৱতীৰ্ণ হয়। তবুকৰ যুদ্ধ নৱম হিব্ৰীত হৈছিল; আৰু ইয়াত কোনো ভুল নাই সেই যুদ্ধৰ সময়তে প্ৰায় গোটেই চুৰাটি অৱতীৰ্ণ হৈছিল।

এই প্ৰসঙ্গত এটা ডাঙৰ কথা উল্লেখ কৰিব লগীয়া। যি ঠাইবিলাকে চুক্তিৰ চৰ্ত্ত ভঙা নাছিল সেইবিলাক, আৰু যি মুখ্ৰিকবিলাকক মুচলমানবিলাকে আশ্ৰয় দিছিল সেই-বিলাক এই অব্যাহতি ঘোষণাৰ বাহিৰে আছিল। প্ৰথম দলৰ সৈতে চুক্তি অটুট ৰখা হৈছিল; আৰু অপৰ দলৰ সৈতে ইয়াকে ঠিক কৰা হ'ল যে যিবিলাকে নিজৰ ঠাইলৈ উভতি যাবলৈ ইচ্ছা কৰে সেইবিলাকক ৰক্ষক সঙ্গী দি নিৰাপদে পঠাই দিয়া হব।

চুক্তি ৰহিত কৰাৰ পাছতো চাৰি মাহৰ সময় দিয়া হৈছিল। ইয়াৰ মাজত কোনো যুদ্ধ হব নোৱাৰিব; বৰং পুনৰায় সন্ধি স্থাপনৰ সুবাৰ সুৰুজি থাকিব।

সপ্তম শতাব্দীত হজ্ৰত মহম্মদে (স্ব) যি সমৰ-বিধানৰ সূচনা কৰিছিল আজিও বিশ্ববাসী জাতিবিলাকৰ নিমিত্তে আদৰ্শ।

# ৰুকু ১

মুখ্ৰিকবিলাকে বাৰে বাৰে চুক্তি লঙ্ঘন কৰাৰ ফলত চুক্তি-পৰিহাৰৰ ঘোষণা; চাৰি মাহৰ সময়ৰ পাছত যুদ্ধৰ সূচনা; ইচ্লাম ধৰ্ম্ম সম্বন্ধে আলচ কৰিবলৈ মুখ্ৰিকবিলাকক সুযোগ আৰু আশ্ৰয়দান; ধৰ্ম্ম-প্ৰচাৰত বল-প্ৰয়োগ একেবাৰে নিষিদ্ধ।

১। অংশীবাদীবিলাকৰ সৈতে তোমালোক যি চুক্তিত আবদ্ধ আছিলা তাৰ বিষয়ে আল্লা আৰু তেওঁৰ ৰচুলৰ ফালৰ পৰা অব্যাহতিৰ এই ঘোষণা কৰা হল।[১]

২। গতিকে (হে অংশীবাদীবিলাক,) তোমালোকে দেশত চাৰি মাহ[২] পৰ্য্যন্ত (নিৰ্ব্বিঘ্নে) ঘূৰি ফুৰিব পাৰিবা; আৰু জানি থোৱাঁ, তোমালোকে কেতিয়াও আল্লাৰ ইচ্ছাৰ প্ৰতিৰোধ কৰিব নোৱাৰা, আৰু আল্লাই অবিশ্বাসী-বিলাকক লাঞ্ছিত কৰিব।

৩। আৰু মহা হজৰ দিনা জনসাধাৰণৰ প্ৰতি আল্লা আৰু ৰচুলৰ ফালৰ পৰা এই ঘোষণা কৰা হল,[৩] (এতিয়াৰে পৰা) অংশীবদীবিলাকৰে সৈতে কৰা চুক্তিবন্ধনৰ দায়িত্বৰ পৰা আল্লা আৰু তেওঁৰ ৰচুল মুক্ত; আৰু তোমালোকে যদি অনুতাপ কৰা, ই তোমালোকৰ পক্ষে মঙ্গলজনক; কিন্তু যদি তোমালোকে ঘূৰি যোৱা তেন্তে জানি থোৱাঁ, তোমালোকে কেতিয়াও আল্লাৰ ইচ্ছাৰ প্ৰতিৰোধ কৰিব নোৱাৰা, আৰু যিবিলাকে অবিশ্বাস কৰিছে সেইবিলাকক তুমি যন্ত্ৰণাদায়ক শাস্তিৰ সংবাদ দিয়াঁ—

১। মুখ্ৰিক্বিলাকে চুক্তিৰ চৰ্ত্তবোৰ বাৰে বাৰে ভাঙিছিল। তাৰ ফলত এনে অৱস্থাৰ সৃষ্টি হল যে মুচ্লিম পক্ষ চুক্তি বাতিল্ কৰিবলৈ বাধ্য হল।

২। চাৰিটা পবিত্ৰ মাহ, ৰযব্, যা খওৱাল, জুল্ কা'দ, যুল্-হয্, আৰু মহৰ্ৰম্। (২) ঘোষণাৰ পাছৰ কোনো চাৰিমাহ। এই চাৰি মাহৰ ভিতৰত যদি চুক্তি স্থাপিত ৰাখিবৰ সন্তোষজনক উপায় অৱলম্বন কৰা নহয় তেন্তে এই সময় অতীত হোৱাৰ লগে লগে দুই পক্ষৰ মাজত যুদ্ধৰ অৱস্থা হৈ পৰিব।

৩। তবুকৰ যুদ্ধৰ পৰা উভতি আহি হজ্ৰতে (ৰ) জানিব পাৰিলে যে মুচ্লিম ৰাষ্ট্ৰৰ বিৰুদ্ধে ঘোৰ ষড়যন্ত্ৰ হব ধৰিছে, আৰু মুখ্ৰিক্বিলাকৰ কেইবাটা খেলে সেই ষড়যন্ত্ৰত যোগ দিছে। এনে অৱস্থাত সিহঁতৰ লগত সন্ধিৰ সম্বন্ধ ছিঙি পেলোৱা অপৰিহাৰ্য্য হৈ পৰিছিল।

৪। সেই অংশীবাদীবিলাকক এৰি যিবিলাকৰ সৈতে তোমালোকে সন্ধিৰ চুক্তি কৰিছিলা, আৰু সেই চুক্তিৰ পালন কৰাত সিহঁতে অলপো ত্ৰুটি কৰা নাছিল, আৰু তোমালোকৰ বিপক্ষে কোনো এটা দলক সহায়ো কৰা নাছিল ;[৪] গতিকে সিহঁতৰে সৈতে কৰা চুক্তি সিহঁতে নিৰূপিত কৰা সময়লৈকে পূৰ্ণৰূপে পালন কৰিবা ; কোনো সন্দেহ নাই ধৰ্ম্মপৰায়ণসকলক আল্লাই ভাল পায়।

৫। পিছত যেতিয়া পবিত্ৰ কেই মাহ অন্ত হয় সেই (যুঁজাৰু) অংশীবাদীবিলাকক য'তে পোৱা ত'তে বধ কৰাত, আৰু সিহঁতক ধৰি বন্দী কৰাত, আৰু সিহঁতক অৱৰোধ কৰাত দোষ হব নালাগে ; আৰু প্ৰত্যেক লুকাই থকা ঠাইত সিহঁতৰ চোপ লবা ; কিন্তু সিহঁতে যদি অনুতাপ[৫] কৰে আৰু নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দান কৰে, সিহঁতৰ বাট মুকলি কৰিবা ; কোনো সন্দেহ নাই আল্লা শ্ৰেষ্ঠ ক্ষমাৱন্ত, পৰম দানশীল।

৬। আৰু যদি অংশীবাদীবিলাকৰ কোনো এজনে তোমাৰ আশ্ৰয় বিচাৰে তেন্তে সেইজনক আশ্ৰয় দিবা, যাতে সেইজনে আল্লাৰ বাণী মন দি শুনিব পাৰে ; পিছত সেইজনক যি ঠাই তাৰ নিমিত্তে নিৰাপদ তালৈ পঠাই দিবা ;[৬] ইয়াৰ কাৰণ এই, সিহঁত এনে লোক যিবিলাকৰ (এতিয়ালৈকে আল্লাৰ বাণীৰ গুৰুত্বৰ) জ্ঞান হোৱা নাই।

---

৪। যিবিলাকে চুক্তি ভঙা নাছিল সেইবিলাকৰ লগত সম্বন্ধ আগৰ দৰেই ৰখা হৈছিল ; আৰু সিহঁতক এই অব্যাহতি-ঘোষণাই স্পৰ্শ কৰা নাছিল।

৫। যদি সিহঁতে শত্ৰুপক্ষক সহায় নকৰে আৰু নিজৰ আচৰণ পৰিবৰ্ত্তন কৰে, সিহঁতৰ লগত বন্ধুতা অটুট থাকিব। যিবিলাকে খিৰ্ক্ এৰিব ইচ্ছা নকৰিছিল অথচ চুক্তি মানি চলিছিল সিহঁতৰ সৈতে সকলো আন্তৰ্জ্জাতিক বিধান পালন কৰা হৈছিল। যিবিলাকে নিজ ইচ্ছাৰে ইচ্‌লাম গ্ৰহণ কৰিছিল আৰু মুচ্‌লিমৰ ৰীতি-নীতি পালন কৰিছিল সেইবিলাক মুচ্‌লিমৰ ভ্ৰাতৃবৃন্দ হৈ পৰিছিল। চোৰা, আঃ ১২।

৬। যুদ্ধৰ অৱস্থাতো কিছুমান মুশ্‌ৰিকে ইচ্‌লাম ধৰ্ম্ম সম্বন্ধে প্ৰশ্ন কৰিবৰ অৰ্থে আহিছিল। সিহঁতক আশ্ৰয় দি ধৰ্ম্ম তালকৈ বুজাই দিয়া হৈছিল। তদুপৰি যদি সিহঁতে ইচ্‌লাম গ্ৰহণ নকৰি উভতি যাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল, সিহঁতক সেনা-ৰক্ষক লগত দি নিৰাপদে নিজৰ ঠাইলৈ পঠাই দিয়া হৈছিল। ইচ্‌লাম প্ৰচাৰ যে বলেৰে হোৱা নাছিল ইয়াতকৈ ডাঙৰ প্ৰমাণ কি হব পাৰে ?

# ৰুকু ২

চুক্তি লঙ্ঘন কৰা মুশ্ৰিকবিলাকৰে সৈতে আত্মৰক্ষাৰ যুদ্ধৰ অনুমতি দান; চুক্তি পালন কৰাবিলাকৰ বিৰুদ্ধে যুদ্ধ নিষেধ; যুদ্ধৰ সময়তো ন্যায়প্ৰতিষ্ঠাৰ চেষ্টা কৰা উচিত; বিশ্বাসী-সকলৰ পৰীক্ষা।

৭। যিবিলাকৰ সৈতে পবিত্ৰ মচ্যিদৰ ওচৰত তোমালোক চুক্তিবদ্ধ হৈছিলা সেইবিলাকৰ বাহিৰে আন অংশীবাদীবিলাকৰে সৈতে (যিবিলাকে বাৰে বাৰে চুক্তি লঙ্ঘন কৰিছিল) আল্লা আৰু তেওঁৰ ৰচুলৰ কেনেকৈ চুক্তি স্থাপন হব পাৰে? এতেকে যেতিয়ালৈকে সিহঁতে তোমালোকৰ সৈতে প্ৰতিজ্ঞাপৰায়ণ হৈ থাকে তোমালোকো সিহঁতৰ সৈতে প্ৰতিজ্ঞাপৰায়ণ হৈ থাকিবা;[৮] কোনো সন্দেহ নাই যিসকলে আল্লাৰ ভয় ৰাখে সেইসকলক আল্লাই ভাল পায়;

৮। আৰু যদি সিহঁতে তোমালোকৰ ওপৰত প্ৰাধান্য লাভ কৰি তোমা-লোকৰ বিষয়ে আত্মীয়তাৰ অথবা চুক্তিৰ[৯] সম্বন্ধ ৰক্ষা নকৰে তেন্তে কেনেকৈ (সিহঁতৰ সৈতে সন্ধি হব পাৰে)? সিহঁতে মুখৰ কথাৰে তোমালোকক সন্তোষ দিব বিচাৰে কিন্তু সিহঁতৰ অন্তৰসমূহে তাৰ সমৰ্থন নকৰে; আৰু সিহঁতৰ সৰহ ভাগেই অসজাতী।

৯। আল্লাৰ নিদৰ্শনসমূহৰ সলনি সিহঁতে সামান্য মূল্য গ্ৰহণ কৰে, আৰু তেওঁৰ পথৰ পৰা (মানুহক) প্ৰতিৰোধ কৰে; কোনো সন্দেহ নাই, সিহঁতে যি কাৰ্য্য কৰিছে কেনে জঘন্য!

১০। (সিহঁতৰ প্ৰতি) যিজনে বিশ্বাস কৰে সেইজনৰ বিষয়ে সিহঁতে আত্মীয়তা অথবা চুক্তিৰ সম্বন্ধ ৰক্ষা নকৰে; আৰু এই বিলাকেই হৈছে সীমালঙ্ঘনকাৰী।

---

৭। যেনে, বনু-হমজা আৰু বনু-কুনানা। এই দুই কবীলাই (খেলে) চুক্তি ভঙা নাছিল।

৮। যিবিলাকে চুক্তি দলিয়াই পেলাইছিল সেইবিলাকৰ সৈতে যুদ্ধ কৰিবলৈ অনুমতি দিয়া হৈছিল।

৯। আৰ্বী শব্দ 'জিম্মাৰ' অৰ্থ, অঙ্গীকাৰ, চুক্তি। যিবিলাক অ-মুচলমানৰ সংৰক্ষণৰ ভাৰ চুক্তি দ্বাৰা মুচলমান ৰাজ্যে লয় সেইবিলাকক 'জিম্মী' বা 'আহ্লুল্ জিম্মা' বোলে।

১১। কিন্তু যদি সিহঁতে অনুতাপ কৰে আৰু নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দান কৰে, তেন্তে সিহঁত ধৰ্ম্মত তোমালোকৰ ভাই ককাই;[১০] আৰু যিবিলাক মানুহৰ জ্ঞান আছে সেইবিলাকৰ নিমিত্তে আমি নিদৰ্শনসমূহ ফট্‌ফটীয়াকৈ বৰ্ণনা কৰোঁ।

১২। আৰু সিহঁতে যদি চুক্তিত আবদ্ধ হোৱাৰ পাছত নিজৰে শপতবোৰ ভাঙে আৰু তোমালোকৰ ধৰ্ম্মৰ নিন্দা[১১] কৰে, তেন্তে তোমালোকে অবিশ্বাসৰ নেতৃবৃন্দৰ সৈতে যুদ্ধ কৰিবা, যাতে সিহঁত অন্যায়ৰ[১২] পৰা বিৰত থাকে, কিয়নো সিহঁতে নিজৰ শপতবোৰ কেতিয়াও ৰক্ষা নকৰে।

১৩। যিবিলাকে নিজৰ শপতবোৰ ভাঙিছে আৰু ৰচুলক ( ঘৰৰ পৰা ) উলিয়াই দিবলৈ[১৩] অভিসন্ধি পাতিছে, আৰু পোনপ্ৰথমে যিবিলাকে ( তোমা-লোকৰ বিৰুদ্ধে ) অভিযান চলাইছে, সিহঁতৰে সৈতে যুদ্ধ নকৰিবা নে ? তোমা-লোকে সিহঁতক ভয় কৰিছা নে কি ? অথচ আল্লা অধিক যোগ্য যে তেওঁলৈ তোমালোকে ভয় ৰাখা, যদিহে তোমালোক বিশ্বাসী হোৱা।

১৪। সিহঁতৰ সৈতে সংগ্ৰাম চলাই থাকাঁ ; তোমালোকৰ হাতসমূহেৰে আল্লাই সিহঁতক শাস্তি দিব, আৰু সিহঁতক লাঞ্ছিত কৰিব, আৰু সিহঁতৰ ওপৰত জয়ী হবলৈ তোমালোকক সহায় কৰিব, আৰু বিশ্বাসী লোকসকলৰ অন্তৰসমূহত আশ্বাস জন্মাব ;

১৫। আৰু তেওঁ সিহঁতৰ অন্তৰসমূহৰ ক্ৰোধ[১৪] নিবাৰণ কৰিব, আৰু

---

১০। চোৰা ওপৰৰ আঃ ৫।

১১। অইন অৰ্থত, ধৰ্ম্মৰ কাৰণে তোমালোকক পোন-প্ৰথমে আক্ৰমণ কৰে।

১২। এনে ধৰ্মৰক্ষাৰ যুদ্ধতো একমাত্ৰ উদ্দেশ্য অন্যায় দূৰীভূত কৰা আৰু ন্যায়ৰ প্ৰতিষ্ঠা কৰা।

১৩। হজ্‌ৰতক ( স্ব ) মদিনাৰ পৰা উলিয়াই দিবলৈ মুখ্‌ৰিকবিলাকে যাৰ পৰ নাই চেষ্টা কৰিছিল। বিশেষকৈ, তেতিয়া চীৰিয়াৰ প্ৰান্তলৈ হজ্‌ৰতে ( স্ব ) এটা সৈন্য-দল লৈ গৈছিল। মদিনাৰ চাৰিওফালে থকা শত্ৰুবিলাকে তেওঁৰ অনুপস্থিতিৰ সুযোগ লৈ এটা ডাঙৰ অভিসন্ধি পাতিছিল। সিহঁতে কৈছিল, কোৰেইচে যিদৰে মহম্মদক (স্ব) মক্কাৰ পৰা উলিয়াই দিছিল, সেইদৰে আমি তেওঁক মদিনাৰ পৰা উলিয়াম।

১৪। দুটা অৰ্থ লোৱা হৈছে : (১) যুদ্ধৰ ফলত যেতিয়া শান্তি স্থাপিত হব আৰু ধৰ্ম-বিশ্বাস স্বাধীন হব, তেতিয়া বিশ্বাসীসকলৰ ক্ৰোধ আৰু বেজাৰ নাথাকিব। (২) অবিশ্বাসীবিলাকৰো ক্ৰোধৰ কাৰণ নাথাকিব। সময়ক্ৰমে সিহঁতে ইচ্‌লামৰ সত্যতা বুজিব পাৰিব, আৰু ইচ্‌লামৰ বন্ধু হৈ থাকিব নাইবা নিজ ইচ্ছাৰে ইচ্‌লাম গ্ৰহণ কৰিব।

আল্লাই যাৰ ফালে ইচ্ছা তাৰ ফালেই কৃপাদৃষ্টি কৰিব ; আৰু আল্লা সৰ্ব্ব-জ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

১৬। তোমালোকে ভাবি লৈছা নে, ইমানতে তোমালোকক এৰি দিয়া হ'ব, অথচ এতিয়ালৈকে আল্লাই তোমালোকৰ মাজৰ সেই সকলৰ পৰীক্ষা লোৱা নাই যিসকলে সংগ্ৰাম কৰিছে, আৰু আল্লা আৰু তেওঁৰ ৰচুল আৰু বিশ্বাসীসকলৰ বাহিৰে আনক অন্তৰৰ বন্ধু বুলি গ্ৰহণ কৰা নাই ? আৰু তোমা-লোকে যি কাৰ্য্য কৰা সেই সম্বন্ধে আল্লা পৰিজ্ঞাত।

## ৰুকু ৩

কা'বা শ্বৰীফৰ যত্ন আৰু তত্ত্বাৱধান লোৱাৰ ভাৰ আল্লাই মুচলমানবিলাকৰ প্ৰতি অৰ্পণ কৰিলে ; কিছুমান ৰীতি আৰু দেশাচাৰ পালন কৰা প্ৰকৃততে ধৰ্ম্ম নহয় ; ত্যাগ স্বীকাৰ আৰু প্ৰাণবিসৰ্জনত হে ধৰ্ম্মৰ কঠোৰ পৰীক্ষা।

১৭। যিহেতু অংশীবাদীবিলাকে নিজেই নিজৰ বিপক্ষে অবিশ্বাসৰ সাক্ষী দিছে[১৫] সিহঁতৰ নিমিত্তে আল্লাৰ মচ্‌চিদ্‌সমূহৰ সংস্কাৰ সাধন কৰা নৰ'জে ; যিবিলাকৰ কাৰ্য্যসমূহ নিষ্ফল কৰা হ'ব সিবিলাক ইহঁতেই ; আৰু সিহঁত স্থায়ীৰূপে বাস কৰিব নৰকৰ অগ্নিত।

১৮। আল্লাৰ মচ্‌চিদ্‌সমূহৰ সংস্কাৰ সাধন কৰিবৰ যোগ্য সেইজনেই যিজনে আল্লাত আৰু শেষ দিনত বিশ্বাস কৰিছে, আৰু নমাজৰ অনুষ্ঠান কৰিছে, আৰু জকাত দান কৰিছে, আৰু যিজনে আল্লাত ভিন্ন আনক ভয় নকৰে ;[১৬] সেহত সম্ভৱতঃ এনেবিলাকেই সুপথ-প্ৰাপ্তসকলৰ অন্তৰ্গত হ'ব।

১৯। হয়্ কৰ্বোতাবিলাকৰ নিমিত্তে পানীৰ আয়োজন কৰা আৰু পৱিত্ৰ মচ্‌যিদৰ যত্ন লোৱাৰ কাৰ্য্য সেইজনৰ ( কাৰ্য্যৰ ) তুল্য বুলি তোমালোকে গণ্য

---

১৫। এক আল্লাত বিশ্বাস নকৰি সিহঁতে মূৰ্ত্তি পূজা কৰে। নৱম হিৰ্‌ৰীত এই ঘোষণা কৰা হৈছিল। কা'বা শ্বৰীফৰ তত্ত্বাৱধানৰ ভাৰ মুচলমানৰ হাতলৈ আহিল। তেতিয়াৰে পৰা আজিলৈকে কা'বা শ্বৰীফ পৃথিবীত তৌহীদৰ কেন্দ্ৰ হৈ আছে।

১৬। বিশ্বাসীসকলৰ বাবেকৈ তিনিটা গুণৰ উল্লেখ কৰা হৈছে—(১) বিশ্বাসত দৃঢ়তা, (২) নমাজ আৰু জকাতৰ প্ৰতিষ্ঠা, (৩) আনক ভয় নকৰি কেৱল একমাত্ৰ আল্লাক ভয় কৰা।

কৰিছা নে যিজনে আল্লাত আৰু শেষ দিনত বিশ্বাস স্থাপন কৰিছে আৰু আল্লাৰ পথত সংগ্ৰাম কৰিছে ? এই দুবিধ কাৰ্য্য আল্লাৰ দৃষ্টিত সমান হব নোৱাৰে ;[১৭] আৰু অন্যায়কাৰী লোকবিলাকক আল্লাই সুপথ প্ৰদৰ্শন নকৰে।

২০। যিসকলে বিশ্বাস কৰিছে আৰু ঘৰবাৰী ত্যাগ কৰিছে, আৰু নিজৰ ধন-সম্পদ আৰু নিজৰ প্ৰাণসমূহ বিসৰ্জন দি আল্লাৰ পথত সংগ্ৰাম কৰিছে,[১৮] সেইসকলে লাভ কৰিব মহান মৰ্য্যাদা ; আৰু সফল-মনোৰথ হোৱা লোক এই সকলেই।

২১। তেওঁলোকৰ প্ৰভুৱে তেওঁলোকক শুভ-সংবাদ দান কৰিব নিজ সন্নিধানৰ কৰুণাৰ, আৰু ( নিজ ) সন্তুষ্টিৰ, আৰু তেওঁলোকৰ নিমিত্তে এনে উদ্যানসমূহৰ যাৰ মাজত বিৰাজ কৰিব অনন্ত সুখ-সন্তোষ।

২২। তাৰ মাজতে তেওঁলোক অৱস্থান কৰিব অনন্তকাল ; ইয়াত কোনো সন্দেহ নাই, আল্লাৰেই ওচৰত আছে মহান প্ৰতিদান।

২৩। হে বিশ্বাসীসকল, যদি তোমালোকৰ পিতৃসকলে আৰু তোমালোকৰ ভ্ৰাতৃসকলে বিশ্বাসতকৈ অবিশ্বাসক বেছি ভাল পায়, তেওঁলোকক তোমালোকে বন্ধুৰূপে গ্ৰহণ নকৰিবা ; আৰু তোমালোকৰ মাজৰ যিবিলাকে তেওঁলোকক বন্ধুৰূপে গ্ৰহণ কৰে, অন্যায়কাৰী লোক[১৯] সেই বিলাকেই।

২৪। তুমি কোৱাঁ, তোমালোকৰ পিতৃবিলাক, আৰু তোমালোকৰ পুত্ৰবিলাক, আৰু তোমালোকৰ ভ্ৰাতৃবৃন্দ, আৰু তোমালোকৰ পত্নীবিলাক, আৰু তোমালোকৰ আত্মীয়স্বজন, আৰু যি ধন-সম্পত্তি তোমালোকে অৰ্জ্জন কৰিছা, আৰু যি ব্যৱসা শিথিল হোৱাৰ তোমালোকে আশঙ্কা কৰা, এনে বাসস্থান-

১৭। ধৰ্মৰ প্ৰকৃত অৰ্থ হৈছে, মন পবিত্ৰ কৰা আৰু জীৱনত এটা তাওৰ পৰিবৰ্ত্তন ঘটোৱা। কিছুমান ৰীতি পালন কৰিলেই যে ধৰ্মৰ উদ্দেশ্য সফল হ'ল এনে নহয়। মক্কাবাসীবিলাকে কা'বাৰ যত্ন লৈছিল বাবে নিজকে হজ্ৰতৰ ( দ ) অনুগামী মুচ্লিমবিলাকতকৈ শ্ৰেষ্ঠ বুলি ভাবিছিল।

১৮। 'বেহাদ' শব্দৰ অৰ্থ হৈছে, আল্লাৰ পথত কঠোৰ, অক্লান্ত চেষ্টা কৰা, ত্যাগ স্বীকাৰ কৰা, আৰু প্ৰয়োজন হলে ধৰ্মৰক্ষাৰ কাৰণে নিজৰ প্ৰাণ উৎসৰ্গ কৰা।

১৯। এই আয়তত যি অবিশ্বাসী আৰু পৌত্তলিকবিলাকে মুচলমানবিলাকৰ লৈতে যুদ্ধ চলাইছিল আৰু ধৰ্মৰক্ষাৰ কামত বাধা দিছিল সিহঁতৰ লগত কোনো প্ৰকাৰ সম্বন্ধ ৰাখিবলৈ নিষেধ কৰিছে। কিন্তু এইবিলাকক এৰি আন অবিশ্বাসীবিলাকৰ লৈতে ন্যায় আৰু সদয় ব্যৱহাৰ কৰিবলৈ কোৰানে বিশেষকৈ আদেশ দিছে। চোৱাঁ, ৬০ : ৯,১০।

সমূহ যি তোমালোকে ভাল পোৱা,—এই সকলোবিলাক যদি তোমালোকৰ কাৰণে আল্লা আৰু তেওঁৰ ৰচুলতকৈ, আৰু তেওঁৰ পথত সংগ্ৰাম কৰাতকৈ বেছি প্ৰীতিকৰ হয়, তেন্তে তোমালোকে আল্লাই নিজৰ মীমাংসা প্ৰকাশ কৰালৈকে অপেক্ষা[২০] কৰা ; আৰু আল্লাই অবাধ্য লোকবিলাকক পথ প্ৰদৰ্শন নকৰে।

## ৰুকু ৪

যেহাদ কৰোঁতাবিলাকৰ প্ৰতি আল্লাৰ বিশেষ সহায় ; মক্কানগৰ তৌহীদৰ কেন্দ্ৰ ; কা'বাশ্বৰীফৰ যত্ন লোৱাৰ ভাৰ মুচলমানবিলাকৰ ওপৰত ন্যস্ত হ'ল ; যি ইহুদী আৰু খৃষ্টিয়ানে মুচলমানৰ বিৰুদ্ধে যুদ্ধত সহায় কৰিছিল সেইবিলাকৰ বিৰুদ্ধেও যুদ্ধ কৰাৰ অনুমতি।

২৫। স্বৰূপতে আল্লাই বহু যুদ্ধক্ষেত্ৰত[২১] তোমালোকক সহায় কৰিছে, আৰু হুনাইন[২২]-যুদ্ধৰ দিনাও ( সহায় কৰিছিল )—যিদিনা তোমালোকৰ সংখ্যাৰ অধিকতাই তোমালোকৰ মনত অহঙ্কাৰ জন্মাইছিল, কিন্তু তাবে তোমালোকৰ একো লাভ হোৱা নাছিল ; বৰং এই পৃথিৱী প্ৰশস্ত হোৱা সত্বেও তোমালোকৰ নিমিত্তে সঙ্কীৰ্ণ হৈ পৰিছিল ; ফলত তোমালোকে পিঠি দেখুৱাই পিছ হুঁহকি গৈছিলা।

---

২০। ধৰ্ম্মৰ সম্বন্ধ আত্মীয়স্বজনৰ সম্বন্ধতকৈ অধিক দৃঢ়। ধন-সম্পত্তি, ব্যৱসা-বাণিজ্য, আৰু ইহলোকৰ মান-সম্মান ধৰ্ম্মতকৈ অধিক প্ৰিয় হব নোৱাৰে। ধৰ্ম্মৰক্ষাৰ কাৰণে এই সকলো ত্যাগ কৰা মুচ্লিমৰ কৰ্ত্তব্য। ধৰ্ম্মৰ অনুৰাগৰ ইয়াতেই কঠোৰ পৰীক্ষা।

২১। 'মওৱাত্বিন' শব্দৰ আছল অৰ্থ জন্মস্থানসমূহ, স্থায়ীৰূপে বসবাস কৰা ঠাইসমূহ। যুদ্ধক্ষেত্ৰত এই শব্দৰ প্ৰয়োগ হয়।—আ, ম।

২২। হুনাইন উপত্যকা মক্কানগৰৰ পৰা ১৮ মাইল দূৰৈত অৱস্থিত। ৮ হিয্ৰীত মক্কা-বিজয়ৰ পাছত হওৱাজিন্ আৰু ছনি-ছকীফে মিত্ৰ খেলবিলাকৰ সহায় লৈ মক্কাৰ বিৰুদ্ধে অভিযান চলাইছিল। হজ্ৰতে ( ছ ) ১২,০০০ সৈন্য লৈ হুনাইনৰ ফালে যাত্ৰা কৰিলে। শত্ৰুদলৰ মাজত নিপুণ ধনুৰ্দ্ধৰবিলাক আছিল। সিঁহতৰ আগত তিষ্ঠিব নোৱাৰি মুচলমান সৈন্য পিছ হুঁহকিবলৈ ধৰিলে। এনে সঙ্কটৰ সময়ত হজ্ৰতে (ছ) মাত্ৰ এশ'জন সৈন্য লৈ আগ বাঢ়িলে, আৰু বজ্ৰনাদৰ দৰে মাত দিলে, তোমালোক উভতি আহাঁ : মই আল্লাৰ নবী, মই আব্দুলমুত্তলিবৰ সন্তান। ফলত হঠাতে ৰণৰ অৱস্থাৰ পৰিবৰ্ত্তন হ'ল। শত্ৰু পৰাস্ত হ'ল আৰু ৬০০ সৈন্য বন্দী হ'ল। আল্লাৰ বিশেষ সহায় নোহোৱা হলে এনে সঙ্কটৰ সময়ত মুচলমানহে পৰাস্ত হ'লহেতেন।

২৬। পিছত আল্লাই নিজ ৰচুলৰ প্ৰতি, আৰু বিশ্বাসীসকলৰ প্ৰতি, নিজ ফালৰ পৰা শান্তি অৱতীৰ্ণ কৰিছিল, আৰু এনে এদল সৈন্য নমাই পঠিয়াইছিল যিবিলাকক তোমালোকে দেখা পোৱা নাছিলা ;[২৩] আৰু যিবিলাক অবিশ্বাসী হৈছিল সেইবিলাকক তেওঁ (এইদৰে) শাস্তি প্ৰদান কৰিছিল ; আৰু অবিশ্বাসীবিলাকৰ এয়ে প্ৰতিফল।

২৭। তাৰ পাছত আল্লাই যাৰ প্ৰতি ইচ্ছা তাৰ প্ৰতি নিজ কৰুণাৰে সৈতে প্ৰত্যাবৰ্ত্তন কৰিব ; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

২৮। হে বিশ্বাসীসকল প্ৰকৃত কথা এয়ে, অংশীবাদীবিলাক (আধ্যাত্মিক-ৰূপে) অশুচি, গতিকে সিহঁতৰ (হিচাবে) এই বছৰৰ পৰা সিহঁত যেন পৱিত্ৰ মচ্‌যিদৰ ওচৰ নাচাপে ; আৰু তোমালোকে যদি দাৰিদ্ৰ্যৰ[২৪] আশঙ্কা কৰা, তেন্তে (জানিবা) আল্লাই ইচ্ছা কৰিলে নিজ কৃপা গুণে তোমালোকক সম্পত্তি-সম্পন্ন কৰিব ; বাস্তৱতে আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

২৯। পুথি পোৱাবিলাকৰ মাজৰ যিবিলাকে আল্লাত আৰু শেষ দিনত বিশ্বাস নকৰে, আৰু তেওঁৰ ৰচুলে যি অবৈধ কৰিছে তাক অবৈধ বুলি গণ্য নকৰে আৰু সত্য ধৰ্ম্মৰ অনুবৰ্ত্তন নকৰে, সেইবিলাকৰ বিৰুদ্ধেও তোমালোকে যুদ্ধ কৰিবা,[২৫] যেতিয়ালৈকে সিহঁতে নিজৰ অধীনতা স্বীকাৰ কৰি নিজ হাতেৰে যিজ্‌য়া[২৬] আদায় নকৰে।

---

২৩। চোৰা, ৩ : ৮। নতুন প্ৰেৰণা, নতুন উদ্যম আৰু উৎসাহ মুচলিম সৈন্যৰ মনত জন্মোৱা প্ৰকৃততে ফিৰিশ্‌তাৰে কাম।

২৪। কা'বা তীৰ্থৰ উপলক্ষে নানা প্ৰকাৰে কোৰেইশৰ আয় হৈছিল। পৱিত্ৰ মচ্‌যিদৰ তত্ত্বাৱধান মুচলমানবিলাকৰ হাতলৈ অহাত তেওঁলোকৰ মনত এই আশঙ্কা হৈছিল, যদি নতুন ঘোষণা মতে এনে আয় বন্ধ হৈ যায়, কা'বা ৰক্ষাৰ নিমিত্তে ধন ব্যয় কৰা কঠিন হৈ পৰিব।

২৫। ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ কিছুমানে কোৰেইশক আৰু আন আন উপজাতি-বিলাকক ইচ্‌লামৰ বিৰুদ্ধে উচটাই দিছিল আৰু যথেষ্ট সহায় কৰিছিল। এইবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰাৰ অনুমতি দিয়া হ'ল ; কিন্তু মুচলমানে আত্মৰক্ষাহে কৰিব পাৰিব, আগ বাঢ়ি প্ৰথমে যুদ্ধ কৰিব নোৱাৰিব।

২৬। যুদ্ধত যোগদানৰ পৰা অব্যাহতি-পাবৰ বিনিময় স্বৰূপ এই কৰ অমুচলমানে ৰাজ্যক আদায় কৰিছিল। জকাতৰ হাৰতকৈ যিজ্‌য়াৰ হাৰ বহুত কম আছিল। বুঢ়ীয়া, নবীয়া, তিৰোতা, ধৰ্ম্মযাজকবিলাক এই কৰৰ পৰা ৰহিত আছিল।

## ৰুকু ৫

ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ মিশ্র একেশ্বৰবাদ; ইচ্‌লামৰ শত্রুপক্ষক তেওঁলোকৰ সাহায্যদান; ইচ্‌লামৰ শ্রেষ্ঠতা স্থাপন হজৰত ৰচুলৰ (স্ব) দ্বাৰা; ধন ব্যয় নকৰি সাঁচি থোৱা ধনৰ অপব্যয়; চাৰিটা মাহ পৱিত্র; তাৰ ভিতৰত ৰণ কৰা অবৈধ।

৩০। আৰু ইহুদীবিলাকে কয়, এজ্‌ৰা[২৭] আল্লাৰ পুত্র, আৰু খৃষ্টিয়ানবিলাকে কয়, মচীহ আল্লাৰ পুত্র; ই সিহঁতৰ নিজ মুখসমূহৰ কথা মাথোন; যিবিলাক আগতে অবিশ্বাসী হৈছিল সেইবিলাকৰ কথাৰহে সিহঁতে অনুকৰণ কৰিছে। সিহঁতৰ প্রতি আল্লাৰ অভিশাপ[২৮] পৰক। সিহঁতক কোনফালে ঘূৰাই নিয়া হৈছে!

৩১। সিহঁতে আল্লাক এৰি নিজ শাস্ত্রজ্ঞবিলাকক আৰু নিজ মঠবাসী সন্ন্যাসীবিলাকক আৰু মৰ্‌য়মৰ পুত্র মচীহক প্রভুৰূপে[২৯] গ্রহণ কৰিছে, অথচ সিহঁতক ইয়াকে মাথোন আদেশ দিয়া হৈছিল, সিহঁতে যেন একেজন উপাস্যৰ আৰাধনা কৰে, যিজনৰ বাহিৰে আন উপাস্য নাই; সিহঁতে যে অইনক তেওঁৰ সমানে উপাস্য পাতি লৈছে তাৰ পৰা তেওঁ পৰম পৱিত্র।

৩২। সিহঁতে নিজৰ মুখসমূহৰে ফু-মাৰি আল্লাৰ জেউতি নুমাবলৈ ইচ্ছা কৰে; কিন্তু আল্লাই নিজ জেউতি পূর্ণ নকৰাকৈ নাথাকে, যদিও অবিশ্বাসীবিলাকে তাকে ভাল নাপায়।

৩৩। তেৱেঁই সুপথ আৰু সত্য ধৰ্ম্মৰে সৈতে তেওঁৰ ৰচুলক প্রেৰণ

---

২৭। আৰ্‌বী ৰূপ 'উজৈৰ'। এজ্‌ৰাক্ আল্লাৰ পুত্র বোলা সম্প্রদায় হিজ্‌ৰী ৪র্থ শতিকাত লোপ হ'ল। ৰেণানৰ (Renan) মতে এজ্‌ৰাৰ সময়ৰ পৰা ইহুদীধৰ্ম্মৰ পূর্ণ গঠন হৈছে।

২৮। আল্লাৰ পুত্র আছে বুলি বিশ্বাস কৰা মহাপাপ। চোৰ্‌বা, ১৯:৯০, ৯১; ইয়াত কোৱা হৈছে, এনে গুৰুতৰ কথাত আকাশ ভাগি পৰে আৰু পৃথিবী ফাটি যায়।

২৯। সিহঁতে পুৰোহিতবিলাকক (high priests) আৰু সন্ন্যাসীবিলাকক (monks) আল্লাৰ স্থান দিয়ে, সিহঁতৰ কথা আল্লাৰ বাণী বুলি ভাবে, আৰু বৈধ অবৈধ কৰাৰ *অধিকাৰ সিহঁতৰ হাতত আছে বুলি বিশ্বাস কৰে। এনেবোৰ অন্ধ বিশ্বাস ইচ্‌লামৰ মতে ঘোৰ অমিশ্র খিৰ্‌ক্।*

কৰিছে, যাতে তেওঁ তাৰ শ্ৰেষ্ঠতা সকলো ধৰ্ম্মৰ ওপৰত স্থাপন কৰে,[৩০] যদিও অংশীবাদীবিলাকে তাকে ভাল নাপায়।

৩৪। হে বিশ্বাসীসকল, সচাকৈয়ে শাস্ত্ৰজ্ঞবিলাকৰ আৰু মঠবাসী সন্ন্যাসী-বিলাকৰ[৩১] বহুতে মানুহৰ ধন-সম্পত্তি অসত্যৰূপে গ্ৰাস কৰে, আৰু সিহঁতে আল্লাৰ পথৰ পৰা মানুহক প্ৰতিৰোধ কৰে। আৰু যিবিলাকে সোণ আৰু ৰূপ সাঁচি থয়, আৰু তাকে আল্লাৰ পথত ব্যয় নকৰে, সেইবিলাকক তুমি যন্ত্ৰণাদায়ক শাস্তিৰ সংবাদ দিয়া।

৩৫। সেইদিনা[৩২] সেই (সাঁচি থোৱা) ধন নৰকৰ অগ্নিত তপত কৰা হব; আৰু তাৰে সৈতে সিহঁতৰ কপালবোৰত আৰু সিহঁতৰ কাষবোৰত আৰু সিহঁতৰ পিঠিবোৰত (পুৰি) দাগ দিয়া হব; (তেতিয়া সিহঁতক কোৱা হব,) যি তোমালোকে নিজে ভোগ কৰিবলৈ সাঁচি থৈছিলা এই বোৰেই; গতিকে যি সাঁচি থৈছিলা তাৰে (আজি) সোৱাদ লোৱা।[৩৩]

৩৬। বাস্তৱতে আল্লাই আকাশমণ্ডলী আৰু পৃথিবী সৃজন কৰাৰ দিনৰে পৰা আল্লাৰ লিপিত তেৱেঁ নিৰ্ণয় কৰা মাহসমূহৰ গণনা হৈছে বাৰটা মাহ,[৩৪] তাৰে মাজৰ চাৰিটা মাহ পৱিত্ৰ; সেয়ে সঠিক নিয়ম, গতিকে এই কেইটা মাহৰ ভিতৰত (তাৰ পৱিত্ৰতা লঙ্ঘন কৰি) তোমালোকে নিজৰ প্ৰতি অন্যায় নকৰিবা,

৩০। সত্য ধৰ্ম আল্লাৰ জ্যোতি; ইয়াৰ দ্বাৰা সমগ্ৰ মানৱজাতিয়ে পোহৰলৈ আহিবৰ সুযোগ পায়। ইচ্‌লামৰ শ্ৰেষ্ঠতা সকলো সময়তে যে প্ৰকাশ পাব এনে ভৱিষ্যৎবাণী এই আয়তত নিহিত আছে। ইচ্‌লামৰ পূৰ্ণ বিকাশ মচীহে মৌ'উদ আৰু ইমাম মেহ্‌দীৰ সময়ত হব, এই মত আহ্‌মদী 'উলমাসকলে প্ৰকাশ কৰিছে, আৰু বইদাৱী ৰবীক আৰু তফ্‌চীৰ আল্‌বায়ানতো এই কথাৰ উল্লেখ আছে।

৩১। যি সময়ত ধৰ্মনেতাবিলাক অনাচাৰী হৈ থাকে সেই সময়তে নবী; ৰচুল, মুৰব্বিদ্ মহাপুৰুষ সকলৰ আবিৰ্ভাৱ হয়; এয়ে হৈছে আল্লাৰ সাধাৰণ নিয়ম।

৩২। শেষ বিচাৰৰ দিন; কিয়ামতৰ দিন।

৩৩। পৰকালৰ শাস্তি ইহকালৰ দুষ্কাৰ্য্যৰ প্ৰতিৰূপ হব। আল্লাৰ পথৰ আৰু মানুহৰ হিতসাধনৰ নিমিত্তে ব্যয় নকৰি ধন সাঁচি থোৱা অন্যায়। বৰ্ত্তমান যুগতো অৰ্থসঞ্চয়ৰ ৰোগ দেশে-বিদেশে ব্যাপি পৰিছে।

৩৪। *ৰজব্‌, জুল্‌-কাদ্‌, জুল্‌-হজ্‌, আৰু মহৰ্‌ৰম্।* হজ্‌ৰত ইব্ৰাহিমৰ (আ) সময়ৰ পৰা আৰবৰিলাকে এই চাৰিটামাহ পৱিত্ৰ বুলি গণ্য কৰিছিল আৰু ৰণৰ পৰা বিৰত থাকিছিল। ইচ্‌লামে এই চাৰিটা মাহৰ পৱিত্ৰতা ৰক্ষা কৰে, আৰু জুল-হজ্‌ মাহত হজৰ ৰূপ পৰিবৰ্ত্তন কৰি কা'বা মৰীফকেই তৌহীদৰ কেন্দ্ৰ স্থাপিত কৰে। চোৱা, ২ : ২৮।

আৰু যিদৰে অংশীবাদীবিলাকে একেলগহৈ তোমালোকৰ সৈতে যুদ্ধ কৰিছে সেইদৰে তোমালোকেও একেলগহৈ সিহঁতৰ সৈতে যুদ্ধ কৰিবা,[৩৫] আৰু জানি থোৱাঁ, আল্লা ধৰ্ম্মপৰায়ণসকলৰ সঙ্গী।

৩৭। (পৱিত্ৰ মাহ) পাছলৈ নিয়াটো অবিশ্বাস বঢ়াই লোৱাৰ বাহিৰে একো নহয়; ইয়াৰ দ্বাৰা অবিশ্বাসীবিলাকক (আৰু বেছিকৈ) বিপথে নিয়াহে হয়; এটা বছৰত সিহঁতে যিটোমাহ বৈধ কৰে সেইটো মাহকে আন বছৰত অবৈধ কৰে, যাতে আল্লাই নিৰ্দ্দিষ্ট কৰা পৱিত্ৰ মাহৰ সংখ্যাৰ সৈতে সমন্বয় ৰাখিব পাৰে;[৩৬] তাৰ ফলত যিটো মাহ আল্লাই অবৈধ কৰিছে তাকে সিহঁতে বৈধ কৰে; (এইদৰে) সিহঁতৰ কুকাৰ্য্যসমূহ সিহঁতৰ চকুত শোভনীয় হৈ পৰে। আৰু আল্লাই অবিশ্বাসী লোকক সুপথ প্ৰদৰ্শন নকৰে।

## ৰুকু ৬

তবুকৰ অভিযান; দুৰ্ব্বলচিত্তীয়াবিলাকৰ ৰণলৈ ওলাবলৈ অনিচ্ছা, ছোৰ গুহাত হজৰতৰ (স্ব) আৰু আবুবকৰৰ (ৰ) আল্লাৰ ওপৰত পূৰ্ণ ভৰসা; আল্লাৰ বাণী পূৰ্ণ হোৱা সুনিশ্চিত।

৩৮। হে বিশ্বাসীসকল, তোমালোকৰ এনে অৱস্থা কিয়, যেতিয়া তোমালোকক আদেশ দিয়া হয় আল্লাৰ পথত ৰণ কৰিবলৈ ওলাই যোৱাঁ,[৩৭]

৩৫। যদি অবিশ্বাসী আৰববিলাকে পৱিত্ৰ মাহৰ মৰ্য্যাদা নাৰাখি তোমালোকৰ সৈতে যুদ্ধ কৰে তোমালোকে আত্মৰক্ষা কৰিবলৈ যুদ্ধত প্ৰবৃত্ত হবা। যোৱাঁ, ২:১৯৫ আৰু টী।

৩৬। অংশীবাদীবিলাকে নিজৰ সুবিধামতে পৱিত্ৰ মাহসমূহক আগপিছ কৰি লয়, যাতে তাৰ ভিতৰতে যুদ্ধ চলাব পাৰে। মুঠ সংখ্যা ঠিক ৰাখি পৱিত্ৰ মাহবোৰ লৰচৰ কৰে। সিহঁতে জানিও নজনা হয় যে বৈধ অবৈধৰ যি সীমা আল্লাই নিৰূপিত কৰি দিছে তাক নিজৰ সুবিধা অসুবিধা মতে আমি কেতিয়াও লঙ্ঘন কৰিব নোৱাৰোঁ।

৩৭। নৱম হিজ্ৰীত তবুকৰ অভিযান ঘটিছিল। তবুক মদিনাৰ পৰা ৩৫০ মাইল দূৰৈত চিৰীয়াৰ দক্ষিণ প্ৰান্তৰ ওচৰত অৱস্থিত। বাইজেণ্টাইন ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল চিৰীয়া আৰু পেলেষ্টাইন। বাইজেণ্টাইনৰ ৰজাই আৰব দেশ আক্ৰমণ কৰিবলৈ আয়োজন কৰিছে বুলি শুনি হজৰতে সৈন্য গোটাই তবুকৰ পিনে যাত্ৰা কৰিবলৈ আদেশ দিছিল। সেই সময়টো যুদ্ধৰ অনুকুল নাছিল। এহাতে গ্ৰহৰ প্ৰকোপ, আন হাতে খেতি কাটিবৰ সময়। বহুতো মুচলমান যুদ্ধলৈ ওলাবলৈ টান পাইছিল। অৱশেষত উদগনি দিয়াত ৩০,০০০ সৈন্য এই অভিযানত যোগ দিছিল।

তোমালোকে গধুৰ হৈ মাটিত পৰি লাগি থাকা? পৰকালতকৈ ইহকালৰ জীৱনত তোমালোক বেচি সন্তুষ্ট হৈছা নে? অথচ পৰকালৰ বিজনিত ইহকালৰ জীৱনৰ ভোগ-উপভোগ অলপীয়া মাথোন।

৩৯। যদি তোমালোকে (ৰণলৈ) ওলাই নোযোৱা তেওঁ তোমালোকক ভোগ কৰিবলৈ দিব যন্ত্ৰণাদায়ক শাস্তি, আৰু তোমালোকৰ সলনি অইন এটা জাতিক প্ৰতিষ্ঠিত কৰিব;[৩৮] আৰু তোমালোকে তেওঁৰ কোনো ক্ষতি কৰিব নোৱাৰিবা; আৰু সকলো বস্তুৰ ওপৰত আল্লাৰ আছে মহান ক্ষমতা।

৪০। যদি তোমালোকে তেওঁক (ৰচুলক) সহায় নকৰা তেন্তে (স্মৰণ কৰা) অবিশ্বাসীবিলাকে (নগৰৰ পৰা) তেওঁক উলিয়াই দিওঁতে আল্লাইহে স্বৰূপতে তেওঁক সহায় কৰিছিল; তেতিয়া দুয়োজনে গুহাৰ ভিতৰত আশ্ৰয় লৈছিল;[৩৯] দুজনৰ মাজত তেওঁ আছিল এজন; তেওঁ নিজ সঙ্গীজনক কৈছিল, তুমি বেজাৰ নকৰিবা,[৪০] নিশ্চয় আল্লা আছে আমাৰ লগতে। শেহত তেওঁৰ প্ৰতি আল্লাই নিজ ফালৰ পৰা অৱতীৰ্ণ কৰিছিল শান্তি; আৰু তেওঁক এনেবিলাক সেনা দি সহায় কৰিছিল যিবিলাকক তোমালোকে দেখা পোৱা নাছিলা; আৰু অবিশ্বাসীবিলাকৰ বাক্যক তেওঁ তলনিয়া কৰিলে, আৰু যি আল্লাৰ বাক্য সেয়ে উন্নত; আৰু আল্লাই শক্তিশালী, শ্ৰেষ্ঠ জ্ঞানী।

৪১। তোমালোক (ৰণলৈ) ওলাই যোৱা, লঘু ভাৱলৈ আৰু গধুৰ ভাৱলৈ;[৪১] আৰু আল্লাৰ পথত সংগ্ৰাম কৰা, নিজৰ ধন সম্পত্তি আৰু নিজৰ প্ৰাণসমূহ উৎসৰ্গ কৰি; সেয়ে তোমালোকৰ পক্ষে কল্যাণকৰ, যদিহে তোমালোকৰ জ্ঞান থাকে।

---

৩৮। চোৰা, ৪৮ : ৩৯। আল্লাৰ কাম বন্ধ নাথাকে। ইচ্‌লাম সেৱাৰ সুযোগ আল্লাই তোমালোকক দিছে; যদি তোমালোকে আওকাণ কৰা আল্লাই তোমালোকৰ ঠাইত অইন জাতিক প্ৰতিষ্ঠিত কৰিব আৰু সেই জাতিয়ে আল্লাৰ ইচ্ছা পূৰ্ণ কৰিব।

৩৯। মক্কাৰ পৰা ৬ মাইল দূৰৈত পৰ্ব্বতৰ ছৌৰ গুহাত হজ্‌ৰতে (দ) আৰু তেওঁৰ বন্ধু আবুবকৰে (ৰ) আশ্ৰয় লৈছিল। তিনি দিন আৰু তিনি ৰাতি ইয়াত তেওঁ দুজনে লুকাই থাকিব লগীয়া হৈছিল।

৪০। হজ্‌ৰত আবুবকৰৰ প্ৰতি। সৰ্ব্বনাশৰ পূৰ্ব্বপদ হজ্‌ৰত ৰচুলকো (দ) ল'লে ক্ষতি নাই,"কিয়নো প্ৰত্যেক সঙ্কটৰ সময়ত তেওঁৰ অন্তৰৰ প্ৰতি আল্লাই শান্তি নমাইছিল।

৪১। (১) প্ৰচুৰ অস্ত্ৰৰে নাইবা অলপ অস্ত্ৰৰে। (২) সৰু সৰু দল বা ডাঙৰ ডাঙৰ দল বান্ধি।

৪২। লাভৰ আশা সদ্যহ আৰু ভ্ৰমণ চুটি হোৱা হলে সিহঁতে নিশ্চয় তোমাৰ অনুসৰণ কৰিলেহেতেন; কিন্তু যুদ্ধ যাত্ৰা সিহঁতৰ চকুত লাগিল কঠিন, দীঘলীয়া।[৪২] অথচ সিহঁতে আল্লাৰ নাম লৈ শপত খাই কৈছিল, সক্ষম হোৱা হলে আমিও তোমালোকৰ লগতে নিশ্চয় ওলাই পৰিলোঁহেতেন। ( এনে কাৰ্য্য কৰি ) সিহঁতে নিজ আত্মাসমূহৰহে ধ্বংস সাধন কৰিছে; আৰু সিহঁত যে নিশ্চয় মিথ্যাবাদী আল্লাই জানে।

## ৰুকু ৭

তবুকৰ যুদ্ধত যোগদান নকৰিবলৈ কপটাচাৰীবিলাকৰ নানা তৰহৰ চেষ্টা; সিহঁতৰ যোগদান নকৰাটোৱে মুচলমানৰ নিমিত্তে ভাল, কিয়নো সিহঁতৰ একান্ত ইচ্ছা আছিল, মুচ্‌লিম্ দলৰ মাজত বিচ্ছেদ সৃষ্টি কৰা।

৪৩। আল্লাই তোমাৰ চিন্তা দূৰ কৰক।[৪৩] সত্যবাদীবিলাকৰ সত্যতা তোমাৰ আগত সুস্পষ্ট নোহোৱালৈকে আৰু মিথ্যাবাদীবিলাকক তুমি চিনি নোপোৱালৈকে কিয় সিহঁতক ( যুদ্ধলৈ যোৱাৰ পৰা অব্যাহতিৰ ) অনুমতি দিছিলা?

৪৪। যিসকলে আল্লাত আৰু শেষ বিচাৰৰ দিনত বিশ্বাস কৰে সেইসকলে নিজৰ ধন-সম্পদ আৰু নিজৰ প্ৰাণসমূহ বিসৰ্জন দি সংগ্ৰামত যোগ দিয়াৰ পৰা ( অব্যাহতিৰ ) অনুমতি তোমাৰ পৰা নিবিচাৰে; আৰু ধৰ্ম্মপৰায়ণসকলক আল্লাই ভালকৈ জানে।

৪৫। কেৱল সেইবিলাকেই তোমাৰ পৰা ( অব্যাহতিৰ ) অনুমতি বিচাৰে যিবিলাকে আল্লাত আৰু শেষ বিচাৰৰ দিনত বিশ্বাস নকৰে; কিয়নো সিহঁতৰ

---

৪২। বিদেশী ৰাজ্যৰ বিৰুদ্ধে অভিযান চলোৱা মুচ্‌লিমবিলাকৰ পক্ষে এয়ে প্ৰথম, যদিও যুদ্ধ ঘটিবৰ প্ৰয়োজন নহল। ধৰ্ম্মপৰায়ণসকলে সত্যৰ কাৰণে সকলো কষ্ট ভোগ কৰিবলৈ সাজু আছিল; কিন্তু নকৈ মুচলমান হোৱাবিলাকে আৰু কপটাচাৰীবিলাকে যুদ্ধলৈ নোলাবলৈ নানা তৰহৰ চেষ্টা বিচাৰিছিল।

৪৩। এইটো দোষ ধৰাৰ কথা নহয়, মৰমৰ বাক্য হে,—ইমাম ৰাজী। আল্লাই *তোমাৰ সকলো কাম সমাধা কৰক।—আ, ৰ।*

অন্তৰসমূহ সন্দেহৰে[৪৪] পৰিপূৰ্ণ; সেই দেখি সিহঁতে নিজৰ সন্দেহৰ মাজতে দোধোৰমোৰ অৱস্থাত পৰি থাকে।

৪৬। আৰু ৰণলৈ ওলাবলৈ ইচ্ছা কৰা হলে তাৰ কাৰণে সিহঁতে কিছু পৰিমাণে নিশ্চয় আয়োজনো কৰিলেহেঁনে; কিন্তু সিহঁতৰ পক্ষে ৰণলৈ ওলাই যোৱা আল্লাই ভাল পোৱা নাছিল;[৪৫] গতিকে তেওঁ সিহঁতক পিছ হুঁহুকি থাকিবলৈ দিলে; আৰু সিহঁতক যেন কোৱা হৈছিল, (ঘৰতে) বহি থকাবিলাকৰ লগতে তোমালোকো বহি থাকাঁ।

৪৭। তোমালোকৰ লগতে সিহঁতো (ৰণলৈ) ওলোৱা হলে সিহঁতে তোমালোকৰ আতুৰণিহে বৃদ্ধি কৰিলেহেঁতেন, আৰু তোমালোকৰ মাজত বিচ্ছেদ সৃষ্টি কৰিবৰ অৰ্থে সিহঁতে তোমালোকৰ দলৰ মাজেদি ল'ৰা-চাপৰাহে কৰিলে-হেঁতেন;[৪৬] আৰু তোমালোকৰ মাজতো এনেবিলাক আছিল যিবিলাকে সিহঁতৰ কু-কথাত কাণ দিলেহেঁতেন; আৰু অন্যায়কাৰীবিলাকক আল্লাই ভালকৈ জানে।

৪৮। স্বৰূপতে ইতিপূৰ্ব্বেও সিহঁতে বিচ্ছেদ সৃষ্টি কৰিবলৈ বিচাৰিছিল, আৰু তোমাৰ কাৰ্য্যসমূহ ওলট্-পালট্ কৰিবলৈ অভিসন্ধি পাতিছিল;[৪৭] সিহঁতৰ অনিচ্ছা সত্বেও সত্যৰ আগমন হ'ল, আৰু আল্লাৰ মীমাংসা প্ৰস্ফুটিত হৈ পৰিল।

৪৯। আৰু সিহঁতৰ মাজত এনে মানুহো আছিল যি ইয়াকে কৈছিল, মোক (ইয়াতে থাকিবলৈ) অনুমতি দিয়াঁ আৰু মোক পৰীক্ষাত নেপেলাবা;[৪৮] অথচ এনেবিলাক মানুহ এতিয়াও পৰীক্ষাত পৰি আছে। আৰু অবিশ্বাসী-বিলাকক নিশ্চয় নৰকে আগুৰি ধৰিব।

৫০। তোমাৰ মঙ্গল ঘটিলে সিহঁতে বেজাৰ কৰে; কিন্তু যদি তোমাৰ ওপৰত কোনো বিপদ পৰে সিহঁতে কয়, স্বৰূপতে ইয়াৰ প্ৰতিকাৰৰ নিমিত্তেই

---

৪৪। সিহঁতৰ বিশ্বাস দুৰ্ব্বল দেখি সিহঁতে থিৰাং কৰিব নোৱাৰিছিল, হজ্ৰতৰ (দ) আহ্বান শুনি ৰণলৈ ওলাব লাগে নে নালাগে।

৪৫। ইহঁতে অব্যাহতিৰ অনুমতিও লোৱা নাছিল; এনেয়ে ঘৰতে বহি থাকিল।

৪৬। সিহঁতে নানা কথা উলিয়াই মুচ্লমান সৈন্যদলৰ একতা ভাঙি খোৰ ক্ষতি কৰিলেহেঁতেন।

৪৭। কিছুমান কপটাচাৰীয়ে এনে কথাও ঘটাইছিল, এইবাৰ হজ্ৰত (দ) যুদ্ধৰ পৰা উভতি নাহিব।

৪৮। সি কৈছিল, মোৰ সাধ্যৰ অতীত কাৰ্য্য লোৱা মোক পৰীক্ষাত পেলোৱা নহয় নে?

আগৰে পৰা আমি যত্ন লৈছিলোঁ;[৪৯] আৰু (ইয়াকে কৈ) সিহঁত প্ৰফুল্ল মনেৰে উভতি যায়।

৫১। তুমি কোৱাঁ, আমাৰ নিমিত্তে আল্লাই যি লিপিবদ্ধ কৰি থৈছে তাৰ বাহিৰে কোনো বিপদ আমাৰ ওপৰত কেতিয়াও নপৰে; তেৱেঁই আমাৰ সংৰক্ষক; আৰু বিশ্বাসীসকলে তেওঁৰেই ওপৰত ভৰসা ৰখা উচিত।

৫২। তুমি কোৱাঁ, আমাৰ পক্ষে দুইটিৰ এটি মঙ্গলৰ[৫০] বাহিৰে আন (কোনো দুৰ্ঘটনাৰ) অপেক্ষা কৰিছা নেকি? কিন্তু আমি তোমালোকৰ সম্বন্ধে ইয়াৰে অপেক্ষা কৰিছোঁ যে আল্লাই নিজ ফালৰ পৰা নাইবা আমাৰ হাতসমূহ দ্বাৰা তোমালোকক শাস্তি প্ৰদান কৰে; এতেকে তোমালোকে অপেক্ষা কৰাঁ; আমিও তোমালোকৰ লগতে অপেক্ষা কৰি থাকিম।

৫৩। কোৱাঁ, তোমালোকে নিজ ইচ্ছা বা অনিচ্ছাৰে ধন ব্যয় কৰাঁ; তোমালোকৰ পৰা এনে ধন কেতিয়াও গ্ৰহণ কৰা নহ'ব;[৫১] (কিয়নো) নিশ্চয় তোমালোক অবাধ্য জাতি।

৫৪। আৰু সিহঁতৰ অৰ্থদান সিহঁতৰ পৰা গৃহীত নোহোৱাৰ প্ৰতিবোধ ইয়াৰ বাহিৰে একো নাই যে সিহঁতে আল্লাত আৰু তেওঁৰ ৰচুলত অবিশ্বাস কৰিছে, আৰু সিহঁতে যেতিয়া নমাজলৈ আহে এলেহুৱা হৈহে আহে, আৰু (ধৰ্ম্মৰ কাৰণে) সিহঁতে অনিচ্ছাৰেহে ধন ব্যয় কৰে।

৫৫। এতেকে সিহঁতৰ ধন সম্পত্তিয়ে আৰু সিহঁতৰ সন্তান-সন্ততিয়ে তোমাক যেন বিস্মিত নকৰে; আল্লাই ইয়াকেহে ইচ্ছা কৰিছে, পাৰ্থিব জীৱনত সিহঁতক এই বিলাকৰ দ্বাৰা শাস্তি দিব আৰু অবিশ্বাসী অৱস্থাতেই যেন সিহঁতৰ প্ৰাণসমূহৰ প্ৰয়াণ হয়।

৫৬। আৰু সিহঁত নিশ্চয় তোমালোকৰ মাজৰেই বুলি সিহঁতে আল্লাৰ নাম লৈ শপত খায়, অথচ সিহঁত তোমালোকৰ মাজৰ নহয়; বৰং সিহঁত এটা ভয়াতুৰ[৫২] জাতি।

---

৪৯। —আৰু তাৰ ফলত আমি বিপদৰ পৰা সাৰিলোঁ।

৫০। যুদ্ধত জয়লাভ অথবা প্ৰাণ বিসৰ্জন দি 'শ্বহাদত' (martyrdom) লাভ।

৫১। কপটাচাৰীবিলাকৰ পৰা হজৰতে (ছ) জকাত-বৈতুল্মালৰ নিমিত্তে গ্ৰহণ নকৰিছিল। জকাত দিয়া প্ৰকৃত বিশ্বাসীৰহে অধিকাৰ। চোৱাঁ পিছত অহা আয়ত।

৫২। কপটাচাৰীবিলাকৰ সাহ থকা হ'লে মুচ্‌লিম্ সমাজৰ পৰা প্ৰকাশ্যে ওলাই গ'লহেঁতেন।

৫৭। সিহঁতে কোনো আশ্ৰয়-স্থল বা (পৰ্ব্বতৰ) গুহাসমূহ অথবা লুকাই সোমাবৰ এটা বাট দেখা পোৱা হলে তালৈকে সিহঁতে হুৰা-মুৰাকৈ ল'ৰি গ'লহেতেন।

৫৮। আৰু সিহঁতৰেই ভিতৰত এনেবিলাক মানুহো আছে যিবিলাকে দান-বিতৰণ সম্বন্ধে তোমাক দোষাৰোপ কৰে; কিন্তু দানৰ ভাগ সিহঁতকো যদি দিয়া হয় তেন্তে সিহঁতে সন্তোষ লাভ কৰে, আৰু যদি সিহঁতক তাৰ ভাগ দিয়া নহয়, চোৱাঁ, সিহঁতে কেনেকৈ অসন্তুষ্টি প্ৰকাশ কৰে।

৫৯। আৰু (সিহঁতৰ পক্ষে কেনে মঙ্গলজনক আছিল) যদি সিহঁত আল্লাই আৰু তেওঁৰ ৰচুলে সিহঁতক যি দান কৰিছে তাতে সন্তুষ্ট থাকি এইদৰে ক'লেহেতেন, আল্লাই আমাৰ নিমিত্তে যথেষ্ট, আল্লাই শীঘ্ৰে নিজ বদান্যতাৰে আৰু তেওঁৰ ৰচুলেও ইয়াতোকৈ অধিক দান আমাক দিব; নিশ্চয় আমি কেৱল আল্লাৰ ফাললৈ আগ্ৰহৰে মু কৰিছোঁ।[৫৩]

## ৰুকু ৮

জকাতৰ ধন ব্যয় সম্বন্ধে আল্লাৰ বিধান; নবিৰ মনত কষ্ট দিয়া
ভাওৰ দোষ। কপটাচাৰীবিলাকৰ সকলো গুপ্ত কথা
আল্লাই প্ৰকাশ কৰিব।

৬০। নিৰ্দ্দিষ্ট দান[৫৪] হৈছে কেৱলমাত্ৰ দৰিদ্ৰ আৰু অভাৱগ্ৰস্তবিলাকৰ[৫৫] নিমিত্তে, আৰু তাৰে নিয়ন্ত্ৰণ কৰা কৰ্ম্মচাৰীবিলাকৰ নিমিত্তে, আৰু যিবিলাকৰ অন্তৰসমূহ (ধৰ্ম্মৰ প্ৰতি) আকৃষ্ট কৰা আৱশ্যক সেইবিলাকৰ নিমিত্তে, আৰু দাসবিলাকৰ মুক্তিদানৰ নিমিত্তে, আৰু ধৰুৱাবিলাকৰ (সাহায্যৰ) নিমিত্তে, আৰু আল্লাৰ পথত[৫৬] (ব্যয় কৰিবৰ) নিমিত্তে, আৰু পথিকবিলাকৰ (কষ্ট

---

৫৩। যিসকলৰ বিশ্বাস দৃঢ় আৰু নিখুঁত সেইসকলেহে এইদৰে কব পাৰে। কপটাচাৰীবিলাকৰ মুখৰ পৰা এনে কথা ওলাব নোৱাৰে।

৫৪। ইয়াত ছদকাত'ৰ অৰ্থ হৈছে বাধ্যমূলক দান, জকাত। চোৱা, ৪: ৫।

৫৫। যিবিলাক দৰিদ্ৰ আৰু নিঃসহায়, নিজৰ জীৱিকা অৰ্জন কৰিবলৈ অসমৰ্থ, সেইবিলাক হৈছে 'ফুকৰা' (ফকীৰৰ বহুবচন); যিবিলাকৰ অৰ্জন কৰিবৰ ক্ষমতা আছে, কিন্তু সুযোগ আৰু সুবিধা নাপাই অকামিলা হৈ পৰি আছে, সেইবিলাকৰ 'মিচ্‌কীন' বোলে।

৫৬। যেনে যিহাদ অথবা ধৰ্মপ্ৰচাৰৰ মহান কাম।

দূৰ কৰিবৰ ) নিমিত্তে ;—এয়ে আল্লাই নিৰ্দ্ধাৰণ কৰা বিধান ; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

৬১। আৰু সিহঁতৰ মাজৰ কিছুমানে নবিক কষ্ট দিয়ে আৰু কয়, তেওঁ যাৰে তাৰে কথাত কাণ দিয়ে ; তুমি কোৱাঁ, তেওঁ যদি সকলোৰে কথাত কাণ দিয়ে ই বৰং তোমালোকৰ পক্ষে মঙ্গলজনক ;[৫৭] তেওঁ আল্লাত বিশ্বাস কৰে, আৰু তোমালোকৰ মাজৰ যিসকলে বিশ্বাস কৰিছে সেইসকলৰ নিমিত্তে তেওঁ কৰুণা স্বৰূপ ; আৰু আল্লাৰ প্ৰেৰিত ৰছুলক যিবিলাকে কষ্ট দিয়ে[৫৮] সেইবিলাকে ভোগ কৰিব যন্ত্ৰণাদায়ক শাস্তি।

৬২। তোমালোকক সন্তুষ্ট কৰিবৰ অভিপ্ৰায়ে সিহঁতে আল্লাৰ নাম লৈ তোমালোকৰ আগত শপত খায় ; অথচ আল্লা আৰু তেওঁৰ ৰছুলৰ অধিক অধিকাৰ যে সিহঁতে তেওঁক[৫৯] ( ৰছুলক ) সন্তুষ্ট কৰে, যদিহে সিহঁত সচাকৈয়ে বিশ্বাসী।

৬৩। সিহঁতে জনা নাই নে, যেয়ে আল্লাৰ আৰু তেওঁৰ ৰছুলৰ বিৰুদ্ধাচৰণ কৰে তাৰ নিমিত্তে আছে নৰকৰ অগ্নি যাৰ মাজত সি বহুকালৰ নিমিত্তে থাকিব লাগিব ? সেয়ে হৈছে বিষম অৱমাননা।

৬৪। কপটাচাৰীবিলাকে সিহঁতৰ বিষয়ে এনে এটা চুৰা অৱতীৰ্ণ হব বুলি আশঙ্কা কৰে যি সিহঁতৰ অন্তৰসমূহৰ ভিতৰৰ কথা সিহঁতৰ আগত প্ৰকাশ কৰিব ; তুমি কোৱাঁ, তোমালোকে উপহাস কৰি থাকা ; বাস্তৱতে যি কথালৈ তোমালোকে আশঙ্কা কৰিছা তাকে আল্লাই ( পোহৰলৈ ) উলিয়াই আনিব।

৬৫। আৰু তুমি সিহঁতক সুধিলে সিহঁতে নিশ্চয় কব, আমি উপহাস আৰু ধেমালিহে কৰিছিলোঁ ; তুমি কোৱাঁ, কি ! তোমালোকে আল্লা আৰু তেওঁৰ নিদৰ্শনসমূহ আৰু তেওঁৰ ৰছুল সম্বন্ধে উপহাস কৰিছিলা নে ?

৬৬। তোমালোকে চেজু বিচাৰি নুলিয়াবা ; সচাকৈয়ে তোমালোকে বিশ্বাস স্থাপন কৰাৰ পাছত পুনৰ অবিশ্বাস কৰিব লাগিছা ; তোমালোকৰ মাজৰ

---

৫৭। তেওঁ সকলোৰে কথা শুনি যি গ্ৰহণীয় তাকেহে গ্ৰহণ কৰে।

৫৮। তেওঁৰ বিৰুদ্ধে মিছা অপবাদ আৰোপ কৰি।

৫৯। ৰছুলৰ ( ম ) কথা মতে চলিলে আল্লাক সন্তুষ্ট কৰা হয়। যিবিলাক ভণ্ড, কপটাচাৰী সিহঁতে আল্লা আৰু ৰছুলক সন্তুষ্ট নকৰি সমাজৰ জনসাধাৰণৰ সন্তুষ্টি লভিবলৈ চেষ্টা কৰে।

এদলক[৬০] ক্ষমা কৰিবলৈ যদিও আমি প্ৰস্তুত, অইন এদলক আমি নিশ্চয় শাস্তি দিম, কিয়নো সিহঁত প্ৰকৃততে অপৰাধী আছিল।

## ৰুকু ৯

কপটাচাৰীবিলাকৰ কু-প্ৰবৃত্তি; সিহঁতৰ প্ৰতি আল্লাৰ অভিসম্পাত; বিশ্বাসী-সকলৰ গুণসমূহ; স্বৰ্গৰ শ্ৰেষ্ঠতম সুখ আল্লাৰ সন্তুষ্টিলাভ।

৬৭। পুৰুষ ভণ্ডবিলাক আৰু নাৰী ভণ্ডবিলাকৰ ইদল সিদলবেই নিচিনা; সিহঁতে অসৎকাৰ্য্য কৰিবলৈ আদেশ দিয়ে আৰু সৎকাৰ্য্য কৰিবলৈ নিষেধ কৰে; আৰু নিজৰ হাতসমূহ বন্ধ কৰি ৰাখে;[৬১] সিহঁতে আল্লাক পাহৰিছে, সেই দেখি আল্লায়ো সিহঁতক এৰি দিছে:[৬২] যিবিলাক ভণ্ড নিশ্চয় সিহঁতেই বিৰোধী।[৬৩]

৬৮। পুৰুষ ভণ্ডবিলাক আৰু নাৰী ভণ্ডবিলাকলৈ, আৰু অবিশ্বাসী-বিলাকলৈ আল্লাই নৰকৰ অগ্নিৰ প্ৰতিশ্ৰুতি দিছে; তাতেই সিহঁতে স্থায়ীৰূপে বাস কৰিব; এনে শাস্তিয়ে সিহঁতৰ নিমিত্তে যথেষ্ট; তাৰ উপৰিও আল্লাই নিজ কৰুণাৰ পৰা সিহঁতক বঞ্চিত কৰিছে;[৬৪] আৰু সিহঁতৰ নিমিত্তে আছে অবিৰাম শাস্তি,—

৬৯। সেইবিলাকৰ দৰে যিবিলাক তোমালোকৰ পূৰ্ব্ববৰ্ত্তী আছিল; সিহঁত তোমালোকতকৈয়ো অধিক শক্তিশালী আছিল, আৰু সিহঁতৰ ধন-সম্পদ আৰু সন্তানসন্ততিও বেচি আছিল। পিছত সিহঁতে নিজৰ ভাগ কিছুকাল

---

৬০। ভণ্ডবিলাকৰ কিছুমানে নিজৰ আচৰণ পৰিবৰ্ত্তন কৰি প্ৰকৃততে বিশ্বাসী হৈ পৰিছিল। ইয়াত এই দলৰে নিৰ্দ্দেশ দিয়া হৈছে।

৬১। আল্লাৰ পথত ধৰ্ম্মৰ কাৰণে ধন ব্যয় নকৰে।

৬২। শব্দ একেটা, নিচ্‌য়ান। আচল অৰ্থ হৈছে পাহৰা; কিন্তু আল্লা সৰ্ব্বজ্ঞ, য'ত তেওঁৰ সম্বন্ধে এই শব্দ ব্যৱহাৰ হৈছে, ত'ত অৰ্থ কৰিব লাগিব, এৰি দিয়া পৰিত্যাগ কৰা।—বা।

৬৩। কপটাচাৰীবিলাকৰ কু-প্ৰবৃত্তিবোৰ এই আয়তত বৰ্ণাইছে। আগলৈ ৭১ আয়তত বিশ্বাসীসকলৰ গুণসমূহৰ উল্লেখ হৈছে।

৬৪। 'লা'নত' শব্দৰ অৰ্থ আল্লাৰ সন্নিধান আৰু কৰুণাৰ পৰা দূৰ কৰা। তাকেই আল্লাৰ অভিসম্পাতো বুলিব পাৰি।

উপভোগ কৰিছিল আৰু তোমালোকেও নিজৰ ভাগ কিছুকাল উপভোগ কৰিছিলা, অবিকল সেইদৰে যিদৰে তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকে নিজ নিজ অংশ কিছুকাললৈ ভোগ কৰিছিল; আৰু সিহঁতে যেনেকৈ বৃথা কথাত[৬৫] মগ্ন থাকিছিল, তেনেকৈ তোমালোকেও বৃথা কথাত মগ্ন আছিলা। সেইবিলাকৰে কাৰ্য্যসমূহ ইহকাল আৰু পৰকালত নিষ্ফল হব; আৰু সেইবিলাকেই হৈছে ক্ষতিগ্ৰস্ত লোক।

৭০। সিহঁতলৈ সেইবিলাকৰ বাতৰি অহা নাই নে যিবিলাক সিহঁতৰ পূৰ্ব্বগামী আছিল,—নুহ 'আৰু আদ আৰু ছমুদৰ জাতি, আৰু ইব্ৰাহিমৰ জাতি, আৰু মদ্‌য়নৰ অধিবাসীবিলাক, আৰু ভালেমান ধ্বংস হোৱা নগৰ?[৬৬] সিহঁতৰ ওচৰলৈ আহিছিল সিহঁতৰ ৰচুলসকল সুস্পষ্ট প্ৰমাণসমূহৰে সৈতে; গতিকে সিহঁতৰ প্ৰতি আল্লাই যে অন্যায় কৰিছিল ই অসম্ভৱ, বৰং সিহঁতে নিজৰ প্ৰতি নিজেইহে অন্যায় কৰিছিল।

৭১। আৰু বিশ্বাসী আৰু বিশ্বাসিনীবিলাক পৰস্পৰ পৰস্পৰৰ বন্ধু; তেওঁলোকে সৎকাৰ্য্য কৰিবলৈ আদেশ দিয়ে আৰু অসৎকাৰ্য্য কৰিবলৈ বাৰণ কৰে; আৰু তেওঁলোকে নমাজৰ অনুষ্ঠান কৰে আৰু জকাত দান কৰে; আৰু তেওঁলোক আল্লা আৰু তেওঁৰ ৰচুলৰ বাধ্য হৈ থাকে; এইসকলৰ প্ৰতি নিশ্চয় আল্লাই নিজ কৰুণা[৬৭] প্ৰদৰ্শন কৰিব; নিশ্চয় আল্লা ক্ষমতাশালী, শ্ৰেষ্ঠ জ্ঞানী।

৭২। বিশ্বাসী পুৰুষ আৰু নাৰীসকলক আল্লাই এনে উদ্যানসমূহৰ প্ৰতিশ্ৰুতি দিছে যাৰ তলেদি জুৰিবিলাক বৈ যায়, তাতেই তেওঁলোক স্থায়ীৰূপে বাস কৰিব; আৰু (তেওঁ প্ৰতিশ্ৰুতি দিছে) অনন্ত উদ্যানসমূহ থকা পৱিত্ৰ বাসস্থানবিলাকৰ; আৰু সকলোতকৈ শ্ৰেষ্ঠ (স্বৰ্গ-সুখ) হব আল্লাৰ সন্তুষ্টি;[৬৮] এয়ে মহান মনোৰথ সফলতা।

---

৬৫। সত্যৰ বিৰুদ্ধে আৰু অসত্যৰ পক্ষে দীঘলীয়া আলোচনা আৰু তৰ্ক কৰা। যিবিলাকে অযথা তৰ্ক কৰি দিন কটায় সেইবিলাকে সত্য চুকি নাপায়।

৬৬। যেনে চদম্ আৰু গমৰা। চোৰা, ১৫ : ৭৫।

৬৭। লা'নতৰ বিপৰীত; চোৰা ওপৰৰ টী ৰ্৬১। কপটাচাৰীৰ ভাগত আছে আল্লাৰ কৰুণাৰ পৰা বঞ্চিত হোৱা, আৰু বিশ্বাসীসকলৰ প্ৰতি বৰ্ষণ হয় আল্লাৰ কৰুণা।

৬৮। ইচ্‌লামৰ মতে স্বৰ্গ হৈছে বিভোপন সুখৰ ঠাই। আৰু স্বৰ্গত শ্ৰেষ্ঠতম সুখ হব আল্লাৰ সন্তুষ্টি। এই সুখেই সকলো সুখকে বিয়পি ৰাখিব।—চোৱা, ৯৮ : ৯।

# ৰুকু ১০

কপটাচাৰীবিলাকৰ বিৰুদ্ধাচৰণ; সিহঁতৰ অভিসন্ধিৰ নিষ্ফলতা। সিহঁতৰ প্ৰতিজ্ঞাভঙ্গ; সিহঁত আল্লাৰ ক্ষমাৰ পৰা বঞ্চিত।

৭৩। হে নবি, অবিশ্বাসীবিলাক আৰু কপটাচাৰীবিলাকৰ[৬৯] বিৰুদ্ধে তুমি সংগ্ৰাম চলাই যোৱা, আৰু সিহঁতৰ লগত তোমাৰ ব্যৱহাৰ কঠোৰ[৭০] কৰিবা, আৰু (জানিবা) নৰকেই সিহঁতৰ আশ্ৰয়স্থল, আৰু সেয়ে প্ৰত্যাবৰ্ত্তনৰ নিকৃষ্ট ঠাই।

৭৪। সিহঁতে এনে কথা কোৱা নাই বুলি আল্লাৰ নাম লৈ শপত খায়; কিন্তু অবিশ্বাসমূলক কথা সচাকৈয়ে সিহঁতে কৈছিল; আৰু ইচ্লাম গ্ৰহণ কৰাৰ পিছতো সিহঁতৰ আচৰণ আছিল অবিশ্বাসী বিলাকৰ; আৰু সিহঁতে যিহকে সঙ্কল্প কৰিছিল তাত সফলমনোৰথ হোৱা নাছিল;[৭১] আৰু সিহঁতৰ বিৰুদ্ধাচৰণৰ ইয়াৰ বাহিৰে কি কাৰণ হব পাৰে যে সিহঁতক আল্লাই নিজ কৃপাগুণে আৰু তেওঁৰ ৰচুলে সম্পদশালী[৭২] কৰিছিল? এতিয়াও যদি সিহঁতে অনুতাপ কৰে ই সিহঁতৰ পক্ষে মঙ্গলজনক হব; কিন্তু যদিহে সিহঁত ঘূৰি যায়, আল্লাই সিহঁতক ইহকাল আৰু পৰকালত দিব যন্ত্ৰণাদায়ক শাস্তি; আৰু পৃথিবীত সিহঁতৰ নিমিত্তে নাথাকিব কোনো বন্ধু নাইবা কোনো সহায় কৰোঁতা।

৭৫। আৰু সিহঁতৰ মাজত এনে কিছুমান আছিল যিবিলাকে

---

৬৯। এই আয়তত‍ো আত্মৰক্ষাৰ যুদ্ধহে বুজাইছে। যি অবিশ্বাসীবিলাকে মুচলমানবিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিছিল, আৰু যি ভণ্ডবিলাকে সিহঁতক সহায় কৰিছিল সিহঁতৰ বিৰুদ্ধে সংগ্ৰাম চলাবৰ অনুমতি দিয়া হৈছে।

৭০। কাৰণ ইয়াত কোমলতাৰ ঠাই নাই। কিন্তু তাৰ অৰ্থ এইটো নহয় যে সিহঁতৰ প্ৰতি অন্যায় আৰু অত্যাচাৰ কৰা যুক্ত।

৭১। হজ্ৰত মহম্মদক (দ) বহীদ (বধ) কৰিবলৈ সিহঁতে বাৰ পৰ নাই চেষ্টা কৰিছিল, কিন্তু সকলো চেষ্টা বিফল হ'ল।

৭২। ইচ্লাম প্ৰচাৰৰ লগে লগে মক্কা আৰু মদিনা ব্যৱসা-বাণিজ্যৰ কেন্দ্ৰ হৈ পৰিছিল। তাৰ উপৰি বণিকসকলৰ ধন লাভ কৰি বহু লোক ধনী-মানী হৈ উঠিছিল। গতিকে বিৰুদ্ধাচৰণৰ কোনো কাৰণেই নাছিল।

আল্লাৰ সৈতে এই বুলি চুক্তি কৰিছিল; তেওঁ যদি আমাক নিজ কৃপাৰ[৭৩] ভাগ দান কৰে তেন্তে আমি নিশ্চয় দান-দক্ষিণা কৰিম, আৰু আমি নিশ্চয় ধাৰ্ম্মিকসকলৰ মাজৰ হ'ম।

৭৬। কিন্তু যেতিয়া তেওঁ নিজ কৃপাৰ কিছু ভাগ সিহঁতক দান কৰিলে তেতিয়া সিহঁতে তাকেলৈ কিৰ্পিণালি কৰিব ধৰিলে;[৭৪] আৰু সিহঁত বিৰোধী হৈ (সেই চুক্তিৰ পৰা) ঘূৰি গ'ল।

৭৭। তাৰ ফলত তেওঁ সিহঁতৰ অন্তৰসমূহ এনে কপটেৰে পৰিপূৰ্ণ কৰিলে যি তেওঁৰে সৈতে সিহঁতৰ সাক্ষাৎ হোৱা দিনালৈকে বিদ্যমান থাকিব;[৭৫] ইয়াৰ কাৰণ এই সিহঁতে আল্লাক যি প্ৰতিজ্ঞা দিছিল তাকে ভঙ্গ কৰিলে, আৰু এই হেতু যে সিহঁতে মিছা মাতিব ধৰিছিল।

৭৮। সিহঁতে জানিব পৰা নাই নে, সিহঁতৰ মনত নিহিত থকা ভাব আৰু সিহঁতৰ গুপ্ত মন্ত্ৰণা সকলোখিনি আল্লাই জানে, আৰু সমগ্ৰ অদৃশ্য বিষয়ে আল্লাৰ জ্ঞান সম্পূৰ্ণ?

৭৯। দান দিবলৈ যি বিশ্বাসীসকল অতিশয় অনুৰাগী সেইসকলক যিবিলাকে দোষাৰোপ কৰে, আৰু যিসকল নিজ পৰিশ্ৰমৰে অৰ্জ্জন কৰা সম্বলৰ অধিক দান কৰিবলৈ অক্ষম সেইসকলক যিবিলাকে উপহাস কৰে[৭৬] সেইবিলাকক আল্লাই নিজে উপহাসৰ প্ৰতিফল দিব, আৰু সিহঁতৰ নিমিত্তে থাকিব যন্ত্ৰণাদায়ক শাস্তি।

৮০। তুমি সিহঁতৰ হৈ ক্ষমা প্ৰাৰ্থনা কৰা অথবা সিহঁতৰ হৈ ক্ষমা প্ৰাৰ্থনা নকৰা (দুয়ো একে কথা); সিহঁতৰ হৈ যদি তুমি সত্তৰ বাৰো

৭৩। 'ফদ্বল'ৰ অৰ্থ কৃপা, অনুগ্ৰহ। কোৰাণৰ অনেক ঠাইত ধন সম্পত্তি আৰু ঐশ্বৰ্য্যক আল্লাৰ ফদ্বল্ (কৃপা) বোলা হৈছে।

৭৪। আল্লাৰ আগত প্ৰতিজ্ঞা কৰিছিল, সিহঁতে ধনী হ'লে ধৰ্মৰ নিমিত্তে ধন মুক্ত হাতেৰে ব্যয় কৰিব। কিন্তু যেতিয়া সিহঁত ধনী হ'ল, সেই প্ৰতিজ্ঞা পাহৰি ধন সাঁচিবহে ধৰিলে।

৭৫। কপটাচাৰীবিলাকে এটা পাপ ঢাকিবলৈ গৈ আৰু এটা গুৰুতৰ পাপ কৰে। শেহত পাপৰ পৰা সাৰিবলৈ সিহঁতৰ শক্তি নোহোৱা হয়।

৭৬। বাইজেণ্টাইন সাম্ৰাজ্যৰ বিৰুদ্ধে যেতিয়া তৰ্বুকৰ যুদ্ধৰ আয়োজন কৰা হয়, সকলোৱে যুদ্ধৰ কাৰণে আগ্ৰহেৰে ধনগুনি দিছিল। এনেকি দুখীয়া মুচ্‌লিমেও যি পাৰিছিল তাকে আনি আগ বঢ়াইছিল। ভণ্ডবিলাকে ধনগুণি নিদি সকলো বিশ্বাসীকে বিদ্ৰূপ হে কৰিছিল।

ক্ষমা ভিক্ষা কৰা সিহঁতক আল্লাই কেতিয়াও ক্ষমা নকৰে,[৭৭] কিয়নো সিহঁতে আল্লা আৰু তেওঁৰ ৰচুলত অবিশ্বাস কৰি বিৰুদ্ধাচৰণ কৰিছিল; আৰু (আল্লাৰ বিধান এই) বিদ্ৰোহী জাতিক আল্লাই কেতিয়াও সুপথ প্ৰদৰ্শন নকৰে।

## ৰুকু ১১

কপটাচাৰীবিলাক বিশ্বাসঘাতক আৰু সমাজৰ শত্ৰু; সিহঁতৰ লগত সকলো সম্বন্ধ চিন্ন হ'ল; সিহঁতৰ নিমিত্তে ৰনাজাৰ নমাজ নিষিদ্ধ হ'ল।

৮১। যিবিলাকক পিছ পৰি থাকিব দিয়া হ'ল সেইবিলাকে আল্লাৰ ৰচুলৰ লগত (ৰণলৈ নোলাই ঘৰতে) বহি থাকিব পাই উল্লাসিত হৈছিল; আৰু সিহঁতৰ সমূলি ইচ্ছা নাছিল যে নিজৰ ধন-সম্পত্তি আৰু নিজৰ প্ৰাণ-সমূহ বিসৰ্জন দি আল্লাৰ পথত যুদ্ধ কৰে; আৰু সিহঁতে কৈ ফুৰিছিল, এনে গৰমকালি[৭৮] ৰণলৈ নোলাবা। তুমি কোৱাঁ, নৰকৰ অগ্নিৰ উত্তাপ তাতোকৈ তীব্ৰ, যদিহে সিহঁতৰ বোধশক্তি থকাহেতেন!

৮২। এতিয়া সিহঁতে (হাঁহিৰ খুজিছে) অলপ হাঁহি লক; আৰু পিছত সিহঁতে বেচিকৈ কান্দিব লাগিব[৭৯],—যি সিহঁতে নিজেই অৰ্জ্জন কৰিছিল তাৰে প্ৰতিফল স্বৰূপ।

৮৩। পিছত যদি আল্লাই সিহঁতৰ কোনো এদলৰ ওচৰলৈ তোমাক (নিৰাপদে) ওভতাই আনে, আৰু তাকে দেখি সিহঁতে ৰণলৈ ওলাবলৈ তোমাৰ অনুমতি বিচাৰে, তুমি কৰা তোমালোকে আৰু কেতিয়াও মোৰ সঙ্গী হৈ ৰণলৈ ওলাবলৈ নোপোৱা, আৰু মোৰ সঙ্গী হৈ কেতিয়াও শত্ৰুৰ সৈতে যুঁজ কৰিব নোপোৱা;[৮০] বাস্তৱতে পোন-প্ৰথমেও তোমালোকে (ৰণলৈ নগৈ) বহি থাকিবলৈ ভাল পাইছিলা, এতিয়াও পিছপৰাবিলাকৰ লগতে বহি থাকাঁ।

---

৭৭। যি ভণ্ডবিলাকে শত্ৰুৰ লগত মিলি ইচ্লামৰ বিৰুদ্ধে গৈছিল, আৰু যিবিলাকৰ আচৰণ পৰিবৰ্ত্তনশীল নাছিল সিহঁতক কোনো মতেই ক্ষমা কৰিব নোৱাৰি। এই আয়তত এনে ভণ্ডবিলাকৰহে উল্লেখ হৈছে। চোৱাঁ, ৯:৭৭। আৰু চোৱাঁ, অহা আয়ত ৮৫।

৭৮। বুখৰিত উল্লেখ আছে, তবুকৰ যুদ্ধ-যাত্ৰা গৰম কালত হৈছিল, আৰু সূৰ্য্যৰ তাপত মানুহ ওলাব নোৱাৰিছিল।

৭৯। আগলৈ এনে সময় আহিব, ভণ্ডবিলাকৰলৈ অইনে উপহাস কৰিব।

৮০। এই আয়তৰ পৰা তাঞ্জৰ শিক্ষা পাব পাৰি। ধৰ্ম্মসেৱাৰ সুযোগ হেৰুৱাৰ

৮৪। আৰু সিহঁতৰ কোনো এজনৰ যদি মৃত্যু ঘটে সেইজনৰ কাৰণে কেতিয়াও যনাজাৰ নমাজ (সমাধি-প্ৰাৰ্থনা) নপঢ়িবা আৰু সেইজনৰ কবৰৰ (সমাধিৰ) কাষতো তুমি থিয় নহবা;[৮১] ইয়াৰ কাৰণ এই, সিহঁতে নিশ্চয় আল্লাত আৰু তেওঁৰ ৰচুলত অবিশ্বাস কৰিছিল, আৰু (সত্যৰ) বিৰোধী হোৱা অৱস্থাতে সিহঁতৰ মৃত্যু ঘটিছিল।

৮৫। আৰু সিহঁতৰ ধন-সম্পত্তি আৰু সিহঁতৰ সন্তান-সন্ততিয়ে যেন তোমাক বিস্ময়ত নেপেলায়; আল্লাই ইয়াকে ইচ্ছা কৰে, সেইবিলাকৰ দ্বাৰা ইহলোকত সিহঁতক শাস্তি দিয়ে, আৰু অবিশ্বসী অৱস্থাতেই যেন সিহঁতৰ প্ৰাণসমূহৰ প্ৰয়াণ হয়।

৮৬। আৰু যেতিয়া চুৰা এটা এই আদেশ লৈ অৱতীৰ্ণ হয়, তোমালোকে আল্লাত বিশ্বাস কৰা, আৰু তেওঁৰ ৰচুলৰ লগত যোগ দি ধৰ্ম্মৰক্ষাৰ যুদ্ধ কৰা, তেতিয়া সিহঁতৰ মাজৰ সম্পত্তিশালী কিছুমানে তোমাৰ ওচৰলৈ অনুমতি লবলৈ আহে, আৰু ইয়াকে কয়, আমাক এৰি দিয়া, ঘৰতে বহি থকাবিলাকৰ লগতে আমিও বহি থাকিম।

৮৭। সিহঁতে পিছ পৰি থকা তিৰোতাবিলাকৰ[৮২] লগতে (ঘৰতে) থাকিবলৈ ভাল পাইছিল; আৰু সিহঁতৰ অন্তৰসমূহত ছাপ মাৰি থোৱা হৈছে; গতিকে সিহঁতে বুজি নাপায়।

৮৮। কিন্তু ৰচুলে আৰু তেওঁৰ সহযোগী হৈ বিশ্বাসীসকলে নিজৰ ধন-সম্পত্তি আৰু নিজৰ প্ৰাণসমূহ বিসৰ্জন দি ধৰ্ম্মৰক্ষাৰ সংগ্ৰাম চলাব ধৰিছে; আৰু এই সকলৰ নিমিত্তে আছে বহু কল্যাণ, আৰু সেইসকলেই হৈছে কৃতাৰ্থ।

---

নালাগে। পুনৰায় তেনে সুযোগ নাহিব পাবে। আৰু আহিলেও যিবিলাকে প্ৰথমতে আওহেলা কৰিছিল সেইবিলাক সাধাৰণতে ধৰ্মসেৱাৰ মঙ্গলৰ পৰা বঞ্চিত থাকে।

৮১। বিশ্বাসঘাতক কপটাচাৰীবিলাকৰ লৈতে সকলো সম্বন্ধ ছিঙি দিয়া হৈছিল। সিহঁতে যুদ্ধত যোগদান কৰাটো নিষিদ্ধ হ'ল, আৰু সিহঁতৰ পৰা ধনগুনিও লোৱা নহৈছিল। সিহঁতলৈ যনাজাৰ নমাজ পৰ্য্যন্ত নিষিদ্ধ হ'ল। এই কথা সচা, ভণ্ডবিলাকৰ নেতা আব্দুল্লা বিন্ উবাইৰ যনাজা হজ্‌ৰতে (ৰ) পঢ়িছিল। সকলো তক্‌চীৰকাৰৰ মতে সেই ঘটনা এই আয়ত অৱতীৰ্ণ হোৱাৰ বহুত আগতে ঘটিছিল। সহজে বুজিব পাৰি সমাজত বিশ্বাসঘাতকৰ কোনো স্থান নাই।

৮২। পুৰুষবিলাক ৰণলৈ ওলাই যোৱাত তিৰোতাবিলাকে ঘৰ-খথাৱা হৈ থাকিছিল। কাপুৰুষ ভণ্ডবিলাকে ৰণলৈ নোলাই তিৰোতাবিলাকৰ সঙ্গী হৈ থাকিবলৈ বেচি ভাল পাইছিল। অথচ বহুত তিৰোতাই যুদ্ধতো অংশ গ্ৰহণ কৰি বিৰত্ব দেখুৱাইছিল।

৮৯। সেইসকলৰ নিমিত্তে আল্লাই প্ৰস্তুত ৰাখিছে এনে উপবনসমূহ যাৰ তলেদি জুৰিবিলাক বৈ গৈছে ; তাতেই তেওঁলোকে স্থায়ীৰূপে বাস কৰিব ; সেয়ে হৈছে মহান সফলতা।

# ৰুকু ১২

মৰুবাসীবিলাকক যুদ্ধত যোগ দিবলৈ ভণ্ডবিলাকে বাধা কৰিছিল ; ধৰ্মৰ ভিত্তি আন্তৰিকতা আৰু ত্যাগ স্বীকাৰ ; যুদ্ধ এটা ডাঙৰ পৰীক্ষা স্বৰূপ।

৯০। আৰু কিছুমান মৰুবাসীয়ে[৮৩] উপস্থিত হৈ নানা ওজৰ-আপত্তি দেখুৱাইছিল যাতে সিহঁতক ( যুদ্ধত যোগদানৰ পৰা ) অব্যাহতি দিয়া হয় ; আৰু যিবিলাকে আল্লা আৰু তেওঁৰ ৰচুলৰ আগত ( প্ৰকৃততে বিশ্বাসী বুলি ) মিছাকৈ জ্ঞাপন কৰিছিল সিহঁত ( ঘৰতে ) ৰহি থাকিল, সিহঁতৰ মাজত যিবিলাক অবিশ্বাসী হৈছিল সিহঁতক নিশ্চয় স্পৰ্শ কৰিব যন্ত্ৰণাদায়ক শাস্তিয়ে।

৯১। দুৰ্ব্বল আৰু ব্যাধিগ্ৰস্ত লোকৰ আৰু যাৰ ব্যয় কৰিবলৈ একো সম্বল নাই এনে মানুহবিলাকৰ কোনো দোষ নাই, যদিহে তেওঁলোকে আল্লা আৰু তেওঁৰ ৰচুলৰ কৰ্ত্তব্য অকপটভাৱে[৮৪] পালন কৰে ; সৎকাৰ্য্যকাৰী সকলকো দোষাৰোপ কৰিবৰ কোনো কাৰণ নাই ; আৰু আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

৯২। আৰু সেইবিলাকৰো কোনো দোষ নাই যিবিলাক যেতিয়া তোমাৰ ওচৰলৈ এই অভিপ্ৰায়ে আহিছিল যাতে তুমি সিহঁতৰ নিমিত্তে ( তোমাৰ লগতে ওলাবলৈ ) যান-বাহনৰ[৮৫] ব্যৱস্থা কৰা, তুমি কৈছিলা, তোমালোকৰ নিমিত্তে এনে বাহনৰ আয়োজন কৰিব নোৱাৰোঁ যাৰ ওপৰত তোমালোকক তুলি নিব পাৰোঁ ; সিহঁত তেতিয়া উভতি গল, আৰু যুদ্ধৰ কাৰণে ব্যয় কৰিবলৈ সিহঁতৰ একোকে নথকাৰ শোকত সিহঁতৰ চকুবোৰ অশ্ৰুৰে উপচি পৰিল।

---

৮৩। মৰুভূমিৰ আৰববিলাক যুদ্ধ-প্ৰিয় আছিল। নগৰবাসী ভণ্ডবিলাকে যাৰ পৰ নাই চেষ্টা কৰিছিল যাতে সিহঁতে তবুকৰ যুদ্ধত যোগদান কৰি মুছলমানবিলাকক সহায় নকৰে।

৮৪। ইচ্‌লামে কপটতা সহ নকৰে। যিবিলাক সচাঁকৈয়ে যুদ্ধত যোগ দিবলৈ অক্ষম সিহঁতক ন্যায়ৰূপে অব্যাহতি দিয়া হৈছিল।

৮৫। ইচ্‌লাম ৰাষ্ট্ৰ তেতিয়া আৰম্ভ হৈছিল মাত্ৰ। সৈন্যদল স্বেচ্ছাকাৰীৰ দলে আছিল। অস্ত্ৰাদিৰ কাৰণে বৰঙনি তোলা হৈছিল। সৈনিকে সাজ-পোচাক নিজেই যোগাৰ কৰি লৈছিল। উট, ঘোৰা ইত্যাদি বোজা বহন কৰা জন্তুৰ নিতান্ত অভাৱ আছিল।

৯৩। প্ৰকৃততে দোষ সেইবিলাকৰ যিবিলাক সম্পদশালী হোৱা সত্বেও তোমাৰ পৰা ( যুদ্ধত যোগ নিদিবলৈ ) অনুমতি বিচাৰিছিল ;[৮৬] পিছত থকা তিৰোতাবিলাকৰ লগত ঘৰতে থাকিবলৈ সিহঁতে ভাল পাইছিল ; আৰু সিহঁতৰ অন্তৰসমূহত আল্লাই মোহৰ মাৰি থৈছে, সেই দেখি সিহঁতৰ জ্ঞান নাই।

৮৬। কোৰানে দুই দলৰে বিশদৰূপে বৰ্ণনা কৰিছে। এদলৰ ধন-সম্বল সকলো আছিল, কিন্তু দুৰ্ব্বল বিশ্বাসৰ কাৰণে ৰণত অংশ লবলৈ সাহ নাছিল। আন হাতে কিছুমান এনে দুখীয়া মানুহো আছিল যিবিলাক ৰণলৈ ওলাবলৈ বলিয়া হৈ পৰিছিল। কিন্তু যুদ্ধৰ সঁজুলিৰ অভাৱ হোৱাৰ কাৰণে সিহঁত ওলাব নোৱাৰিলে। এই বেজাৰত সিহঁত কান্দি কান্দি ঘৰলৈ উভতি গৈছিল।

৯৪। সিহঁতৰ ওচৰলৈ তোমালোক যেতিয়া উভতি যাবা তোমালোকৰ আগত সিহঁতে নানা ওজৰ-আপত্তি দেখুৱাব ;[৮৭] তুমি কবা, তোমালোকে ওজৰ-আপত্তি দেখুৱাবৰ সকাম নাই , আমি তোমালোকৰ কথাত কেতিয়াও বিশ্বাস নকৰোঁ ; স্বৰূপতে তোমালোকৰ সম্বন্ধে সকলো সংবাদ আমাক আল্লাই আগতেই প্ৰদান কৰিছে ; আৰু আল্লাই আৰু তেওঁৰ ৰচুলে তোমালোকৰ কাৰ্য্য সোনকালে নিৰীক্ষণ কৰিব ; তাৰ পিছত তোমালোকক সেইজনৰ ওচৰলৈ ওভতাই নিয়া হব যিজনে অদৃশ্য আৰু প্ৰকাশ্য[৮৮] সকলো জানে ; গতিকে তোমালোকে যি কাৰ্য্য কৰিছিলা তাকে তেওঁ তোমালোকক জানিবলৈ দিব।

৯৫। সিহঁতৰ ওচৰলৈ যেতিয়া তোমালোক উভতি যাবা, সিহঁতে আল্লাৰ নাম লৈ তোমালোকৰ আগত শপত খাব, তোমালোকে যেন সিহঁতৰ একো দায়-দোষ নধৰা ; গতিকে সিহঁতক তোমালোকে একেবাৰে বৰ্জ্জন[৮৯] কৰিবা ; নিশ্চয় সিহঁত অপৱিত্ৰ, আৰু সিহঁতৰ আশ্ৰয়ৰ স্থান হব নৰক—সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰেই প্ৰতিফল স্বৰূপ।

৯৬। তোমালোক যেন সিহঁতৰ প্ৰতি সন্তুষ্ট হোৱা, তোমালোকৰ আগত সিহঁতে শপত খাব ; কিন্তু তোমালোক সিহঁতৰ প্ৰতি সন্তুষ্ট হলেও,যিবিলাকে বাধ্যতা স্বীকাৰ নকৰে সেইবিলাকৰ প্ৰতি নিশ্চয় আল্লা কেতিয়াও সন্তুষ্ট নহয়।

৯৭। মৰুবাসী আৰববিলাক অবিশ্বাস আৰু কপটতাত অতি কঠোৰ, আৰু আল্লাই নিজ ৰচুলৰ প্ৰতি অৱতীৰ্ণ কৰা বিধি-বিধানসমূহৰ[৯০] বিষয়ে অজ্ঞান থকা সিহঁতৰ পক্ষে অধিক যোগ্য ;[৯১] আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

---

৮৭। 'আমৰ্ বিন্ তুফাইলৰ কৈদৰ মানুহ কিছুমানে এনেবিলাক ওজৰ দেখুৱাইছিল।

৮৮। (১) যি তোমালোকৰ মনত লুকাই থৈছা আৰু যি প্ৰকাশ কৰিছা ; (২) যি বৰ্ত্তমান সময়ত ঘটিছে আৰু যি ভবিষ্যতে ঘটিব।

৮৯। সিহঁতৰ গুৰুতৰ দোষ মাৰ্জ্জনা কৰিবৰ যোগ্য নহয় ; সিহঁতৰ দুৰ্ব্বলতা আৰু কপটতা সিহঁতৰ দুষ্কাৰ্য্যত ওলাই পৰিল। এনে কপটীয়াবিলাকৰ লগত কোনো সম্বন্ধ ৰাখিব নোৱাৰি।

৯০। ধৰ্ম্মবিধানৰ 'হদ্'সমূহ, অৰ্থাৎ সীমাসমূহ ; আল্লাৰ আদেশসমূহ।

৯১। মৰুবাসী বেদুইন আৰববিলাক ইচ্লামৰ কেন্দ্ৰৰ পৰা দূৰৈত থকাৰ বাবে ইচ্লামৰ মূল নীতিবোৰ গ্ৰহণ কৰিবলৈ অক্ষম আছিল।

৯৮। আৰু মৰুবাসী আৰববিলাকৰ কিছুমানে যি ধন[৯২] ব্যয় কৰে তাকে দণ্ড স্বৰূপ ভাবে, আৰু তোমালোকৰ ওপৰত যেন ভাগ্যচক্ৰৰ বিপদ-আপদ পৰে তাৰ্লকে অপেক্ষা কৰি থাকে; ভাগ্যচক্ৰৰ দুৰ্ঘোৰ বিপদ পৰিব সিহঁতৰ ওপৰতেই; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৯৯। আৰু মৰুবাসী আৰববিলাকৰ মাজত এনে কিছুমানো আছে যিবিলাকে আল্লাত আৰু শেষ দিনত বিশ্বাস কৰে; আৰু যি ধন সেই-বিলাকে ব্যয় কৰে তাকে আল্লাৰ কাষ চাপিবৰ আৰু ৰচুলৰ আশীৰ্ব্বাদ-সমূহ লভিবৰ উপায় বুলিহে ভাবে। মনত ৰাখিবা তেওঁলোকৰ এনে কাৰ্য্য সচাকৈয়ে আল্লাৰ কাষ চাপিবৰ উপায়, সোনকালে তেওঁলোকক আল্লাই নিজ কৰুণাৰ ভিতৰলৈ প্ৰৱেশ কৰিবলৈ দিব; নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

## ৰুকু ১৩

মুহাযেৰীন আৰু আন্‌ছাৰৰ আদৰ্শ জীৱন; তেওঁলোকৰ অনুসৰণৰ ফল আল্লাৰ সন্তুষ্টিলাভ; মৰুবাসী আৰবৰ মাজৰ কপটাচাৰীবিলাক; তাৰে কিছু-মানক ক্ষমাদান; প্ৰতিদ্বন্দী মচ্‌যিদ নিৰ্ম্মাণ অনিষ্টকৰ।

১০০। আৰু মুহাযেৰীন[৯৩] আৰু আন্‌ছাৰৰ মাজৰ যিসকল (বিশ্বাসত) আগুৱান আৰু সৰ্ব্বপ্ৰথম,[৯৪] আৰু যিসকলে আন্তৰিকতা সৈতে তেওঁলোকৰ অনুসৰণ কৰিছে, সেইসকলৰ প্ৰতি আল্লা সন্তুষ্ট, আৰু তেওঁৰ প্ৰতি তেওঁলোকো সন্তুষ্ট; আৰু তেওঁলোকৰ নিমিত্তে তেওঁ প্ৰস্তুত ৰাখিছে এনে উদ্যানসমূহ যাৰ তলেদি জুৰিবিলাক বৈ যায়; তাতেই তেওঁলোকে চিৰকাল বাস কৰিব,— সেয়ে মহান্ সফলতা।

১০১। তোমালোকৰ চাৰিওফালে মৰুভূমিত বাস কৰা আৰববিলাকৰ

৯২। জকাত দান; যুদ্ধৰ খৰচ চলাবৰ নিমিত্তে বৰঙণি দান।

৯৩। যিবিলাক মুচলমানে মক্কা ত্যাগ কৰি হজ্‌ৰত্ ৰচুলৰ (স্ব) লগত মদিনালৈ গৈ তাতে বসতি কৰিছিল সেইবিলাকক 'মুহাযেৰীন' বোলে; 'আন্‌ছাৰ' হৈছে *মদিনাৰ সেই অধিবাসীবিলাক যিবিলাকে ধৰ্মপ্ৰচাৰ কাৰ্য্যত হজ্‌ৰতক (স্ব) সহায় কৰিছিল।*

৯৪। সময় হিচাপে তেওঁলোক সৰ্ব্বপ্ৰথম, আৰু ত্যাগ স্বীকাৰতো সকলোতকৈ আগ।

মাজত, আৰু মদিনা-অধিবাসীবিলাকৰো মাজত কিছুমান[৯৫] আছে কপটাচাৰী; সিহঁত কপটাচাৰতেই বদ্ধমূল; সিহঁতক তুমি নাজানা, আমি সিহঁতক জানো; অলপতে আমি সিহঁতক দুবাৰকৈ[৯৬] শাস্তি দিম; তাৰ পিছত সিহঁতক ঘূৰাই নিয়া হ'ব এটা ডাঙৰ শাস্তিলৈ।

১০২। আৰু আন কিছুমানো আছে যিবিলাকে নিজৰ অপৰাধসমূহ স্বীকাৰ কৰিছে;[৯৭] তেওঁলোকে সৎকাৰ্য্য আৰু কুকাৰ্য্যৰ সানমিহলি কৰিছে; সম্ভৱতঃ তেওঁলোকৰ প্ৰতি আল্লাই কৃপা-দৃষ্টি কৰিব; নিশ্চয় আল্লা শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১০৩। নিজ সম্পত্তিৰ পৰা সিহঁতে যি দান দিয়ে তুমি গ্ৰহণ কৰিবা,[৯৮] যাতে তাৰ দ্বাৰা তুমি সিহঁতক বিশুদ্ধ কৰিব পাৰা আৰু সিহঁতক নিৰ্ম্মল কৰিব পাৰা; আৰু সিহঁতৰ হৈ তুমি প্ৰাৰ্থনা কৰিবা;[৯৯] ইয়াত কোনো সন্দেহ নাই, তোমাৰ প্ৰাৰ্থনা সিহঁতৰ পক্ষে শান্তিৰ কাৰণ; আৰু আল্লা শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

১০৪। সিহঁতে নাজানে নে, আল্লাই নিজ ভৃত্যবিলাকৰ ক্ষমা-প্ৰাৰ্থনা গ্ৰহণ কৰে, আৰু সিহঁতে যি দানসমূহ দিয়ে তাকো গ্ৰহণীয় কৰে? আৰু আল্লাই শ্ৰেষ্ঠ কৃপা-দৃষ্টি কৰোঁতা, পৰম দানশীল।

---

৯৫। যুহাইনা, মুজাইনা, আশ্‌যা', আচ্‌লম আৰু গিফাৰ এই পাঁচোটা উপজাতি মিলি মদিনা আক্ৰমণ কৰিছিল।—ইব্‌নে খলদুন, ২ : ৬৬।

৯৬। এবাৰ সিহঁতৰ পৰা জকাত গ্ৰহণ কৰা নহৈছিল; দ্বিতীয় বাৰ, সিহঁতৰ লগত সকলো প্ৰকাৰ সম্বন্ধ ছিঙি পেলোৱা হৈছিল।

৯৭। কিছুমানে ভণ্ডবিলাকৰ দৰে ৰণলৈ নোলাই পিছ পৰি আছিল, কিন্তু সিহঁতে হজ্‌ৰতৰ (স্ব) ওচৰলৈ গৈ নিজৰ দোষ স্বীকাৰ কৰিছিল, আৰু তেওঁৰ ক্ষমা ভিক্ষা কৰিছিল।

৯৮। তেওঁলোকৰ দোষ আল্লাই ক্ষমা কৰিছে; গতিকে তেওঁলোকে মুক্তৰ কাৰণে দিয়া ধন গ্ৰহণীয়; কিন্তু কপটীয়াবিলাকৰ দান গ্ৰহণ কৰা নিষেধ।

৯৯। ইয়াত হজ্‌ৰতক (স্ব) তেওঁলোকৰ হৈ মধ্যস্থতা কৰিবলৈ আদেশ দিয়া হৈছে। মুচলমানসকলৰ বিশ্বাস, হজ্‌ৰতে (স্ব) শফা'অত কৰিব, অৰ্থাৎ আল্লাৰ কাষত তেওঁলোকৰ মাৰ্জ্জনাৰ নিমিত্তে প্ৰাৰ্থনা কৰিব। তাকে স্মৰণ কৰি তেওঁলোকে হজ্‌ৰতৰ (স্ব) প্ৰতি দৰুদ পঢ়ে, নমাজতো আৰু নমাজৰ বাহিৰেও। আৰ্‌বী শব্দ 'চল্লে' এই আয়তত ব্যৱহাৰ কৰা হৈছে। দৰুদ পঢ়াৰ অৰ্থ হৈছে হজ্‌ৰতৰ প্ৰতি আল্লাৰ আশীৰ্ব্বাদ কামনা কৰা। চোৱা, ২৩ : ৫৭।

১০৫। আৰু তুমি কোৱাঁ, তোমালোকে নিজ কাৰ্য্য কৰি থাকাঁ, তোমালোকৰ সেই কাৰ্য্য[১০০] নিশ্চয় আল্লাই আৰু তেওঁৰ ৰচুলে আৰু বিশ্বাসীসকলেও নিৰীক্ষণ কৰিব ; আৰু অদূৰ ভবিষ্যতত এনেজনৰ ওচৰলৈ তোমালোকক ওভতাই নিয়া হব যিজনে অদৃশ্য আৰু প্ৰকাশ্য সকলো জানে ; গতিকে তোমালোকে যি কাৰ্য্য কৰিছিলা সকলো তেওঁ তোমালোকক জানিবলৈ দেব।

১০৬। আৰু এনে কিছুমান মানুহো[১০১] আছে যিবিলাকৰ বিষয় আল্লাৰ আদেশ নহালৈকে স্থগিত ৰখা হৈছে—তেওঁ সিহঁতক শাস্তি প্ৰদান কৰে নে সিহঁতৰ প্ৰতি কৃপা-দৃষ্টি কৰে ; আৰু আল্লা সৰ্ব্ব-জ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

১০৭। আৰু (ভণ্ডবিলাকৰ মাজত) এনে কিছুমান আছে যিবিলাকে মচ্‌যিদ নিৰ্ম্মাণ[১০২] কৰিছে (ইচ্‌লামৰ) অনিষ্ট সাধন কৰিবৰ আৰু অবিশ্বাস প্ৰতিষ্ঠিত কৰিবৰ অৰ্থে, আৰু বিশ্বাসীসকলৰ মাজত অনৈক্য সৃষ্টি কৰিবৰ উদ্দেশ্যে, আৰু যিজনে আগৰে পৰা আল্লা আৰু তেওঁৰ ৰচুলৰ বিৰুদ্ধে যুদ্ধ চলাইছিল সেইজনে যেন খাপ লৈ আক্ৰমণ কৰিবলৈ সুবিধা পায় তাৰ কাৰণে। অথচ সেইবিলাকে নিশ্চয় শপত খাব এই বুলি, আমি মঙ্গলসাধন ভিন্ন আন

---

১০০। আল্লাই তোমালোকক ক্ষমা কৰিছে সচা, কিন্তু তোমালোকৰ কাৰ্য্য দ্বাৰা তেওঁ তোমালোকক পৰীক্ষা কৰিব। তোমালোকে যে সচাকৈয়ে নিজৰ দোষ স্বীকাৰ কৰিছা আৰু সৰল মনেৰে অনুতাপ কৰিছা তাৰ প্ৰমাণ তোমালোকৰ কাৰ্য্যে দিব।

১০১। মুৰাৰা ইব্‌নে ৰবী', কা'ব বিন্ মালিক, আৰু হিলাল বিন্ উমৈয়া এই তিনিজনে হজ্‌ৰতৰ (স্ব) ওচৰলৈ আহি কলে, আমাৰ ওজৰ দেখুৱাবলৈ একো নাই ; আমি যুদ্ধত যোগ নিদি ডাঙৰ দোষ কৰিলোঁ ; আপুনি আমাক ক্ষমা কৰক। হজ্‌ৰতে (স্ব) কলে, তোমালোকে আল্লাৰ আদেশৰ অপেক্ষা কৰাঁ। পিছত আয়ত ৯ : ১০৮ অৱতীৰ্ণ হ'ল, আৰু এই তিনিজনকো ক্ষমা দান কৰা হ'ল।

১০২। খজ্‌ৰয্‌ কৈদৰ এজন মুখিয়াল মানুহ, আবু 'আমেৰ্‌ ৰাহেব, ইচ্‌লামৰ ডাঙৰ শত্ৰু আছিল। বদৰৰ প্ৰতিশোধ লবৰ উদ্দেশ্যে সি কোৰেইশক উদগাই দি উহদৰ যুদ্ধৰ আয়োজন কৰিছিল। চীৰিয়ালৈ গৈ সি বাইজেন্টাইন সেনাবো সহায় লবলৈ চেষ্টা কৰিছিল, আৰু কপটাচাৰীবিলাকলৈ বাতৰি পঠালে যে সেই সেনাদল অলপতে মদিনা পাবহি। সিহঁতে মুচলমানৰ মাজত বিচ্ছেদ সৃষ্টি কৰিবৰ অৰ্থে ইচ্‌লামৰ সৰ্ব্বপ্ৰথম মচ্‌যিদে কোবাৰ নিচেই ওচৰতে এটা প্ৰতিদ্বন্দ্বী মচ্‌যিদ নিৰ্ম্মাণ কৰি হজ্‌ৰতক (স্ব) তাত নমাজ পঢ়িবলৈ অনুৰোধ কৰে। কিন্তু তবুক ৰণৰ পৰা উভতি আহি হজ্‌ৰতে আল্লাৰ বাণী মতে সেই মচ্‌যিদ ভাঙি পেলাবলৈ আদেশ দিলে।

একোৰে কামনা কৰা নাছিলোঁ ; কিন্তু আল্লাই ইয়াকে সাক্ষী দিছে, সিহঁত নিশ্চয় অসত্যবাদী।

১০৮। তুমি কেতিয়াও সেই মচ্‌যিদৰ ভিতৰত ( নমাজৰ নিমিত্তে ) থিয় নহ'বা। যি মচ্‌যিদ্‌ ধৰ্ম্মৰ ভিত্তিত স্থাপিত সেই মচ্‌যিদ্‌ নিশ্চয় অধিক যোগ্য যে তাৰ ভিতৰত তুমি ( নমাজ পঢ়িবলৈ ) থিয় হোৱা ; এনে মচ্‌যিদত সেইসকল হে গোট খায় যিসকলে নিজকে পৱিত্ৰ কৰিবলৈ ভাল পায় ; আৰু আল্লায়ো সেইসকলক ভাল পায় যিসকলে নিজকে পৱিত্ৰ কৰে।

১০৯। যিজনে আল্লাৰ ভয় আৰু তেওঁৰ সন্তোষৰ ভিত্তিৰ ওপৰত নিজৰ বাসস্থান স্থাপিত কৰিছে সেইজন শ্ৰেষ্ঠ নে এনেজন শ্ৰেষ্ঠ যিজনে ভাগিব লগীয়া,[১০৩] পানীয়ে প্ৰায় খহাই নিব এনে গৰাৰ কাষতে নিজ বাসস্থানৰ ভিত্তি স্থাপিত কৰিছে ? শেহত সেই বাসস্থান তাৰ গৰাকীৰে সৈতে নৰকৰ অগ্নিৰ মাজত পৰিব। আৰু অন্যায়কাৰী লোকক আল্লাই সুপথ প্ৰদৰ্শন নকৰে।

১১০। এনে ভিত্তিৰ ওপৰত সিহঁতে যি ঘৰ ( মচ্‌যিদ্‌ ) সাজিছে সি সিহঁতৰ অন্তৰসমূহত সদায় অশান্তি সৃষ্টি কৰি থাকিব,[১০৪] যেতিয়ালৈকে ( তাৰ ফলত ) সিহঁতৰ অন্তৰসমূহ ভাগি ডোখৰ ডোখৰ হৈ নাযায় ; আৰু আল্লা সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

## ৰুকু ১৪

বিশ্বাসীসকলৰ ত্যাগ-স্বীকাৰ ; আধ্যাত্মিক অগ্ৰগতিৰ সাতোটি স্তৰ ;
অবিশ্বাসী শত্ৰুবিলাক ক্ষমাৰ যোগ্য নহয় ; তিনিজন
বিদ্ৰোহীৰ শাস্তি আৰু শেহত ক্ষমাদান।

১১১। স্বৰূপতে বিশ্বাসীসকলৰ নিমিত্তে যি স্বৰ্গৰ উদ্যান আছে তাৰে সলনি আল্লাই তেওঁলোকৰ পৰা তেওঁলোকৰ প্ৰাণসমূহ আৰু তেওঁলোকৰ ধনসম্পত্তি কিনি লৈছে ;[১০৫] ( তাৰ ফলত ) তেওঁলোকে আল্লাৰ পথত যুদ্ধ কৰে, ( শত্ৰুক )

---

১০৩। 'যুৰুফ'ৰ অৰ্থ হৈছে, যি গৰা নৈৰ পানীয়ে তলে তলে খান্দি নিছে আৰু খহি বাগৰি পৰা'ৰ অৱস্থাত পৰিছে। 'হাৰিন্‌', পৰি যোৱাৰ অৱস্থা হোৱা।—আ, ম।

১০৪। সিহঁতৰ অভিসন্ধি ব্যৰ্থ হোৱাৰ কাৰণে সিহঁতৰ হিয়াত সদায় অশান্তিৰ জুই জ্বলি থাকিব, আৰু সিহঁতৰ মন ব্যাকুল হৈ থাকিব।

১০৫। আল্লাই বিশ্বাসীসকলক অনন্ত সুখ দিছে, কাৰণ তেওঁলোকে নিজৰ মন-প্ৰাণ, ধন-সম্পত্তি, লৰা-তিৰোতা সকলো আল্লাৰ পথত উৎসৰ্গ কৰিছে। তাৰ সলনি আল্লাৰ পৰা তেওঁলোকে লাভ কৰিছে তেওঁৰ বিশেষ অনুগ্ৰহ আৰু তেওঁৰ সন্তুষ্টি।

নিহত কৰে আৰু নিজেও নিহত হয় ;—এযে সেই অঙ্গীকাৰ যি পূর্ণ কৰিবৰ ভাৰ তৌৰাত, ইনজীল, আৰু কোৰানত আল্লাই নিজেই লৈছে,[106] আৰু আল্লাই দিয়া প্রতিশ্রুতি তেওঁতকৈ বেচি পালন কৰে এনে কোন হব পাৰে? গতিকে তেওঁৰে সৈতে তোমালোকে যি বেহা-বেপাৰ কৰিলা তাৰ বাবে তোমালোক আনন্দময় হোৱাঁ ; আৰু সেয়ে হৈছে মহান সফলতা।

১১২। (সেইবিলাকেই হৈছে) অনুতাপ কৰোঁতা, (আল্লাৰ) আৰাধনা কৰোঁতা, গুণকীর্ত্তন কৰোঁতা, (আল্লাৰ পথত) ভ্রমণ কৰোঁতা, (তেওঁৰ সম্মুখত) মূৰ দোৱাঁওতা, সাষ্টাঙ্গে প্রণিপাত কৰোঁতা, সৎকার্য্য কৰিবলৈ আদেশ কৰোঁতা আৰু অসৎকার্য্য কৰিবলৈ নিষেধ কৰোঁতা, আৰু আল্লাৰ বিধানসমূহৰ সীমা ৰক্ষা কৰোঁতা ;[107] আৰু সকলো বিশ্বাসীকে আনন্দ-বর্ত্তান প্রদান কৰাঁ।

১১৩। অংশীবাদীবিলাক যে নৰকৰ অধিবাসী এই কথা নবীজনৰ আৰু বিশ্বাসীসকলৰ আগত ফট্‌ফটীয়াকৈ স্পষ্ট হোৱাৰ পাছত তেওঁলোকে সিহঁতৰ হৈ ক্ষমা-প্রার্থনা কৰা যুগুত নহয়, এনেকি যদিও সিহঁত সিহঁতৰ আত্মীয়স্বজনো হয়।[108]

১১৪। আৰু নিজ পিতৃৰ[109] হৈ ইব্রাহিমে ক্ষমা-প্রার্থনা কৰাৰ কাৰণ আছিল সেই প্রতিশ্রুতি মাথোন যি তেওঁ পূর্ব্বেই তেওঁক দি থৈছিল ; কিন্তু তেওঁ যে আল্লাৰ শত্রু এই কথা তেওঁৰ আগত ফট্‌ফটীয়াকৈ স্পষ্ট হৈ পৰিলত

১০৬। চোৱাঁ বা, দ্বিঃ বি, ৬ : ৩—৫। মথি, ১৯—২৯। এই আয়তত কোৰানে হজ্‌ৰতৰ (স্ব) স্বগাবাসকলৰ (সহচৰসকলৰ) কথা উল্লেখ কৰিছে।

১০৭। ইয়াত ইমানৰ সাতোটি স্তৰ বর্ণনা কৰা হৈছে। (১) পাপৰ কাৰণে অনুতাপ কৰি আল্লাৰ ক্ষমা ভিক্ষা কৰা; (২) একমাত্র আল্লাৰ প্রেমত মগ্ন হৈ তেওঁৰ উপাসনা কৰা; (৩) আল্লাৰ পবিত্রতাৰ কীর্ত্তন কৰা (তচ্‌বীহ); (৪) সত্যৰ সন্ধান আৰু প্রচাৰৰ কাৰণে দেশত্যাগ কৰা; (৫) আল্লাৰ ইচ্ছা পূর্ণ হোৱাত সকলো অৱস্থাতে সন্তুষ্ট থকা, চোৱাঁ, ৬ : ১৬৩; (৬) সত্য গ্রহণ আৰু অসত্য বর্জ্জন কৰিবলৈ মানৱক প্রেৰণা দিয়া; (৭) আল্লাই নির্দেশ কৰি দিয়া সীমাসমূহ (হুদুদুল্লাহ্‌) পালন কৰা।

১০৮। এই আয়তৰ অর্থ হৈছে, আল্লাৰ প্রত্যাদেশত যদি এজনৰ সম্বন্ধে কোৱা হয় যে সি পৰিত্রাণ লাভ কৰিব নোৱাৰে, আৰু যদি কোনো সত্যৰ বিৰোধীৰ অনুতাপ কৰাত পূর্ব্বেই মৃত্যু ঘটে, এনে দুয়োজনৰ বাহিৰে আন অংশীবাদীৰ হৈ ক্ষমাৰ প্রার্থনা কৰাত কোনো বাধা নাই। হজ্‌ৰতে (স্ব) নিজে উহুদৰ-যুদ্ধত অংশীবাদী শত্রুৰ হৈ ক্ষমা ভিক্ষা কৰিছিল।

১০৯। আজৰ্‌ হজ্‌ৰত ইব্রাহিমৰ দদায়েক, পিতৃতুল্য। 'আব্‌' শব্দ পিতৃতুল্য স্বজনৰ নিমিত্তেও ব্যৱহৃত হয়।

তেওঁ তেওঁৰ পৰা বিমুখ হল। ইয়াত কোনো সন্দেহ নাই, ইব্ৰাহিম আছিল অতি মৰমিয়াল, ধৈৰ্য্যশীল।

১১৫। আৰু আল্লাই কোনো জাতিক পথপ্ৰদৰ্শন কৰাৰ পাছত সিহঁতক তেওঁ যে পুনৰ পথ-ভ্ৰান্ত কৰিব ই কদাপি তেওঁৰ যুগুত নহয় – যেতিয়ালৈকে যি কৰ্ম্মৰ পৰা সিহঁত বিৰত থকা উচিত তাকে তেওঁ সিহঁতৰ আগত স্পষ্টকৈ প্ৰকাশ নকৰে; নিশ্চয় সকলো বস্তুৰে আছে আল্লাৰ সম্পূৰ্ণ জ্ঞান।

১১৬। নিশ্চয় আকাশমণ্ডলী আৰু পৃথিবীৰ ৰাজত্বৰ যিজন গৰাকী তেৱেঁই আল্লা; তেৱেঁই জীৱন দান কৰে আৰু তেৱেঁই মৃত্যু ঘটায়; আৰু তোমালোকৰ পক্ষে আল্লাত ভিন্ন আন কোনো বন্ধু আৰু সহায় কৰোঁতা নাই।

১১৭। স্বৰূপতে নবীৰ প্ৰতি আৰু সেই মুহাযেৰীন আৰু আনুস্বাৰৰ প্ৰতি যিসকলে সঙ্কটৰ[১১০] সময়ত তেওঁলোকৰ মাজৰ এদলৰ অন্তৰসমূহ প্ৰায় বিচলিত হোৱাতো তেওঁৰেই অনুসৰণ কৰিছিল, আল্লাই কৰুণাৰে সৈতে কৃপাদৃষ্টি কৰিছে। তেওঁলোকৰ প্ৰতি তেওঁ পুনৰ কৃপাদৃষ্টি কৰিলে; নিশ্চয় তেওঁলোকৰ প্ৰতি তেওঁ দয়ালু, পৰম দানশীল।

১১৮। আৰু (তেওঁ কৃপাদৃষ্টি কৰিলে) সেই তিনিজনৰ[১১১] প্ৰতিও যিকেইজনৰ সম্বন্ধে (আল্লাৰ) আদেশ স্থগিত ৰখা হৈছিল; সেই অৱস্থাত পৃথিবী বিস্তীৰ্ণ হোৱা সত্বেও সিহঁতৰ কাৰণে সঙ্কীৰ্ণ হৈ পৰিছিল; আৰু সিহঁতৰ পক্ষে সিহঁতৰ প্ৰাণসমূহও সঙ্কুচিত হৈছিল; আৰু সিহঁতে ভালকৈ বুজিব পাৰিছিল, আল্লাৰ শাস্তিৰ পৰা ৰক্ষা পাবলৈ তেওঁৰ বাহিৰে আন কোনো আশ্ৰয়স্থল নাই; অৱশেষত তেওঁ সিহঁতৰ প্ৰতি পুনৰায় কৃপাদৃষ্টি কৰিলে, যাতে সিহঁতে অনুতাপ কৰি ক্ষমা ভিক্ষা কৰে; কোনো সন্দেহ নাই, আল্লাই একমাত্ৰ কৃপাদৃষ্টি কৰোঁতা, পৰম দানশীল।

---

১১০। তবুকৰ যুদ্ধৰ সময়ত।

১১১। চোৰা ওপৰৰ আয়ত ১০৬। এই তিনিজনকে সমাজচ্যুত কৰা হৈছিল। ৫০ দিনৰ পাছত এই আয়ত অৱতীৰ্ণ হ'ল, আৰু ক্ষমাদানৰ কথা জনাজাত হ'ল। বিশ্বাসী-সকলে দলে দলে কা'বৰ ওচৰলৈ গৈ অভিনন্দন জনালে। আৰু কা'ব, কৃতজ্ঞতা জনাবলৈ হজ্‌ৰতৰ (স) ওচৰলৈ গ'ল। হজ্‌ৰতে (স) তেওঁক ক'লে, হে কা'ব, তোমাৰ কি সৌভাগ্য! এই ক্ষমাদানৰ মহৎ দিন তুমি আজি পালা। তেওঁ সুধিলে, হজ্‌ৰত, এই ক্ষমা আপুনি দিলে নে আল্লাই প্ৰত্যাদেশ দ্বাৰা ক্ষমা দান কৰিলে? হজ্‌ৰতে কলে, এই আয়ত দ্বাৰা আল্লাই তোমালোকক ক্ষমা কৰিলে; তোমালোক উল্লাসিত হোৱা।

## ৰুকু ১৫

সত্যবাদীসকলৰ সঙ্গী হোৱা মঙ্গলজনক ; হজ্ৰত ৰচুল ( স্ব ) আৰু তেওঁৰ সঙ্গীসকলৰ সঙ্গী হৈ কষ্ট ভোগ কৰা বিশ্বাসীসকলৰ কৰ্ত্তব্য ; ৰণৰ সময়তো ধৰ্ম্ম-শিক্ষাৰ ব্যৱস্থা সম্বন্ধে উপদেশ।

১১৯। হে বিশ্বাসীসকল, আল্লাৰ ভয় ৰাখিবা আৰু সত্যবাদীসকলৰ সঙ্গী হবা।

১২০। মদিনাৰ অধিবাসীবিলাকৰ পক্ষে আৰু সিহঁতৰ কেওফালে মৰুভূমিত থকা আৰববিলাকৰ পক্ষে আল্লাৰ ৰচুলৰ লগতে ( ৰণলৈ ) নোলাই পিছ পৰি থকা আৰু তেওঁৰ প্ৰাণতকৈ নিজৰ প্ৰাণসমূহ বেচি ভাল পোৱা[১১২] কেতিয়াও যুগুত নাছিল ; কিয়নো আল্লাৰ পথত সেইবিলাকে তৃষ্ণা, ক্লান্তি আৰু অনশনৰ কষ্ট ভোগ কৰা হলে, আৰু অবিশ্বাসীবিলাকৰ বাট ধৰি সিহঁতৰ ক্ৰোধৰ উদ্ৰেক কৰা হলে,[১১৩] আৰু শত্ৰুৰ অনিষ্ট সাধন[১১৪] কৰা হলে, সেইবিলাকৰ নিমিত্তে এনেবোৰ কাৰ্য্য পুণ্যকাৰ্য্য বুলি লিপিবদ্ধ কৰা হ'লহেতেন। সৎ-কৰ্ম্মীসকলৰ প্ৰতিদান নিশ্চয় আল্লাই ব্যৰ্থ নকৰে।

১২১। আৰু কমেই হওক বা বেচিয়েই হওক তেওঁলোকে এনে ধন ব্যয় নকৰে, আৰু কোনো উপত্যকা তেওঁলোকে অতিক্ৰম নকৰে যি তেওঁলোকৰ নিমিত্তে লিপিবদ্ধ কৰি থোৱা নহয়, যাতে তেওঁলোকে যি কাৰ্য্যকে কৰিছিল তাৰ বাবে আল্লাই তেওঁলোকক উত্তম প্ৰতিদান দিয়ে।

১২২। আৰু মকবাসীবিলাকৰ পক্ষে সম্ভৱ নাছিল যে সকলোৱে একেলগে ( ৰণলৈ ) ওলাই পৰে ; সিহঁতৰ প্ৰত্যেক সম্প্ৰদায়ৰ পৰা কিয় একোটা দল ধৰ্ম্মজ্ঞান লাভ কৰিবৰ উদ্দেশ্যে ( কেন্দ্ৰলৈ ) ওলাই নাহে,[১১৫] যাতে পিছত নিজৰ লোকবিলাকৰ ওচৰলৈ উভতি গৈ সিহঁতক ( শিক্ষা দি ) সতৰ্ক ক ৰব পাৰে ? হব পাৰে সিহঁত এই উপায়ে কুকৰ্ম্ম সম্বন্ধে সাৱধান হয়।

---

১১২। যুদ্ধৰ আপদ-বিপদ আমাৰ ওপৰত নপৰি ৰচুল ( স্ব ) আৰু তেওঁৰ সঙ্গী-বিলাকৰ ওপৰত পৰক, এইবুলি সিহঁতে কৈছিল।

১১৩। শত্ৰুৰ শিবিৰলৈ গৈ আক্ৰমণ কৰা, অথবা শত্ৰুক দমন কৰিবলৈ নানা সামৰিক উপায় অৱলম্বন কৰা।

১১৪। শত্ৰুদলৰ মাল লুটপাট কৰা, অথবা সিহঁতক হত-নিহত কৰা।

১১৫। এই আয়তত মুচলমানবিলাকক আদেশ দিয়া হৈছে, যুদ্ধৰ সময়তো যেন তেওঁলোকে ধৰ্ম্মপ্ৰচাৰৰ কৰ্ত্তব্য সাধন কৰি থাকে। কিছুমান তফচীৰকাৰৰ মতে ইয়াত

# ৰুকু ১৬

অবিশ্বাসী আৰু কপটাচাৰীবিলাকৰ বিৰুদ্ধে বিশ্বাসীসকলক অটল হৈ থাকিবৰ আদেশ ; কোৰানৰ চুৰা অৱতীৰ্ণ হোৱাত অবিশ্বাসীবিলাকৰ কঠোৰতা ; মানৱজাতিৰ আধ্যাত্মিক উন্নতিৰ কাৰণে হজ্ৰত ৰচুলৰ (ছ) কামনা আৰু চেষ্টা।

১২৩। হে বিশ্বাসীসকল, তোমালোকে সেই অবিশ্বাসীবিলাকৰে সৈতে যুদ্ধ কৰা যিবিলাক তোমালোকৰ ওচৰতেই আছে,[১১৬] আৰু এনে ভাবে যুদ্ধ কৰা সিহঁতে যেন তোমালোকক কঠোৰ, দৃঢ় দেখা পায় ; আৰু তোমালোকে জানি থোৱা, আল্লা ধৰ্ম্মপৰায়ণসকলৰ সঙ্গী।

১২৪। আৰু কোনো এটা চুৰা অৱতীৰ্ণ হ'লে সিহঁতে (ইতিকিং কৰি) সোধে, এই চুৰা দ্বাৰা তোমালোকৰ কোনো এজনৰো বিশ্বাস বৃদ্ধি হ'ল নে ?[১১৭] প্ৰকৃততে যি সকল বিশ্বাসী সেইসকলৰ হে বিশ্বাস ইয়াৰ দ্বাৰা বৃদ্ধি পায় ; আৰু সেই কাৰণে তেওঁলোক হৈছে আনন্দেৰে পৰিপূৰ্ণ।

১২৫। কিন্তু যিবিলোকৰ অন্তৰসমূহত ব্যাধি আছে সিহঁতৰ কাৰণে এই চুৰাই সিহঁতৰ অশুচিতাৰ ওপৰত অশুচিতা হে বৃদ্ধি কৰে ; আৰু অবিশ্বাসী হৈ থকা অৱস্থাতেই সিহঁতৰ মৃত্যু ঘটে।

১২৬। সিহঁতে এই কথা ভাবি নাচায় নে, প্ৰতি বছৰতে এবাৰ বা দুবাৰ সিহঁতৰ পৰীক্ষা লোৱা হয় ? তথাপি সিহঁতে অনুতাপ নকৰে, আৰু উপদেশ গ্ৰহণ নকৰে।

---

মৰুবাসী আৰৱ বেদুইনবিলাকৰ সম্বন্ধে বিশেষকৈ উল্লেখ কৰা হৈছে। সিহঁত মদিনাৰ পৰা দূৰৈত থকাৰ কাৰণে সিহঁতৰ ধৰ্মজ্ঞান কম আছিল। সেইদেখি সিহঁতৰ এটা দল মদিনালৈ আহি ইচ্লাম শিক্ষা কৰিবলৈ কিছুকাল কটাব লাগে। তাৰ পাছত নিজৰ ঠাইলৈ উভতি গৈ নিজৰ লোকবিলাকক ধৰ্ম্মশিক্ষা দিয়া উচিত। এই আয়তত তাকে কোৱা হৈছে।

১১৬। (১) মৰুবাসী আৰৱবিলাকক বুজাইছে ; সিহঁত মদিনাৰ কেওকালে বসতি কৰিছিল। (১) মুনাফেকীনবিলাককো (কপটাচাৰীবিলাক) বুজাব পাৰে ; সিহঁত মুচলমানৰ দলভুক্ত হৈ মুচলমানৰেই বিৰুদ্ধে অভিসন্ধি কৰিছিল, আৰু তলে তলে শত্ৰুদলক সহায় কৰিছিল।

১১৭। কপটাচাৰীবিলাকৰ সম্বন্ধে কোনো চুৰা বা আয়ত অৱতীৰ্ণ হলে সিহঁতে কোনো শিক্ষা গ্ৰহণ নকৰে ; বৰং বিদ্ৰূপ হে কৰে। কিন্তু সিহঁতৰ মনত ভয় থাকে, আনোচা মুচলমানবিলাকে সিহঁতৰ অভিসন্ধিৰ সন্ধেদ পাই তাকে ব্যৰ্থ কৰিবলৈ সমৰ্থ হয়।

১২৭। আৰু কোনো এটা চুৰা অৱতীৰ্ণ হলেই সিহঁতৰ ইজনে সিজনলৈ চকু টিপ মাৰে ( আৰু কয় ), চোৱাঁ তোমালোকক কোনোবাই লক্ষ্য কৰিছে নে কি ? তাৰ পিছত সিহঁত ঘূৰি যায় ; সিহঁতৰ অন্তৰসমূহ আল্লাইহে ওলটাইছে, কিয়নো সিহঁত এনে লোক যি একোকে উপলব্ধি নকৰে।

১২৮। স্বৰূপতে তোমালোকৰ ওচৰলৈ ৰচুল[১১৮] আহিছে তোমালোকৰেই মাজৰ পৰা। যিখিনি কষ্ট তোমালোকে ভোগ কৰা তাৰ বাবে তেওঁৰ মন ভাৰাক্ৰান্ত ; তোমালোকৰ কল্যাণৰ নিমিত্তে তেওঁ উদ্বিগ্ন ; বিশ্বাসীসকলৰ নিমিত্তে তেওঁ স্নেহশীল, দয়ালু।

১২৯। শেষত ইয়াৰ উপৰিও যদি সিহঁত বিমুখ হৈ ঘূৰি যায়, তুমি কৰা, মোৰ কাৰণে একমাত্ৰ আল্লা[১১৯] যথেষ্ট ; তেওঁৰ বাহিৰে আন উপাস্য নাই ; তেওঁৰেই ওপৰত মই ভৰষা কৰিছোঁ, আৰু তেৱেঁই মহান্ সিংহাসনৰ[১২০] অধীশ্বৰ।

---

১১৮। হজ্ৰৎ মহম্মদ ( স্ব ) বিদেশী মানুহ নহয় ; তেওঁ তোমালোকৰ মাজতেই ডাঙৰ-দীঘল হৈ জীৱন কটাইছে ; তেওঁৰ উচ্চ চৰিত্ৰ তোমালোকে লক্ষ্য কৰি আহিছা ; গতিকে তেওঁৰ আহ্বানৰ প্ৰত্যুত্তৰ দিয়া তোমালোকৰ কৰ্ত্তব্য। তেওঁৰ একান্ত ইচ্ছা, তোমালোক ইচ্লাম গ্ৰহণ কৰি আধ্যাত্মিক উন্নতিৰ সীমালৈ যাব পাৰা। চোৱাঁ ১৮ : ৭ ; ২৬ : ৪।

১১৯। আল্লাৰ ওপৰত তেওঁৰ ভৰসা কিমান! যদি সকলোৱে তেওঁক এৰি গুচি যায়, তেওঁ অকলশৰীয়া হৈ সত্যকে লৈ থাকিবলৈ প্ৰস্তুত। তেওঁৰ নিমিত্তে আল্লাই যথেষ্ট।

১২০। তেওঁ সৰ্ব্বশক্তিমান ; তেওঁৰ হাতত সকলো ক্ষমতা। মোৰ বিশ্বাস, সকলোৱে মোক এৰি যাব পাৰে, কিন্তু মোৰ আল্লাই কেতিয়াও মোক এৰি নিদিয়ে।

# চুৰা ১০

# ইয়ুনুচ্

## মক্কাত অৱতীৰ্ণ

১১ ৰুকু : ১১০ আয়ত

এই চুৰা ইয়ুনুচ্ আৰু ইয়াৰ পাছৰ পাঁচোটা চুৰা হজৰত মহম্মদৰ (দ) মক্কা-ত্যাগৰ আগতে অৱতীৰ্ণ হৈছিল। পূৰ্ব্ববৰ্ত্তী চুৰা কেইটাত মক্কাত থকা অবিশ্বাসীবিলাকৰ বিৰুদ্ধাচৰণৰ কথা উল্লেখ কৰা হৈছে, আৰু ন-কৈ হোৱা মুচলমানবিলাক যে আত্মৰক্ষাৰ ডাঙৰ সমস্যাৰ সম্মুখীন হৈছিল তাৰো অলপ বৰ্ণনা কৰা হৈছে। এই চুৰাই ইচ্লাম-প্ৰচাৰৰ এটা নতুন যুগৰ সূচনা কৰিছে। এই ছয়টা চুৰাত ইচ্লামৰ মূল শিক্ষাৰ অৱতাৰণা, ধৰ্ম্মপ্ৰচাৰৰ প্ৰণালী, নবীসকলৰ আগমনৰ উদ্দেশ্য, আৰু আল্লাৰ জগৎ-ব্যাপক কৰুণাৰ আলোচনা কৰা হৈছে।

যদিও এই চুৰাৰ নামকৰণ হজ্ৰত ইয়ুনুচৰ নামেৰে কৰা হৈছে, ইয়াত হজ্ৰত নুহ (আ) আৰু হজ্ৰত মুচাৰো (আ) প্ৰধান প্ৰধান ঘটনাৰ কিছু বিৱৰণ দিয়া হৈছে।

নবীসকল আহে আল্লাৰ সংবাদ লৈ; আৰু তাৰ দ্বাৰা মানুহক সুপথ দেখুৱাবলৈ তেওঁলোকে অপাৰ চেষ্টা কৰে। যিবিলাকে তেওঁলোকৰ কামত বাধা জন্মায় সেইবিলাকে যি শাস্তি আল্লাৰ বিৰোধীৰ যোগ্য তাকে ভোগ কৰে। যিবিলাকে নবীসকলৰ বাধ্যতা স্বীকাৰ কৰে আৰু তেওঁলোকক সাধ্যমতে সহায় কৰে সেইবিলাক আল্লাৰ বিশেষ কৰুণাৰ অধিকাৰী হয়। এনেবিলাক সত্যৰ এই চুৰাই নিৰ্দ্দেশ দিছে।

## ৰুকু ১

মানৱৰ মঙ্গলৰ নিমিত্তে আল্লাই হজ্ৰত মহম্মদক (দ) ৰচুল নিযুক্ত কৰি প্ৰেৰণ কৰিছে; জগতৰ সৃজন কৰোঁতা আৰু নিয়ন্ত্ৰণ কৰোঁতা আল্লাৰ গুণ সমূহ; ধৰ্ম্মৰ প্ৰধান উদ্দেশ্য আল্লাৰ সন্নিধানৰ পথ প্ৰদৰ্শন কৰা; স্বৰ্গ অনন্ত সুখ আৰু বিভোপন শাস্তিৰ স্থান।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্ লাম ৰা[১]; এইবিলাক জ্ঞানপূৰ্ণ গ্ৰন্থৰ আয়তসমূহ।

---

১। কোৰানৰ কিছুমান চুৰা সংক্ষিপ্ত পদাংশবোৰে আৰম্ভ হৈছে, যেনে এই চুৰা ১১ আৰু ১২, ১৩, ১৪, ১৫ প্ৰভৃতি। এইবিলাকক সাধাৰণেতে 'মুকত্ত' 'আতে কুৰ্আনি' বোলা হয়। তফ্চীৰকাৰবিলাকে এইবোৰৰ নানা অৰ্থ কৰিছে। আলিফ্-লাম-ৰা হৈছে 'আনাল্লাহ আৰা'ৰ সংক্ষেপ, অৰ্থাৎ মই সৰ্ব্বদৰ্শী আল্লা।

৩। মানৱজাতিৰ নিমিত্তে ই বিস্ময়ৰ কাৰণ নে, আমি সিহঁতৰ মাজৰেই এজন মানুহক প্ৰত্যাদেশ কৰিলোঁ, তুমি মানৱজাতিক সতৰ্ক কৰা, আৰু বিশ্বাসীসকলক এই আনন্দ-বাৰ্ত্তা দিয়া যে তেওঁলোকৰ প্ৰভুৰ ওচৰত তেওঁলোকৰ সত্যৰ পদ সুদৃঢ়[২] ? অবিশ্বাসীবিলাকে ইয়াকে কয়, বাস্তৱতে এইজন যে প্ৰকাশ্য যাদুকৰ ইয়াত কোনো সন্দেহ নাই।

৪। নিশ্চয় তোমালোকৰ প্ৰভু সেই আল্লা যিজনে ছয়টা নিৰ্দ্দিষ্ট কালত গগনমণ্ডল আৰু পৃথিবী সৃজন কৰিলে ; আৰু তেওঁ মহা-সিংহাসনত সুপ্ৰতিষ্ঠিত হ'ল ; তেৱেঁই সকলো কাৰ্য্যৰ নিয়ন্ত্ৰণ কৰে ;[৩] তেওঁৰ বিনা অনুমতিৰে কেও ( কাৰো তৈ ) মধ্যস্থতা কৰিব নোৱাৰে ;[৪] তেৱেঁই তোমালোকৰ প্ৰভু আল্লা, গতিকে তোমালোকে তেওঁৰেই উপাসনা কৰা,—তোমালোকে তেন্তে উপদেশ গ্ৰহণ নকৰিবা নে ?

৫। তেওঁৰেই ওচৰলৈ হব তোমালোকৰ সকলোৰেই প্ৰত্যাৱৰ্ত্তন—এয়ে আল্লাই দিয়া যথাৰ্থ প্ৰতিশ্ৰুতি ;[৫] আদিতে তেৱেঁই সৃষ্টি কৰিছে, তাৰ পিছতো তেৱেঁই পুনৰায় জীৱিত কৰিব ; উদ্দেশ্য এই, যিসকলে বিশ্বাস কৰিছে আৰু সৎকাৰ্য্য কৰিছে সেইসকলক তেওঁ যেন ন্যায়মতে প্ৰতিদান দিয়ে ; কিন্তু যিবিলাকে অবিশ্বাস কৰিছে সিহঁতৰ নিমিত্তে থাকিব পিবলৈ উতলা পানী, আৰু ( ভোগ কৰিবলৈ ) যন্ত্ৰণাদায়ক শাস্তি, কিয়নো সিহঁতে সত্য অগ্ৰাহ্য কৰিছিল।

৬। তেৱেঁই সূৰ্য্যক দীপ্তিকৰ জ্যোতিৰূপে আৰু চন্দ্ৰক আলোকৰূপে সৃষ্টি কৰিছে, আৰু তাৰ পৰিভ্ৰমণৰ পথ নিৰ্ণয় কৰি দিছে, যাতে তোমালোকে বছৰসমূহৰ সংখ্যা আৰু ( সময়ৰ গতিৰ ) গণনা[৬] নিৰূপিত কৰিব পাৰা ; তাকে

---

২। তেওঁলোকক কোনো প্ৰকাৰ প্ৰলোভনে সত্যৰ পৰা বিচলিত কৰিব নোৱাৰে। তেওঁলোকৰ ঠাই হৈছে আল্লাৰ সন্নিধানত ; সেয়ে হৈছে সন্মানৰ ঠাই।

৩। আল্লাই জগত সৃষ্টি কৰিছে, আৰু তেৱেঁই জগতৰ একমাত্ৰ নিয়ন্ত্ৰণ কৰোঁতা। চোৰা ৭ : ৫৫।

৪। চোৰা ২ : ২৫৬, আৰু ৩২ : ৭।

৫। ইচ্লামৰ এটা মহৎ শিক্ষা হৈছে, মহাবিচাৰৰ দিনত বিশ্বাস। সেইদিনা সকলো মানৱ আল্লাৰ ওচৰত উপস্থিত হব আৰু নিজ কৰ্ম্মৰ ফল ভোগ কৰিব।

৬। আল্লাই গ্ৰহ-নক্ষত্ৰৰ পৰিভ্ৰমণৰ বিধান বিনা উদ্দেশ্যে কৰা নাই। সূৰ্য্যৰ উদয় আৰু অস্ত হোৱাৰ পৰা দিন আৰু বছৰৰ কাল নিৰূপণ কৰা হয় ; আৰু চন্দ্ৰৰ গতিৰ পৰা মাহৰ কাল নিৰ্দ্দিষ্ট কৰা হয়।

আল্লাই কেৱল সত্য জ্ঞানৰে সৈতে সৃজন কৰিছে। জ্ঞানবান লোকৰ নিমিত্তে তেওঁ নিদৰ্শনসমূহ বিস্তাৰিতভাৱে বৰ্ণনা কৰে।

৭। বাস্তৱতে নিশা আৰু দিনৰ অনুবৰ্তনত, আৰু আকাশমণ্ডলী আৰু পৃথিবীত তেওঁ যি সৃজন কৰিছে তাত ধৰ্ম্মপৰায়ণ লোকসকলৰ নিমিত্তে নিহিত আছে নিদৰ্শনসমূহ।[৭]

৮। যিবিলাকে আমাৰ সাক্ষাৎ পাবৰ আশা নকৰে[৮] আৰু পাৰ্থিৱ জীৱন লৈয়ে সন্তুষ্ট থাকে, আৰু তাতেই শান্তি অনুভৱ কৰে, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহ অগ্ৰাহ্য কৰে—

৯। নিশ্চয় সেইবিলাকৰ আশ্ৰয়স্থল হব নৰকৰ অগ্নি, সিহঁতে যি অৰ্জ্জন কৰিছিল তাৰ ফলত।

১০। যিসকলে বিশ্বাস কৰে আৰু সৎকাৰ্য্য কৰে সেইসকলক নিশ্চয় তেওঁলোকৰ প্ৰভুৱে পথ প্ৰদৰ্শন কৰিব তেওঁলোকৰ বিশ্বাসৰ গুণে; তেওঁলোকে বাস কৰিব সুখ-শান্তিৰ এনে উদ্যানসমূহৰ[৯] মাজত য'ত তেওঁলোকৰ তলেদি জুৰিবিলাক বৈ যায়।

১১। তাৰে ভিতৰত তেওঁলোকৰ প্ৰাৰ্থনাৰ ধ্বনি এই দৰে উঠিব—হে আল্লা, তুমিয়েই পৰম পৱিত্ৰ! আৰু তাত হব পৰস্পৰৰ অভিবাদন—শান্তি। আৰু সদৌ শেষত উঠিব তেওঁলোকৰ প্ৰাৰ্থনাৰ ধ্বনি—সকলো প্ৰশংসাৰ গৰাকী বিশ্বব্ৰহ্মাণ্ডৰ পালনকৰ্ত্তা আল্লা![১০]

---

৭। সমগ্ৰ জগত আল্লাৰ বিধানৰ অধীন। জগতৰ সৃষ্টি আৰু পৰিচালনা যে আল্লাৰ ইচ্ছাৰ অধীন তাকে জ্ঞানৱন্ত মানুহে উপলব্ধি কৰিব পাৰে। চোৱাঁ, ৩ : ১৯১।

৮। যিবিলাকৰ পৰলোকত বিশ্বাস দৃঢ় সেইবিলাকেহে আল্লাৰ সাক্ষাৎ পাবৰ আশা কৰে। যিবিলাকৰ এনে বিশ্বাস নাই সিহঁতে পাৰ্থিৱ জীৱন লৈয়ে সন্তুষ্ট থাকে। আল্লাৰ দৰ্শনৰ অভিলাষ সিহঁতৰ নাই। চোৱাঁ, ৮৩ : ১৬। মহাবিচাৰৰ দিনা আল্লাৰ দৰ্শন সম্বন্ধে চোৱাঁ, ৭৫ : ২৪।

৯। স্বৰ্গৰ উদ্যান পৃথিবীৰ উদ্যানৰ সদৃশ নহয়। স্বৰ্গ-সুখ কল্পনাৰ অতীত। চোৱাঁ, ৩২ : ১৮। চহীহ মুচ্লিমতো এই বৰ্ণন হদীছ আছে।

১০। স্বৰ্গ পৰম শান্তিৰ ঠাই; তাত হব আল্লাৰ প্ৰশংসা আৰু পৱিত্ৰতাৰ কীৰ্ত্তন

## ৰুকু ২

পাৰ্থিৱ জীৱন এটা মহৎ পৰীক্ষা ; অন্যায় আচৰণ কৰোঁতাবিলাকে নিজৰ জীৱনত শাস্তি ভোগ কৰিলে ; পৰবৰ্ত্তীবিলাকে তাকে দেখি শিক্ষা লোৱা উচিত ; নবীৰ স্থিতি সত্যৰ ওপৰত ; অবিশ্বাসীবিলাক নিজ অভিলাষৰ অধীন ; পাৰ্থক্যৰ মাজেদি আল্লাৰ বিধানৰ প্ৰচলন।

১২। মঙ্গল যেন শীঘ্ৰে আহে তাৰ কামনা মানুহে যিদৰে কৰে সেইদৰে সিহঁতৰ নিমিত্তে অমঙ্গল অনাত আল্লায়ো ক্ষিপ্ৰ হোৱা হলে, নিশ্চয় সিহঁতৰ (শাস্তিৰ) নিৰ্দ্দিষ্ট কাল কেতিয়াবাই পূৰ্ণ হ'লহেতেন ;[১১] গতিকে যিবিলাকে আমাৰ সাক্ষাৎ লভিবলৈ কোনো আশা নকৰে আমি সেইবিলাকক নিজৰে বিৰোধিতাৰ মাজত অন্ধৰ দৰে খেপিয়াই ফুৰিবলৈ এৰি দিওঁ।

১৩। আৰু যেতিয়া মানুহক ক্লেশ-কষ্টই স্পৰ্শ কৰে তেতিয়া সি যি অৱস্থাতেই থাকক, শোৱা নাইবা বহা নাইবা থিয় হোৱা, আমাক আহ্বান কৰে ; পিছত যেতিয়া আমি তাক ক্লেশ-কষ্টৰ পৰা উদ্ধাৰ কৰোঁ সি এনে ভাৱে আঁতৰি যায় যেন ক্লেশ-কষ্টই স্পৰ্শ কৰাৰ বাবে সি আমাক আহ্বান কৰায়ে নাছিল। এইদৰে সীমা লঙ্ঘন কৰোঁতাবিলাকৰ চকুত সিহঁতে কৰা কুকৰ্ম্ম শোভনীয়[১২] কৰি দেখুওৱা হয়।

১৪। আৰু স্বৰূপতে তোমালোকৰ পূৰ্ব্ববৰ্ত্তীবিলাকক সিহঁতে অন্যায় আচৰণ কৰাৰ বাবে আমি ধ্বংস কৰিছিলোঁ ; অথচ সিহঁতৰ ৰচুলসকল বহু প্ৰত্যক্ষ প্ৰমাণ লৈ সিহঁতৰ ওচৰলৈ আহিছিল ;[১৩] এনে অৱস্থাতো সিহঁতে বিশ্বাস কৰিবলৈ সাজু নহল ; অপৰাধী লোকক আমি এইদৰেই প্ৰতিফল দিওঁ।

১৫। আৰু পৃথিৱীত সিহঁতৰ পাছত আমি তোমালোকক উত্তৰাধিকাৰী পাতিলোঁ, যাতে তোমালোকে কি ধৰণৰ কাৰ্য্য কৰা আমি লক্ষ্য কৰোঁ।

---

১১। চোৰা, ৮ : ৩৩,৪। আল্লাৰ দয়া অসীম। অবাধ্যবিলাকে শাস্তি বিচাৰিলেও আল্লাই শাস্তি দিয়াত পলম কৰে, আৰু সিহঁতক সংশোধনৰ বহু সুযোগ দিয়ে।

১২। দীৰ্ঘকাল পাপ কৰি থাকিলে পাপ কৰাটো পাপীৰ স্বভাৱ হৈ পৰে। এনে পাপীয়ে আল্লাৰ বিশেষ কৰুণা নহলে মুক্তি লাভ কৰিব নোৱাৰে।

১৩। শাস্তি যি ৰূপ ধৰি আহক আল্লাই তাৰ আগতে মানৱক সতৰ্ক কৰি দিবৰ কাৰণে ৰচুলসকলক প্ৰেৰণ কৰে। ইয়াকো আল্লাৰ মহান কৰুণা বুলিব পাৰি।

১৬। আৰু যেতিয়া আমাৰ স্পষ্ট আয়তসমূহ সিহঁতৰ আগত আবৃত্তি কৰা হয়, যিবিলাকে আমাৰ সাক্ষাৎ লাভ কৰিবলৈ কোনো আশা নকৰে সেই-বিলাকে কয়, এইখন কোৰানৰ সলনি তুমি আন এখন লৈ আঁহা নাইবা এইখনকেই সাল-সলনি কৰা।[১৪] তুমি কোৱাঁ, মই নিজ ইচ্ছামতে এই পুথিখন সাল-সলনি কৰিম ই মোৰ সাধ্যৰ অতীত; মোৰ প্ৰতি যি প্ৰত্যাদেশ হয় মই তাৰেই মাথোন অনুসৰণ কৰোঁ; মই যদি নিজ প্ৰভুৰ অবাধ্য হওঁ, নিশ্চয় মোৰ এয়ে ভয়, মহাদিনৰ শাস্তি মই ভোগ কৰিব লাগিব।

১৭। তুমি কোৱাঁ, আল্লাই এনে ইচ্ছা কৰা হলে, তোমালোকৰ আগত মই এই কোৰান আবৃত্তি নকৰিলোঁহেতেন, আৰু ইয়াৰ দ্বাৰা তোমালোকক (জ্ঞানৰ) শিক্ষা নিদিলোঁহেতেন; [১৫] চোৱাঁ, তোমালোকৰ মাজতে মোৰ সমগ্ৰ জীৱন ইতিপূৰ্ব্বে অতিবাহিত কৰিছোঁ; তোমালোকে তেন্তে ভাবি চিন্তি নোচাবোঁ নে?

১৮। গতিকে যিজনে আল্লাৰ সম্বন্ধে মিছা সাজে আৰু আল্লাৰ নিদৰ্শন-সমূহ অমান্য কৰে সেইজনতকৈ অধিক অন্যায়কাৰী কোন হব পাৰে? কোনো সন্দেহ নাই অপৰাধীবিলাক কেতিয়াও সফলমনোৰথ হব নোৱাৰে।

১৯। আৰু সিহঁতে আল্লাক এৰি এনেবিলাকৰ উপাসনা কৰে যিবিলাকে সিহঁতৰ অপকাৰো কৰিব নোৱাৰে আৰু সিহঁতৰ উপকাৰো সাধিব নোৱাৰে; অথচ সিহঁতে কয়, আমাৰ হৈ আল্লাৰ ওচৰত মধ্যস্থতা কৰোঁতা এই-বিলাকেই। আকাশমণ্ডলীত আৰু পৃথিবীত আল্লাই যি নাজানে তাকে তেওঁক তোমালোকে জানিবলৈ দিবা নে! পৰম পৱিত্ৰ তেৱেঁই; আৰু সিহঁতে

---

১৪। আল্লাৰ পৱিত্ৰ বাণীকো মানুহে নিজ ইচ্ছাৰ অধীন কৰিব খোজে। চোৱাঁ, ২ : ৮৮।

১৫। এই স্থলত হজৰত ৰচুলে (ৰ) নিজৰ সত্যতাৰ আৰু কাৰ্য্যৰ গুৰুত্বৰ প্ৰমাণ দিছে। যেতিয়া হজৰতৰ (ৰ) চল্লিশ বছৰ বয়স, আল্লাই তেওঁক নবিত্ব দান কৰে। এতেকে মক্কাৰ অধিবাসীবিলাকে দুকুৰি বছৰ তেওঁৰ জীৱন লক্ষ্য কৰি আহিছিল, আৰু তেওঁৰ সত্যতাৰ সাক্ষী দিছিল। এনেজন ধাৰ্ম্মিক পুৰুষে আল্লাৰ সম্বন্ধে মিছা মাতিব ই সম্ভৱপৰ নহয়। অৱশিষ্ট জীৱনত আল্লাৰ আদেশমতে কাৰ্য্য কৰি তেওঁ সফলতা লাভ কৰিছিল। যি আল্লাৰ সম্বন্ধে মিছা সাজে সি কেতিয়াও সফলকাম হব নোৱাৰে। আৰু কোনোৱে যদি মিছাকৈয়ে নবী হোৱাৰ দাবী ক'ৰে আল্লাই তাক নিৰ্ম্মূল কৰে। চোৱাঁ, ৬৯ : ৪৫—৪৭।

যিবিলাকক আল্লাৰ সমানে উপাস্য পাতি লৈছে সেইবিলাকতকৈ তেওঁ বহুত উচ্চ।

২০। আৰু (আদিতে) মানৱজাতি একেটা মাত্ৰ সম্প্ৰদায় আছিল, পিছত সিহঁত বিভিন্ন দল হৈ পৰিল;[১৬] আৰু তোমাৰ প্ৰভুৰ ফালৰ পৰা পূৰ্ব্বেই এনে ৰীতি[১৭] স্থিৰ নোহোৱা হলে, কেতিয়াবাই সিহঁতৰ মাজত সেই বিষয়ে মীমাংসা হৈ গ'লহেতেন যি বিষয়ে সিহঁতৰ মাজত মতভেদ আছিল।

২১। আৰু সিহঁতে কয়, তেওঁৰ প্ৰভুৰ পৰা তেওঁৰ প্ৰতি কোনো এটি নিদৰ্শন কিয় অৱতীৰ্ণ নহল? তেন্তে তুমি উত্তৰ দি কোৱাঁ, অদৃশ্যৰ জ্ঞান আল্লাৰহে মাথোন; এতেকে তোমালোকে প্ৰতীক্ষা কৰি থাকা;[১৮] তোমালোকৰ সৈতে নিশ্চয় মযো প্ৰতীক্ষা কৰি থাকিম।

## ৰুকু ৩

আপদ-বিপদত আল্লা মানৱৰ ৰক্ষা কৰোঁতা; পাৰ্থিব জীৱনৰ অসাৰতা; শান্তিৰ ফালে আল্লাৰ আহ্বান; মহাবিচাৰৰ দিনা অবিশ্বাসী-বিলাকৰ ভ্ৰান্তি প্ৰকাশ।

২২। আৰু যেতিয়া আমি মানৱক, সিহঁতক দুখ-কষ্টই স্পৰ্শ কৰাৰ পাছত, কৰুণাৰ সোৱাদ লবলৈ দিওঁ, তেতিয়া সিহঁতে আল্লাৰ নিদৰ্শনসমূহৰ বিৰুদ্ধে নানা প্ৰকাৰ কৌশল কৰিব ধৰে; তুমি কোৱাঁ, কৌশল কৰাত আল্লা অধিক ক্ষিপ্ৰ। বাস্তৱতে তোমালোকে যি কৌশলেই[১৯] কৰা তাকে আমাৰ ফিৰিশ্‌তাবিলাকে লিপিবদ্ধ কৰি ৰাখে।

---

১৬। চোৱাঁ, ২ : ২১৪ আৰু টী। সত্যৰ বাট একেটা। সেই বাট দেখুৱাবলৈ নবীসকলৰ আৱিৰ্ভাব হয়। কালৰ গতিত মানুহ যদি আকৌ বিপথে যায়, আল্লাই পুনৰায় নবী আৰু ৰচুল প্ৰেৰণ কৰে, নাইবা নবীৰ দৰে আন পথ-প্ৰদৰ্শক পঠায়।

১৭। এই ৰীতি কি? সত্যৰ জয় আৰু অসত্যৰ পৰাজয়। চোৱাঁ, ৬ : ১১৭; আৰু ৯ : ৪৯। ধৰ্ম্মৰ বিভিন্নতা মানুহৰ মাজত চিৰকাল থাকিব; আৰু এই বিভিন্নতাতেই মানৱৰ ডাঙৰ সুযোগ আৰু পৰীক্ষা।

১৮। এটা ডাঙৰ শাস্তি আল্লাৰ নিদৰ্শনস্বৰূপ পাবহি নিজ সময়ত। তোমালোক ব্যগ্ৰ হবৰ কোনো কাৰণ নাই।

১৯। জগতত সত্য প্ৰতিষ্ঠা কৰিবৰ উদ্দেশ্যে আল্লাই নবীৰ পাছত নবী প্ৰেৰণ কৰি থাকে। কিন্তু অবিশ্বাসীবিলাকে নবীসকলৰ বিৰুদ্ধে নানা তৰহৰ কৌশল কৰে। কিন্তু আল্লাই নিজ ক্ষমতাৰ গুণে সিহঁতৰ সকলো কৌশল ব্যৰ্থ কৰে আৰু নবীসকলক সফলকাম কৰে।

২৩। তেৱেঁই তোমালোকক স্থল আৰু জলত ভ্ৰমণ কৰিবৰ সকলো উপায় প্ৰদান কৰে ; আৰু যেতিয়া তোমালোকে জাহাজত আৰোহণ কৰা আৰু অনুকূল বতাহৰ সহায়ত সেই জাহাজবোৰ আৰোহণ কৰোঁতাবিলাকক লৈ ভাহি গৈ থাকে, আৰু সিহঁতে সেই সাগৰ-ভ্ৰমণত উল্লাসিত হৈ থাকোঁতেই ( হঠাৎ ) ধুমুহা বতাহে বেৰি ধৰেহি, আৰু ইফাল-সিফালৰ পৰা ঢৌৰ ওপৰত ঢৌ সিহঁতৰ ওপৰত আহি পৰে, আৰু সিহঁতে ভালকৈ বুজি পায় সিহঁতক সেই ঢৌবোৰে ( ভীষণৰূপে ) বেৰি ধৰিলে ; তেতিয়াহে সিহঁতে ( উপায় না পাই ) আন্তৰিকভাবে আৰু ধৰ্ম্মপ্ৰাণ হৈ আল্লাৰ আগত প্ৰাৰ্থনা কৰি কয়,[২০] ( হে আল্লা, ) এই বিপদৰ পৰা যদি তুমি আমাক উদ্ধাৰ কৰা নিশ্চয় আমি তোমাৰ ওচৰত কৃতজ্ঞ হৈ থাকিম।

২৪। কিন্তু যেতিয়া তেওঁ সিহঁতক উদ্ধাৰ কৰে, চোৱাঁ, সিহঁতে পৃথিবীত অন্যায়ৰূপে বিৰুদ্ধাচৰণ কৰিবলৈ আৰম্ভ কৰে। হে মানৱজাতি, তোমালোকে নিজৰেই বিৰুদ্ধে অন্যায়াচৰণ কৰিব ধৰিছা ; ই পাৰ্থিব জীৱনৰ ( অসাৰ ) সম্বল মাত্ৰ ; পিছত আমাৰ পিনে হব তোমালোকৰ প্ৰত্যাবৰ্ত্তন ; সেই সময়ত তোমালোকে ( পৃথিবীত ) যিহকে কৰিছিলা তাকে আমি তোমালোকক জানিবলৈ দিম।

২৫। বাস্তৱিকতে এই পাৰ্থিব জীৱনৰ উপমা আমি আকাশৰ পৰা যি বাৰিধাৰা নমাই আনো তাৰেই নিচিনা ; তাৰে সৈতে মিহলি হৈ নানা তৰহৰ উদ্ভিদ উৎপন্ন হয় ; তাৰেই পৰা মানুহৰ আৰু পশুৰ খাদ্য উৎপন্ন হয় ; অৱশেষত এনে সময় আহি পায় যেতিয়া পৃথিবীয়ে নিজৰ সাজ-পাৰেৰে অপূৰ্ব্ব ৰূপ ধাৰণ কৰে আৰু দেখিবলৈ ধুনীয়া হৈ পৰে ; আৰু সেই (উৎপাদনৰ) গৰাকীবিলাকে ভাবে, সকলোখিনি ফলমূলৰ ওপৰত সিহঁতৰেই অধিকাৰ। শেহত কোনো এৰাতি বা কোনো এদিন সেইবিলাকৰ সম্বন্ধে আমাৰ আদেশ আহি পায় ; সেই মুহূৰ্ত্তে আমি সেইবোৰক নিৰ্ম্মূল কৰি এনেদৰে ধ্বংস কৰি পেলাওঁ যেন তাৰ আগৰ দিনালৈকে সেইবোৰৰ অস্তিত্বই নাছিল। এইদৰে চিন্তাশীলবিলাকৰ নিমিত্তে আমি আমাৰ নিদৰ্শনসমূহ বৰ্ণনা কৰোঁ।[২১]

---

২০। যেতিয়া মানুহ বিপদত পৰে আৰু তাৰ পৰা ৰক্ষা পাবৰ কোনো উপায় নেদেখে তেতিয়া সি আল্লাক আহ্বান কৰে, আৰু ভৱিষ্যতে তেওঁৰ বাধ্য হৈ থাকিবৰ অঙ্গীকাৰ কৰে। কিন্তু অনতিবিলম্বে সেই অঙ্গীকাৰ পাহৰি পুনৰায় আগৰ দৰে অন্যায় কৰিব ধৰে। এনে মানুহবিলাকক এই আয়তত আৰু আগৰ আয়তত উপদেশ দিয়া হৈছে।

২১। এই আয়তে পাৰ্থিব জীৱনৰ অসাৰতা বৰ্ণনা কৰিছে। সংসাৰৰ সকলো

২৬। আৰু আল্লাই আহ্বান কৰে শান্তিধামলৈ, [২২] আৰু যাকে ইচ্ছা তাকে তেওঁ সজ বাটেদি লৈ যায়।

২৭। যিসকলে সৎকাৰ্য্য কৰে সেইসকলৰ নিমিত্তে থাকিব উত্তম প্ৰতিদান, আৰু থাকিব তাতোকৈ যি শ্ৰেষ্ঠ ;[২৩] আৰু কলঙ্কই আৰু লাঞ্ছনাই সেইসকলৰ মুখ কেতিয়াও ছাতি নধৰে ; সেইসকলেই স্বৰ্গ-উদ্যানৰ অধিবাসী, তাতেই সেইসকলে চিৰকাল বাস কৰিব।

২৮। আৰু যিবিলাকে অমঙ্গল অৰ্জ্জন কৰিছে তাৰ শাস্তি থাকিব সেই অমঙ্গলৰেই অনুৰূপ, আৰু সিহঁতক লাঞ্ছনাই আবৰি ধৰিব ; আল্লাৰ শাস্তিৰ পৰা সিহঁতক উদ্ধাৰ কৰে এনে কেও নাই ; ( সিহঁতৰ মুখত কালিমা পৰিব ), যেনে আন্ধাৰ নিশাৰ এভাগে সিহঁতৰ মুখ ঢাকি ধৰিব ; সেইবিলাকেই অগ্নিৰ অধিবাসী ; তাতেই সিহঁত স্থায়ীৰূপে বাস কৰিব।

২৯। আৰু ( মহা বিচাৰৰ ) দিনা সিহঁতৰ আটাইবিলাকক আমি গোট খুৱাম ; পিছত যিবিলাকে আনক আমাৰ সমানে উপাস্য পাতিছিল সেই-বিলাকক আমি আদেশ দিম—তোমালোক নিজ নিজ ঠাইত থিয় হোৱাঁ, আৰু তোমালোকে পাতি লোৱা উপাস্যবিলাকো ; তাৰ পিছত আমি ইদলক সিদলৰ পৰা পৃথক কৰিম, আৰু ( তেতিয়া ) সিহঁতে পাতি লোৱা উপাস্যবিলাকে কব, তোমালোকে স্বকীয়াকৈ আমাৰেই উপাসনা কৰা নাছিলা ;

৩০। ( আজি ) আমাৰ আৰু তোমালোকৰ মাজত আল্লাৰ সাক্ষী যথেষ্ট ; তোমালোকে যে আমাৰেই উপাসনা কৰিছিলা আমি নিশ্চয় জনা নাছিলোঁ।[২৪]

---

আশা-ভৰসা, সুখ-সম্পদ অস্থায়ী। আজি আছে, কাইলৈ নাই ; পুৱা আছে, গধূলি নাই। জাতিৰ উন্নতি আৰু অৱনতি, ৰাজ্যৰ উত্থান আৰু পতন, এনেবিলাক ঐতিহাসিক বিপ্লৱৰ মাজেদি পৃথিৱীৰ অসাৰতা প্ৰকাশ পায়। আল্লাই পৰম সত্য, অনাদি, অনন্ত, চিৰস্থায়ী।

২২। আৰ্‌ৱী শব্দ 'চলাম'ৰ অৰ্থ শান্তি। ইচ্‌লাম' শব্দৰ মূল হৈছে 'চিল্‌ম', অৰ্থাৎ শান্তিৰ ধৰ্ম্ম। হজ্‌ৰত মহম্মদে (স্ব) শিকোৱা এটি দোৱা (প্ৰাৰ্থনা) ইয়াত উল্লেখযোগ্য : হে মোৰ আল্লা, তুমিয়ে শান্তি আৰু তোমাৰ পৰা আহে শান্তি, আৰু তোমাৰে ফালে উভতি যায় শান্তি ; এতেকে শান্তিৰ মাজেদি আমাক দিন কটাবলৈ দিয়া ; আৰু আমাক শান্তি-ধামৰ ভিতৰলৈ প্ৰৱেশ কৰিবলৈ যোগ্যতা দান কৰা ; তুমি মঙ্গলময়, তুমি মহান, হে মহিমা আৰু সম্মানৰ অকল গৰাকী আল্লা !

২৩। আল্লাৰ দৰ্শন।

২৪। হজ্‌ৰত ঈচাই ( আ ) নিজৰ অনুচৰবৰ্গক কয়, মই তোমালোকক পৃথিৱীত

৩১। প্ৰতিজনে আগতে যি কাৰ্য্য কৰিছিল তাৰ প্ৰতিফল কি তাকে ভালকৈ জানিব পাৰিব; আৰু সিহঁতক ওভতাই নিয়া হব সিহঁতৰ প্ৰকৃত অধীশ্বৰ আল্লাৰ ফালে; আৰু সিহঁতে (সত্যৰ বিৰুদ্ধে) যে মিছা সাজিছিল[২৫] সকলো সিহঁতৰ কাৰণে ব্যৰ্থ হব।

## ৰুকু ৪

জাতিৰ উত্থান আৰু পতন আল্লাৰ হাতত; আল্লাৰ প্ৰত্যাদেশ প্ৰকৃত পথ প্ৰদৰ্শক; যুক্তি আৰু বোধ-শক্তি নিশ্চয়তাহীন; কোৰান সকলো সত্যৰে পৰিপূৰ্ণ; পূৰ্ব্ববৰ্ত্তী ধৰ্ম্মগ্ৰন্থসমূহৰ সত্যৰ কোৰানত বিকাশ।

৩২। তুমি (সিহঁতক) প্ৰশ্ন কৰা, আকাশ আৰু পৃথিবীৰ পৰা[২৬] কোনে তোমালোকক জীৱিকা প্ৰদান কৰে? (তোমালোকৰ) শ্ৰৱণশক্তি আৰু দৃষ্টিশক্তিৰ ওপৰত কাৰ অধিকাৰ? আৰু কোনে মৃতকৰ পৰা জীৱিত উদ্ভাবন কৰে, আৰু উদ্ভাবন কৰে জীৱিতৰ পৰা মৃতক?[২৭] আৰু (জগতৰ) সকলো কাৰ্য্যৰ নিয়ন্ত্ৰণ কৰে কোনে? সিহঁতে ততালিকে উত্তৰ দিব, আল্লাই। তেতিয়া তুমি কৰা, তোমালোকে তেন্তে আল্লালৈ ভয় নৰাখিবা নে?

৩৩। গতিকে সেইজনেই তোমালোকৰ প্ৰকৃত প্ৰতিপালক আল্লা; আৰু সত্য ত্যাহি যোৱাৰ পাছত (তাকে অগ্ৰাহ্য কৰা প্ৰত্যক্ষ) ভ্ৰান্তিৰ বাহিৰে আৰু কি হব পাৰে? চোৱা! তোমালোকক কোন ফালে ঘূৰাই নিয়া হৈছে?

৩৪। অবাধ্যবিলাকৰ বিৰুদ্ধে তোমাৰ প্ৰভুৰে কোৱা বাণী যে সিহঁতে কেতিয়াও বিশ্বাস নকৰে এই দৰেই সত্য বুলি প্ৰমাণিত হ'ল।

---

থাকোতে এনে শিক্ষা দিয়া নাছিলোঁ যে যোক আল্লাৰ পুত্ৰ বুলি মানিবা; বই ইয়াকো কোৱা নাছিলোঁ যে মোৰ ঐশ্বৰিকত্বত বিশ্বাস কৰিবা। এতেকে বুজিব লাগিব অংশী-বাদীবিলাকে সত্য আল্লাক এৰি নানা উপাস্য নিজেই সাজি লৈছিল।

২৫। সিহঁতে সাজি লোৱা উপাস্যবিলাক যে উপাসনাৰ যোগ্য নহয় মহাবিচাৰৰ দিনা প্ৰকাশ হৈ পৰিব। সেই মিছা উপাস্যবিলাকেই সিহঁতৰ বিৰুদ্ধে সাক্ষী দিব।

২৬। আকাশৰ জীৱিকা হৈছে আল্লাৰ প্ৰত্যাদেশ, ৰহ্‌ৰে ইলাহী। পৃথিৱীৰ জীৱিকা হৈছে মানৱৰ বোধশক্তি। কেৱল বোধশক্তিৰে (Reason) প্ৰত্যাদেশৰ (Revelation) সহায় নলৈ আমাক নিশ্চয়তাৰ ক্ষেত্ৰলৈ লৈ যাব নোৱাৰে।

২৭। পতিত জাতিক প্ৰত্যাদেশ দ্বাৰা উন্নত কৰে; আৰু উন্নত জাতিৰ পতন হয়, প্ৰত্যাদেশৰ বিৰুদ্ধে যোৱাৰ কাৰণে।

৩৫। তুমি ( সিহঁতক ) প্ৰশ্ন কৰা, তোমালোকে নিজে পাতি লোৱা উপাস্যবিলাকৰ মাজত এনে কোনোজন আছে নে যিজনে ( এবাৰ ) সৃষ্টিৰ সূচনা কৰে, আৰু পিছত তাকে পুনৰায় সৃষ্টি ক'ৰে?[২৮] তুমি কৈ দিয়াঁ, এই সৃষ্টিৰ আল্লাই হে সূচনা কৰিছে, পিছত তাকে তেওঁ নতুনকৈ আকৌ সৃষ্টি কৰিব; চোৱা ( সত্যৰ পৰা ) কোন ফালে তোমালোকক বিভ্ৰান্ত কৰি নিয়া হৈছে?

৩৬। তুমি ( সিহঁতক ) প্ৰশ্ন কৰা, তোমালেকে নিজে পাতি লোৱা উপাস্যবিলাকৰ মাজত এনে কোনোজন আছে নে যিজনে সত্যৰ পিনে বাট দেখুৱাব পাৰে? তুমি নিজেই উত্তৰ দিয়াঁ, সত্যৰ পিনে আল্লাই হে বাট দেখুৱায়; গতিকে যিজনে[২৯] সত্যৰ পিনে পথপ্ৰদৰ্শন কৰে সেইজন অনুগমন কৰাৰ উপযোগী নে সেইজন যিজনে আনে বাট নেদেখুৱালে নিজে সুপথ বিচাৰি লব নোৱাৰে? তোমালোকৰ নো কি হৈছে, তোমালোকে এনেদৰে বিচাৰ কৰিছাঁ?

৩৭। আৰু সিহঁতৰ বেছি ভাগে অনুমানৰ[৩০] হে অনুসৰণ কৰে; বাস্তৱতে সত্য বুজিবলৈ অনুমানে একোকে সহায় নকৰে। যি কাৰ্য্য সিহঁতে কৰে তাক আল্লাই নিশ্চয় ভালকৈ জানে।

৩৮। আৰু আল্লাৰ বাহিৰে অইনৰ দ্বাৰা ৰচিত হব পাৰে এই কোৰান এনে পুথি নহয়; আৰু পূৰ্ব্ববৰ্ত্তী সত্যৰ এই পুথি সমৰ্থন স্বৰূপ আৰু ধৰ্ম্ম-গ্ৰন্থৰ ( বিধানৰ ) বিস্তৃত বিৱৰণ স্বৰূপ;[৩১] ইয়াৰ সম্বন্ধে কোনো সন্দেহ উৎপন্ন হব নোৱাৰে, কিয়নো বিশ্ব-জগতৰ প্ৰতিপালকৰ পৰা অহা এইখন পুথি।

---

২৮। যিজন আল্লাই এই বিৰাট বিশ্বজগত শূন্যৰ পৰা সৃষ্টি কৰিলে সেইজন আল্লাই পুনৰায় আৰু বাৰে বাৰে কত নতুন জগত সৃষ্টি কৰিব পাৰে কোনে কল্পনা কৰিব পাৰে?

২৯। হজৰত মহম্মদ ( ৰ )। তেওঁ আল্লাৰ প্ৰত্যাদেশৰ পোহৰ পাইছে। যিজনে এনে পোহৰ পোৱা নাই সেইজনে অইনক সত্যৰ পিনে কেনেকৈ লৈ যাব?

৩০। অনুমানত নিশ্চয়তা নাই; কিন্তু প্ৰত্যাদেশ নিঃসন্দেহ।

৩১। কোৰানৰ তত্ত্বসমূহ সত্য বুলি প্ৰমাণিত হৈছে; আৰু তাৰ ভবিষ্যৎবাণী-বিলাকো নিৰ্দ্দিষ্ট সময়ত পূৰ্ণ হৈছে। কোৰানে তৌৰাত, ইঞ্জীল ইত্যাদি পূৰ্ব্বে অহা ধৰ্ম-পুথিসমূহৰ তত্ত্ববিলাকো সমৰ্থন কৰিছে। যি তত্ত্বসমূহ কালক্ৰমে লোপ হৈছে বা বিকৃত হৈছে সেইবিলাক কোৰানে নতুনকৈ সত্যৰ ৰূপ দি প্ৰতিষ্ঠিত কৰিছে। সেইদেখি

৩৯। কি ! সিহঁতে ইয়াকে কয় নে, এই পুথিখন তেওঁ নিজেই ৰচনা কৰি আল্লাৰ বুলি মিছাকৈ ঘোষণা কৰিছে ? তুমি কোৱাঁ, সেয়ে যদি হয়, তেন্তে ইয়াৰে ছুৰা এটিৰ সদৃশ ( ৰচনা কৰি ) লৈ আনা, আৰু ( তাৰ উপৰি ) আল্লাক এৰি আন যাকে পাৰা তাকে তোমালোকক সহায় কৰিবলৈ আহ্বান কৰাঁ,[৩২] যদিহে তোমালোক সত্যবাদী হোৱা।

৪০। নহয়, বৰং যি জ্ঞান সিহঁতে আগুৰিব পৰা নাই আৰু যাৰ সঠিক তাৎপৰ্য্য এতিয়াও সিহঁতৰ ওচৰলৈ আহি পোৱা নাই তাকে সিহঁতে মিছা বুলি অগ্ৰাহ্য কৰিছে ; সেইদৰে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও ( সত্য আহিলত ) তাকে মিছা বুলি অগ্ৰাহ্য কৰিছিল ;[৩৩] এতেকে তুমি ভাবি চোৱাঁ, অন্যায়কাৰীবিলাকৰ শেষ পৰিণাম কি হ'ল !

৪১। আৰু সিহঁতৰ মাজৰ কিছুমানে এই কোৰানত বিশ্বাস কৰিব, আৰু সিহঁতৰ মাজৰ আন কিছুমানে ইযাত কেতিযাও বিশ্বাস নকৰে ; আৰু তোমাৰ প্ৰভুৱে অশান্তি সৃষ্টি কৰোঁতাবিলাকক ভালকৈ জানে।

## ৰুকু ৫

ইচ্‌লামৰ প্ৰধান উদ্দেশ্য হৈছে, আল্লাৰ লৈতে মানৱৰ মিলন স্থাপন কৰা ; সত্য প্ৰত্যাখ্যান কৰোঁতাবিলাক আল্লাৰ ক্ৰোধৰ ভাজন ; পথপ্ৰদৰ্শন কৰিবলৈ প্ৰত্যেক জাতিলৈ আল্লাই ৰছুল প্ৰেৰণ কৰে। ৰছুলৰ অবাধ্য হলে আল্লাৰ শাস্তি নিশ্চয়কৈ নামে।

৪২। আৰু সিহঁতে যদি তোমাক মিথ্যাবাদী বুলি অমান্য কৰে তুমি কোৱাঁ, মোৰ কাৰ্য্য মোৰ নিমিত্তে নিৰূপিত[৩৪], আৰু তোমালোকৰ নিমিত্তে

---

বুজিব লাগিব, ইচ্‌লাম প্ৰত্যাদেশত ভিত্তি থকা ধৰ্মসমূহৰ ( revealed religions ) লৈতে যুদ্ধ কৰিবলৈ অহা নাই।

৩২। চোৱা, ২ : ২৪ ; ১১ : ১৪ ; ১৭ : ৮৯ ; ৫২ : ৩৪-৩৫।

৩৩। যিবিলাকে জড়-পদাৰ্থৰ সীমা অতিক্ৰম কৰিব নোৱাৰে সেইবিলাকে আধ্যাত্মিক সত্যবোধ ভুকি নাপায়।

৩৪। মোৰ নিৰ্দ্দিষ্ট কাম হৈছে সত্য প্ৰচাৰ কৰা, তোমালো'কৰ অন্তৰ পবিত্ৰ কৰা, তোমালোকৰ মন উপদেশ আৰু যুক্তি দ্বাৰা পৰিবৰ্ত্তন কৰা। এনেবোৰ কাম বল প্ৰয়োগ কৰি কৰাব নোৱাৰি।

নিৰূপিত আছে তোমালোকৰ কাৰ্য্য; মই কৰা কাৰ্য্যৰ নিমিত্তে তোমালোক দায়ী নোহোৱা, আৰু তোমালোকে যি কাৰ্য্য কৰা তাৰ বাবে ময়ো দায়ী নহওঁ।

৪৩। আৰু সিহঁতৰ কিছুমানে তোমাৰ কথালৈ কাণ দিয়াৰ ভাও জোৰে, কিন্তু নুশুনে;[৩৫] যদি সিহঁতৰ বোধ-শক্তিয়ে নাথাকে তেন্তে কলাক তুমি কেনেকৈ শুনাবা?

৪৪। আৰু সিহঁতৰ কিছুমানে তোমাৰ পিনে চাই থাকে (কিন্তু লক্ষ্য নকৰে); যদি সিহঁতৰ দৃষ্টিশক্তিয়ে নোহোৱা হয়[৩৬] তেন্তে অন্ধক তুমি কেনেকৈ বাট দেখুৱাবা?

৪৫। আল্লাই নিশ্চয় মানৱৰ প্ৰতি অকণো অন্যায় নকৰে কিন্তু মানৱে নিজৰ প্ৰতি নিজেই অন্যায় কৰে।

৪৬। আৰু যিদিনা তেওঁ সিহঁতক (নিজৰ সন্মুখত) গোট খোৱাব (তেতিয়া সিহঁতে অনুভৱ কৰিব, পৃথিৱীত) যেন সিহঁত দিনৰ এঘণ্টামান হে থাকিছিল;[৩৭] তেতিয়া সিহঁতৰ ইজনে সিজনক চিনি পাব; যিবিলাকে আল্লাৰ সাক্ষাৎ পোৱা অস্বীকাৰ কৰিছিল আৰু সুপথ পোৱা নাছিল স্বৰূপতে সেই-বিলাকেই ক্ষতিগ্ৰস্ত হব।

৪৭। আৰু সিহঁতৰ সম্বন্ধে আমি যি অঙ্গীকাৰ কৰিছোঁ তাৰে এভাগ (তোমাৰ জীৱনতেই) নিশ্চয় পূৰ্ণ কৰি দেখুৱাম, অথবা (তাকে পূৰ্ণ কৰিম) তোমাৰ মৃত্যু ঘটোৱাৰ পাছত;[৩৮] অবশেষত আমাৰ ওচৰলৈ হব সিহঁতৰ প্ৰত্যা-বৰ্ত্তন; তাৰ উপৰি সিহঁতে (এতিয়া) যি কাৰ্য্য কৰি আছে তাক আল্লাই দেখি থাকে।

---

৩৫। সিহঁতে কাণেৰে শুনে কিন্তু মন নিদিয়ে। সিহঁতক আল্লাই বোধশক্তি দিছে কিন্তু সিহঁতে তাৰ উচিত ব্যৱহাৰ নকৰে। ফলত সিহঁত সত্যৰ পৰা বহুত আঁতৰত থাকিব লগীয়া হয়।

৩৬। সিহঁতে মনৰ দৃষ্টিৰে নাচায়; সেইদেখি সত্য সিহঁতে উপলব্ধি কৰিব নোৱাৰে।

৩৭। (১) কিয়ামতৰ (পুনৰুত্থানৰ) দিনা পাৰ্থিব জীৱন যে অতি ক্ষণস্থায়ী মানৱে বুজিব পাৰিব। (২) মৃত্যুৰ পৰা পুনৰুত্থানৰ দিনালৈকে যি কাল অতিবাহিত হৈছে তাকে মানুহে নিচেই কম সময় বুলি বুজিব পাৰিব।

৩৮। শাস্তি আহা সম্বন্ধে যি ভবিষ্যৎবাণী কৰা হয় সি যে নবীৰ জীৱনকালতেই পূৰ্ণ হব এনে নহয়। কিছুমান ভবিষ্যৎবাণী তেওঁৰ স্বৰ্গাৰোহী হোৱাৰ পাছতো পূৰ্ণ হয়; আল্লাৰ কাৰ্য্য ধীৰে ধীৰে সময় মতে সম্পন্ন হয়।

৪৮। আৰু প্ৰত্যেক জাতিৰ নিমিত্তে একোজন ৰচুল থাকে;[৩৯] গতিকে সিহঁতলৈ ৰচুলৰ আগমন হলে সিহঁতৰ মাজত ন্যায়মতে বিচাৰ কৰা হয়, আৰু সিহঁতৰ প্ৰতি কোনো অন্যায় কৰা নহয়।

৪৯। আৰু সিহঁতে সোধে, যদি তোমালোক সত্যবাদী তেন্তে কোৱা সেই অঙ্গীকাৰ পূৰ্ণ হবৰ সময় কেতিয়া?

৫০। তুমি উত্তৰ দিয়াঁ, আল্লাই যি ইচ্ছা কৰে তাৰ বিনে, নিজৰেই ক্ষতি আৰু লাভৰ ওপৰত মোৰ একো অধিকাৰ নাই; প্ৰত্যেক জাতিৰ নিমিত্তে (সিহঁতৰ কাৰ্য্যৰ ফলৰ) সময় নিৰ্দ্দিষ্ট আছে; সেই নিৰ্দ্দিষ্ট সময় যেতিয়া সিহঁতৰ প্ৰতি উপনীত হয়, তেতিয়া সিহঁতে খন্তেকৰ নিমিত্তে পিছো পৰিব নোৱাৰে আৰু আগো বাঢ়িব নোৱাৰে।[৪০]

৫১। তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, যদি আল্লাৰ শাস্তি নিশাতে বা দিনতে তোমালোকৰ ওচৰ পায়হি (তাৰ প্ৰতিৰোধৰ উপায় আছে নে?) তেন্তে অপৰাধীবিলাকে কি কাৰণে তাৰ সময়লৈ খৰ-খেদা কৰিছে?

৫২। সেই শাস্তি উপনীত হোৱাৰ পাছত তোমালোকে তাত বিশ্বাস কৰিবা নে? (বিশ্বাস কৰিবৰ) সময় এতিয়াহে হ'ল! অথচ তোমালোকে নিজেই আগৰে পৰা সেই শাস্তিৰ কাৰণে খৰ-খেদা কৰিছিলা।

৫৩। পিছত অন্যায়কাৰীবিলাকক কোৱা হব, তোমালোকে অবিৰাম শাস্তিৰ সোৱাদ লোৱাঁ; তোমালোকে নিজেই যি অৰ্জ্জন কৰিছিলা তাৰ প্ৰতি-ফলৰ বাহিৰে আন কি তোমালোকক দিয়া হব?

৫৪। আৰু তোমাৰ পৰা সিহঁতে ইয়াকে জানিব বিচাৰে, এই কথা সত্য

---

৩৯। ইচ্লামৰ উদাৰতা এই আয়তৰ পৰা ভালকৈ প্ৰকাশ হৈছে। সকলো দেশত আৰু সকলো জাতিৰ মাজত নবীৰ আৰ্বিৰ্ভাৱ হৈছে, এনে শিক্ষা ইচ্লামে দিছে। কিন্তু মনত ৰখা উচিত, নবীয়ে নিজৰ নবীত্বৰ নিজে দাবী কৰে, আৰু নিজৰ সত্যতাৰ নিজে প্ৰমাণো দিয়ে। চোৱাঁ ১৬ : ৩৭; ৩৫ : ২৫।

৪০। ছুফীসকলৰ লিখনিত পোৱা যায়, আল্লাৰ শাস্তিৰ পৰা ৰক্ষা পাবৰ উপায় হৈছে এই কেইটা:—(১) ছখীয়া মানুহক দান দিয়া, (২) ইস্তিগ্ফাৰ, লাহোল, দৰুদ শৰীফ আৰু চুৰা ফাতেহা বুজি ঘনে ঘনে পঢ়া, (৩) নমাজৰ মাজতো নিজ ভাষাৰে বিপদৰ পৰা ৰক্ষা পাবলৈ আল্লাৰ ওচৰত প্ৰাৰ্থনা কৰা, আৰু এই দোৱা বিশেষকৈ পঢ়া— হে আমাৰ প্ৰভু, সকলো বস্তু তোমাৰেই অধীন, হে আমাৰ প্ৰভু আমাক বিপদৰ পৰা ৰক্ষা কৰাঁ; আৰু আমাক সহায় কৰাঁ, আৰু আমাৰ প্ৰতি তোমাৰ কৰুণা বৰ্ষণ কৰাঁ।

নে ; তুমি কোৱাঁ, হয়, মোৰ প্ৰভুৰ শপত, ই ধ্ৰুব সত্য ; আৰু তাৰ প্ৰতিকাৰ তোমালোকে কেতিয়াও কৰিব নোৱাৰা।[৪১]

## ৰুকু ৬

অন্যায়কাৰীবিলাকৰ শাস্তিৰ প্ৰতিকাৰ নাই ; মানৱৰ আধ্যাত্মিক বিকাশৰ উপায় ; কোৰানতে সকলো ব্যাধিৰ আৰোগ্য আছে ; জীৱিকাৰ বৈধ-অবৈধ আল্লাইহে নিৰ্ণয় কৰে।

৫৫। আৰু যিজন অন্যায়কাৰী সেইজনৰ পৃথিবীত যি আছে তাৰ ওপৰত যদি অধিকাৰ থাকে সেই সকলো বস্তু প্ৰতিশ্ৰুত শাস্তি খাঁতৰাবলৈ সেইজনে মোচন মূল্য স্বৰূপ নিশ্চয় প্ৰদান কৰিব ; আৰু সিহঁতে যেতিয়া সেই শাস্তি অহা দেখা পাব, সিহঁতে মনে মনে অনুতাপ কৰিব ধৰিব। আৰু সিহঁতৰ ( বিশ্বাসী আৰু অন্যায়কাৰীবিলাকৰ ) মাজত ন্যায়মতে বিচাৰ কৰা হব ; আৰু সিহঁতৰ প্ৰতি কোনো অন্যায় কৰা নহব।

৫৬। সাৱধান ! আকাশমণ্ডলী আৰু পৃথিবীত যি আছে সকলোৰে ওপৰত আল্লাৰেই অধিকাৰ ; সতৰ্ক হৈ থাকিবা, আল্লাৰ অঙ্গীকাৰ নিশ্চয় সত্য ; কিন্তু সিহঁতৰ সৰহভাগেই নাজানে।

৫৭। তেৱেঁই জীৱন দান ক'ৰে, আৰু তেৱেঁই মৃত্যু সাধন কৰে ; আৰু তেওঁৰেই ওচৰত তোমালোকক ঘূৰাই নিয়া হব।

৫৮। হে মানৱজাতি, তোমালোকৰ প্ৰভুৰ পৰা তোমালোকলৈ আহিছে উপদেশ, আৰু অন্তৰসমূহৰ সকলো ব্যাধিৰ আৰোগ্য,[৪২] আৰু বিশ্বাসীসকলৰ নিমিত্তে পথপ্ৰদৰ্শন আৰু কৰুণা।

৫৯। তুমি কোঁৱা, এইবিলাক আল্লাৰেই কৃপা আৰু তেওঁৰেই কৰুণা ; এতেকে তাৰ বাবে সিহঁতে যেন আনন্দ প্ৰকাশ কৰে। সিহঁতে ( পাৰ্থিৱ জীৱনত ) যি সঞ্চয় কৰিছে ই তাতোকৈ শ্ৰেষ্ঠ।[৪৩]

---

৪১। শাস্তি সম্বন্ধে আল্লাৰ অঙ্গীকাৰ নিশ্চয় পূৰ্ণ হব, ইয়াত কোনো ভুল নাই।

৪২। কোৰানৰ নীতিবোৰ পালন কৰি জীৱন গঠন কৰিলে মানুহে নিজ অন্তৰৰ সকলো ব্যাধিৰ পৰা আৰোগ্য লাভ কৰিব পাৰে।

৪৩। মান-মৰ্য্যাদা, ধন-ঐশ্বৰ্য্য, এইবিলাকতকৈ কোৰানে নিৰ্দ্দেশ দিয়া ধৰ্ম শ্ৰেষ্ঠ ; কোৰানৰ পথ অনুসৰণ কৰিলে অনন্ত সুখ-শান্তি লভিব পাৰি।

৬০। তুমি কোৱাঁ, তোমালোকে ভাবি চাইছা নে, তোমালোকৰ নিমিত্তে আল্লাই যি জীৱিকা নমাই পঠিয়াইছে তাৰে কিছুমান তোমালোকে অবৈধ আৰু কিছুমান বৈধ কৰি লৈছা নিজ অনুমানেৰে। তুমি (আৰু) প্ৰশ্ন কৰাঁ, আল্লাই তোমালোকক সেই সম্বন্ধে আদেশ দিছে নে তোমালোকে আল্লাই আদেশ দিছে বুলি নিজেই মিছা সাজি লৈছা?[৪৪]

৬১। আৰু যিবিলাকে আল্লাৰ সম্বন্ধে মিছা সাজে, পুনৰুত্থানৰ দিন সম্বন্ধে সিহঁতে কি ভাবিছে?[৪৫] নিশ্চয় মানৱৰ প্ৰতি আল্লা কৃপালু; কিন্তু সিহঁতৰ সৰহভাগেই (তেওঁৰ) শলাগ নলয়।

## ৰুকু ৭

জগতৰ সমগ্ৰ ঘটনা আল্লাৰ অধীন আৰু আল্লাৰ বিধানৰ বাধ্য; আল্লাৰ বন্ধুসকলৰ সম্বন্ধে আনন্দ-বাৰ্ত্তা; আল্লা অভাব-হীন; তেওঁৰ কোনো সন্তান নাই।

৬২। আৰু (হে মহম্মদ,) তুমি যি অৱস্থাতে থাকা আৰু কোৰানৰ যি অংশকেই আবৃত্তি কৰা, আৰু (হে মানৱজাতি,) তোমালোকে যি কাৰ্য্যকে কৰা, তাত তোমালোকে ব্যস্ত হৈ থাকোঁতে আমি তোমালোকক নিৰীক্ষণ কৰি থাকোঁ; পৃথিৱীত আৰু আকাশত পৰমাণুৰ সমানো, আৰু তাতোকৈ সৰু নাইবা ডাঙৰ এনে কোনো বস্তু নাই যি তোমাৰ প্ৰভুৰ অগোচৰ আৰু যি সুস্পষ্ট গ্ৰন্থত লিপিবদ্ধ[৪৬] নাই।

৬৩। চোৱাঁ, যিসকল আল্লাৰ বন্ধু নিশ্চয় সেইসকলৰ কোনো ভয় নাথাকিব, আৰু সেইসকলে বেজাৰো[৪৭] কৰিব নালাগিব।

---

৪৪। আল্লাই মানৱৰ শাৰীৰিক, মানসিক, নৈতিক আৰু আধ্যাত্মিক উন্নতিৰ কাৰণে যি খাদ্য অনুকূল নিজ বাণী দ্বাৰা নিৰ্ণয় কৰি দিছে আৰু যি খাদ্য এই অৰ্থে অপকাৰী তাক অবৈধ কৰিছে।

৪৫। যি বিধানৰ ভিত্তি অন্যায় তাকে আল্লাৰ প্ৰতি আৰোপ কৰাকে ইয়াত মিছা সজা বুলিছে।

৪৬। আকাশমণ্ডলী আৰু পৃথিৱীত যি ঘটনা ঘটে সি আল্লাৰ পূৰ্ণ জ্ঞান আৰু নিৰ্দ্দিষ্ট বিধি-বিধান মতেহে ঘটে।

৪৭। ভৱিষ্যতৰ বিপদ আপদৰ 'ভয়', আৰু অতীতৰ দোষ কৰাৰ 'বেজাৰ'।

৬৪। সেইসকল বিশ্বাসী আছিল আৰু আল্লাৰৈ ভয় ৰাখি চলিছিল।

৬৫। তেওঁলোকৰ নিমিত্তে পার্থিৱ জীৱনত আৰু পৰলোকতো আছে আনন্দৰ সম্বাদ; আল্লাৰ বাণীসমূহৰ[৪৮] কোনো পৰিবৰ্ত্তন হব নোৱাৰে; এয়ে সেই মহান সফলতা।

৬৬। আৰু (হে নবী,) সিহঁতৰ কথাই যেন তোমাক দুখ নিদিয়ে; নিশ্চয় আল্লাই সকলো সম্মানৰ গৰাকী; তেৱেঁই শ্রেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৬৭। সাৱধান! আকাশমণ্ডলীত যি আছে আৰু পৃথিবীত যি আছে নিশ্চয় আল্লাৰেই অধীন; আৰু যিবিলাকে আল্লাক এৰি আনক আল্লাৰ অংশীৰূপে আহ্বান কৰে সিহঁতে নো কিহৰ অনুসৰণ কৰে?—সিহঁতে অনুসৰণ কৰে নিজ কল্পনাৰ হে মাথোন, আৰু সিহঁত কেৱল অনিশ্চিত কথাত মগ্ন হৈ থাকে।

৬৮। তেৱেঁই তোমালোকৰ নিমিত্তে নিশা সৃষ্টি কৰিছে যাতে সেই সময়ত তোমালোকে বিশ্রাম কৰিব পাৰা, আৰু তেৱেঁই দিন সৃষ্টি কৰিছে যাতে তাৰ পোহৰত তোমালোকে সকলো বস্তুকে দেখা পোৱা;[৪৯] যিবিলাকে (ভাল কথাত) কাণ দিয়ে সেইবিলাকৰ নিমিত্তে তাত নিশ্চয় আছে বহু নিদর্শন।

৬৯। সিহঁতে কয়, আল্লাই এজনক সন্তানৰূপে[৫০] গ্রহণ কৰিছে; (ই অসম্ভৱ) তেওঁ পৰম পৱিত্ৰ। তেওঁ অভাৱহীন; আকাশমণ্ডলীত যি আছে আৰু পৃথিবীত যি আছে সকলোৰে গৰাকী তেৱেঁই; (তেওঁ যে সন্তান গ্রহণ কৰিছে) তাৰ কোনো প্রমাণ তোমালোকৰ ওচৰত আছে নে? আল্লাৰ সম্বন্ধে তোমালোকে এনে (গুৰুতৰ) কথা কব ধৰিছা যি বিষয়ে তোমালোকৰ কোনো জ্ঞান নাই।

৭০। তুমি কোৱাঁ, যিবিলাকে আল্লাৰ সম্বন্ধে মিছা সাজে সিহঁতে নিশ্চয় সফলতা লাভ কৰিব নোৱাৰে।

---

৪৮। ভবিষ্যৎ সম্বন্ধে আল্লাৰ বাণী, অথবা আল্লাৰ নিৰূপিত বিধান, অথবা আল্লাৰ আদেশসমূহ।

৪৯। আৰবী মূল শব্দ হৈছে 'বচৰ্', মানে দৃষ্টি। দিনৰ পোহৰত মানুহে জীৱিকা নির্ব্বাহৰ সকলো ব্যৱস্থা কৰিব পাৰে।

৫০। যীশুখৃষ্ট। কোৰানৰ মতে হজ্ৰত ঈচা (আ) আল্লাই প্ৰেৰণ কৰা এজন নবী আছিল, আল্লাৰ সন্তান নাছিল। আল্লা নিজেও কাৰো সন্তান নহয় আৰু তেওঁৰো কোনো সন্তান নাই; চোৱাঁ চুৰা ১১২, যি সকলো মুচলমানে নমাজ পঢ়োঁতে আবৃত্তি কৰে।

৭১। ( সিহঁতৰ নিমিত্তে ) পৃথিৱীত আছে সামান্য সম্বল ; পিছত আমাৰ ফালে সিহঁতৰ প্ৰত্যাবৰ্ত্তন হব ; অৱশেষত সিহঁতে যে অবিশ্বাস কৰিছিল তাৰ বাবে সিহঁতক আমি কঠোৰ শাস্তিৰ সোৱাদ লবলৈ দিম।

## ৰুকু ৮

হজ্ৰত নুহ ( আ ) আৰু আন আন নবীসকলৰ আগমন ; হজ্ৰত মুচা ( আ ) আৰু হজ্ৰত হাৰুনৰ ( আ ) কথা।

৭২। আৰু সিহঁতৰ আগত তুমি নুহৰ আখ্যান বৰ্ণনা কৰা,[৫১] কথা এই, তেওঁ স্বজাতিবিলাকক কৈছিল : হে মোৰ জাতি, ( সত্যৰ ওপৰত যে ) মোৰ স্থিতি, আৰু মই যে আল্লাৰ নিদৰ্শনসমূহৰ সহায় লৈ তোমালোকক উপদেশ দিছোঁ তাকে তোমালোকে অসহনীয় বুলি ভাবিছা ; তেন্তে ( জানি ৰাখা ), মই আল্লাৰেই ওপৰত ভৰসা কৰিছোঁ, গতিকে তোমালোকে নিজে একমত হৈ মোৰ বিৰুদ্ধে এটি সঙ্কল্প স্থিৰ কৰা,[৫২] আৰু লগতে তোমালোকৰ অংশীবিলাককো লোৱা, যাতে তোমালোকৰ কাৰ্য্য-পদ্ধতি সম্বন্ধে তোমালোকৰ ( মনত ) কোনো সন্দেহ নাথাকে ; তাৰ পাছত মোৰ বিৰুদ্ধে সেই সঙ্কল্প কাৰ্য্যত পৰিণত কৰি চোৱা, আৰু মোক অলপো সময় নিদিবা।

৭৩। কিন্তু ( এতিয়াও ) যদি তোমালোক বিমুখ হোৱা ( তাৰ কাৰণে তোমালোক নিজে দায়ী হবা ) ; মই তোমালোকৰ পৰা একো প্ৰতিদান বিচৰা নাই ; মোৰ প্ৰতিদান আছে আল্লাৰেই ওপৰত মাথোন ; আৰু মই যেন আত্মসমৰ্পণকাৰীবিলাকৰ[৫৩] মাজৰ হওঁ মোক ইয়াকে আদেশ দিয়া হৈছে।

---

৫১। কোৰানত নবীসকলৰ বিবৰণ ঠায়ে ঠায়ে দিয়া হৈছে। নবীসকল হৈছে আল্লাৰ সম্বাদবাহক। 'নব্'ৰ অৰ্থ সম্বাদ। তেওঁলোকে আল্লাৰ প্ৰত্যাদেশ মতে মানৱক সুপথ দেখুৱায়।

৫২। নবীসকলে দল-বলৰ ওপৰত ভৰসা নকৰে ; একমাত্ৰ আল্লাৰ ওপৰতহে ভৰসা কৰে। সমগ্ৰ জগতো যদি তেওঁলোকৰ বিৰুদ্ধে যায় তেওঁলোক পৰ্ব্বতৰ দৰে অটল হৈ থাকে, নিজৰ বিশ্বাসত, নিজৰ ধৰ্মত।

৫৩। সকলো নবীৰ ধৰ্ম একেটা, ইচলাম। 'মুচ্লিম'ৰ অৰ্থ আত্মসমৰ্পণকাৰী। চুলেইমানৰ বিষয়ে চোৱা, ২৭ : ৪৪ ; ইব্ৰাহিমৰ বিষয়ে, ২ : ১৩২ ; মুচাৰ বিষয়ে, ৭ : ১২৭ ; ইয়ুচুফ্ৰ বিষয়ে, ১২ : ১০২. সকলোৱে আল্লাত আত্মসমৰ্পণ কৰি 'মুচ্লিম' হৈছিল।

৭৪। তথাপি সিহঁতে তেওঁক মিথ্যাবাদী বুলি অমান্য কৰিছিল, কিন্তু তেওঁক আৰু নাওখনত উঠা তেওঁৰ সঙ্গীবিলাকক আমি ৰক্ষা কৰিলোঁ; আৰু তেওঁলোকক আমি (পৃথিৱীত) ৰাজত্ব দান কৰিলোঁ, আৰু যিবিলাকে আমাৰ নিদৰ্শনসমূহ মিছা বুলি অগ্ৰাহ্য কৰিছিল সেইবিলাকক (সাগৰত) বুৰাই মাৰিলোঁ। গতিকে চোৱাঁ, (অবাধ্যতাৰ কাৰণে) সেইবিলাকৰ পৰিণাম কি হ'ল যিবিলাকক আগতেই সতৰ্ক কৰি দিয়া হৈছিল।[৫৪]

৭৫। অৱশেষত তেওঁৰ পাছতো সিহঁতৰ আন আন জাতিবিলাকৰ প্ৰতি আৰু কিছুমান ৰচুল প্ৰেৰণ কৰিলোঁ; আৰু তেওঁলোক সিহঁতৰ ওচৰলৈ আহিছিল বহু স্পষ্ট প্ৰমাণ লৈ; কিন্তু তাত বিশ্বাস কৰিবলৈ সিহঁত প্ৰস্তুত নাছিল,[৫৫] যিহেতু সিহঁতে সেই কথা পূৰ্ব্বেই মিছা বুলি ভাবি লৈছিল। এইদৰেই আমি সীমা-লঙ্ঘনকাৰীবিলাকৰ অন্তৰসমূহত মোহৰ মাৰি দিওঁ।

৭৬। আৰু সিহঁতৰ পিছত মুচা আৰু হাৰুনক আমাৰ নিদৰ্শনসমূহৰে সৈতে ফিৰৌন আৰু তেওঁৰ পাৰিষদবিলাকৰ ওচৰলৈ প্ৰেৰণ কৰিছিলোঁ; কিন্তু সিহঁতে অহঙ্কাৰ কৰিলে, আৰু সিহঁত এটা অপৰাধী দল হৈ পৰিল।

৭৭। পিছত যেতিয়া আমাৰ ফালৰ পৰা সিহঁতলৈ সত্য আহি পালে, সিহঁতে ইয়াক কলে, ই নিশ্চয় প্ৰকাশ্য কুহক[৫৬] মাথোন।

৭৮। মুচাই কলে, সত্য তোমালোকৰ ওচৰলৈ আহি প্ৰকাশ হৈ পৰিলতো তাৰ বিষয় তোমালোকে এনে কথা কোৱা নে? এনে সত্য কুহক হব পাৰে নে? আৰু যাদুকৰবিলাক কেতিয়াও সফলকাম হব নোৱাৰে।

---

৫৪। সিহঁতক সতৰ্ক কৰি দিয়া হৈছিল, তথাপি সিহঁত বিৰোধী হৈয়ে থাকিল। কোৰানত অইন ঠাইত উল্লেখ আছে, আল্লাই কোনো জাতিকে শাস্তি নিদিয়ে যেতিয়ালৈকে নবী পঠাই সেই জাতিক আগতে সতৰ্ক নকৰে; আৰু তাৰ পাছতো যদি সিহঁতে নিজৰ বিৰুদ্ধাচৰণ এৰি নিদিয়ে সিহঁতৰ প্ৰতি শাস্তি নামে।

৫৫। মানুহৰ পক্ষে নতুন তত্ত্ব গ্ৰহণ কৰা সহজ নহয়। সেই দেখি নবীসকলে আল্লাৰ নিদৰ্শন দেখুৱাই মানুহৰ মনত বিশ্বাস জন্মায়। কিন্তু এনে কঠোৰ মনৰ মানুহো আছে যিবিলাকে নিদৰ্শন দেখিও আগৰ ভ্ৰমত পৰি থাকিবলৈ ভাল পায়। সিহঁতৰ বোধ-শক্তি, বিচাৰশক্তি সকলো শিথিল হৈ পৰে।

৫৬। নবীৰ অলৌকিক ক্ষমতা বুজিব নোৱাৰি সিহঁতে তাকে কুহকৰ ফল বুলি ভাবে। যাদু, মায়াজালৰ স্থিতি অসত্যৰে ওপৰত, কিন্তু নবীসকলৰ ক্ষমতা আল্লাই দিয়া নিদৰ্শন; আৰু সেই অলৌকিক ক্ষমতা আল্লাৰ আদেশ মতেহে নবীসকলে দেখুৱাবপাৰে।

৭৯। সিহঁতে কলে, যি বাটেদি আমি আমাৰ পূৰ্ব্বপুৰুষসকলক চলি থকা দেখি আহিছোঁ সেই বাটৰ পৰা আমাক ঘূৰাই নিবৰ কাৰণে, আৰু (আমাৰ) দেশত তোমালোক উভয়ে আধিপত্য[৫৭] লাভ কৰিবৰ উদ্দেশ্যে তুমি আমাৰ ওচৰলৈ আহিছা নে? বাস্তৱতে তোমালোক দুয়ো গৰাকীত আমি কেতিয়াও বিশ্বাস নকৰোঁ।

৮০। আৰু ফিৰৌনে (বিষয়াবিলাকক) কলে, সকলো নিপুণ যাদুকৰবিলাকক তোমালোকে আনি মোৰ আগত উপস্থিত কৰাঁ।

৮১। পিছত যেতিয়া যাদুকৰবিলাক উপস্থিত হ'লহি, মূচাই সিহঁতক কলে, যি নিক্ষেপ কৰিবলৈ তোমালোক উদ্যত তাকে নিক্ষেপ কৰাঁ।[৫৮]

৮২। যেতিয়া সিহঁতে (লাখুটি কেইডাল আৰু জৰী) নিক্ষেপ কৰিলে, মূচাই কলে, তোমালোকে যি উলিয়াই দেখুৱালা সি কুহক মাথোন, তাক আল্লাই নিশ্চয় ব্যৰ্থ কৰিব; কোনো সন্দেহ নাই, অনিষ্টকাৰীবিলাকৰ কাৰ্য্য আল্লাই কেতিয়াও ফলৱন্ত নকৰে।

৮৩। আৰু নিজ বাণীসমূহ দ্বাৰা আল্লাই সুপ্ৰতিষ্ঠিত কৰে সত্যকে,[৫৯] যদিও অপৰাধীবিলাকে তাকে ভাল নাপায়।

## ৰুকু ৯

হজ্ৰত মূচাৰ (আ) ফিৰৌনক উপদেশ দান; ফিৰৌনৰ দাম্ভিকতা আৰু শাস্তিভোগ; ফিৰৌনৰ শৰীৰ ৰক্ষা সম্বন্ধে ভবিষ্যৎবাণী।

৮৪। তথাপি ফিৰৌন আৰু সিহঁতৰ পাৰিষদবিলাকে সিহঁতক উৎপীড়ন কৰিব এই ভয়তে মূচাৰ জাতিৰ কিছুমান স্ব-বংশ মানুহৰ বাহিৰে আন কোনেও

---

৫৭। নবীসকলৰ বিৰুদ্ধে শত্ৰুবিলাকে এই দুইটা অভিযোগ বেছিকৈ আনে— (১) নবীসকলে সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকক পথভ্ৰষ্ট বুলি কয়, আৰু, (২) নবীসকল প্ৰকৃততে ৰাজদ্ৰোহী। হজ্ৰত মূচা (আ) আৰু হজ্ৰত ঈচাৰ (আ) বিৰুদ্ধে এই দুইটা অভিযোগ বিশেষকৈ অনা হৈছিল।

৫৮। চাৰ লগীয়া, এই স্থলতো হজ্ৰত মূচাই (আ) আত্মৰক্ষাহে কৰিছে। সিহঁতৰ আক্ৰমণ প্ৰথমে হব লাগিব; তাৰ পিছতহে হজ্ৰত মূচাই নিজকে আল্লাই দিয়া বিশেষ ক্ষমতা দ্বাৰা ৰক্ষা কৰিব।

৫৯। আল্লাই সত্য সুপ্ৰতিষ্ঠিত কৰে নবীসকলৰ আৰু মুযদ্দিদ্ (ধৰ্ম্মসংস্কাৰকসকলৰ) দ্বাৰা। সেইসকলে দিনে ৰাতিয়ে আল্লাৰ বাণী পাই থাকে; এই বাণীকে ওৱাহে আৰু ইলহাম বোলে।

তেওঁত বিশ্বাস নকৰিলে ; আৰু কোনো সন্দেহ নাই, (মিছৰ) দেশত ফিৰৌন এজন অত্যাচাৰী ৰজা আছিল ;[৬০] আৰু ইয়াতো কোনো সন্দেহ নাই তেওঁ আছিল সীমালঙ্ঘনকাৰীবিলাকৰ মাজৰ এজন।

৮৫। আৰু মুচাই কলে, হে মোৰ স্বজাতিসকল, যদি তোমালোকে আল্লাত বিশ্বাস কৰিছা আৰু তেওঁৰ বাধ্যতা সচাকৈয়ে স্বীকাৰ কৰিছা, তেন্তে তোমালোকে তেওঁৰেই ওপৰত ভৰসা ৰাখাঁ।[৬১]

৮৬। তেতিয়া তেওঁলোকে কলে, আমি আল্লাৰেই ওপৰত ভৰসা কৰিলোঁ ;—হে আমাৰ প্ৰভু, অন্যায়কাৰী জাতিৰ নিৰ্য্যাতনৰ সম্মুখীন কৰি আমাক পৰীক্ষাত নেপেলাবা ;[৬২]

৮৭। আৰু নিজ কৰুণা দ্বাৰা অবিশ্বাসী জাতিৰ (অত্যাচাৰৰ) পৰা আমাক ৰক্ষা কৰা।

৮৮। আৰু আমি মুচা আৰু তেওঁৰ ভ্ৰাতৃৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ, তোমালোকে নিজ জাতিৰ নিমিত্তে মিছৰ দেশত ঘৰ সাজি লোৱাঁ,[৬৩] আৰু নিজৰ ঘৰসমূহতেই (আল্লাৰ) উপাসনাৰ ঠাই নিৰ্দ্ধাৰিত কৰি লোৱাঁ ; আৰু তাতে নমাজৰ অনুষ্ঠান কৰাঁ,[৬৪] আৰু বিশ্বাসীসকলক শুভসম্বাদ দিয়াঁ।

---

৬০। বনি-ইস্ৰাইলে তিনি-চাৰিশ বছৰ মিছৰ দেশৰ ৰজাবিলাকৰ (ফিৰৌন-বিলাকৰ) অবিৰাম উপদ্ৰৱ সহিব লগীয়া হৈছিল। তেওঁলোকৰ অৱস্থা দাস-স্বৰূপ আছিল।

৬১। অত্যাচাৰী ৰজাক ভয় নকৰি আল্লাৰ সহায়ৰ ওপৰত নিৰ্ভৰ কৰিবা। তেৱেঁই তোমালোকক সিইঁতৰ অত্যাচাৰৰ পৰা উদ্ধাৰ কৰিব।

৬২। আমি যেন ৰজা ফিৰৌনৰ আগত দুৰ্ব্বলতা নেদেখুৱাওঁ : আমাৰ পদ যেন সত্যৰ পৰা অলপো বিচলিত নহয়।

৬৩। আগতে বনি ইস্ৰাইলে বেলেগ বেলেগ হৈ ঠায়ে ঠায়ে বসতি কৰিছিল। আদেশ আছিল, তোমালোকে মিছৰ দেশত একে ঠাইত বাস কৰাগৈ, যাতে তোমা-লোকে প্ৰয়োজন হলে ততালিকে পৰস্পৰ সহায় কৰিব পাৰা। কিন্তু আনলৈ যোৱাৰ আগতে বনি ইস্ৰাইলক কিছুকালৰ নিমিত্তে মিছৰত থাকিব লগা হৈছিল।

৬৪। (১) বেলেগ ধৰ্ম্মৰ উপাসনালয় সজা ফিৰৌনে নিষেধ কৰিছিল। সেই কাৰণে তোমালোকে নিজৰ ঘৰতে উপাসনা কৰিবা। (২) প্ৰকাশ্যভাৱে উপাসনা নকৰি কিছুকাল ঘৰতে আইনে নেদেখাকৈ উপাসনা কৰিবা। (৩) 'কিব্‌লতন'ৰ অৰ্থ কিছুমান ব্যাখ্যাকাৰে *'মুতকাবিলুন্' লৈছে, অৰ্থাৎ মুখামুখি কৰি। অৰ্থ হৈছে, তোমালোকে নিজৰ ঘৰবোৰ ওচৰা-ওচৰি মুখামুখিকৈ সাজিবা যাতে বিপদৰ সময়ত ইজনে সিজনক সহায়* কৰিব পাৰিবা।

৮৯। আৰু মুচাই প্ৰাৰ্থনা কৰিলে, হে আমাৰ প্ৰভু, বাস্তৱতে এই পাৰ্থিৱ জীৱনত ফিৰৌনক আৰু তেওঁৰ ৰৰমূৰীয়াবিলাকক নানা সুশোভিত বস্তু আৰু বহু ধনসম্পদ দান কৰিছা; হে আমাৰ প্ৰভু, (তুমি এইবোৰ সিহঁতক এই কাৰণে দান কৰিছা নে) যাতে সিহঁতে (মানৱক) তোমাৰ পথৰ পৰা বিভ্ৰান্ত কৰে? হে আমাৰ প্ৰভু, সিহঁতৰ ধন-সম্পদ তুমি বিলুপ্ত কৰি পেলোৱা, আৰু সিহঁতৰ অন্তৰসমূহ কঠোৰ কৰা, যাতে সিহঁত বিশ্বাসী নহয়, যেতিয়ালৈকে সিহঁতে যন্ত্ৰণাদায়ক শাস্তি দেখা নাপায়।

৯০। তেওঁ কলে, স্বৰূপতে তোমালোক দুয়োৰে প্ৰাৰ্থনা গৃহীত হল; গতিকে তোমালোক দুয়ো (নিজ কাৰ্য্যত) দৃঢ় হৈ থাকা, আৰু সেইবিলাকৰ পথ অনুসৰণ নকৰিবা যিবিলাক অজ্ঞান।

৯১। আৰু আমি বনি-ইস্ৰাইলক সাগৰ পাৰ কৰালোঁ; পিছত ফিৰৌন আৰু তেওঁৰ সৈন্যদলে বিৰোধ আৰু বিদ্বেষৰ ভাব লৈ তেওঁলোকৰ পিছে পিছে যাব ধৰিল; অৱশেষত যেতিয়া তেওঁ প্ৰায় জল-মগ্ন হয়, তেওঁ এইদৰে স্বীকাৰ কৰিলে—মই ইয়াকে বিশ্বাস কৰিছোঁ, ইস্ৰাইল-সন্ততিয়ে যিজন উপাস্যত বিশ্বাস কৰিছে সেইজনৰ বাহিৰে আন উপাস্য নাই; আৰু এতিয়া ময়ো সেইবিলাকৰ মাজৰ হলোঁ[৬৫] যিবিলাকে আত্মসমৰ্পণ কৰিছে।

৯২। (আমি কলোঁ) কি! এতিয়াহে বিশ্বাস কৰিলা! ইয়াৰ পূৰ্ব্বে তুমি অবাধ্যতা কৰিছিলা আৰু অশান্তি সৃষ্টি কৰোঁতাবিলাকৰ মাজৰ এজন আছিলা।

৯৩। গতিকে আজি তোমাক তোমাৰ শৰীৰ সৈতে ৰক্ষা কৰিম, যাতে তোমাৰ পৰবৰ্ত্তীবিলাকৰ নিমিত্তে তুমি এটা (আল্লাৰ) নিদৰ্শনস্বৰূপ হোৱা;[৬৬] আৰু প্ৰকৃততে মানৱৰ বেছি ভাগেই আমাৰ নিদৰ্শনসমূহ সম্বন্ধে আওকণীয়া।

---

৬৫। ফিৰৌনৰ এই বিপদত আমাৰ নিমিত্তে শিকনি আছে। সত্য গ্ৰহণ কৰিবলৈ অলপো পলম কৰিব নালাগে। মৃত্যুৰ মুখত পৰি বিশ্বাসী হোৱাৰ কোনো অৰ্থ নাই।

৬৬। তিনি হাজাৰ বছৰৰ পাছত ফিৰৌনৰ মৰা শ' পোৱা গ'ল, আৰু কাইৰো নগৰৰ যাদুঘৰত (museum) ৰখা হৈছে। বৈজ্ঞানিক পণ্ডিতসকলৰ মতে এই শ' মুচাৰ (আ) সময়ৰ ফিৰৌনজনৰ। কোৰানৰ ভবিষ্যৎবাণী কেনে আচৰিতভাৱে পূৰ্ণ হ'ল।

## ৰুকু ১০

অন্যায়কাৰীবিলাকৰ নিমিত্তে শাস্তিৰ অঙ্গীকাৰ ; শাস্তিৰ প্ৰতিকাৰৰ উপায় অনুতাপ আৰু প্ৰাৰ্থনা ; ধৰ্ম্মপ্ৰচাৰত বল-প্ৰয়োগ নিষেধ ; ৰচুলসকল আৰু তেওঁলোকৰ অনুগামী-সকলক আল্লাই ৰক্ষা কৰিব।

৯৪। আৰু স্বৰূপতে ইস্ৰাইল-সন্ততিবিলাকক বসতি কৰিবলৈ আমি উত্তম ঠাই[৬৭] দান কৰিছিলোঁ, আৰু নানাপ্ৰকাৰ বিশুদ্ধ বস্তু সিহঁতক জীৱিকাৰূপে প্ৰদান কৰিছিলোঁ ; পিছত সিহঁতলৈ জ্ঞান নহালৈকে সিহঁতে বিৰোধ কৰা নাছিল ;[৬৮] যিবিষয়ে সিহঁতে বিৰোধ কৰিছিল সেই বিষয়ে তোমাৰ প্ৰভুৱে পুনৰুত্থানৰ দিনা সিহঁতৰ মাজত নিশ্চয় বিচাৰ কৰিব।

৯৫। আৰু তোমাৰ প্ৰতি যি (গ্ৰন্থ) আমি অৱতীৰ্ণ কৰিছোঁ তাৰ কোনো বিষয়ে যদি তোমাৰ সন্দেহ থাকে তেন্তে তোমাৰ পূৰ্ব্বে যিসকলে ধৰ্ম্মগ্ৰন্থ অধ্যয়ন কৰিছিল সেইসকলক সুধি চোৱাঁ ;[৬৯] স্বৰূপতে এই সত্য আহিছে তোমাৰ ওচৰলৈ তোমাৰ প্ৰভুৰ পৰা ; গতিকে তুমি সন্দেহ কৰোঁতাবিলাকৰ মাজৰ নহবা।

৯৬। আৰু যিবিলাকে আল্লাৰ নিদৰ্শনসমূহ মিছা বুলি অমান্য কৰিছিল তুমি কেতিয়াও সেইবিলাকৰ মাজৰ নহবা ; (সিহঁতৰ সদৃশ যদি হোৱা) তেন্তে তুমি ক্ষতিগ্ৰস্তবিলাকৰহে অন্তৰ্গত হৈ পৰিবা।

---

৬৭। নানা দেশ ফুৰি-চাকি অৱশেষত বনি ইস্ৰাইলে কিন্‌আন (Canaan) দেশত বসতি কৰিবলৈ ঠাই পালে। এই দেশকে বাইবেলত 'দুগ্ধ-মধু বৈ থকা উত্তম আৰু বহল দেশ' বোলা হৈছে। চোৱাঁ যা, ৩ : ৮।

৬৮। কোৰান অৱতীৰ্ণ হোৱাত হজ্‌ৰত মহম্মদৰ (স্ব) আবিৰ্ভাৱ সম্বন্ধে ইহুদী-বিলাকৰ মাজত গুৰুতৰ মতভেদৰ সৃষ্টি হৈছিল। তেওঁলোকৰ ধৰ্মপুথিত হজ্‌ৰতৰ (স্ব) আবিৰ্ভাৱ সম্বন্ধে উল্লেখ আছে ; কিন্তু তেওঁলোকে তাকে মানি লবলৈ অস্বীকাৰ কৰিছিল। হজ্‌ৰত ঈচাকো (আ) আগতে তেওঁলোকে স্বীকাৰ কৰা নাছিল।

৬৯। ইয়াত সন্দেহকাৰীক হে সম্বোধন কৰা হৈছে। সত্যৰ প্ৰতি হজ্‌ৰতৰ পূৰ্ণ বিশ্বাস আছিল ; চোৱাঁ, ১২ : ১০৯।

৯৭। যিবিলাকৰ সম্বন্ধে তোমাৰ প্ৰভুৰ বাণী সত্য বুলি প্ৰমাণিত হৈছে সিহঁতে নিশ্চয় বিশ্বাস নকৰে,—

৯৮। যদিও সিহঁতৰ ওচৰলৈ সকলো ধৰণৰ নিদৰ্শন আহি পায়;—অৱশেষত সিহঁতে যন্ত্ৰণাদায়ক শাস্তি দেখা পাব।

৯৯। ইয়ুনুচৰ জাতিৰ বাহিৰে আন কোনো নগৰবাসীয়ে এনে বিশ্বাস কৰা নাছিল যি বিশ্বাস সিহঁতৰ কাৰণে লাভজনক হৈছিল।[৭০] তেওঁলোক বিশ্বাসী হোৱাৰ পাছত পাৰ্থিৱ জীৱনত ভোগ কৰিব লগীয়া লাঞ্ছনাৰ শাস্তি তেওঁলোকৰ পৰা আমি আঁতৰাইছিলোঁ, আৰু কিছুকালৰ নিমিত্তে তেওঁলোকক জীৱিকাৰ সম্বল দান কৰিছিলোঁ।

১০০। আৰু তোমাৰ প্ৰভুৱে এনে ইচ্ছা কৰা হলে পৃথিবীৰ সমগ্ৰ অধিবাসী নিশ্চয় বিশ্বাসী হ'লহেঁতেন;[৭১] তেন্তে তুমি কি মানৱৰ প্ৰতি বল প্ৰয়োগ কৰিবা যেতিয়ালৈকে সিহঁত বিশ্বাসী নহয়?

১০১। আৰু আল্লাৰ আদেশ ভিন্ন কোনো আত্মাই বিশ্বাস স্থাপন কৰিব নোৱাৰে; আৰু যিবিলাকৰ বোধশক্তি নাই সিহঁতৰ ভাগত যি অশুদ্ধ তাকে তেওঁ নিৰ্দ্ধাৰিত কৰে।[৭২]

১০২। তুমি কোৱাঁ, আকাশমণ্ডলী আৰু পৃথিবীৰ মাজত যিবোৰ ঘটনা ঘটে সেইবোৰৰ বিষয়ে ভাবি চোৱাঁ। কিন্তু যি জাতিয়ে বিশ্বাস স্থাপন নকৰে সিহঁতৰ কোনো উপকাৰ নিদৰ্শনসমূহে আৰু সতৰ্ককাৰীবিলাকে কৰিব নোৱাৰে।

১০৩। তেন্তে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকে (শাস্তি অভাৱ) দিনলৈ যেনেকৈ

---

৭০। ৪০ দিনৰ পাছত নেহুৱা নগৰ (Nineveh ধ্বংস হব বুলি হজৰত ইয়ুনুচে (আ) ভবিষ্যৎবাণী কৰিছিল। তাৰে ভয়ত ৰজাৰ পৰা প্ৰজালৈকে সকলোৱে নিজৰ অপৰাধৰ কাৰণে আল্লাৰ ওচৰত অনুতাপ কৰিব ধৰিলে, আৰু ক্ষমা ভিক্ষা কৰিব ধৰিলে। সেই অনুতাপ গৃহীত হল, আৰু আল্লাই ক্ষমা দান কৰিলে। নেহুৱা এচীৰিয়াৰ ৰাজধানী আছিল। প্ৰায় দুঃ শতাব্দীৰ পাছত চিদিয়ানবিলাকে সেই নগৰ ধ্বংস কৰে। হজৰত ইয়ুনুচৰ (আ) কাল হৈছে হজৰত ঈচাৰো (আ) ৮০০ বছৰ পূৰ্ব্বে।

৭১। ইয়াৰ পৰাই ভালকৈ বুজিব পাৰি, ধৰ্ম্মপ্ৰচাৰত বল-প্ৰয়োগ কোনো প্ৰকাৰেই যুক্তিসঙ্গত নহয়।

৭২। অৰ্থ হৈছে, যিবিলাকে পাপৰ বন্ধনৰ পৰা মুক্তি পাবলৈ অকণো চেষ্টা নকৰে, আল্লাই সেইবিলাকক মুক্তি নিদিয়ে।

বাট চাই আছিল, সিহঁতেও তেনেকৈ বাট চাই আছেনে? তুমি কোৱাঁ, তেন্তে তোমালোকে প্ৰতীক্ষা কৰাঁ; তোমালোকৰ লগতে ময়ো প্ৰতীক্ষা কৰিম।[৭৩]

১০৪। পিছত আমি আমাৰ ৰচুলসকলক আৰু যিসকলে বিশ্বাস স্থাপন কৰিছে সেইসকলক (দেশব্যাপী শাস্তিৰ পৰা) ৰক্ষা কৰিম; বিশ্বাসীসকলক ৰক্ষা কৰাৰ ভাৰ আমাৰ নিজৰ ওপৰতেই।[৭৪]

## ৰুকু ১১

নিৰ্ভাঁজ তৌহীদ অৱলম্বন কৰিবলৈ হজ্‌ৰত মহম্মদৰ (স্ব) প্ৰতি
আল্লাৰ আদেশ; উপকাৰ আৰু অপকাৰ কৰিবৰ ক্ষমতা
কেৱল আল্লাৰ; সত্য গ্ৰহণ বা অগ্ৰাহ্য কৰাৰ কাৰণে
মানুহ নিজেই দায়ী; ধৈৰ্য্য ধৰি
আল্লাৰ শেষ বিচাৰৰ অপেক্ষা
কৰা উচিত।

১০৫। তুমি কোৱাঁ, হে মানৱসকল, মোৰ ধৰ্ম্ম সম্বন্ধে যদি তোমালোকৰ কোনো সন্দেহ থাকে তেন্তে (ভালকৈ জানি থোৱাঁ,) আল্লাক এৰি যিবিলাকৰ তোমালোকে আৰাধনা কৰা মই সেইবিলাকৰ আৰাধনা নকৰোঁ; কিন্তু মই সেই আল্লাৰহে আৰাধনা কৰোঁ যিজনে (জীৱন দিয়াৰ পিছত) তোমালোকৰ মৃত্যু সাধন কৰে; আৰু মই যেন বিশ্বাসীসকলৰ অন্তৰ্গত হওঁ তাকে মোক আদেশ দিয়া হৈছে।

১০৬। আৰু (এই আদেশ দিয়া হৈছে,) আল্লাৰ একনিষ্ঠ সেৱক[৭৫] হৈ তুমি সত্য ধৰ্ম্মৰ ফালে নিজ মুখ ঘূৰাই লোৱাঁ; আৰু যিবিলাকে আনক আল্লাৰ সমান উপাস্য পাতি লৈছে সেইবিলাকৰ মাজৰ কেতিয়াও নহবা;

---

৭৩। আল্লাত হজ্‌ৰতৰ (স্ব) কি ভীষণ বিশ্বাস! সমগ্ৰ মানৱজাতিয়ে তেওঁৰ শত্ৰুতা আৰু তেওঁৰ বিৰুদ্ধে অভিসন্ধি কৰিলেও, আল্লাই তেওঁক ৰক্ষা কৰিব, ইয়াত তেওঁৰ দৃঢ় বিশ্বাস আছিল।

৭৪। আল্লাই বিশ্বাসীসকলৰ সংৰক্ষণৰ ভাৰ লৈছে। গতিকে সেইসকলৰ অকণো ভয় থাকিব নোৱাৰে।

৭৫। চোৱাঁ, ২ঃ ১৩৬ আৰু টী।

১০৭। আৰু আল্লাক এৰি এনেজনক তুমি আহ্বান নকৰিবা যিজনে তোমাৰ একো উপকাৰ কৰিব নোৱাৰে আৰু তোমাৰ একো অপকাৰো কৰিব নোৱাৰে ; কিন্তু যদিহে তেনে কৰা, তেন্তে নিশ্চয় তুমি অন্যায়কাৰীবিলাকৰ মাজৰ হৈ পৰিবা।

১০৮। আৰু যদি আল্লাই তোমাক কষ্টত পেলায় তেন্তে তেওঁৰ বাহিৰে কেও সেই কষ্ট দূৰ কৰিব নোৱাৰে ; আৰু তেওঁ যদি তোমাৰ মঙ্গল সাধন কৰিবলৈ ইচ্ছা কৰে তেন্তে তেওঁৰ কৃপাৰ প্ৰতিৰোধ কৰোঁতা কেও নাই ; তেওঁৰ ভৃত্যবিলাকৰ যাকে ইচ্ছা তাৰেই প্ৰতি তেওঁ সেই কৃপা অৰ্পণ কৰে ; আৰু তেৱেঁই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

১০৯। তুমি কোৱাঁ, হে মানৱজাতি, স্বৰূপতে তোমালোকৰ প্ৰভুৰ পৰা তোমালোকৰ ওচৰলৈ সত্য উপনীত হৈছে : তাৰ পিছত যিজনে সুপথ লাভ কৰে সেইজনে সুপথ লাভ কৰে কেৱল নিজৰ কল্যাণৰ নিমিত্তে ; আৰু যিজন বিপথে যায় সেইজন বিপথে যায় কেৱল নিজৰেই অমঙ্গলৰ কাৰণে; আৰু ( মনত ৰাখাঁ ) মই তোমালোকৰ প্ৰতি ৰক্ষক ( নিযুক্ত হৈ ) অহা নাই।[৭৬]

১১০। আৰু তোমাৰ প্ৰতি যি প্ৰত্যাদেশ কৰা হৈছে তাৰেই অনুসৰণ কৰাঁ, আৰু আল্লাই বিচাৰ কৰা পৰ্য্যন্ত ধৈৰ্য্য ধৰি থাকাঁ ; আৰু ( প্ৰকৃততে ) সকলো বিচাৰকৰ মাজত সৰ্ব্বশ্ৰেষ্ঠ বিচাৰক তেৱেঁই।

---

৭৬। মই অহাৰ একমাত্ৰ উদ্দেশ্য হৈছে তোমালোকক আল্লাৰ ফালে আহ্বান কৰা আৰু জগতত সত্য প্ৰতিষ্ঠিত কৰা। বল-প্ৰয়োগ কৰি ধৰ্ম প্ৰচাৰ কৰা মোৰ কাম নহয়। চোৰা, ৮৮ : ২৩ ; আৰু চোৰা ৫ : ৪৯, য'ত হজৰতক ( দ ) আদেশ দিয়া হৈছে— সিহঁতক বাধ্য কৰা 'তোমাৰ কাৰ্য্য নহয় ; তুমি কেৱল এই কোৰান দ্বাৰা উপদেশ দি থাকা আৰু সিহঁতৰ বৃথা কামনাৰ অনুসৰণ নকৰিবা।'

# চুৰা ১১

## হুদ

### মক্কাত অৱতীৰ্ণ

১০ ৰুকু : ১২৪ আয়ত

চুৰা ইয়ুনুচ্ আৰু চুৰা হুদ প্ৰায় একে সময়তে মক্কাত অৱতীৰ্ণ হৈছিল। চুৰা ইয়ুনুচত আল্লাৰ অসীম কৰুণা আৰু নিৰ্ব্বিশেষ দয়া সম্বন্ধে বিশেষকৈ উল্লেখ কৰা হৈছে। এই চুৰাত আল্লাই যে ন্যায় বিচাৰ কৰে আৰু বিদ্ৰোহাচাৰী পাপিষ্ঠবিলাকক শাস্তি দিয়ে কেইবাটা দৃষ্টান্ত দ্বাৰা প্ৰকাশ কৰা হৈছে।

হজ্ৰত নুহৰ (আ) সত্য-প্ৰচাৰ কামত যিবিলাকে বাধা দিছিল সিইঁত বুৰি মৰিল, আৰু হজ্ৰত নুহ (আ) আৰু তেওঁৰ অনুগামীবিলাকৰ সামান্য দলে মহাপ্লাৱনৰ পৰা ৰক্ষা পালে। 'আদ জাতিয়ে হজ্ৰত হুদৰ (আ) বিৰুদ্ধাচৰণ কৰিছিল। ছমুদ জাতিয়েও আল্লাৰ নিদৰ্শন এজনী উটৰ পাচ চেউৰা কাটিছিল। এই দুয়ো জাতিকে সত্যৰ বিৰোধিতাৰ কাৰণে আল্লাই সমূলি ধ্বংস কৰিলে। সেইদৰে লুতৰ (আ) জাতিক সিইঁতৰ নিকৃষ্ট আচৰণৰ বাবে আল্লাই ভূমিকম্পৰ শাস্তিৰে বিনাশ কৰিলে।

চুৰাৰ শেষ ভাগত আল্লাই হজ্ৰত মহম্মদক (স্ব) তেওঁৰ অনুগামী বিশ্বাসীসকলৰ সৈতে সত্যৰ পথত দৃঢ় আৰু অটল হৈ থাকিবলৈ আদেশ দিছে। আল্লাই অৰ্পণ কৰা দায়িত্বৰ এই গধুৰ ভাৰৰ পিনে লক্ষ্য কৰি হজ্ৰতে (স্ব) বাৰ বাৰ চুৰা হুদ সম্বন্ধে কৈছিল ; 'চুৰা হুদে মোক বুঢ়া বয়স অহাৰ আগতেই বুঢ়া কৰিলে'।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্, লাম, ৰা।[১] শ্ৰেষ্ঠ জ্ঞানী, সৰ্ব্বজ্ঞ আল্লাৰ সন্নিধানৰ পৰা অহা ধৰ্ম্ম-পুথি এইখন ; ইয়াৰ আয়তসমূহ সুনিশ্চিত[২] তত্ত্বৰে পৰিপূৰ্ণ কৰা হৈছে, আৰু বিস্তৃত কৰি বোধগম্য কৰা হৈছে।

৩। (তুমি কোৱা) তোমালোকে আল্লাক এৰি আনৰ আৰাধনা নকৰিবা ;[৩] বাস্তৱতে মই তোমালোকৰ নিমিত্তে তেওঁৰ প্ৰেৰণ কৰা এজন সতৰ্ক কৰোঁতা আৰু আনন্দৰ সম্বাদ দিওঁতা।

---

১। চোৱা, ১০ : ২ আৰু টী।

২। যি তত্ত্ববিলাকৰ ভিত্তি যুক্তি আৰু স্পষ্ট প্ৰমাণ।

৩। ইচ্লামৰ মূল শিক্ষা হৈছে 'তৌহীদ', এক আল্লাত বিশ্বাস স্থাপন।

৪। (আৰু কোৱা) তোমালোকে নিজ প্ৰভুৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰা;[৪] পিছত অনুতাপ কৰি তেওঁৰ ফালে ঘূৰা; তেওঁ তোমালোকক নিৰ্দ্দিষ্ট কাললৈ ভোগ কৰিবলৈ দিব উত্তম সম্বল, আৰু অনুগ্ৰহ পাবৰ যোগ্য একোজনকে তেওঁ দান কৰিব নিজৰ অনুগ্ৰহ; কিন্তু যদিহে তোমালোক বিমুখ হোৱা তেন্তে মোৰ এয়ে আশঙ্কা, তোমালোকৰ ওপৰত পৰিব মহান দিনৰ শাস্তি।

৫। আল্লাৰেই ফালে হব তোমালোকৰ প্ৰত্যাবৰ্ত্তন; আৰু সকলো বস্তুৰ ওপৰত তেওঁৰেই শ্ৰেষ্ঠ ক্ষমতা।

৬। শুনা, নিশ্চয় সিহঁতে অন্তৰৰ ভাব তেওঁৰ পৰা লুকাই ৰাখিবৰ অভিপ্ৰায়ে নিজৰ হিয়া আবৰি ৰাখে। সাৱধান! যেতিয়া সিহঁতে নিজৰ সাজেৰে নিজকে আবৰি ৰাখে (সিহঁতে নাজানে) সিহঁতে যি গোপনে ৰাখে আৰু যি প্ৰকাশ কৰে[৫] সকলো আল্লাই জানে; কোনো সন্দেহ নাই, অন্তৰসমূহত যি নিহিত তেওঁ সকলো ভালকৈ জানে।

---

৪। ইচ্‌লামৰ দ্বিতীয় ভাগৰ শিক্ষা হৈছে, নিজ দোষ আল্লাৰ আগত স্বীকাৰ কৰি তেওঁৰ ক্ষমা ভিক্ষা কৰা আৰু অনুতপ্ত হৃদয়ৰে তেওঁৰ ফালে ঘূৰা। এই উপায়েৰে পৰিত্ৰাণ লাভ কৰিব পাৰি; ইচ্‌লামত প্ৰায়শ্চিত্তৰ স্থান নাই (Salvation through atonement.)।

৫। অন্তৰত কুভাব পোষণ কৰে কিন্তু বাহিৰত মানুহৰ আগত নিজকে বিশ্বাসী বুলি দেখুৱায়।

৭। আৰু পৃথিৱীত চলি ফুৰি থকা এনে কোনো জন্তু নাই যাৰ উপজীৱিকাৰ ভাৰ আল্লাই লোৱা নাই : আৰু তাৰ জিৰণিৰ ঠাই আছে ক'ত আৰু শেষ অৱস্থান হব ক'ত তেৱেঁই জানে; প্ৰকাশ্য গ্ৰন্থত সকলো লিখা আছে।

৮। আৰু তেৱেঁই আকাশমণ্ডলী আৰু পৃথিৱী ছয়টা[৬] নিৰ্দ্দিষ্ট কালত সৃজন কৰিছে, আৰু পানীৰ[৭] ওপৰতো তেওঁৰ সিংহাসন বিদ্যমান;—(সৃষ্টিৰ) উদ্দেশ্য এই, তেওঁ যেন তোমালোকক পৰীক্ষা কৰি ইয়াকে প্ৰকাশ কৰে, তোমালোকৰ মাজত কাৰ্য্য কৰাত কোন উৎকৃষ্ট;[৮] আৰু তুমি যদি (সিহঁতক) কোৱা, মৃত্যুৰ পাছত তোমালোকে নিশ্চয় পুনৰ্জ্জীৱন লাভ কৰিবা, অবিশ্বাসীবিলাকে অৱশ্যে কব, এই কথা স্পষ্ট প্ৰৱঞ্চনা ভিন্ন একো নহয়!

৯। আৰু আমি যদি এটা নিৰ্দ্দিষ্ট সময়লৈকে সিহঁতৰ পৰা শাস্তি আঁতৰাই ৰাখোঁ, সিহঁতে নিশ্চয় কব ধৰিব, সেই শাস্তি অহা স্থগিত ৰাখিছে কি কথাই? সাৱধান! যিদিনা সেই শাস্তি সিহঁতৰ আগত উপস্থিত হবহি, সিহঁতৰ পৰা তাক আঁতৰাই নিয়া নহব; আৰু যাকেলৈ সিহঁতে বিদ্ৰূপ কৰিছিল সেয়ে সিহঁতক আবৰি ধৰিব।

## ৰুকু ২

অবিশ্বাসীবিলাকৰ অকৃতজ্ঞতা; পূৰ্ব্ববৰ্ত্তী আৰু পৰবৰ্ত্তী নবীসকলৰ দ্বাৰা হজৰত মহম্মদৰ (স্ব) সত্যতাৰ প্ৰমাণ; অবিশ্বাসীবিলাকৰ স্বভাৱ হৈছে আল্লাৰ পথত বাধা জন্মোৱা; সিহঁতৰ শাস্তি আৰু বিশ্বাসীসকলৰ চিৰন্তু সুখ।

১০। আৰু যদি মানৱক আমি নিজ ফালৰ পৰা কৰুণাৰ সোৱাদ লবলৈ দিওঁ, আৰু পিছত তাকে তাৰ পৰা যদি আঁতৰাই লওঁ, ইয়াত সন্দেহ নাই, সি তেতিয়া নিশ্চয় হতাশ (আৰু) অকৃতজ্ঞ হৈ পৰে।

---

৬। আৰ্‌বী শব্দ 'ইয়োম'ৰ অৰ্থ দিন। কোৰানত বহু ঠাইত এই শব্দৰ অৰ্থ যুগ বুজাইছে। এনে যুগ এহেজাৰ বছৰো হব পাৰে, চোৱা, ২২ : ৪৮; ৩২ : ৫। কোৰানে আধ্যাত্মিক গতিৰো ছয়টা স্তৰ স্থিৰ কৰিছে—৭ : ৫৫; ২৩ : ১—৮। মানৱৰ সৃষ্টিৰো ছয়টা স্তৰ আছে, ২৩ : ১৩-১৫।

৭। সকলো জীৱৰ আদি হৈছে পানী; চোৱা, ২১ : ৩১; ২৫ : ৫৫; ৭৭ : ২১; ৮৬ : ৭। বিজ্ঞান শাস্ত্ৰমতে এই জগত আদিতে পানী আৰু গ্যাচৰ অৱস্থাত আছিল।

৮। কোৰানৰ মতে বিশ্ব-ব্ৰহ্মাণ্ড, গ্ৰহনক্ষত্ৰৰ সৃষ্টি হৈছে মানৱৰ উপকাৰৰ নিমিত্তে। চোৱা, ১৫ : ১৩; ২২ : ৬৬; ৪৫ : ১৩।

১১। আৰু যদি কষ্টই তাক স্পৰ্শ কৰাৰ পাছত সুখ-স্বচ্ছন্দতাৰ সোৱাদ লবলৈ দিওঁ সি তেতিয়া নিশ্চয় কব ধৰে; মোৰ পৰা এতিয়া সকলো অমঙ্গল আঁতৰ হল! বাস্তৱতে সি তেতিয়া নিশ্চয় উলাহত অহঙ্কাৰ কৰিব ধৰে।

১২। কিন্তু যিসকলে ধৈৰ্য্য ধৰি থাকে[৯] আৰু সৎকাৰ্য্য কৰে সেইসকল এনে নহয়; সেইসকলৰেই নিমিত্তে আছে মাৰ্জ্জনা আৰু মহান প্ৰতিদান।

১৩। তেওঁৰ (ৰচুলৰ) প্ৰতি ধনৰ ভৰাল নমোৱা নহল কিয়, নাইবা ফিৰিশ্‌তা এগৰাকী তেওঁৰ লগতে নাহিল কিয়, এনেবোৰ কথা সিহঁতে কোৱাৰ কাৰণেই ই সম্ভৱ হব পাৰে নে, যি প্ৰত্যাদেশ তোমালৈ আহিছে তাৰ এভাগ তুমি এৰি দিয়া,[১০] নাইবা সেই বাবে তোমাৰ হিয়া সঙ্কীৰ্ণ হয়?[১১] (মানৱৰ নিমিত্তে) তুমি এজন সতৰ্ক কৰোঁতা মাত্ৰ; আৰু সকলো বস্তুৰ আল্লাই ৰক্ষক।

১৪। কি! এই কোৰান তেওঁ নিজেই সাজি লৈছে বুলি সিহঁতে কয় নে? তুমি কোৱাঁ, সেয়ে যদি হয়, ইয়াৰে অনুৰূপ দহোটা চুৰা তোমালোকে নিজে সাজি আনা, আৰু আল্লাৰ বাহিৰে যাকে পাৰা তাকে (সহায় কৰিবলৈ) মাতি আনা, যদিছে তোমালোক সত্যবাদী হোৱা।

১৫। পিছত সিহঁতে যদি তোমালোকৰ (আহ্বানৰ) উত্তৰ নিদিয়ে তেন্তে জানিবা, এই পুথিখন আল্লাৰ জ্ঞানেৰে পৰিপূৰ্ণ হৈ অৱতীৰ্ণ হৈছে; আৰু তেওঁত ভিন্ন আন কোনো উপাস্য নাই; গতিকে এতিয়াও তোমালোক বাধ্য হবা নে?

১৬। যিবিলাকে পাৰ্থিৱ জীৱন আৰু তাৰ শোভাৰ অভিলাষ কৰে আমি সিহঁতক সিহঁতে কৰা কাৰ্য্যসমূহৰ ফল পূৰ্ণমাত্ৰায় এই জীৱনতে দান কৰিম; আৰু ইহলোকত সিহঁতৰ কোনো ক্ষতি কৰা নহব।

১৭। যিবিলাকৰ নিমিত্তে পৰলোকত নৰকৰ অগ্নিৰ বাহিৰে একোকে নাথাকিব সিহঁত এইবিলাকেই; আৰু ইহলোকত সিহঁতে যি সাজিছিল সকলো ব্যৰ্থ হব; আৰু সিহঁতে যি কাৰ্য্য কৰিছিল সেইবোৰো নিস্ফল হব।

---

৯। অবিশ্বাসীবিলাকৰ সুখ-শান্তি, আনন্দ-আহ্লাদ দেখি বিশ্বাসীসকলৰ মনত কষ্ট হব পাৰে; কিন্তু তেওঁলোকে ধৈৰ্য্য ধৰি থাকে। তেওঁলোকৰ দৃঢ় বিশ্বাস, আল্লাই তেওঁলোকক এৰি নিদিয়ে, আল্লাই তেওঁলোকৰ বন্ধু, অভিভাৱক আৰু সংৰক্ষক।

১০। হজ্‌ৰতৰ (স্ব) পক্ষে ই অসম্ভৱ যে তেওঁ সত্যৰ শত্ৰুবিলাকক সন্তুষ্ট কৰিবলৈ প্ৰত্যাদেশ হোৱা আয়ত কোৰানৰ পৰা বাদ দিয়ে।—মু, বা।

১১। সিহঁতে যি কয় কৈ থাকক; হজ্‌ৰতে (স্ব) সেইবোৰ গ্ৰাহ্য নকৰি নিজৰ কাম কৰি গৈ থাকিব।

১৮। চোৰ্ৰা, নিজ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত যিজনৰ স্থিতি, আৰু যিজনৰ নিমিত্তে আল্লাৰ পৰা আবৃত্তি কৰিবলৈ ( তেওঁৰ প্ৰত্যাদেশ ) সাক্ষীৰূপে আছে, আৰু তাৰ পূৰ্ব্বেও পথপ্ৰদৰ্শক আৰু কৰুণাস্বৰূপ আছিল মুচাৰ ধৰ্ম্মপুথি ( এনেজনৰ সদৃশ হব পাৰে নে যিজনে মিছা দাবী কৰে ? )[১২] সেই-বিলাকে তেওঁত বিশ্বাস কৰে ; কিন্তু ( বিৰোধী ) দলবোৰৰ মাজৰ যেয়ে অবিশ্বাস কৰে তাৰ নিমিত্তে প্ৰতিশ্ৰুত ঠাই হৈছে নৰকৰ অগ্নি। গতিকে তুমি এই বিষয়ে কোনো প্ৰকাৰ সংশয়ত নপৰিবা ; ইয়াত কোনো সন্দেহ নাই ই তোমাৰ প্ৰভুৰ পৰা অহা সত্য ; কিন্তু মানৱৰ সৰহ-ভাগেই বিশ্বাস নকৰে।

১৯। আৰু যেয়ে আল্লাৰ সম্বন্ধে মিছা সাজে তাতোকৈ অধিক অন্যায়-কাৰী কোন হব পাৰে ? সিহঁতক সিহঁতৰ প্ৰভুৰ সন্মুখত উপস্থিত কৰা হব ; আৰু ( তেতিয়া ) সাক্ষীবিলাকে এই বুলি সাক্ষী দিব,—যিবিলাকে নিজ প্ৰভুৰ বিৰুদ্ধে মিছা আৰোপ কৰিছিল সেইবিলাক ইহঁতেই ; সাৱধান! আল্লাৰ অভিশাপ পৰিব অন্যায়কাৰীবিলাকৰ ওপৰত ;—

২০। যিবিলাকে আল্লাৰ পথৰ পৰা ( মানুহক ) প্ৰতিৰোধ কৰে, আৰু সেই পথকে ভেৰা-বেকা কৰিবলৈ চেষ্টা কৰে ; আৰু পৰকালতো এইবিলাকেই অবিশ্বাস কৰে।

২১। পৃথিৱীত ( আল্লাৰ ইচ্ছা পূৰ্ণ হোৱাত ) সিহঁতে কদাপি বাধা জন্মাব নোৱাৰে, আৰু আল্লাৰ বাহিৰে সিহঁতৰ আন কোনো বন্ধুও হব নোৱাৰে ; সিহঁতৰ কাৰণে শাস্তি দুগুণ[১৩] কৰা হব, ( কিয়নো ) সিহঁতে ( সত্যৰ পিনে ) কাণ দিব পৰা নাছিল, আৰু ( সত্যৰ পিনে ) সিহঁতৰ দৃষ্টিও নাছিল।

২২। নিজ আত্মাসমূহৰ সেইবিলাকেই অনিষ্ট সাধন কৰিছে, আৰু সিহঁতে যি মিছা সাজিছিল তাৰ দ্বাৰা সিহঁতৰ একো লাভ নহ'ল।

---

১২। (১) হজ্ৰত মহম্মদৰ ( দ ) সত্যতাৰ প্ৰমাণ হজ্ৰত মুচাই বহুত দিন আগতে দি গৈছে ; কোৰানৰ প্ৰত্যাদেশেও তাকে প্ৰমাণ কৰিছে ; আৰু আল্লাই দিয়া বুদ্ধি আৰু অনুভূতি দ্বাৰাও বহুতে তেওঁৰ দাবী যে সত্য জানিব পাৰিছে। (২) হজ্ৰতৰ ( দ ) সত্যতাৰ প্ৰমাণ কোৰানেই ; আগৰ নবীসকলেও হজ্ৰতৰ ( দ ) আগমনৰ ভবিষ্যৎ-বাণী কৰি গৈছে ; আৰু শেষ যুগত মচীহে বোটদেও তেওঁৰ সত্যতাৰ সাক্ষী দিব। দ্বিতীয় অৰ্থৰ নিমিত্তে চোৰ্ৰা ৰ, ম আহ্মদৰ তফ্চীৰ কবীৰ।

১৩। কাৰণ সিহঁতৰ দোষ দুবিধ ; নিজে অবাধ্য হৈছিল, আৰু আনকো অবাধ্য আৰু অন্যায়কাৰী হবলৈ উদগনি দিছিল।

২৩। পৰকালত সিহঁতেই যে সকলোতকৈ বেছি ক্ষতিগ্রস্ত হব তাত কোনো সন্দেহ নাই।

২৪। বাস্তৱতে যিসকলে বিশ্বাস কৰে, আৰু সৎ কাম কৰে, আৰু নিজ প্রভুৰ আগত বিনয় প্রকাশ কৰে সেইসকল স্বর্গৰ অধিবাসী ; তাতেই সেইসকলে স্থায়ীৰূপে বাস কৰিব[১৪]।

২৫। এই দুই দলৰ উপমা এনে, এজন হৈছে অন্ধ আৰু কলা, আৰু আনজনৰ দৃষ্টিশক্তি আছে আৰু শ্রবণশক্তিও আছে ; তুলনাত দুয়ো সমান হব পাৰে নে? তেন্তে তোমালোকে উপদেশ গ্রহণ নকৰা কিয় ?

## ৰুকু ৩

হজৰত নুহৰ (আ) আহ্বান ; তেওঁৰ জাতিৰ দাম্ভিকতা ;
তেওঁৰ প্রথম অনুগামীসকল সামান্য থাপৰ।

২৬। আৰু স্বৰূপতে আমি নুহক তেওঁৰ জাতিৰ ওচৰলৈ প্রেৰণ কৰিছিলোঁ। (তেওঁ সিহঁতক কৈছিল,) মই নিশ্চয় তোমালোকৰ নিমিত্তে এজন প্রকাশ্য সতর্ক কৰোঁতা ;

২৭। তোমালোকে যেন আল্লাক এৰি আনৰ আৰাধনা নকৰা ;[১৫] বাস্তৱতে তোমালোকৰ প্রতি শাস্তিৰ এটা ভীষণ দিন আহিব বুলি মই ভয় কৰিছোঁ।

২৮। তেতিয়া তেওঁৰ জাতিৰ যি প্রধান মানুহবিলাকে অবিশ্বাস কৰিছিল সিহঁতে কলে, তোমাক আমি আমাৰেই নিচিনা এজন পুৰুষ বুলি গণ্য কৰোঁ ; আৰু আমি ইয়াকেহে দেখা পাইছোঁ, যিবিলাক আমাৰ মাজত

১৪। আল্লাৰ আগত বিনীত হোৱাৰ প্রকৃত অর্থ হৈছে, সুখ, দুখ সকলো অৱস্থাতে আল্লাৰ ওপৰত ভৰসা ৰখা। স্বর্গ হৈছে অসীম সুখৰ ঠাই। তেওঁলোকে এই পৃথিবীতো সুখ-শান্তি লাভ কৰে। হজৰত মহম্মদৰ (স্ব) স্বহাবাসকলে আল্লাৰ ওপৰত পূর্ণ ভৰসা ৰাখিছিল দেখি তেওঁলোকক, পৰলোকৰ সুখ-শান্তিৰ প্রমাণস্বৰূপ, পার্থিৱ জীৱনতো আল্লাই সুখ-শান্তি দান কৰিছিল। তেওঁলোক এটা জয়ী জাতি হৈ উঠিল, আৰু সুখ-সমৃদ্ধিয়ে তেওঁলোকৰ ভৰিত চুমা দিছিল।

১৫। কোৰানৰ মতে সকলো নবী আৰু ৰচুলে আদিৰে পৰা একে শিক্ষা দি আহিছে, এক-অদ্বিতীয় আল্লাৰ উপাসনা কৰা (তৌহীদ)। এয়ে হৈছে ইচ্লামৰ প্রথম কলিমাৰ প্রথম অংশ।

দেখাতেই অতি সামান্য মানুহ সেইবিলাকহে তোমাৰ অনুগামী হৈছে;[১৬] আৰু আমাৰ ওপৰত যে তোমালোকৰ কোনো শ্ৰেষ্ঠতা আছে তাকো আমি ভাবি পোৱা নাই;[১৭] বৰং তোমালোকক আমি অসত্যবাদী বুলি ধৰি লৈছোঁ।

২৯। তেওঁ ক'লে, হে মোৰ জাতি, তোমালোকে এই কথা ভাবি চাইছা নে, যদি (সচাকৈয়ে) মই মোৰ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত থিয় দি আছোঁ, আৰু যদি তেওঁ নিজ কাষৰ পৰা মোক এনে করুণা[১৮] দান কৰিছে যি তোমালোকৰ অগোচৰ; সেই করুণা গ্ৰহণ কৰিবলৈ আমি কি তোমালোকক বাধ্য কৰিম নে, অথচ তোমালোকে নিজেই এনে কৰাটো ভাল নোপোৱা?

৩০। আৰু হে মোৰ জাতি, যি কাৰ্য্যত লাগিছোঁ তাৰ বাবে মই তোমালোকৰ পৰা ধন-সম্পত্তি বিচৰা নাই; মোৰ কাৰ্য্যৰ প্ৰতিদান একমাত্ৰ আল্লাৰ ওপৰত; আৰু যিসকলে বিশ্বাস কৰিছে সেইসকলক (হেয় ভাবি) মই উলিয়াই দিব নোৱাৰোঁ; তেওঁলোকে নিশ্চয় নিজ প্ৰভুৰ সাক্ষাৎ লাভ কৰিব; কিন্তু মই দেখা পাইছোঁ তোমালোক এটা অজ্ঞান জাতি।

৩১। আৰু হে মোৰ জাতি, মই যদি তেওঁলোকক (নিজ কাষৰ পৰা) উলিয়াই দিওঁ তেন্তে আল্লাৰ বিৰুদ্ধে মোক কোনে সহায় কৰিব?[১৯] এই কথা তোমালোকে চিন্তা নকৰা নে?

৩২। আৰু তোমালোকক মই নকওঁ যে মোৰ কাষত আল্লাৰ ধনৰ

---

১৬। আমাৰ সমাজত সিহঁতৰ কোনো স্থান নাই। অইন অৰ্থত, সিহঁত নিৰ্ব্বোধ, সিহঁতৰ বিচাৰ-শক্তি নাই, সিহঁত সুবুদ্ধি নুতনি তোমাৰ কথাত চলিবলৈ ওলাইছে।

১৭। নবী আৰু ৰছুলৰ প্ৰথম অনুগামীসকল সাধাৰণতে হীন আৰু দৰিদ্ৰ। হদীছত আছে, ইচ্লামে দৰিদ্ৰবিলাকৰ সহায়তে উন্নতি লাভ কৰিছে, আৰু শেষত ইচ্লামে দৰিদ্ৰবিলাকৰে আশ্ৰয় লবলগীয়া হব। মিশ্কাত শৰীফত আৰু এটি হদীছ আছে, হজ্ৰতে কৈছে, তোমালোকে মোক দৰিদ্ৰবিলাকৰ মাজত বিচাৰি লবা।

১৮। আল্লাই মোক সত্যৰ বাট দেখুৱাইছে; তোমালোকে এতিয়াও সেই বাট দেখি পোৱা নাই। মোৰ কাম হৈছে তোমালোকক উপদেশ দিয়া। মই তোমালোকক বাধ্য কৰিব নোৱাৰোঁ, কিয়নো ধৰ্মত বাধ্যতা নাই।

১৯। তেওঁলোকে সত্য গ্ৰহণ কৰিছে। আল্লাই তেওঁলোকক ভাল পায়। যদি মই তেওঁলোকক হেয় বুলি খেদাওঁ আৰু মোৰ কাষৰ পৰা গুচি যাবলৈ কওঁ, আল্লা মোৰ প্ৰতি অসন্তুষ্ট হব, আৰু তেওঁ মোক শাস্তি দিব। তেতিয়া তোমালোকে মোক ৰক্ষা কৰিব পাৰিবা নে?

ভৰালসমূহ আছে ; আৰু যি অদৃশ্য তাকো মই নাজানো ; আৰু মই এনে কথাও নকওঁ যে মই এজন ফিৰিশ্‌তা ; আৰু যিবিলাক তোমালোকৰ চকুত হীন সেইবিলাকৰ সম্বন্ধে মই নকওঁ যে আল্লাই তেওঁলোকক কেতিয়াও মঙ্গল[২০] দান নকৰিব ; তেওঁলোকৰ অন্তৰসমূহত যি আছে[২১] আল্লাই ভালকৈ জানে। ( যদি মই এনে কথা কওঁ ) কোৱা মাত্ৰ মই নিশ্চয় অন্যায়কাৰীবিলাকৰ অন্তৰ্গত হৈ পৰিম।

৩৩। সিহঁতে কলে, হে নুহ, স্বৰূপতে তুমি আমাৰ সৈতে তৰ্ক কৰিব ধৰিছা, আৰু ইয়াৰ পূৰ্ব্বেও বহু তৰ্ক কৰিলা ; যদি তুমি সত্যবাদীবিলাকৰ মাজৰ হোৱা তেন্তে যি শাস্তিৰ অঙ্গীকাৰ কৰিছিলা তাকে তুমি আমাৰ নিমিত্তে এতিয়া উপস্থিত কৰাঁ।

৩৪। তেওঁ কলে, ইয়াত কোনো সন্দেহ নাই, আল্লাই নিজ ইচ্ছামতে[২২] সেই শাস্তি তোমালোকৰ প্ৰতি নমাই আনিব ; আৰু তাৰ প্ৰতিৰোধ কৰিবৰ ক্ষমতা তোমালোকৰ নাই।

৩৫। আৰু মই তোমালোকক ভাল উপদেশ দিবৰ ইচ্ছা কৰিলেও মোৰ সেই উপদেশ দ্বাৰা তোমালোকৰ কোনো উপকাৰ নহয়, যদিহে আল্লাই তোমালোকক সংহাৰ[২৩] কৰিবলৈ স্থিৰ কৰিছে। তোমালোকৰ প্ৰতিপালক তেৱেঁই আৰু তেওঁৰ পিনেই তোমালোকক ওভতাই নিয়া হব।

৩৬। ইয়াৰ উপৰিও সিহঁতে ইয়াকে কয় নে, এই কথাবোৰ তেওঁ[২৪] নিজেই সাজি লৈছে ? তুমি কোৱাঁ, মই যদি মিছা সাজিছোঁ তাৰ দোষ মোৰ ওপৰত, আৰু তোমালোকে যি দোষ কৰিছা তাৰ নিমিত্তে মই দায়ী নহওঁ।

---

২০। কোৰানৰ বহু ঠাইত 'খাইৰ' শব্দৰ অৰ্থ ধন সম্পত্তি লোৱা হৈছে। তেওঁলোক আজি তোমালোকৰ চকুত হীন আৰু দৰিদ্ৰ, কিন্তু কাইলৈ যে তেওঁলোকক আল্লাই ধনী, সম্পত্তিশালী নকৰিব কোনে কব পাৰে ?

২১। আল্লাৰ প্ৰেম আৰু ধৰ্ম্মৰ প্ৰতি অনুৰাগ।

২২। শাস্তি দিয়া বা নিদিয়া আল্লাৰ ইচ্ছা ; আল্লা আমাৰ ইচ্ছাৰ অধীন নহয়।

২৩। কিছুমানে অৰ্থ লৈছে 'পথভ্ৰান্ত কৰিবলৈ'। কিন্তু আল্লাই কাকো পথভ্ৰান্ত নকৰে ; মানুহ যদি পথভ্ৰান্ত হয় নিজ হৃদঠালি আৰু দাম্ভিকভাৰ গুণে।

২৪। কিছুমানে কয়, ইয়াত হজ্‌ৰত মহম্মদ ( ছ ) আৰু কোৰান সম্বন্ধে কোৱা হৈছে, হজ্‌ৰত নুহৰ ( আ ) সম্বন্ধে নহয়।

## ৰুকু ৪

**আল্লাৰ আদেশ মতে নুহৰ ( আ ) নাও নিৰ্ম্মাণ ; মহাপ্লাবন ; সত্যৰ বিৰোধীবিলাকৰ মৃত্যু আৰু নুহ আৰু তেওঁৰ অনুগামী-সকলৰ অলৌকিকৰূপে সংৰক্ষণ।**

৩৭। আৰু নুহৰ প্ৰতি এই প্ৰত্যাদেশ কৰা হ'ল, তোমাৰ জাতিৰ যিসকলে বিশ্বাস কৰিছে সেই সকলৰ বাহিৰে আনবিলাকে কেতিয়াও বিশ্বাস নকৰে ; গতিকে সিহঁতে যেনে কাৰ্য্য কৰিব ধৰিছে তাৰ বাবে তুমি বেজাৰ নকৰিবা।

৩৮। আৰু তুমি আমাৰ চকুৰ আগতে আৰু আমাৰ আদেশ মতে[২৫] এখন নাও সাজিব ধৰা, আৰু যিবিলাকে অন্যায় কৰিছে সেইবিলাকৰ হৈ মোৰ আগত নাখাটিবা ; সিহঁতক নিশ্চয় জল-মগ্ন কৰা হব।

৩৯। আৰু তেওঁ নাও সাজিব ধৰিলে ; আৰু তেওঁৰ জাতিৰ প্ৰধান মানুহবিলাকে তেওঁৰ কাষেদি অহা-যোৱা কৰোঁতে তেওঁকলৈ বিদ্ৰূপ কৰিছিল।[২৬] তেওঁ ইয়াকে কৈছিল, যদি তোমালোকে ( আজি ) আমাকলৈ বিদ্ৰূপ কৰিছা তেন্তে ( এদিন আহিব ধৰিছে যেতিয়া ) আমিও নিশ্চয় তোমালোককলৈ বিদ্ৰূপ কৰিম যিদৰে তোমালোকে বিদ্ৰূপ কৰিছা।

৪০। অদূৰ ভবিষ্যতে তোমালোকে জানিব পাৰিবা, কাৰ ওপৰত এনে শাস্তি পৰিব যি সিহঁতক লাঞ্ছিত কৰিব ; আৰু কাক এনে শাস্তিয়ে আগুৰি ধৰিব যি স্থায়ী।

৪১। অৱশেষত যেতিয়া আমি স্থিৰ কৰা প্লাবনৰ সময় আহিল, আৰু সেই উপত্যকাৰ ( জৰণাসমূহৰ ) পানী উপচি পৰিল[২৭] আমি আদেশ দিলোঁ,

---

২৫। আল্লাৰ ইচ্ছা অনুযায়ী, আৰু নিজ ইচ্ছা আল্লাই প্ৰত্যাদেশ দ্বাৰা প্ৰকাশ কৰে।

২৬। মেচোপটামিয়াৰ সমতল ভূমিত যে জল-প্লাবন হব ই সিহঁতৰ কল্পনাৰ অতীত আছিল। সেইদেখি সিহঁতে নুহক ( আ ) নাও সজা দেখি বিদ্ৰূপ কৰিব ধৰিলে।

২৭। 'তন্নূৰ'ৰ অৰ্থ সম্বন্ধে চোৰা, আ, ম আৰু লেইনৰ অভিধান ( Lane's Lexicon )। ওপৰৰ পৰা অবিৰাম বৰষুণ পৰি আছিল, আৰু টাইগ্ৰিচ্-উপত্যকাৰ জৰণাসমূহৰ পানী উপচি পৰিছিল। চোৰা, ৫৪ : ১২, ১৩।

সকলো[২৮] ( প্ৰয়োজনীয় ) জন্তুৰ দম্পতি এযোৰ এযোৰকৈ নাওখনত তুলি লোৱাঁ, আৰু যাৰ সম্বন্ধে ইতিপূৰ্ব্বে ( আমাৰ ) বাণী প্ৰয়োগ কৰা হৈছে তাক এৰি তোমাৰ ( গোটেই ) পৰিয়ালকো ( তুলি লোৱাঁ ), আৰু সেইবিলাককো যিবিলাকে বিশ্বাস কৰিছে ; আৰু অলপ কিছুমানৰ[২৯] বাহিৰে তেওঁৰ সৈতে কেও বিশ্বাস কৰা নাছিল।

৪২। আৰু তেওঁ কলে, এই নাওখনত তোমালোক উঠা ; আল্লাৰ নামতে ইয়াৰ যাত্ৰা আৰু ইয়াৰ ঠায়ৰ ; মোৰ প্ৰভু নিশ্চয় শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।

৪৩। আৰু সেই নাওখন তেওঁলোকক লৈ পৰ্ব্বতৰ অনুৰূপ ওখ ঢৌৰ ওপৰেদি ওপঙি যাব ধৰিল। আৰু নুহে নিজৰ পুতেকক, যি নিলগতে বৈ আছিল, চিঞৰি মাতিলে, হে মোৰ মৰমৰ পুত্ৰ, তুমিয়ো আমাৰ লগতে উঠি লোৱাঁ, আৰু অবিশ্বাসীবিলাকৰ লগ নালাগিবা।

৪৪। সি কলে, মই এনে এটা পৰ্ব্বতৰ আশ্ৰয় ল'মগৈ যি বানপানীৰ পৰা মোক ৰক্ষা কৰিব।[৩০] তেওঁ কলে, যাৰ প্ৰতি আল্লাই কৃপা কৰে ( সিহে ৰক্ষা পাব ) ; আজিৰ দিনা আল্লাই স্থিৰ কৰা শাস্তিৰ পৰা ৰক্ষা কৰোঁতা কেও নাই। সেই মুহূৰ্ত্ততে উভয়ৰ মাজতে এটা ঢৌ উঠি আহিল, আৰু সি সেইবিলাকৰ মাজৰ হ'ল যি বুৰি মাৰিছিল।

৪৫। আৰু ( পিছত ) আদেশ দিয়া হ'ল, হে পৃথিবী, তুমি নিজৰ পানী গিলি পেলোৱাঁ ; আৰু হে আকাশ, তুমিও ক্ষান্ত হোৱাঁ। অৱশেষত পানী লাহে লাহে কম হব ধৰিল ; আৰু আল্লাই স্থিৰ কৰা কাৰ্য্য সম্পন্ন হ'ল ; আৰু নাওখন যুদী পৰ্ব্বতত[৩১] লাগিল গৈ। তেতিয়া ঘোষণা কৰা হ'ল, অন্যায়কাৰী জাতি ( আল্লাৰ কৰুণাৰ পৰা ) আঁতৰ হওক !

---

২৮। পৃথিবীৰ সমগ্ৰ জন্তু বুলি বুজা ভুল। প্লাবন যিখিনি ঠাইত সীমাবদ্ধ আছিল সেইখিনি ঠাইৰ নিতান্ত আৱশ্যকীয় জন্তুকহে বুজাইছে।

২৯। মুঠতে ৮০ জন নাৰী-পুৰুষ নাওত উঠিছিল। তৌৰাতত উল্লেখ আছে, নাওখন দীঘলে ৩০০ হাত আৰু বহলে ৫০ হাত আছিল।

৩০। আৰাৰতৰ সমতল ভূমি বুজাইছে। সেয়ে প্লাবনৰ ঠাই।

৩১। 'মোচল প্ৰদেশত টাইগ্ৰিচ্ নদীৰ পূব কাষে যুদী পৰ্ব্বত অৱস্থিত'—ইয়াকুত। আৰ্মিনীয়া আৰু মেচোপটামীয়া এচৌৰিয়াৰ মাজত যি পৰ্ব্বতমালা আছে তাৰে এখন পৰ্ব্বতৰ নাম যুদী। ইয়াৰ কাষতে কুৰ্দ্জাতীয়ে বসতি কৰিছিল। সেইদেখি সেই পৰ্ব্বতৰ

৪৬। আৰু নুহে নিজ প্ৰভুক আহ্বান কৰিলে আৰু কলে, হে মোৰ প্ৰভু, মোৰ পুত্ৰ নিশ্চয় মোৰ পৰিয়ালৰ অন্তৰ্ভুক্ত, আৰু নিশ্চয় তোমাৰ প্ৰতিশ্ৰুতি সত্য, আৰু তুমি সকলো বিচাৰকৰ শ্ৰেষ্ঠ বিচাৰক।

৪৭। তেওঁ কলে, হে নুহ, নিশ্চয় তোমাৰ পৰিয়ালৰ অন্তৰ্ভুক্ত সি নহয়,[৩২] কিয়নো তাৰ ভাগত আছে অসৎকাৰ্য্য ; গতিকে যি বিষয়ে তোমাৰ জ্ঞান নাই সেই বিষয়ে মোক অনুৰোধ নকৰিবা ; মই তোমাক এই উপদেশ দিছোঁ, তুমি যেন অজ্ঞানবিলাকৰ মাজৰ নোহোৱা।

৪৮। তেওঁ কলে, হে মোৰ প্ৰভু, মই তোমাৰেই আশ্ৰয় বিচাৰিছোঁ, যি বিষয়ে মোৰ জ্ঞান নাই সেই বিষয়ে আগলৈ মই যেন তোমাক প্ৰশ্ন নকৰোঁ ;[৩৩] আৰু মোৰ প্ৰতি যদি তুমি ক্ষমা প্ৰদৰ্শন নকৰা, আৰু যদি মোৰ প্ৰতি অনুগ্ৰহ নকৰা মই সেইবিলাকৰ মাজৰ হম যিবিলাক ক্ষতিগ্ৰস্ত।

৪৯। আদেশ দিয়া হল, হে নুহ, এতিয়া নাৱৰ পৰা তুমি নামি যোৱাঁ, তোমাৰ প্ৰতি আৰু তোমাৰ লগৰ লোকসকলৰ প্ৰতি আমাৰ শান্তি আৰু বহু আশীৰ্ব্বাদে[৩৪] সৈতে ; আৰু কিছুমান লোক[৩৫] আছে যিবিলাকক আমি ভবিষ্যতে সম্বল দান কৰিম ; তাৰ পিছত সিহঁতকো আমাৰ ফালৰ পৰা যন্ত্ৰণাদায়ক শাস্তিয়ে স্পৰ্শ কৰিব।

---

নাম 'কুৰ্দী' বা 'কুদী' বা যুদী হল। গ্ৰীকবিলাকে তাক গৰ্ডিয়াই (Gurdeii) কৈছিল। মেচপটামীয়াৰ বুৰঞ্জীত লিখা আছে, নুহৰ নাওখন আৰাৰাট পৰ্ব্বতত লগা নাছিল, যুদী পৰ্ব্বততহে লাগিছিল। চোৱাঁ, Encyclopaedia of Islam, প্ৰথম খণ্ড, পৃঃ ১০৫৯।

৩২। ইয়াৰ পৰা ভালকৈ বুজিব পাৰি, আল্লাৰ চকুত ৰক্তৰ সম্বন্ধৰ কোনো মূল্য নাই। নবীৰ লৰা হলেই যে পৰিত্ৰাণ পাব তাৰ কোনো অৰ্থ নাই ; সৎকৰ্ম্মী হৈ আল্লাৰ বাধ্য হোৱা হে পৰিত্ৰাণৰ একমাত্ৰ উপায়।

৩৩। ছুফীসকলে লিখিছে, যথাৰ্থ অনুতাপ (তৌবা) হৈছে আল্লাৰ আশ্ৰয় বিচাৰা, আৰু তেওঁৰেই কৃপা আৰু ক্ষমা ভিক্ষা কৰা।

৩৪। নুহে (আ) নিজৰ দোষ স্বীকাৰ কৰি আল্লাৰ ক্ষমা প্ৰাৰ্থনা কৰিলে। সেই দেখি আল্লাই তেওঁক শান্তি আৰু আশীৰ্ব্বাদ দান কৰিলে।

৩৫। প্লাৱনৰ পাছত সেই দেশত মানুহে আকৌ খেতি-বাতি কৰিব, আৰু ধন আৰ্জি সুখ-স্বচ্ছন্দতা লাভ কৰিব। প্লাৱনৰ পৰা শিকনি নলৈ সিহঁত যদি অবাধ্য হয়, সিহঁতেও শাস্তি ভোগ কৰিব।

৫০। এইবিলাক হৈছে নেদেখা ঘটনাৰ কিছু বিবৰণ; তাকে ( হে মহম্মদ, ) তোমাৰ প্ৰতি আমি প্ৰত্যাদেশ কৰি প্ৰকাশ কৰিছোঁ; ইয়াৰ পূৰ্ব্বে এই বাতৰি তুমি জনা নাছিলা আৰু তোমাৰ জাতিয়েও জনা নাছিল; গতিকে তুমি ধৈৰ্য্য ধৰি থাকাঁ; ইয়াত কোনো সন্দেহ নাই, ধৰ্ম্মপৰায়ণ-সকলৰ নিমিত্তে আছে উত্তম পৰিণাম।

## ৰুকু ৫

হজ্ৰত হুদৰ ( আ ) ধৰ্মপ্ৰচাৰ; তেওঁৰ উপদেশ প্ৰত্যাখ্যান কৰোঁতাবিলাকৰ সংহাৰ; হুদ ( আ ) আৰু তেওঁৰ অনুগামীসকল শাস্তিৰ পৰা নিৰাপদ।

৫১। আৰু 'আদ জাতিৰ[৩৬] প্ৰতি হুদক ( আমি প্ৰেৰণ কৰিলোঁ ); তেওঁ সিহঁতৰ ভাই-ককায়েকৰ মাজৰেই এজন আছিল। তেওঁ কলে, হে মোৰ জাতি, তোমালোকে আল্লাৰেই আৰাধনা কৰাঁ; তেওঁৰ বাহিৰে তোমালোকৰ নিমিত্তে আন কোনো উপাস্য নাই; তোমালোকে ( সত্যক এৰি ) কেৱল মিছা সাজিব ধৰিছা।

৫২। হে মোৰ জাতি, মই এই উপদেশ দিয়াৰ কাৰণে তোমালোকৰ পৰা কোনো প্ৰতিদান বিচৰা নাই; যিজনে মোক সৃজন কৰিছে সেইজনৰ ওচৰতহে আছে মোৰ প্ৰতিদান; তোমালোকে বুজা নে?

৫৩। আৰু হে মোৰ জাতি, তোমালোকে নিজ প্ৰভুৰ পৰা ক্ষমা ভিক্ষা কৰাঁ আৰু তেওঁৰ আগত অনুতাপ কৰাঁ। তোমালোকৰ নিমিত্তে ( তেতিয়া ) তেওঁ ধাৰাষাৰে বৰষুণ দিয়া মেঘ[৩৭] পঠাব, আৰু তোমালোকৰ শক্তিৰ

---

৩৬। 'আদজাতি ইয়মন্ দেশতে প্ৰধানকৈ বাস কৰিছিল। এই জাতিকেই কোৰানত 'আদে এৰম্ নাম কৰা হৈছে; চোৱাঁ, ৮৯ : ৯। সিহঁতৰ ৰাজত্ব, ৫০০ খৃঃ পূঃ পৰ্য্যন্ত চলি আহিছিল। আৰু এক সময়ত মেচপটেমীয়া পেলেষ্টাইন, চীৰিয়া, আৰু কেলডীয়াও 'আদ-জাতিৰেই অধীন আছিল। চোৱাঁ, ৭ : ৬৬; ১১ : ৫১।

৩৭। 'আদজাতিৰ বেছিভাগ মানুহে খেতি-বাতি কৰিছিল, আৰু সেই দেশত পানীৰ অভাৱ হলেই দুৰ্ভিক্ষই দেখা দিছিল। যদি সিহঁত আল্লাৰ বাধ্য হৈ থাকে, আল্লাই পানী প্ৰচুৰ পৰিমাণে পঠাব আৰু সিহঁতক এটা সমৃদ্ধিশালী জাতি কৰি তুলিব।

ওপৰত তোমালোকৰ আৰু শক্তি বৃদ্ধি কৰিব ; কিন্তু তোমালোক অপৰাধী হৈ ( তেওঁৰ পৰা ) বিমুখ নহবা।

৫৪। সিহঁতে কলে, হে হুদ, তুমি আমাৰ ওচৰলৈ প্ৰত্যক্ষ প্ৰমাণ লৈ অহা নাই ; গতিকে তোমাৰ কোৱা কথাত আমি আমাৰ উপাস্যসকলক পৰিত্যাগ কৰিব নোৱাৰোঁ ; আৰু তোমাত আমি ( কোনো মতেই ) বিশ্বাস স্থাপন নকৰোঁ।

৫৫। আমাৰ উক্তি এয়ে মাথোন, আমাৰে দেৱতাসকলৰ কোনো এজনে অহিতৰ[৩৮] এনে অৱস্থাত তোমাক পেলাইছে। তেওঁ কলে, মই নিশ্চয় আল্লাকেই সাক্ষী মানিছোঁ, আৰু তোমালোকো সাক্ষী থাকিবা, ইয়াৰ বাবে দায়ী মই নহওঁ যে তোমালোকে অইনক আল্লাৰ সমানে উপাস্য পাতিছা—

৫৬। আল্লাত ভিন্ন ; গতিকে তোমালোক সকলোৱে একেলগ হৈ মোৰ বিৰুদ্ধে অভিসন্ধি পাতি থাকা, আৰু মোক ( অলপো ) অৱসৰ নিদিবা।

৫৭। বাস্তৱতে যিজন আল্লা মোৰ প্ৰতিপালক আৰু তোমালোকৰো প্ৰতিপালক সেইজনৰ ওপৰতেই মই নিৰ্ভৰ কৰি আছোঁ।[৩৯] এনে কোনো বিচৰণ কৰা প্ৰাণী নাই যাৰ মূৰ ধৰি ( নিজ ক্ষমতাৰ অধীন কৰি ) তেওঁ ৰাখি থোৱা নাই। নিশ্চয় মোৰ প্ৰভু ন্যায়-পথত[৪০] বিৰাজমান।

৫৮। ইয়াৰ পাছতো যদি তোমালোক পৰাঙ্মুখ হোৱা, তেন্তে ( জানি থোৱা ) তোমালোকক যি সংবাদ দিবলৈ মোক প্ৰেৰণ কৰা হৈছিল সেই সংবাদ মই তোমালোকক দিলোঁ ; আৰু ( তাকে অগ্ৰাহ্য কৰাৰ বাবে ) তোমালোকৰ ঠাইত মোৰ প্ৰভুৱে অইন এটা জাতিক প্ৰতিষ্ঠিত কৰিব।[৪১] তোমালোকে

---

৩৮। তোমাৰ প্ৰতি অসন্তুষ্ট হৈ তোমাক জ্ঞানহীন কৰিছে, তোমাক দুৰ্দশাত পেলাইছে, বা তোমাক উন্মাদিত কৰিছে।

৩৯। নবীসকলে আৰ্থিক শক্তিৰ ওপৰত নিৰ্ভৰ নকৰে। আল্লাই তেওঁলোকক প্ৰেৰণ কৰিছে, আৰু তেৱেঁই তেওঁলোকক সকলো বিপদৰ পৰা ৰক্ষা কৰোঁতা। হজ্ৰত হুদে (আ) কি বিস্ময়কৰ সাহেৰে সত্য ঘোষণা কৰিছে !

৪০। পোন বাট হৈছে ন্যায়ৰ বাট। আল্লাই হজ্ৰত মহম্মদকো ( দ ) সম্বোধন কৰি কৈছে, 'কোনো সন্দেহ নাই, তুমি পোন বাটত আছা'।—৩৬ : ৫ আৰম্ভণি চুৰাতো আল্লাই আমাক এই প্ৰাৰ্থনা কৰিবলৈ শিকাইছে—হে আল্লা, তুমি আমাক পোন বাটেদি লৈ যোৱা।

৪১। মই সত্য গ্ৰহণ কৰিবলৈ তোমালোকক যথেষ্ট সুযোগ দিছোঁ। তাকে যদি তোমালোকে অগ্ৰাহ্য কৰা, আল্লাই পৃথিবীৰ পৰা তোমালোকৰ ঠাইত আন এটা

তেওঁৰ অকনো অনিষ্ট কৰিব নোৱাৰা; বাস্তৱতে মোৰ প্ৰভু সকলো বস্তুৰেই সংৰক্ষক।

৫৯। আৰু যেতিয়া আমাৰ ( সেই স্থিৰ কৰা ) শাস্তি পালেহি, আমি নিজ কৰুণা দ্বাৰা হুদক ৰক্ষা কৰিলোঁ, আৰু তেওঁৰ লগতে সেইসকলকো যিসকলে ( সত্যত ) বিশ্বাস কৰিছিল; আৰু তেওঁলোকক আমি কঠোৰ শাস্তিৰ পৰা ৰক্ষা কৰিলোঁ।

৬০। আৰু এনে জাতি আছিল ’আদ,—সিহঁতে নিজ প্ৰভুৰ নিদৰ্শন-সমূহ অস্বীকাৰ কৰিছিল, আৰু সিহঁতলৈ অহা ৰচুলসকলৰ অবাধ্য হৈছিল, আৰু সিহঁত প্ৰত্যেক অহঙ্কাৰী বিৰুদ্ধাচাৰীৰ আজ্ঞাবহে অনুবৰ্ত্তী হৈছিল।

৬১। আৰু ( সেই কাৰণে ) অভিশাপক সিহঁতৰ অনুগমন কৰিব দিয়া হ’ল[৪২] এই পৃথিবীত আৰু পুনৰুত্থানৰ দিনতো; চোৱাঁ ’আদজাতি নিজ প্ৰভুৰ কেনে অবিশ্বাসী হৈছিল! সাৱধান, হুদৰ জাতি ’আদৰ প্ৰতি আল্লাৰ অভিশাপ!

## ৰুকু ৬

হজ্ৰত স্বালেহৰ ধৰ্ম্মপ্ৰচাৰ; স্বালেহৰ উটজনী আল্লাৰ নিদৰ্শন; অন্যায়কাৰীবিলাক আল্লাৰ শাস্তি-ভাজন।

৬২। আৰু ( আমি প্ৰেৰণ কৰিছিলোঁ ) ছমুদজাতিৰ[৪৩] প্ৰতি স্বালেহক; তেওঁ সিহঁতৰ ভাই-ককাইৰ মাজৰে এজন আছিল; তেওঁ কলে, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ; তেওঁত ভিন্ন তোমালোকৰ আন কোনো উপাস্য নাই; তেৱেঁই তোমালোকক মাটিৰ পৰা সৃজন কৰিছে, আৰু সেই মাটিতেই ( পৃথিবীতেই ) তোমালোকক বসতি কৰিবলৈ দিলে; গতিকে তোমালোকে

---

জাতিক প্ৰতিষ্ঠিত কৰিব; আৰু সেই জাতিয়ে সত্যৰ পথ অৱলম্বন কৰি মোৰ সন্তুষ্টি লাভ কৰিব।

৪২। সিহঁত আল্লাৰ কৰুণা আৰু আশীৰ্ব্বাদৰ পৰা বঞ্চিত হ’ল। সকলো নবীয়ে এই শিক্ষা দি আহিছে, যিবিলাক সত্য আৰু ধৰ্ম্মৰ বিৰুদ্ধে থিয় দিয়ে সেইবিলাকৰ কোনো চেষ্টা সফল নহয়, আৰু শেহত সিহঁত আল্লাৰ ক্ৰোধৰ যোগ্য হয়।

৪৩। ছমুদজাতি ’আদজাতিৰেই এটা ঠাল। সিহঁতে আহ্‌কাফৰ দক্ষিণত বাসৰ কৰিছিল। হিম্‌য়াৰ আৰু চবাই যেতিয়া ইয়মন্ জয় কৰিলে, ছমুদজাতি প্ৰথমতে হেযাজলৈ গ’ল; তাৰ পৰা তেহামালৈ গৈ এখন ৰাজ্য স্থাপিত কৰিলে। আল্‌হিব্‌ৰ নগৰত ৰাজধানী পাতিলে। মদিনা আৰু তবুকৰ মাজত এই নগৰখন অৱস্থিত।

তেওঁৰ ক্ষমা প্ৰাৰ্থনা কৰা ; আৰু তেওঁৰ আগত অনুতাপ কৰা ; নিশ্চয় মোৰ প্ৰভু আছে ( প্ৰত্যেকৰেই ) ওচৰত, ( তেৱেঁই ) প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ দিওঁতা।

৬৩। সিহঁতে কলে হে স্বালেহ, স্বৰূপতে ইয়াৰ পূৰ্ব্বে তুমি আমাৰ মাজত সকলোৰে আশা-ভৰসাৰ স্থল[৪৪] আছিলা, অথচ আমাৰ পূৰ্ব্বপুৰুষহঁতে যি উপাস্য-বিলাকৰ পূজা কৰি আহিছে সেইবিলাকৰ পূজা কৰিবলৈ তুমিয়ে নিষেধ কৰিছা। আৰু বাস্তৱতে যি কথাৰ ফালে তুমি আমাক আহ্বান কৰিছা তাৰ বিষয়ে আমি সন্দেহত পৰি অস্থিৰ হৈ আছোঁ।

৬৪। তেওঁ কলে, হে মোৰ জাতি, তোমালোকে ভাবি চোৱা নাইনে, মই মোৰ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত থিয় দি আছোঁ, আৰু তেওঁ নিজ কাষৰ পৰা মোক কৰুণা দান কৰিছে , এনে অৱস্থাতো যদি মই তেওঁৰ অবাধ্য হওঁ,[৪৫] তেন্তে মোক তেওঁৰ বিৰুদ্ধে কোনে সহায় কৰিব পাৰে ? তেনে অৱস্থাত তোমালোকে মোৰ ক্ষতিৰ ভাগহে বৃদ্ধি কৰিবা ।

৬৫। আৰু হে মোৰ জাতি, আল্লাৰ ( নামত এৰি দিয়া ) এই উটজনী তোমালোকৰ নিমিত্তে ( আল্লাৰ ) নিদৰ্শন স্বৰূপ ; গতিকে তাইক এৰি দিয়াঁ। যাতে তাই আল্লাৰ পৃথিৱীত চৰি ফুৰে,[৪৬] আৰু কোনো প্ৰকাৰ কষ্ট দিবৰ অৰ্থে তাইক স্পৰ্শ নকৰিবা ; যদি তাকে কৰা তেন্তে অবিলম্বে ( আল্লাৰ ) শাস্তিয়ে তোমালোকক আহি ধৰিব ।

৬৬। তথাপি সিহঁতে তাইৰ ভৰিৰ শিৰ কাটি পেলালে ;[৪৭] তেতিয়া তেওঁ ক'লে, তোমালোকে নিজৰ ঘৰতে তিনি দিনলৈ ( সুখেৰে ) থাইবৈ থাকা ; ( শাস্তিৰ ) এই অঙ্গীকাৰ কেতিয়াও মিছা হব নোৱাৰে ।

---

৪৪। সকলো নবীৰ একেই অৱস্থা। তেওঁলোকক সকলোৱে চিনে, জানে, আৰু সন্মান কৰায় ; কিন্তু নতুন সত্য প্ৰচাৰ কৰাৰ লগে লগে সকলোৱে তেওঁলোকৰ কামত বাধা-বিঘিনি জন্মায় ।

৪৫। চোৱা এই চুৰাৰে আঃ ২৯। নুহৰ ( আ ) দৰে স্বালেহেও ( আ ) প্ৰত্যক্ষ প্ৰমাণ আৰু আল্লাৰ কৰুণাৰ ওপৰতেই নিৰ্ভৰ কৰিছিল ।

৪৬। হজৰত স্বালেহে সেই উটজনীৰ নিমিত্তে বেলেগ চৰণীয়া ঠাই নিৰ্দ্দিষ্ট কৰি দিছিল, যাতে সিহঁতৰ লৈতে কোনো বিবাদৰ সৃষ্টি নহয়। সেই তোপৰ ঠাইৰ নাম আছিল 'কদমুন্-নাকা'।

৪৭। অৰ্থাৎ তিনি দিনৰ অৱসৰ সিহঁতক দিয়া হ'ল, যাতে সিহঁতে চিন্তা কৰে, আৰু অনুশোচন কৰিবলৈ সুযোগ পায় ।

৬৭। পিছত যেতিয়া আমাৰ (স্থিৰ কৰা) শাস্তি পালেহি, আমি নিজ করুণা দ্বাৰা (স্বালেহক) উদ্ধাৰ কৰিলোঁ, আৰু তেওঁৰ লগতে সেইসকলকো যিসকলে (সত্যত) বিশ্বাস স্থাপন কৰিছিল; আৰু সেই দিনৰ লাঞ্ছনাৰ পৰাও (ৰক্ষা কৰিলোঁ); নিশ্চয় তোমাৰ প্ৰভু শক্তিশালী, পৰাক্ৰান্ত।

৬৮। আৰু যিবিলাকে অন্যায় কৰিছিল সিহঁতক ভীষণ গুম্-গুমনিয়ে[৪৮] ধৰিলে। তেতিয়া সিহঁতে নিজৰ ঘৰতে উবুৰি খাই পৰি থাকিল—

৬৯। (এনে ভাৱে) যেন কেতিয়াও তাত সিহঁত বাস কৰায়ে নাছিল। চোৱাঁ, ছমুদ জাতি নিশ্চয় নিজ প্ৰভুৰ অবিশ্বাসী হৈছিল; সাৱধান! ছমুদ জাতিৰ প্ৰতি (আল্লাৰ) অভিশাপ!

## ৰুকু ৭

হজ্‌ৰত লুতৰ (আ) আখ্যান; অন্যায়কাৰীবিলাক আল্লাৰ শাস্তিৰ ভাজন;
হজ্‌ৰত মহম্মদৰ (স্ব) শত্ৰুদলৰ নিমিত্তে ইয়াত আছে শিকনি।

৭০। আৰু স্বৰূপতে আমাৰ দূতসকল[৪৯] ইব্ৰাহিমৰ ওচৰলৈ আনন্দৰ সংবাদ লৈ আহিল; তেওঁলোকে কলে, শান্তি হওক (তোমাৰ প্ৰতি)! তেওঁ কলে, (তোমালোকৰ প্ৰতিও শান্তি হওক!) আৰু ততালিকে এটা ভজা দামুৰি[৫০] আনি আগ বঢ়ালে।

৭১। পিছত যেতিয়া তেওঁ দেখিলে তেওঁলোকে খাদ্যৰ পিনে হাত নেমেলে, তেতিয়া তেওঁলোক নো কোন সেই বিষয়ে তেওঁৰ মনত সন্দেহ হ'ল, আৰু

---

৪৮। ভূমিকম্পৰ গুমগুমনি। এই প্ৰকাৰ শাস্তিৰ কথা কোৰানৰ আৰু ছয় ঠাইত আছে ৭ : ৭৯; ২৬ : ১৫৯; ২৭ : ৫২; ৫৯ : ৪৫; ৬৯ : ৬; আৰু ৯১ : ১৫।

৪৯। আল্লাৰ ফিৰিশ্‌তাসকলে ইব্ৰাহিমলৈ ইচ্‌হাকৰ জন্মৰ আনন্দ-বাৰ্ত্তা আনিছিল। হজ্‌ৰত ইব্ৰাহিম (আ) কেল্‌ডীয়াৰ ওৰ্‌ নগৰৰ পৰা আহি চিদম্ নগৰত বসতি কৰিছিল। তেওঁৰ লগত আছিল তেওঁৰ ভতিজায়েক লুত (আ)। পেলেষ্টাইনৰ মোআব আৰু আমন্ জাতিৰ উৎপত্তি তেওঁৰে পৰা। পেলেষ্টাইনত ইয়াকুবৰ (হজ্‌ৰত ইচ্‌হাকৰ পুতেক) বংশধৰে অৰ্থাৎ বনি-ইস্ৰাইলে ৰাজত্ব কৰিব; এই সুসংবাদ ইচ্‌হাকৰ জন্মৰ সংবাদত নিহিত আছিল। যিজাতি হজ্‌ৰত লুতৰ অবাধ্য হৈছিল সিহঁতৰ দুয়ো নগৰ চিদম্ আৰু গমৰা ধ্বংস হ'ল। তাৰো সংবাদ ফিৰিশ্‌তাবিলাকে দিছিল।

তেওঁলোকৰ সম্বন্ধে তেওঁৰ মনত আশঙ্কা[৫১] জন্মিল। তেওঁলোকে কলে, তুমি ভয় নকৰিবা; বাস্তৱতে আমাক পঠোৱা হৈছে লুতৰ জাতিলৈ।

৭২। আৰু তেওঁৰ পত্নীয়ে থিয় দি (এই কথাবোৰ শুনি) আছিল, তেওঁ হাঁহিলে। তাৰ পিছত আমি তেওঁক ইচ্‌হাকৰ জন্ম সম্বন্ধে আৰু ইচ্‌হাকৰ পাছত ইয়াকুবৰ আগমন সম্বন্ধে শুভসংবাদ দিলোঁ।

৭৩। তেওঁ কলে, কি আচৰিত কথা! মোৰ সন্তান কেনেকৈ হব?[৫২] মই যে বৃদ্ধা আৰু মোৰ স্বামীজনো বৃদ্ধ, নিশ্চয়ই এটা অতি আচৰিত কথা।

৭৪। তেওঁলোকে কলে, কি! আল্লাৰ কাৰ্য্য সম্বন্ধে বিস্মিত হৈছা নে? হেৰা এই ঘৰৰ পৰিয়াল! আল্লাৰ করুণা আৰু তেওঁৰ বহু আশীৰ্ব্বাদ তোমালোকৰ প্ৰতি হওক। নিশ্চয় তেৱেঁই সকলো প্ৰশংসাৰ যোগ্য, অতি মহান।

৭৫। পিছত যেতিয়া ইব্ৰাহিমৰ (মনৰ) পৰা ভয় দূৰ হল, আৰু তেওঁলৈ (আমাৰ) শুভ-সংবাদ[৫৩] আহিল, তেতিয়া তেওঁ লুতৰ জাতিৰ পক্ষে আমাৰ ওচৰত বৰকৈ খাটিব ধৰিলে।

৭৬। কোনো সন্দেহ নাই ইব্ৰাহিম আছিল ধৈৰ্য্য ধাৰণ কৰোঁতা, কোমল অন্তঃকৰণৰ, (আল্লাৰ ফালে) বিনীত ভাৱে বাৰে বাৰে ঘূৰি আহোঁতা।

৭৭। হে ইব্ৰাহিম, সিইতৰহৈ আৰু খাটিবলৈ এৰি দিয়াঁ; স্বৰূপতে তোমাৰ প্ৰভুৰ আদেশ (পূৰ্ণ হবৰ সময) পালেহি; আৰু নিশ্চয় সিইতৰ ওপৰত এনে শাস্তি পৰিব যি অনিবাৰ্য্য।

৭৮। আৰু আমাৰ দূতসকল লুতৰ ওচৰলৈ আহিলত তেওঁ দুখ কৰিলে; আৰু তেওঁলোকক ৰক্ষা কৰিবৰ ক্ষমতা তেওঁৰ নাই ভাবি[৫৪] তেওঁ কলে, আজি (বিপদৰ) কি কঠিন দিন।

---

৫০। ইব্ৰাহিম (আ) অতিথিসেৱাৰ নিমিত্তে বিখ্যাত। ঘৰত দামুৰিৰ ভজা মঙহ আছিল; তাকে আনি তেওঁলোকক খাবলৈ দিলে।

৫১। জানোচা তেওঁলোকে আল্লাৰ শাস্তিৰ সংবাদ অনা ফিৰিশ্‌তা, এই ভয় হৈছিল।

৫২। ইয়াৰ পূৰ্ব্বে চাৰাৰ কোনো সন্তান হোৱা নাই। এতিয়া তেওঁৰ সন্তান হোৱাৰ বয়সো নাছিল। কিন্তু আল্লাৰ বাণী পূৰ্ণ হবই। অন্য পত্নী হাযিৰাৰ গৰ্ভৰ পৰা হজ্‌ৰত ইস্মাইলৰ জন্ম হয়। তেওঁৰ পৰাই হজ্‌ৰত মহম্মদৰ (স) বংশৰ উৎপত্তি। এওঁলোকক (বনি ইস্মাইল) বোলে।

৫৩। চোৱা ওপৰৰ টী ৪১।

৫৪। এইদিনে ছিদম্ আৰু গমৰা আৰু আনদিনে ইলাম আৰু জোয়েমৰ মাজত

৭৯। আৰু তেওঁৰ জাতিৰ লোকবিলাক (উত্তেজিত হৈ) তেওঁৰ ওচৰলৈ দম্‌দমাই লৰি আহিলে;[৫৫] আৰু পূৰ্ব্বৰে পৰা সিহঁতে অসৎ কাৰ্য্য কৰি আহিছিল। তেওঁ কলে, হে মোৰ জাতি, এইবিলাক মোৰেই কন্যা,[৫৬] এই-বিলাকেই তোমালোকৰ নিমিত্তে অধিক পবিত্ৰ; গতিকে আল্লালৈ ভয় ৰাখাঁ, আৰু মোৰ আলহীসকলৰ কাৰণে মোক লাঞ্ছিত নকৰিবা; তোমালোকৰ মাজত ন্যায়নিষ্ঠ মানুহ এজনো নাই নে?

৮০। সিহঁতে কলে, স্বৰূপতে তুমি জানিবলৈ পাইছা, তোমাৰ কন্যাসকলৰ ওপৰত আমাৰ কোনো অধিকাৰ নাই; আৰু আমি কি ইচ্ছা কৰিছোঁ[৫৭] তাকো তুমি নিশ্চিতকৈ জানা।

৮১। তেওঁ কলে, হায়! তোমালোকক প্ৰতিৰোধ কৰিবলৈ মোৰ শক্তি থকাহেতেন! নাইবা এজন শক্তিশালী ব্যক্তিৰ সহায় লব পৰাহেতেন!

৮২। সেই দূতবিলাকে কলে, হে লুত, আমি কেইজন তোমাৰ প্ৰভুৱে পঠোৱা দূত;[৫৮] সিহঁতে কেতিয়াও তোমাৰ ওচৰ চাপিব নোৱাৰে; গতিকে নিশা থাকোঁতেই (কোনো সময়ত) নিজ পৰিয়ালক লৈ ওলাই যোৱাঁ; আৰু (চোৱাঁ) তোমালোকৰ এজনেও যেন ইফালে সিফালে মন নকৰে—তোমাৰ পত্নী ভিন্ন, কিয়নো যি বিপদ সিহঁতৰ ওপৰত পৰিব সেই বিপদ নিশ্চয় তেওঁৰ ওপৰতো পৰিব, বাস্তৱতে ৰাতি পুৱাৰ সময় হৈছে, সিহঁতৰ (শাস্তিৰ) প্ৰতিশ্ৰুত সময়; (আৰু) পুৱাৰ সময় নিচেই ওচৰতে নহয় নে?

৮৩। পিছত যেতিয়া আমাৰ আদেশ (পূৰ্ণ হবৰ নিৰ্দ্ধাৰিত সময়)

---

যুদ্ধ চলিছিল। শত্ৰুৱে লুতক (আ.) ধৰি লৈ যায়। পাছত ইব্ৰাহিমে (আ) মানুহ কিছুমান লগত লৈ গৈ তেওঁক উদ্ধাৰ কৰি আনে।

৫৫। সিহঁত শত্ৰুৰ দলৰ লোক বুলি সিহঁতে খণ্ডত আক্ৰমণ কৰিবলৈ উদ্যত হ'ল।

৫৬। বহুতে নানা অৰ্থ কৰিছে। আমাৰ মতে সঠিক অৰ্থ হৈছে, লুতে (আ) সিহঁতক কলে, তোমালোকৰ শত্ৰুপক্ষৰ লগত মোৰ কোনো সম্বন্ধ নাই। তোমালোকে এই অভিযোগৰ প্ৰমাণ আনা; আৰু সেতিয়ালৈকে মোৰ কন্যা দুজনীক পণ স্বৰূপ ৰাখাঁ। লুতৰ (আ) পাঁচজনী জীয়েক আছিল। তাৰে তিনিজনীৰ বিয়া চিদমতে দিয়া হৈছিল; অবিবাহিতা দুজনী ঘৰতে আছিল (বা আদি, ১৯: ১৪)। কিছুমানৰ মতে স্বজাতিৰ সকলো ছোৱালীকে বুজাইছে, অৰ্থাৎ সেইবিলাকো মোৰেই কন্যা।

৫৭। অস্বাভাৱিক কৰ্ম।

৫৮। *আল্লাই পঠোৱা ফিৰিশ্‌তা;*

আছিল, আমি সেই নগৰখন ( ভূমিকম্প দ্বাৰা ) তল-ওপৰ কৰি লুটিয়াই দিলোঁ ; আৰু তাৰে ওপৰত আমি টান শিলৰ বৰষুণ পেলালোঁ,[৫৯] ঠাক্ ঠাক্ কৰি।

৮৪। সেইবিলাক শিল তোমাৰ প্ৰভুৰ মীমাংসা মতে ( এই দিনৰ শাস্তিৰ কাৰণে ) স্থিৰ কৰি থোৱা হৈছিল ; আৰু এই শাস্তিৰ ঠাই ( মক্কাৰ ) অন্যায়কাৰীবিলাকৰ পৰা দূৰ নহয়।[৬০]

## ৰুকু ৮

হজ্ৰত খোআইবৰ ধৰ্ম্ম-প্ৰচাৰ ; মদ্য়ন জাতিৰ দাম্ভিকতা আৰু অন্যায়াচৰণ ; সিহঁতৰ পতন আৰু সংহাৰ।

৮৫। আৰু মদ্য়ন্[৬১] জাতিলৈ ( আমি প্ৰেৰণ কৰিছিলোঁ ) সিহঁতৰ ভাই-ককাইৰে মাজৰ খো'আইব নামে একজনক। তেওঁ ক'লে, হে মোৰ জাতি, আল্লাৰেই আৰাধনা কৰাঁ ; তোমালোকৰ নিমিত্তে তেওঁৰ বাহিৰে আন কোনো উপাস্য নাই ; আৰু ( বেপাৰ কৰোঁতে ) মাপ জোখ আৰু ওজন কম নকৰিবা ;[৬২] ( আজি ) অৱশ্যে তোমালোকক সমৃদ্ধিশালী দেখিছোঁ ; কিন্তু মই সেই শাস্তিলৈ ভয় কৰিছোঁ যি এদিনা সকলোকে আগুৰি ধৰি তোমালোকৰ ওপৰত পৰিব।

৮৬। আৰু হে মোৰ জাতি, ( বেপাৰ কৰোঁতে ) মাপ-জোখ আৰু ওজন ন্যায়মতে পূৰ্ণ কৰি (বস্তু) বেচিবা ; আৰু লোকক বস্তু দিওঁতে কম নকৰি যি সিহঁতৰ প্ৰাপ্য তাকে দিবা ; আৰু পৃথিবীত অন্যায়াচৰণৰ দ্বাৰা অশান্তি বিস্তাৰ নকৰিবা।

---

৫৯। চোৰা, ৭ : ৮৫, আৰু টীকা। ভীষণ ভূমিকম্পৰ ফলত ওখ ঘৰবোৰ ধৰাশায়ী হ'ল ; ওখ ঠাই তললৈ গ'ল আৰু তলৰ ঠাই ওখ হ'ল। পৰ্ব্বতৰ পৰা ডাঙৰ গধুৰ শিল বাগৰি পৰা ভূমিকম্পৰ এটা স্বাভাৱিক দৃশ্য।

৬০। অৰ্থাৎ হজ্ৰত মহম্মদৰ (দ) শত্ৰুবিলাকে হাত সাৰিব নোৱাৰে। সচাকৈয়ে সত্যৰ প্ৰতিৰোধ কৰোঁতাবিলাকৰ এয়ে পৰিণাম।

৬১। ইব্ৰাহিমৰ তৃতীয়া পত্নী কেতুৰাৰ কালৰ পৰা এজন পুত্ৰৰ জন্ম হয়। তেওঁৰে নাম মদ্য়ন্ ( বা, আদি, ২৫ : ১০ ) ; আৰু সেই নামেৰে তেওঁৰ বংশধৰ জনাজাত হ'ল। লোহিত সাগৰৰ এটা অংশ আৰব আৰু চিনাই উপদ্বীপৰ মাজেদি যায়। তাৰ কাষতে মদ্য়নসকলে বসতি কৰিছিল। সেই ঠাই চিৰীয়া, আফ্ৰিকা আৰু আৰৱদেশৰ বাণিজ্যৰ এটা কেন্দ্ৰ হৈ পৰিছিল ; আৰু মদ্য়ন জাতি প্ৰসিদ্ধ আৰু সমৃদ্ধিশালী হৈ পৰিছিল।

৬২। বেহা-বেপাৰত ধাৰ্ম্মিকতাৰ আৱশ্যকতা খো'আইবে ( আ ) বেছিকৈ বুজাইছিল ; মাপ-জোখত বস্তু কমকৈ দিয়াৰ দোষ মদ্য়নত বিয়পি পৰিছিল। মাজে মাজে সেই জাতিয়ে বাণিজ্যদলক লুট-পাতো কৰিছিল।

৮৭। ( ব্যৱসায়ত ) যিখিনি লাভ আল্লাই দান কৰে তাতেই তোমালোকৰ নিমিত্তে আছে মঙ্গল, যদিহে তোমালোক বিশ্বাসী হোৱা ; আৰু মই তোমালোকৰ সংৰক্ষণৰ ভাৰ লৈ অহা নাই।

৮৮। সিহঁতে কলে, হে শ্বো'আইব, তোমাৰ উপাসনাই তোমাক ( ইয়াকে উপদেশ দিবলৈ ) আদেশ দিছে নে যে আমাৰ পিতৃ-পুৰুষে যিবিলাকৰ পূজা কৰিছিল সেইবিলাকক আমি পৰিত্যাগ কৰোঁ, নাইবা নিজৰ ধন ইচ্ছামতে ব্যয় নকৰোঁ ? নিশ্চয় ( জগতত ) ধৈৰ্য্যশীল, সত্যপৰায়ণ মানুহ অকল এজন তুমিহে ![৬৩]

৮৯। তেওঁ কলে, হে মোৰ জাতি, তোমালোকে ভাবি চোৱা নাইনে, মোৰ প্ৰভুৰ পৰা অহা প্ৰত্যক্ষ প্ৰমাণৰ ওপৰত যদি মই থিয় দিছোঁ,[৬৪] আৰু তেৱেঁই যদি মোক উত্তম জীবিকা প্ৰদান কৰিছে ( তেন্তে মই সত্যৰ ফালে আহ্বান নকৰোঁ কিয় ) ? আৰু মোৰ এনে ইচ্ছা কেতিয়াও হব নোৱাৰে যে যি কুকাৰ্য্য কৰিবলৈ তোমালোকক বাৰণ কৰোঁ, তাকে নিজ কথাৰ বিপৰীত নিজেই কৰিব ধৰোঁ। পাৰ্য্যমানে সংস্কাৰ সাধনৰ বাহিৰে মোৰ কোনো ইচ্ছা নাই ; আৰু (এই কাৰ্য্যত) আল্লাত ভিন্ন মোৰ আন কোনো সহায়ো নাই ; তেওঁৰেই ওপৰত মই নিৰ্ভৰ কৰি আছোঁ, আৰু তেওঁৰেই পিনে বিনীতভাৱে মুখ কৰিছোঁ।

৯০। আৰু হে মোৰ জাতি, মোৰ শত্ৰুতাই যেন তোমালোকক এনে অসৎ কাৰ্য্য কৰিবলৈ প্ৰবৃত্ত নকৰে যাৰ ফলত যেনে বিপদ নুহৰ জাতি বা হুদৰ জাতি নাইবা স্বালেহৰ জাতিৰ ওপৰত পৰিছিল তেনে বিপদ তোমালোকৰ ওপৰতো পৰে ; আৰু লুতৰ জাতিৰ ঘটনা তোমালোকৰ নিমিত্তে বহুকালৰ[৬৫] ঘটনা নহয়।

---

৬৩। ধন-সম্পদৰ গৰ্ব্বত সিহঁতে শ্বো'আইবৰ কথাত কাণ নিদি তেওঁক বিদ্ৰূপ কৰি কৈছিল : তুমি নিজৰ ধৰ্ম লৈ থাকা ; ব্যৱসা-বাণিজ্যৰ নিয়ম আমি ভালকৈ জানো, আমাক শিকাব নালাগে। মাপ-জোখৰ কথা থৈ দিয়া ; পৃথিবীত তুমিহে এজন ধাৰ্ম্মিক পুৰুষ থাকিলা!

৬৪। চোৱা ওপৰৰ আঃ ৬৪। স্বালেহ নবীয়েও ( আ ) একাষাৰ কথা কৈছিল। তেওঁ কৈছিল, তোমালোকৰ ধনৰ প্ৰয়োজন মোৰ নাই ; আল্লাই খাবলৈ-ববলৈ চেৰ দিছে ; আৰু ওজন কম কৰি আৰু লুটপাত কৰি ধন বৃদ্ধি কৰিবৰো হেপাহ মোৰ নাই। যি উপদেশ মই নিজে পালন কৰিব নোৱাৰোঁ তেনে উপদেশ তোমালোকক কিয় দিম ?

৬৫। হজ্‌ৰত লুতৰ ( আ ) পাছতেই হজ্‌ৰত শ্বো'আইবৰ আগমন। বহুকালৰ পিছতহে হজ্‌ৰত মুচাৰ ( আ ) আবিৰ্ভাব হৈছিল ; পিছৰ কৰুত তেওঁৰ উল্লেখ কৰা হৈছে।

৯১। আৰু তোমালোকে নিজ প্ৰভুৰ পৰা ক্ষমা ভিক্ষা কৰা; তাৰ পিছত অনুতাপ কৰি তেওঁৰ ফালে মূ কৰা; বাস্তৱতে মোৰ প্ৰভু পৰম দানশীল, শ্ৰেষ্ঠ স্নেহময়।

৯২। সিহঁতে কলে, হে শ্বো'আইব, তুমি যিবোৰ কথা কৈছা তাৰ বেছি ভাগেই আমি বুজিব নোৱাৰোঁ;[৬৬] নিশ্চয় আমি তোমাক আমাৰ মাজৰ এজন (সামান্য) শক্তিহীন মানুহ যেনহে গণ্য কৰোঁ; আৰু তোমাৰ লগত নিজৰ আত্মীয়বিলাক[৬৭] নথকা হলে আমি নিশ্চয় তোমাক শিল দলিয়াই মাৰিলোঁহেতেন; আৰু আমাৰ বিৰুদ্ধে তুমি পৰাক্ৰমী হব নোৱাৰা।

৯৩। তেওঁ কলে, হে মোৰ জাতি, তোমালোকৰ ওপৰত মোৰ আত্মীয়-স্বজনৰ ক্ষমতা আল্লাতকৈ অধিক হব পাৰেনে? আৰু সেই আল্লাকেই তোমালোকে আওকাণ কৰি পিঠি দিছা, তোমালোকে যিহকেই কৰা মোৰ প্ৰভুৱে নিশ্চয় তাক আগুৰি ধৰে।[৬৮]

৯৪। আৰু হে মোৰ জাতি, তোমালোকে নিজৰ ঠাইত কাম কৰি গৈ থাকা, ময়ো নিজৰ কাম কৰি থাকিম; আগলৈ তোমালোকে জানিব পাৰিবা শাস্তি কাৰ ওপৰত পৰি ক'ক লাঞ্ছিত কৰিব, আৰু কোননো মিথ্যাবাদী; আৰু তোমালোকে প্ৰতীক্ষা কৰি থাকা,[৬৯] তোমালোকৰ লগে লগে ময়ো প্ৰতীক্ষা কৰি থাকিম।

৯৫। আৰু যেতিয়া আমাৰ আদেশ (পূৰ্ণ হোৱাৰ সময়) পালেহি, আমি শ্বো'আইবক আৰু তেওঁৰ লগত যিসকলে বিশ্বাস কৰিছিল সেই সকলকো নিজ কৰুণা দ্বাৰা ৰক্ষা কৰিলোঁ। কিন্তু অন্যায়কাৰীবিলাকক ভূমি-কম্পৰ গুমগুমনিয়ে ধৰিলে; তাৰ ফলত সিহঁত সিহঁতৰ ঘৰসমূহতেই উবুৰি খাই পৰি থাকিল।

---

৬৬। সত্য ধৰ্মত কোনো প্ৰকাৰ জটিলতা নাই; কিন্তু মানুহে তাকে বিকৃত কৰি নিজেই জটিল কৰি লয়।

৬৭। তোমালোকৰ মনত মোৰ আত্মীয়-স্বজনলৈ ভয় আছে, কিন্তু মোৰ মহীয়া সৰ্ব্বশক্তিমান আল্লাক তোমালোকে ভয় নকৰা।

৬৮। তোমালোকে যি কৰি আছা সি আল্লাৰ অগোচৰ নহয়, আৰু সি আল্লাৰ ক্ষমতাৰ বাহিৰো নহয়।

৬৯। সত্যক বুজি দিয়া সহজ কথা নহয়। তাৰ ফলাফল কি হব অলপ দিনৰ পাছতেই বুজিব পাৰিবা।

৯৬। সিহঁতে যেন সেই ঠাইত কেতিয়াও অৱস্থান কৰা নাছিল।[৭০] সাৱধান! ছমূদজাতিৰ ওপৰত যি অভিশাপ পৰিছিল সেই অভিশাপ মদ্‌য়ন্‌-জাতিৰ ওপৰতো পৰিল।

## ৰুকু ৯

সত্যৰ বিৰোধীবিলাকৰ নিমিত্তে আল্লাৰ নিকৃষ্ট প্ৰতিদান, ইহলোকত আৰু পৰলোকত; মহাবিচাৰৰ দিনা সমবেত লোকৰ দুটা দল, দুৰ্ভগীয়া আৰু ভাগ্যবান; স্বৰ্গৰ সুখ বিতোপন।

৯৭। আৰু স্বৰূপতে মুচাক[৭১] আমি প্ৰেৰণ কৰিছিলোঁ নিজ নিদৰ্শনসমূহ আৰু প্ৰত্যক্ষ প্ৰমাণেৰে সৈতে—

৯৮। ফিৰৌন[৭২] আৰু তেওঁৰ প্ৰধান বিষয়াবিলাকৰ ওচৰলৈ; কিন্তু সিহঁতে ফিৰৌনৰ আদেশ মতে চলিছিল, অথচ ফিৰৌনৰ আদেশ ন্যায়সঙ্গত নাছিল।

৯৯। পুনৰুত্থানৰ দিনা তেওঁ নিজ জাতিৰ (নেতা স্বৰূপ) আগে আগে[৭৩] যাব, আৰু নৰকৰ অগ্নিৰ ফালে সিহঁতক নমাই লৈ যাব; আৰু য'ত নমাই নিয়া হব সি নামিবৰ কি নিকৃষ্ট ঠাই।

১০০। আৰু এই পৃথিবীত, আৰু পুনৰুত্থানৰ দিনাও, (আল্লাৰ) অভিশাপক[৭৪] সিহঁতৰ অনুসৰণ কৰিবলৈ দিয়া হব: যি প্ৰতিদান সিহঁতক দিয়া হব সি কি অপকৃষ্ট প্ৰতিদান!

---

৭০। মদ্‌য়ন্‌জাতিৰ অস্তিত্ব সমূলি লোপ পালে। আজি পৃথিৱীত সিহঁতৰ চিনকে দেখা পোৱা নাযায়, অথচ সিহঁত সেইকালত এটা শক্তিমান, সমৃদ্ধিশালী জাতি আছিল;

৭১। কোৰানে বহু ঠাইত মুচাৰ (আ) বিৱৰণ দিছে। তাৰ কাৰণ হৈছে হজ্‌ৰত মহম্মদৰ (দ) সৈতে তেওঁৰ আধ্যাত্মিক সম্বন্ধ (spiritual kinship) নিচেই ওচৰৰ। চোৰা, ৭৩ : ১৬।

৭২। মিচৰৰ ৰজাক ফিৰৌন (Pharaoh) বোলা হৈছিল, যেনেকৈ ৰুচীয়াৰ ৰজাক জাৰ (Czar), জাৰ্মানীৰ ৰজাক কাইচৰ (Kaisar). আৰু ইৰানৰ ৰজাক খুচ্‌ৰু (Chosroe) বোলা হৈছিল; এইটো ব্যক্তিগত নাম নহয়।

৭৩। পৃথিৱীত তেওঁ সিহঁতক বিপথে লৈ গৈছিল; মহাবিচাৰৰ দিনাও তেৱেঁই সিহঁতক নৰকলৈ লৈ যাব লাগিব।

৭৪। আৰবী শব্দ 'লান'ৰ অৰ্থ, ওচৰৰ ঠাইৰ পৰা দূৰলৈ নিয়া, আল্লাৰ সন্নিধানৰ পৰা আঁতৰাই নিয়া।—বা।

১০১। (অতীতৰ) নগৰবিলাকৰ যি কাহিনীসমূহ আমি তোমাৰ আগত বৰ্ণাইছোঁ তাৰে মাজৰ ইও এটি; তাৰে কিছুমান (এতিয়াও) অৱস্থিত আৰু কিছুমান সমূলি ধ্বংস[৭৫] কৰি দিয়া হ'ল।

১০২। আৰু সিহঁতৰ প্ৰতি আমি একো অন্যায় কৰা নাছিলোঁ, বৰং সিহঁতে নিজেই নিজ আত্মাসমূহৰ প্ৰতি অন্যায় কৰিছিল; পিছত যেতিয়া তোমাৰ প্ৰভুৰ আদেশ পালেহি আল্লাক এৰি যি উপাস্যবিলাকক সিহঁতে আহ্বান কৰিছিল সেইবিলাকৰ দ্বাৰা সিহঁতৰ একোকে উপকাৰ নহ'ল, বৰং সিহঁতে সিহঁতৰ সংহাৰ-বৃদ্ধিৰহে কাৰণ হ'ল।

১০৩। আৰু যেতিয়া নগৰবাসীবিলাকক সিহঁতে অন্যায় কৰি থাকোঁতে তোমাৰ প্ৰভুৱে ধৰে[৭৬] তেওঁ অবিকল এই অনুৰূপ ধৰে; তেওঁৰ ধৰা অতি যন্ত্ৰণাদায়ক, অতি কঠোৰ।

১০৪। যেয়ে পৰলোকৰ শাস্তিৰ ভয় ৰাখে তাৰ নিমিত্তে ইয়াৰ মাজত অৱশ্যে নিদৰ্শন আছে। এয়ে সেই (শেষ দিন) যিদিনা সমগ্ৰ মানৱজাতিক একেলগ কৰা হব; এয়ে সকলোৱে দৰ্শন[৭৭] কৰা দিন।

১০৫। আৰু সেই দিন আমি স্থগিত ৰাখিছোঁ এটা নিৰ্দ্ধাৰিত সময় পৰ্য্যন্ত।

১০৬। যেতিয়া সেইদিন আহি পাব তেওঁৰ অনুমতি বিনা কোনো আত্মাই মাত মাতিব নোৱাৰিব; পিছত সেই মানুহবিলাকৰ মাজত এভাগ হব দুৰ্ভগীয়া,[৭৮] আৰু আন এভাগ হব সৌভাগ্যশালী।

১০৭। আৰু যিবিলাক হব দুৰ্ভগীয়া সেইবিলাক নৰকৰ অগ্নিত পৰিব, আৰু সিহঁতৰ নিমিত্তে তাত থাকিব আৰ্ত্তনাদ আৰু ক্ৰন্দন—

---

৭৫। 'হচীদ'ৰ মূল অৰ্থ, কাচিৰে কাটি লোৱা শস্য। ইয়াত অৰ্থ হৈছে, নগৰবাসী-বিলাকক এনে ভাবে বিনাশ কৰা হ'ল যে সিহঁতৰ সঁচেই নাইকিয়া হ'ল।

৭৬। 'আখ্‌জ'ৰ মূল অৰ্থ ধৰা; অৰ্থাৎ আল্লাই নিৰ্ণয় কৰা শাস্তিয়ে সিহঁতক ধৰিব, যেনে ভূমিকম্প, বানপানী, মহামাৰী, বা অইন কোনো সংক্ৰামক ৰোগ।

৭৭। দুটা অৰ্থ হব পাৰে: (১) পাৰ্থিব জীৱনত মানুহে যি কাম ভাল-বেয়া কৰে তাৰে প্ৰতিমূৰ্ত্তি সেইদিনা দেখা পাব। (২) মহাবিচাৰৰ দিনা বিচাৰৰ ফলাফল দেখা পাব।

৭৮। আৰবী শব্দ 'শকীৰ অৰ্থ, যাৰ আশা-আকাঙ্ক্ষা পূৰ্ণ নহয়

১০৮। তাতেই সিহঁতে বহুকাললৈ[৭৯] থাকিবলগীয়া হব, যেতিয়ালৈকে আকাশমণ্ডলী আৰু পৃথিবী বিদ্যমান, যদিহে তোমাৰ প্ৰভুৰ অন্যৰূপ ইচ্ছা নহয়, কিয়নো তোমাৰ প্ৰভুৰ যি ইচ্ছা তাকে সম্পন্ন কৰিবৰ পূৰ্ণ ক্ষমতা আছে।

১০৯। কিন্তু যিসকল সৌভাগ্যশালী সেইসকল স্বৰ্গত থাকিব, তাতেই চিৰকাল বাস কৰিব যেতিয়ালৈকে আকাশমণ্ডলী আৰু পৃথিবী বিদ্যমান, যদিহে তোমাৰ প্ৰভুৰ অন্যৰূপ ইচ্ছা নহয়,—(আল্লাৰ) এই অনুগ্ৰহ অনন্ত।

১১০। গতিকে যিবিলাকৰ সিহঁতে পূজা কৰে সেই সম্বন্ধে তোমাৰ (মনত) যেন কোনো সন্দেহ নাথাকে, পূৰ্ব্বে যিদৰে সিহঁতৰ পিতৃপুৰুষবিলাকে পূজা কৰিছিল অবিকল সেইদৰে সিহঁতেও পূজা কৰিছে; আৰু নিশ্চয় আমি সিহঁতক সিহঁতে কৰা (অসৎকাৰ্য্যৰ প্ৰতিফলৰ) অংশ লঘু নকৰি পূৰ্ণমাত্ৰায় দিম।[৮০]

## ৰুকু ১০

আল্লাৰ মীমাংসা প্ৰকাশ হবৰ সময়; হজৰত মহম্মদ (স্ব) আৰু তেওঁৰ অনুগামীসকলক ধৰ্ম্মত দৃঢ় হৈ থাকিবৰ উপদেশ; অন্যায়কাৰীবিলাকৰ সঙ্গ ধৰাৰ অৰ্থ অন্যায়ক প্ৰশ্ৰয় দিয়া; সত্য গ্ৰহণ কৰিবলৈ আল্লাই মানৱক দিছে বুদ্ধি আৰু সামৰ্থ্য; সত্যৰ জয় আৰু অসত্যৰ পৰাজয় সুনিশ্চিত।

১১১। আৰু স্বৰূপতে আমি মুচাক ধৰ্ম্মগ্ৰন্থ দান কৰিছিলোঁ, কিন্তু তাৰ মাজত (নানা) বিৰোধৰ সৃষ্টি কৰা হ'ল; আৰু পূৰ্ব্বেই তোমাৰ প্ৰভুৰ বিধান[৮১]

৭৯; ইচ্‌লামৰ মতে স্বৰ্গসুখ চিৰকলীয়া; কিন্তু নৰকৰ শাস্তি অনন্ত নহয়। হদীছত আছে, নৰকৰ ওপৰত এনে এটা সময় আহিব যেতিয়া নৰক নৰক নথাকিব (মুচ্‌নদ্)। বোখাৰী আৰু মুচ্‌লিমতো এই মৰ্ম্মৰ হদীছ আছে। শেষ-ভাগত আছে, আল্লাই কব, মোৰ কৰুণা অসীম, আৰু তেওঁ সকলো নৰকবাসীকে নৰকৰ পৰা উলিয়াই আনিব।

৮০। সত্যৰ শত্ৰু অবিশ্বাসীবিলাকৰ সম্বন্ধে তোমাৰ মনত, হে ৰচুল, কোনো সন্দেহ যেন নাথাকে। শাস্তি স্থগিত থাকিব পাৰে; কিন্তু যদি সিহঁতে আত্ম-সংশোধন নকৰে সেই প্ৰতিশ্ৰুত শাস্তি অনিবাৰ্য্য।

৮১। (১) আল্লাৰ নিয়ম এই, মানুহক শাস্তি দিয়াৰ পূৰ্ব্বে সংশোধনৰ যথেষ্ট সময় দিয়ে আৰু সতৰ্ক কৰি দিয়ে। চোৱা, ৭:১৫৭; ৫৮:৫৭। (২) মানুহৰ মাজত বিভিন্ন মত হোৱাটো আল্লাৰ বিধানৰ বাহিৰে নহয়। চোৱা, পিছৰ আঃ ১১৯ আৰু চোৱা, ১০:১৯ আৰু টী। পৃথিৱীতে যথাসময়ত আল্লাই সেই বিৰোধৰ মীমাংসা কৰিব, নাইবা কিয়ামতৰ দিনা তাৰ বিচাৰ হব।

স্থাপিত নোহোৱা হলে, সিহঁতৰ মাজত নিশ্চয় কেতিয়াবাই মীমাংসা হৈ গল হেতেন; আৰু (এতিয়াও) এই বিষয়ে সিহঁত নিশ্চয় সন্দেহত খৰকবৰক হৈ পৰি আছে।

১১২। আৰু সকলোৰে নিমিত্তে নিশ্চিতকৈ এয়ে ঘটিব যে যথাসময়ত তোমাৰ প্ৰভুৱে সকলোকে সিহঁতৰ কাৰ্য্যৰ প্ৰতিদান নিশ্চয় পূৰ্ণ পৰিমাণে দিব, (কিয়নো) সিহঁতে যিহকে কৰে সেই সম্বন্ধে তেওঁ নিশ্চয় পৰিজ্ঞাত।

১১৩। গতিকে (হে মহম্মদ,) তোমাক যি আদেশ দিয়া হৈছে সেই অনুসাৰে তুমি, আৰু তোমাৰ লগতে সেইসকলেও যিসকলে (আল্লাৰ ফালে) ঘূৰিছে, (নিজ কাৰ্য্যত) দৃঢ় হৈ থাকা,[৮২] আৰু তোমালোকে কেতিয়াও সীমা লঙ্ঘন নকৰিবা; তোমালোকে যিহকে কৰা তেওঁ নিশ্চয় নিৰীক্ষণ কৰি থাকে।

১১৪। আৰু যিবিলাক অন্যায়কাৰী সিহঁতৰ ফালে তোমালোকে ঢাল নলবা,[৮৩] নতুবা অগ্নিয়ে তোমালোকক স্পৰ্শ কৰিব; আৰু আল্লাত ভিন্ন তোমালোকৰ নিমিত্তে কোনো বন্ধু নাই; আৰু তোমালোকক কোনো প্ৰকাৰ সহায় দিয়া নহব।

১১৫। আৰু তুমি নমাজৰ অনুষ্ঠান কৰা, দিনৰ দুই প্ৰান্তে আৰু নিশাৰ সেই ভাগতো যি (দিনৰ) বেছি ওচৰ;[৮৪] কোনো সন্দেহ নাই সৎকাৰ্য্যসমূহে অসৎকাৰ্য্যসমূহক দূৰীভূত কৰে; উপদেশ গ্ৰহণ কৰোঁতাবিলাকৰ নিমিত্তে এয়ে সৎ উপদেশ।

---

৮২। আল্লাই হজৰত মহম্মদক (দ) তেওঁৰ অনুগামীবিলাকৰ কাৰ্য্যৰ নিমিত্তেও দায়ী কৰিছে। তাকে চাই হজৰতে কৈছিল, 'স্বৰূপতে হুদ্ চুৰাই মোক বুঢ়া কৰি পেলালে'। আবু আলি চিৰিনে হজৰতক সপোনত দেখি এই উক্তিৰ কাৰণ সুধিলে। তেওঁ কলে, আল্লাই দৃঢ়ৰ ভাৰ যি মোক দিছে ই তাৰেই দায়িত্ব।

৮৩। অন্যায়কাৰী দলৰ পৰা বেলেগ হৈ থকা উচিত। তাৰ কাৰণ স্পষ্ট, পাপীৰ লগ ধৰিলে পাপী হোৱাৰ সম্ভাৱনা থাকে। অইন ঠাইত আল্লাই আদেশ দিছে, 'সত্যপৰায়ণসকলৰ সঙ্গ ধৰিবা'। চোৰা, ৯ : ১২০।

৮৪। ফজৰ আৰু জোহৰৰ নমাজ বুজাইছে। আছৰৰ নমাজো দিনৰ মাজতেই। নিশাৰ নমাজ মগ্‌ৰিব্ আৰু 'ইশা' বুলোকে ধৰিব পাৰি। মুঠতে পাঁচবাৰ নমাজ পঢ়াৰ আদেশ দিয়া হৈছে। এনে আদেশ বহুত ঠাইত দিয়া হৈছে; বিশেষকৈ চোৰা, ১৭ : ৭৯। অইন ঠাইত আছে—'নিকৃষ্ট আৰু অশিষ্ট কাৰ্য্যৰ পৰা নমাজে মানুহক বিৰত ৰাখে।' —২৯ : ৪৬।

১১৬। আৰু তুমি ( সত্যপ্ৰতিষ্ঠাৰ কাৰ্য্যত ) ধৈৰ্য্য ধৰি থাকা, কিয়নো কোনো সন্দেহ নাই আল্লাই সৎকৰ্ম্মীসকলৰ প্ৰতিদান কদাপি বিনষ্ট নকৰে।

১১৭। এতেকে ( ভাবি চোৱাঁ ) তোমালোকৰ পূৰ্ব্ববৰ্ত্তী জাতিবিলাকৰ মাজত জ্ঞান আৰু বুদ্ধি থকাবিলাকে[৮৫] কিয় ( মানুহক ) পৃথিবীত অশান্তি সৃষ্টি কৰিবলৈ নিষেধ কৰা নাছিল,—লেখৰ কিছুমানৰ বাহিৰে যিবিলাকক আমি ৰক্ষা কৰিছিলোঁ। আৰু অন্যায়কাৰীবিলাকক যি সুখ-সন্তোষ উপভোগ কৰিবলৈ দিয়া হৈছিল, সেইবিলাকে তাৰে অনুসৰণ কৰি আছিল; আৰু ( আল্লাৰ সন্মুখত ) সেইবিলাকেই অপৰাধী প্ৰমাণিত হ'ল।

১১৮। তোমাৰ প্ৰভুৰ ই যোগ্য নহয় যে তেওঁ নগৰসমূহ তাৰ অধিবাসী-বিলাক আত্মসংশোধনৰ নিমিত্তে যত্নশীল হৈ থাকোঁতে[৮৬] অন্যায়ৰূপে ধ্বংস কৰে।

১১৯। আৰু তোমাৰ প্ৰভুৱে ইচ্ছা কৰা হলে তেওঁ নিশ্চয় মানৱজাতিক একেটা সম্প্ৰদায় কৰিলেহেতেন; ( তেওঁ এনে ইচ্ছা কৰা নাই ) সেই দেখি সিহঁত সদায় বেলেগ বেলেগ দল হৈ থাকিব,[৮৭]—

১২০। সেইসকলৰ বাহিৰে যিসকলৰ প্ৰতি তোমাৰ প্ৰভুৰ করুণা বৰ্ষণ হয়;[৮৮] আৰু সেইসকলক তেওঁ সৃষ্টি কৰিছে সেই করুণাৰ যোগ্য কৰিবলৈ; আৰু ( তেনে বিৰোধৰ ফলত ) তোমাৰ প্ৰভুৰ এই বাণী পূৰ্ণ হব,—মই নিশ্চয় সেইসকল যিন্ আৰু মানৱেৰে নৰক পৰিপূৰ্ণ কৰিম।[৮৯]

১২১। আৰু ৰছুলসকলৰ নানা কাহিনী তোমাৰ আগত আমি এনেভাৱে বৰ্ণনা কৰোঁ যাতে তাৰ দ্বাৰা তোমাৰ অন্তৰ আমি দৃঢ় কৰোঁ; আৰু তোমাৰ

---

৮৫। জ্ঞানবান হিতাকাঙ্ক্ষী মানুহক বুজাইছে। যিসকলক জীয়াই ৰখা হৈছিল; উলু-বক্বীয়তিনৰ অৰ্থ এই। যিসকলে মানুহৰ উপকাৰ কৰে সেইসকলক আল্লাই নিজ ইচ্ছাৰে দীৰ্ঘজীৱী কৰে। চোৱাঁ, ১৩ : ১৮।

৮৬। চোৱাঁ ওপৰৰ টী ৮১।

৮৭। নিজৰ ভাগ্য গঢ়ি তুলিবলৈ মানৱ স্বাধীন। আল্লাই তাক ভাল-বেয়াৰ জ্ঞান দিছে। নিজৰ বুদ্ধি, বিচাৰশক্তি দ্বাৰা সত্য উপলব্ধি কৰিবৰ চেষ্টা কৰা তাৰ কৰ্ত্তব্য। ধৰ্ম্মত বল-প্ৰয়োগ নাই। আল্লাৰ বিধান এয়ে।

৮৮। চোৱাঁ, ৭ : ১৯।

৮৯। যিসকলে সত্যকে সমৰ্থন আৰু গ্ৰহণ কৰে সেইসকল আল্লাৰ করুণাৰ ভাগী হয়। আৰু সেইসকলৰ বাসস্থান হব স্বৰ্গ। আৰু যিবিলাক সত্যৰ বিৰুদ্ধে যায় আৰু বিধৰ্মী হয় সিহঁত নৰকবাসী হব।

ওচৰলৈ বিশ্বাসীসকলৰ নিমিত্তে এই বিবৃতিৰ মাজেদি আহি পাইছে সত্য, আৰু সৎ উপদেশ,[১০] আৰু সোঁৱৰণী।

১২২। আৰু অবিশ্বাসীবিলাকক তুমি কোৱাঁ, তোমালোকে নিজ ঠাইত ( সাধ্যমতে ) কাৰ্য্য কৰি থাকা, আমিও নিজ কাৰ্য্য নিশ্চয় কৰি গৈ থাকিম ;

১২৩। আৰু তোমালোকে ( কাৰ্য্যৰ ফলৰ ) অপেক্ষা কৰি থাকাঁ ; আমিও নিশ্চয় অপেক্ষা কৰি থাকিম।[১১]

১২৪। আৰু আকাশমণ্ডলী আৰু পৃথিবীৰ সকলো অদৃশ্য বিষয়ৰ জ্ঞান আছে আল্লাৰেই ; আৰু তেওঁৰেই ওচৰত সকলো কাৰ্য্যৰ ( শেষ ) প্ৰত্যাবৰ্ত্তন। গতিকে তুমি তেওঁৰেই আৰাধনা কৰি থাকাঁ, আৰু তেওঁৰেই ওপৰত নিৰ্ভৰ কৰি থাকিবা ;[১২] আৰু তোমালোকে যিহকে কৰা তাৰ বিষয়ে তোমাৰ প্ৰভু আওকণীয়া নহয়।

---

১০। কোৰান ইতিহাস বা গল্পৰ পুথি নহয়। কোৰান আহিছে মানৱক সুপথ দেখুৱাবলৈ। ইয়াত নবীসকলৰ কাহিনী বাৰে বাৰে বৰ্ণোৱা হৈছে যাতে মানুহে চিন্তা কৰে আৰু সতৰ্ক হৈ উপদেশ গ্ৰহণ কৰে।

১১। পৃথিবীত সত্য আৰু অসত্যৰ মাজত, ন্যায় আৰু অন্যায়ৰ মাজত, পুণ্য আৰু পাপৰ মাজত, যুঁজ আদিৰে পৰা চলি আহিছে আৰু চিৰকাল চলি থাকিব। কবি টেনিছনে লিখিছে—Sense at war with Soul. এই যুদ্ধৰ ফল একেটা ; সত্যৰ, ন্যায়ৰ আৰু পুণ্যৰ জয় ; অসত্যৰ, অন্যায়ৰ আৰু পাপৰ পৰাজয়।

১২। চোৱা ওপৰৰ আঃ ১৬।

# চুৰা ১২

## ইয়ুচুফ্

### মক্কাত অৱতীৰ্ণ

১২ ৰুকু : ১১২ আয়ত

এই চুৰা মক্কাত অৱতীৰ্ণ হৈছিল। কেৱল আ: ২—৪ হিযৰতৰ পিছত মদিনাত অৱতীৰ্ণ হৈছিল বুলি ইব্নে আব্বাচ আৰু কতাদাই মত প্ৰকাশ কৰিছে।

ইয়াৰ আগৰ চুৰাত দুষ্কৰ্মীবিলাকক আল্লাহে কিদৰে শাস্তি দিয়ে তাৰে ঘাইকৈ উল্লেখ কৰা হৈছে। কিন্তু এই চুৰা 'ইয়ুচুফত' আল্লাৰ ক্ষমা আৰু জগতব্যাপী কৰুণাৰ ওপৰত বিশেষ হেচা দিয়া হৈছে।

গোটেই চুৰাটোত হজ্ৰত ইয়ুচুফৰ (আ) জীৱন-কাহিনী বৰ্ণোৱা হৈছে। তাৰ কাৰণ কি? তেনে ঘটনাবিলাক হজ্ৰত মহম্মদৰ (স্ব) জীৱনটো ঘটিছিল, আৰু সেইবিলাকৰ মাজেদি আল্লাৰ মহিমা প্ৰকাশ পাইছিল। কিছুমান ঘটনাৰ সাদৃশ্য তলত দিয়া হৈছে।

(১) হজ্ৰত ইয়ুচুফৰ (আ) ১১ জন ভাই ককাই। সিহঁতে তেওঁৰ বিৰুদ্ধে অভিসন্ধি পাতিছিল। হজ্ৰত মহম্মদৰ (স্ব) বিৰুদ্ধেও ১১টা আৰব উপজাতিয়ে উঠি পৰি লাগিছিল, যেনে, বনি অদি, বনু তমীম, বনু আচদ্, বনু উমইয়া, বনু নৌফল, বনু হাশিম্ প্ৰভৃতি।

(২) হজ্ৰত ইয়ুচুফৰ (আ) ১১ জন ভাই-ককাইৰ মাজত বদি বিন্‌য়ামীন আৰু ইহুদাক এৰি দিয়া হয় তেন্তে অৱশিষ্ট ৯ জনেহে তেওঁৰ বিৰুদ্ধে চক্ৰান্তত বেছিকৈ অংশ গ্ৰহণ কৰিছিল। হজ্ৰত মহম্মদৰো (স্ব) মদিনাত ৯ জন প্ৰধান শত্ৰু আছিল। এই ৯ জনকে কোৰানত (২৭ : ৪৮) 'তিচ্'আতু ৰহত্ব' বোলা হৈছে। সেই কেইজনৰ নাম এই—আবুযহল্, আবুলহব্, 'আক্‌বা, শ্বেইবা, উবৈ বিন্ খলফ্, ওয়ালীদ, মুত্'ঈম, 'উৎবা, আৰু নদৰ্-বিন-হাৰিছ্।

(৩) হজ্ৰত ইয়ুচুফে (আ) কিন্‌আন দেশ ত্যাগ কৰি মিছৰ দেশলৈ যাব লগীয়া হৈছিল আৰু তাৰ আগেয়ে তায়েকইঁতৰ চক্ৰান্তৰ ফলত নাদত পৰিছিল। হজ্ৰত মহম্মদেও (স্ব) নিজৰ জন্ম-নগৰ মক্কা এৰি মদিনালৈ হিযৰত কৰিবলৈ বাধ্য হৈছিল। তাৰ আগেয়ে ছৌৰ গুহাত তিনি দিন লুকাই থাকিব লগীয়া হৈছিল।

(৪) হজ্ৰত ইয়ুচুফে (আ) মিছৰত ৰজাৰ দৰে ক্ষমতা লাভ কৰিছিল। হজ্ৰত মহম্মদেও (স্ব) মদিনাত এটি ৰাষ্ট্ৰ গঠন কৰিছিল, আৰু তেৱেঁই ৰাষ্ট্ৰপতিৰ ক্ষমতা চলাইছিল।

(৫) কেনানত দুৰ্ভিক্ষ হোৱাৰ কথা জানি ইয়ুচুফে নিজ ভাই-ককাইৰ হাতে প্ৰচুৰ শস্য পঠাই সহায় কৰিছিল। সেইদৰে মক্কাত দুৰ্ভিক্ষ হওঁতে হজৰত মহম্মদে (ছ) মক্কাবাসী-বিলাকৰ নিমিত্তে প্ৰচুৰ শস্য দান-স্বৰূপ পঠাইছিল।

(৬) যেনেকৈ শেষত হজৰত ইয়ুচুফে (আ) ভাই ককায়েকহঁতক ক্ষমা কৰিছিল, তেনেকৈ মক্কা-বিজয়ৰ সময়ত সকলো স্বজাতি অন্যায়কাৰীবিলাকক হজৰতে (ছ) ক্ষমা দান কৰিলে। ইয়ুচুফৰ আদৰ্শ ধৰি তেওঁৰেই ভাষা (যি এই চুৰাৰ ৯৩ আয়তত দিয়া হৈছে) ব্যৱহাৰ কৰি কোৰেইশক ক্ষমা দিছিল।

(৭) হজৰত ইয়ুচুফে (আ) কেনানলৈ নৈগৈ মিচৰতেই স্থায়ীৰূপে বাস কৰিছিল। সেইদৰে হজৰত মহম্মদেও (ছ) মক্কাত নাথাকি মদিনাতে অৱশিষ্ট জীৱনযাপন কৰিছিল, আৰু মদিনাতেই তেওঁৰ ৱফাত (মৃত্যু) হ'ল।

## ৰুকু ১

হজৰত ইয়ুচুফৰ (আ) সপোন আৰু তাৰ মৰ্ম, তেওঁৰ প্ৰতি নবিৰ আৰু ৰাজত্ব দান।

১। পৰম কৰুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্ লাম ৰা।[১] এই আয়তসমূহ সুস্পষ্ট গ্ৰন্থৰ।[২]

৩। আমি নিশ্চয় এই গ্ৰন্থ আৰবী ভাষাত কোৰানৰূপে অৱতীৰ্ণ কৰিছোঁ যাতে তোমালোকে বুজিব পাৰা।

৪। তোমাৰ প্ৰতি এই কোৰান প্ৰত্যাদেশ কৰি আমি তোমাৰ আগত অতি উত্তমৰূপে এটি কাহিনী[৩] বৰ্ণনা কৰিছোঁ; কাৰণ এই, ইয়াৰ পূৰ্ব্বে তুমি নিশ্চয় সেইবিলাকৰ মাজৰ আছিলা যিবিলাক (এই কাহিনীৰ তত্ত্ব সম্বন্ধে) পৰিজ্ঞাত নাছিল।

৫। (চোৱাঁ) ইয়ুচুফে[৪] যেতিয়া নিজ পিতৃক কলে, হে মোৰ পিতা,

---

১। 'আনাল্লাহ, আৰা'ৰ চমুকৰণ, অৰ্থ, মই আল্লাহ, সকলো নিৰীক্ষণ কৰি থাকোঁ।

২। কোৰানত যি নৈতিক আৰু আধ্যাত্মিক শিক্ষা দিয়া হৈছে সেইবোৰ সুস্পষ্ট সত্য; আৰু তাৰ সম্বন্ধে কোনো সন্দেহ হব নোৱাৰে। দ্বিতীয় চুৰাৰ প্ৰথমতেই লিখিত আছে—এই ধৰ্মপুথি সম্বন্ধে সন্দেহৰ কোনো স্থান নাই।

৩। কোৰানৰ শব্দ হৈছে 'কচছ্', কিচছ্ নহয়। 'কচছ'ৰ অৰ্থ বৰ্ণনা কৰা (ধাতু-ৰূপ প্ৰকৰণ)। 'কিচ্ছা'ৰ বহুবচন 'কিচছ্', অৰ্থ গল্পসমূহ।

৪। হজৰত ইয়ুচুফ (আ) হজৰত ইব্ৰাহিমৰেই (আ) বংশধৰ;—ইব্ৰাহিমৰ পুত্ৰেক ইচহাক, ইচহাকৰ পুত্ৰেক ইয়াকুব, ইয়াকুবৰ পুত্ৰেক ইয়ুচুফ। ইয়ুচুফ আৰু

সপোনত মই দেখা পালোঁ এঘাৰটি তৰা আৰু বেলি আৰু জোন,—আৰু দেখিলোঁ সেইবিলাকে মোৰ আগত ( প্ৰণিপাত কৰি) মূৰ দোঁৱাইছে।

৬। তেওঁ কলে, হে মোৰ মৰমৰ পুত্ৰ, তোমাৰ এই সপোন তোমাৰ ভাই ককাইহঁতৰ আগত বৰ্ণনা নকৰিবা,[৫] জানোচা তোমাৰ বিৰুদ্ধে সিহঁতে এটা ডাঙৰ চক্ৰান্ত সাজে ; মানুহৰ নিমিত্তে শয়তান নিশ্চয় প্ৰকাশ্য শত্ৰু।

৭। আৰু ( তুমি সপোনত যেনে দেখিছা ) সেই অনুৰূপ তোমাক তোমাৰ প্ৰভুৱে বাচি লব,[৬] আৰু সকলো কথাৰ তত্ত্ব[৭] উলিয়াবলৈ শিক্ষা দিব, আৰু তোমাৰ প্ৰতি আৰু ইয়াকুবৰ সন্তান-সন্ততিৰ প্ৰতি নিজ অনুগ্ৰহ পূৰ্ণ কৰিব, যেনেকৈ তেওঁ ইয়াৰ পূৰ্ব্বে তেনে অনুগ্ৰহ তোমাৰ পিতৃপুৰুষ ইব্ৰাহিম আৰু ইচ্হাকৰ প্ৰতি পূৰ্ণ কৰিছিল ; নিশ্চয় তোমাৰ প্ৰভু সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

## ৰুকু ২

ইয়ুচুফৰ ( আ ) বিৰুদ্ধে তেওঁৰ ভাই-ককাইহঁতৰ অভিসন্ধি ; আৰবৰ এটা বণিকদল দ্বাৰা তেওঁৰ উদ্ধাৰ ; দাসৰূপে তেওঁৰ বিক্ৰয়।

৮। স্বৰূপতে ইয়ুচুফ্ আৰু তেওঁৰ ভাই-ককাইৰ কাহিনীত প্ৰশ্ন কৰোঁতাবিলাকৰ নিমিত্তে আছে বহু নিদৰ্শন।

৯। ( চোৱাঁ ) যেতিয়া সিহঁতৰ ইজনে সিজনক কব ধৰিলে, নিশ্চয় ইয়ুচুফ্ আৰু তেওৰ ভায়েক[৮] আমাৰ পিতৃৰ চকুত আমাতকৈ অধিক প্ৰিয়,

---

তেওঁৰ ভায়েক বিন্য়ামীন হজ্ৰত ইয়াকুবৰ চতুৰ্থ পত্নী ৰাখিলৰ গৰ্ভৰ পৰা। হজ্ৰত ইয়াকুবৰ আৰু দহজন লৰা আছিল। এঘাৰটি তৰাৰ নামে এঘাৰজন ইয়ুচুফ্ৰ ভাই-ককাই। বেলি আৰু জোন তেওঁৰ পিতৃ আৰু মাতৃক বুজাইছে। চিযদা কৰাৰ অৰ্থ হৈছে, বাধ্য হোৱা। মিছৰলৈ গৈ ভাই-ককাইহঁতে ইয়ুচুফৰ বাধ্যতা স্বীকাৰ কৰিছিল।

৫। হজ্ৰত ইয়াকুবৰ মনলৈ ভয় আহিল যে মাহীয়তি ভাই-ককাইবিলাকে তেওঁৰ বিৰুদ্ধে কু-অভিসন্ধি কৰিব। সেই কাৰণে সপোন সিহঁতৰ আগত বৰ্ণনা কৰিবলৈ নিষেধ কৰিলে।

৬। বাৰজন পুত্ৰেকৰ মাজত আল্লাই ইয়ুচুফক বাচি লৈ নবী নিযুক্ত কৰিব, হজ্ৰত ইয়াকুবে সপোনৰ এই অৰ্থ লৈছিল।

৭। সপোনৰ ব্যাখ্যা কৰাৰ উপৰি গভীৰ সমস্যাবোৰ সমাধান কৰিবৰ ক্ষমতা আল্লাই ইয়ুচুফক দিছিল।

৮। *বিন্য়ামীন ইয়ুচুফৰ সৰু ভায়েক।*

অথচ দলে-বলে আমিহে শ্ৰেষ্ঠ; প্ৰকৃততে আমাৰ পিতৃ প্ৰত্যক্ষ ভ্ৰান্তিত পৰি আছে ;—

১০। গতিকে ইয়ুচুফক বধ কৰা নাইবা তেওঁক কোনো ( দূৰ ) দেশত লৈ গৈ এৰি আহাঁ, যাতে তোমালোকৰ পিতৃৰ মৰমৰ পাত্ৰ অকল তোমালোকেই হব পাৰা; তাৰ পাছতো[৯] তোমালোকে ( ইচ্ছা কৰিলে ) ন্যায়পৰায়ণ দল হব পাৰিবা।

১১। সিহঁতৰ মাজৰ কথা কোৱা এজনে এইদৰে মত দিলে, ইয়ুচুফক্ বধ নকৰিবা; আৰু যদি এটা ( ডাঙৰ ) কামকেই কৰিবলৈ ওলাইছা, তেন্তে এটা শুকান নাদৰ[১০] তললৈ তেওঁক পেলাই দিয়া; হব পাৰে বাটকৰাবিলাকৰ কোনো এদলে তেওঁক তুলি লগতে লৈ যাব।

১২। ( ইয়াকুবৰ ওচৰলৈ আহি ) সিহঁতে কলে, হে আমাৰ পিতা, ইয়ুচুফৰ সম্বন্ধে কিয় তুমি আমাক বিশ্বাস নকৰা; অথচ আমি তেওঁৰ মঙ্গলহে কামনা কৰোঁ?

১৩। কাইলৈ তেওঁক আমাৰ লগতে যাব দিয়া; তেওঁ ( বনৰ মাজত ) আমোদ কৰিব আৰু ধেমালি কৰি ফুৰিব;[১১] আৰু আমি নিশ্চয় তেওঁক ( আপদ-বিপদৰ পৰা ) ৰক্ষা কৰিম।[১২]

১৪। তেওঁ কলে, তেওঁক তোমালোকে ( মোৰ পৰা ) আঁতৰ ( কৰি লৈ ) গলে মোৰ মনত দুখ লাগিব, আৰু ( বনত ) তেওঁলৈ তোমালোক অমনোযোগী হলে মই ভয় কৰিছোঁ তেওঁক বাঘে যেন নাখায়।

১৫। সিহঁতে কলে, আমি দলে-বলে লগতে থকা সত্বেও যদি তেওঁক বাঘে ধৰি খায় তেন্তে আমি ( নিতান্ত ) ক্ষতিগ্ৰস্ত ( অকামিলা ) লোক।

১৬। পিছত যেতিয়া সিহঁত তেওঁক লৈ ওলাই গ'ল, আৰু নাদৰ তললৈ তেওঁক পেলাই দিবলৈ সকলোৱে একমত হ'ল ( আৰু তাকে কাৰ্য্যত পৰিণত

- -

৯। এনে মানুহৰ সংখ্যা কম নহয় যিবিলাকে এই ভাৱ লৈ অন্যায় কামত প্ৰবৃত্ত হয় যে পাছত সুবিধামতে তোবা কৰি পাপ মোচন কৰিব।

১০। নাদটো গভীৰ আছিল, কিন্তু তাত পানী নাছিল। তৌৰা, বা আদি, ৩৭ : ২২—২৪।

১১। ইয়ুচুফৰ বয়স তেতিয়া ১১।১২ বছৰ। বাইবেলত ১৮ বছৰ লিখিছে।

১২। সিহঁতে ইয়ুচুফৰ ৰক্ষণৰ বিষয়ে আল্লাৰ ওপৰত ভৰসা নকৰিলে। সেই দেখি হজ্ৰত ইয়াকুবৰ ( আ ) মনত সংশয় হল, কাজেচা কিবা এটা দুৰ্ঘটনা ঘটিব।

কৰিলে ), তেতিয়া আমি তেওঁৰ প্ৰতি প্ৰত্যাদেশ কৰিলোঁ[১৩]—( এদিনা ) তুমি নিশ্চয় সিহঁতৰ এই কাৰ্য্য সম্বন্ধে সিহঁতক পৰিজ্ঞাত কৰিবা, কিন্তু ( আজি ) সিহঁতে তাৰ গমকে পোৱা নাই।

১৭। আৰু নিশা পোৱাৰ লগে লগে সিহঁত নিজ পিতৃৰ ওচৰলৈ কান্দি কান্দি আহিল।

১৮। সিহঁতে কলে, হে আমাৰ পিতা, বাস্তৱতে দৌড়-বাজিত কোনে জিকিব পাৰে তাকে চাবলৈ আমি ল'ৰি ওলাই গৈছিলোঁ, আৰু ইয়ুচুফক আমাৰ বস্তুবাহানিৰ ওচৰতে ৰাখি গৈছিলোঁ; এইখিনি সময়তে তেওঁক বাঘে আহি খালে। কিন্তু ( আমি জানো ) আমি সচা কথা কলেও তুমি আমাক বিশ্বাস নকৰা।

১৯। আৰু সিহঁতে ( ইয়ুচুফৰ ) চোলাটো মিছা তেজ[১৪] লগাই লৈ আনিছিল। তেওঁ কলে, ( এনে কথা নহয় ) বৰং তোমালোকে যি ফন্দী পাতিছা তাকে তোমালোকৰ নিজ আত্মাসমূহে তোমালোকৰ চকুত চমৎকাৰ কৰি দেখুৱাইছে ; গতিকে প্ৰকৃষ্ট ধৈৰ্য্য ধাৰণ ( নকৰি মই আৰু কি কৰিব পাৰোঁ ? ) আৰু তোমালোকে যি ভাঠি কৈছা সেই বিষয়ে ( মোৰ নিমিত্তে ) থাকিল কেৱল আল্লাৰ পৰা সহায়[১৫] ভিক্ষা কৰা।

২০। এনে হ'ল যে এটা বনিক-দল ( সেই নাদৰ কাষেদি ) যাব ধৰিছিল; আৰু সিহঁতে এজনক পানী তুলিবলৈ পঠালে ; সি নিজৰ বাল্টি নাদৰ ভিতৰত নমোৱাৰ লগে লগে ( চিঞঁৰি ) কলে, আহা ! কি আনন্দৰ কথা ; ( চোৱাঁ ) এইটি কি সুন্দৰ ল'ৰা। তেতিয়া সিহঁতে লৰাটিক ( তুলি আনি ) বাণিজ্য বস্তুৰ লগতে লুকাই লৈ গল ;[১৬] আৰু সিহঁতে যি কাৰ্য্য কৰিছিল আল্লাই সকলো ভালকৈ জানিছিল।

---

১৩। ইয়ুচুফ্ তেতিয়া ১৭।১৮ বছৰৰ লৰা। তথাপি আল্লাই তেওঁৰ প্ৰতি প্ৰত্যাদেশ অৱতীৰ্ণ কৰিছিল। আৰু এই ভবিষ্যৎবাণী আখৰে আখৰে তেওঁৰ জীৱনত পূৰ্ণ হৈছিল।

১৪। অৰ্থাৎ মানুহৰ তেজ নহয়, ভেৰা ছাগলীৰ তেজ।

১৫। ইয়াকুবে কৈছে, সকলো প্ৰকাৰ কষ্ট সহ্য কৰি আল্লাৰ ওপৰত মই নিৰ্ভৰ কৰি থাকিম। মোৰ বিশ্বাস আল্লাই মোৰ মৰমৰ ইয়ুচুফক ৰক্ষা কৰিব আৰু মোৰ কাৰলৈ ঘূৰাই আনিব। তালমুদতো এনে বিশ্বাসৰ কথা লিখা আছে।

১৬। সিহঁতে ভাবিলে, (১) এই লৰাটিক ভালকৈ শিক্ষা দিলে ই সমাজৰ বৰ হৈ উঠিব ; বা (২) মিছৰৰ দাস বজাৰত লৰাটিক বেচিলে সিহঁতে বহু মূল্য লাভ কৰিব পাৰিব।

২১। পিছত সিহঁতে কেইটি দিৰ্হম্ লৈ সামান্য মূল্যতে তেওঁক বেচিলে;[১৭] আৰু এই বিষয়ে সিহঁতৰ (অধিক) লোভো নাছিল।

## ৰুকু ৩

মিছৰ দেশৰ এগৰাকী ৰাজ বিষয়া আজীজৰ ইয়ুচুফক আশ্ৰয় দান; সেই দেশত তেওঁৰ খ্যাতিলাভ; আজীজ-পত্নীৰ কু-বাঞ্ছা; ইয়ুচুফৰ আত্ম-সংযম, প্ৰলোভনৰ পৰা তেওঁৰ মুক্তি-লাভ।

২২। আৰু মিছৰ দেশৰ যিজনে[১৮] ইয়ুচুফক কিনি লৈছিল সেইজনে নিজ পত্নীক কলে, এই লৰাটিক আদৰ কৰি (ঘৰতে) ৰাখাঁ, জানোচা সি (এদিন) আমাৰ উপকাৰ কৰিব, নাইবা তাক আমি পুত্ৰৰূপে তুলি লম। আৰু এইদৰে আমি ইয়ুচুফক সম্মান আৰু ক্ষমা দি সেই দেশত প্ৰতিষ্ঠিত কৰিলোঁ; আৰু এই অৰ্থে (কৰিলোঁ) যাতে আমি তেওঁক সকলো কথাৰ তত্ত্ব[১৯] উলিয়াবলৈ শিক্ষা দিওঁ। আৰু নিজ কাৰ্য্য সম্পন্ন কৰিবৰ পূৰ্ণ ক্ষমতা আল্লাৰ আছে;[২০] কিন্তু মানুহৰ সৰহভাগেই নাজানে।

২৩। আৰু যেতিয়া তেওঁ যৌবনপ্ৰাপ্ত হল আমি তেওঁক দান কৰিলোঁ বিচাৰ-শক্তি আৰু জ্ঞান; আৰু আমি সৎকৰ্ম্মীসকলক এইদৰেই প্ৰতিদান দি থাকোঁ।

---

১৭। বণিকদলে মিছৰলৈ গৈ ইয়ুচুফক সামান্য মূল্য লৈ বেচিলে। কিন্তু বাইবেলত এইদৰে লিখিছে, ৩০টি ৰূপৰ মুদ্ৰা ইয়ুচুফৰ ককায়েৰহঁতক দি তেওঁক বণিকদলে কিনি লৈছিল। বণিকদলে দাসৰ পৰা ইয়ুচুফক যে তুলিছিল এই কথা ককায়েৰহঁতে জানিব পাৰি সিহঁতক কলে, তেওঁ সিহঁতৰ এজন দাস। সিহঁতে যেতিয়া তেওঁক কিনি লগতে মিছৰলৈ লৈ গল। সংক্ষেপে এয়ে হৈছে বাইবেলৰ বিৱৰণ।

১৮। বাইবেলত তেওঁৰ নাম পটিফাৰ (Potiphar) উল্লেখ কৰিছে। চোৱাঁ, আদি, ৩৯ : ১। কোৰানত তেওঁকেই আল্-আজীজ বোলা হৈছে। তাৰ আছল অৰ্থ সম্ভ্ৰান্ত লোক। বাইবেলৰ মতেও পটিফাৰ মিছৰ-দৰবাৰৰ এজন প্ৰধান বিষয়া আছিল, আৰু একসময়ত ৰজাৰ ৰক্ষ-সেনাৰ সেনাপতি আছিল।

১৯। চোৱাঁ, ওপৰৰ আঃ ৭।

২০। ককায়েৰহঁতে চক্ৰান্ত কৰি ইয়ুচুফক দেশান্তৰ কৰিলে। কিন্তু তেওঁক আল্লাই বিদেশতো (মিছৰ দেশত) মান-মৰ্য্যাদা, ধন-ঐশ্বৰ্য্য সকলো দিলে। আৰু কাল-ক্ৰমে সেই ককায়েৰহঁতে তেওঁৰ আগত বাধ্যতা স্বীকাৰ কৰিব লগীয়া হল।

২৪। আৰু যি তিৰোতাৰ[২১] ঘৰত তেওঁ বাস কৰিছিল তেওঁ তেওঁক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰিছিল, আৰু দুৱাৰবোৰ জপাই কলে, এতিয়া তুমি আহাঁ। তেওঁ কলে, ( এনে কামৰ পৰা ) মই আল্লাৰহে আশ্ৰয় বিচাৰোঁ ; তেওঁ মোৰ প্ৰভু,[২২] তেৱেঁই মোক আদৰ কৰি এই ঘৰত থাকিবলৈ দিছে ; কোনো সন্দেহ নাই অন্যায়কাৰীবিলাক কেতিয়াও কৃতাৰ্থ হব নোৱাৰে।

২৫। আৰু স্বৰূপতে সেই তিৰোতাৰ মনত তেওঁলৈ কাম-ভাৱৰ উদয় হ'ল, আৰু ইয়ুচুফে তেওঁৰ সম্বন্ধে শুভ ইচ্ছাহে প্ৰকাশ কৰিছিল ;[২৩] আৰু তেওঁ নিজ প্ৰভুৰ প্ৰত্যক্ষ প্ৰমাণ দেখা নোপোৱা হলে ( তেওঁ অবিচল থাকিবলৈ সক্ষম নহ'লহেতেন )। এনে ঘটনা ঘটাৰ ফলত আমি তেওঁৰ পৰা আঁতৰাই নিলোঁ অমঙ্গল আৰু অশিষ্টতা। তেওঁ নিশ্চয় আমাৰ এনে ভৃত্যসকলৰ মাজৰ আছিল যিসকলক আমি ( আমাৰ বিশেষ অনুগ্ৰহৰ পাত্ৰ কৰি ) বাচি লৈছোঁ।

২৬। আৰু দুয়ো দুৱাৰৰ ফালে ল'ৰ মাৰি গল, হজনে সিজনতকৈ আগ বাঢ়িবলৈ ; আৰু সেই তিৰোতাই তেওঁৰ চোলা পিছ ফালৰ পৰা টান মাৰি ফালিলে ;[২৪] আৰু এনেকুৱাতে দুয়ো দুৱাৰদলিতে তেওঁৰ স্বামী ( আজীজক ) দেখা পালে। তেওঁ ( তত্‌হেৰা হৈ ) কলে, তোমাৰ পত্নীৰ সম্বন্ধে যেয়ে বেয়া ভাৱ ৰাখে তাৰ কাৰণে ইয়াৰ বাহিৰে আৰু কি শাস্তি হব পাৰে যে তাক বন্দী কৰা হয় বা আন কোনো যন্ত্ৰণাদায়ক শাস্তি দিয়া হয় ?

২৭। ইয়ুচুফে কলে, তেৱেঁই মোক প্ৰলোভনত পেলাই মোৰ মন ব্যাকুল কৰিছে ; আৰু তেওঁৰ পৰিয়ালৰেই এজন সাক্ষীয়ে সাক্ষী দিলে[২৫] এই বুলি, যদি তেওঁৰ চোলা আগফালে ফলা হৈছে তেন্তে তিৰোতাৰ কথা সচা আৰু তেওঁ মিথ্যাবাদীবিলাকৰ মাজৰ।

২১। পটিফাৰৰ ভাৰ্য্যা। কোৰানে তেওঁৰ নাম উল্লেখ কৰা নাই। সাধাৰণতে তেওঁ জুলেইখা নামৰে জনাজাত।

২২। (১) আল্-আজীজক বুজাইছে, (২) কিছুমানৰ মতে আল্লাকহে বুজাইছে।

২৩। হজ্‌ৰত ইয়ুচুফক ( আ ) আল্লাই নবীত্ব দান কৰিবলৈ বাচি লৈছিল। এনে-জন মানুহ কাম-প্ৰবৃত্তিৰ বশৱৰ্ত্তী কেতিয়াও হব নোৱাৰে। নিশ্চয় তেওঁৰ অপূৰ্ব্ব আত্ম-সংযম আছিল, আৰু তেওঁৰ মন কেতিয়াও কলুষিত হোৱা নাছিল। আৰু আজীজ-পত্নী যেন পাপৰ পৰা বিৰত থাকে তাকে তেওঁ ইচ্ছা কৰিছিল।

২৪। তেওঁ ইয়ুচুফক ধৰি ৰাখিবলৈ চেষ্টা কৰিছিল, কিন্তু সেই চেষ্টা সফল নহল।

২৫। ইয়ুচুফৰ নিৰ্দ্দোষিতাৰ সাক্ষী পটিফাৰৰ ঘৰতেই ওলাল। সেই পৰিয়ালৰ সকলোৱে ইয়ুচুফৰ পৱিত্ৰতা, শিষ্ট আচাৰ আৰু চৰিত্ৰ-বল দেখি মুগ্ধ হৈছিল।

২৮। কিন্তু যদি তেওঁৰ চোলা পিঠিৰফালে ফলা হৈছে তেন্তে তিৰোতাৰ কথা মিছা আৰু তেওঁ সত্যবাদীবিলাকৰ মাজৰ।

২৯। যেতিয়া তেওঁৰ স্বামীয়ে দেখা পালে তেওঁৰ চোলা পিঠিৰফালে ফলা হৈছে, তেওঁ কলে, নিশ্চয় তোমালোক্ নাৰীজাতিৰ[২৬] ই এটা চক্ৰান্ত মাত্ৰ; প্ৰকৃততে তোমালোকৰ চক্ৰান্ত ভীষণ।

৩০। হে ইয়ুচুফ্, এই কথা আৰু যাবলৈ দিয়া; আৰু হে মোৰ পত্নী, তুমি নিজ দোষৰ নিমিত্তে ( আল্লাৰ ) ক্ষমা প্ৰাৰ্থনা কৰা; তুমি নিশ্চয় অপৰাধীবিলাকৰ অন্তৰ্গত হ'লা।

## ৰুকু ৪

আজীজ-পত্নীৰ চৰিত্ৰ সম্বন্ধে মহিলাসমাজত গুপ্ত চৰ্চা; তেওঁলোকক ভোজলৈ নিমন্ত্ৰণ; আজীজ-পত্নী দোষী আৰু ইয়ুচুফ ( আ ) নিৰ্দোষ হোৱাৰ প্ৰমাণ; তেওঁৰ আল্লাৰ ওচৰত প্ৰাৰ্থনা; তেওঁৰ কাৰাবাস।

৩১। আৰু নগৰত মহিলাবিলাকে কব ধৰিলে আজীজৰ পত্নীয়ে নিজৰ ডেকা দাস এজনক প্ৰলোভনত পেলাই তাৰ মন ব্যাকুল কৰিছে; বৰঞ্চ ইয়ুচুফৰ প্ৰেমে তেওঁক আপোন-পাহৰা কৰি তুলিছে; আমি দেখিছোঁ সচাঁকৈয়ে তেওঁ প্ৰত্যক্ষ ভ্ৰমত[২৭] পৰিছে।

৩২। আৰু যেতিয়া সিহঁতৰ গুপ্ত-চৰ্চাৰ[২৮] কথা আজীজ-পত্নীৰ কাণত পৰিলে, তেওঁ সিহঁতক মাতি পঠালে আৰু সিহঁতৰ নিমিত্তে এটা ডাঙৰ ভোজৰ দিহা কৰিলে,[২৯] আৰু সিহঁতৰ প্ৰত্যেকৰ আগত ( খাদ্যৰ লগতে ) এখন এখন

---

২৬। সমগ্ৰ নাৰীজাতিক ইয়াত নিন্দা কৰিছে বুলি ভাবি লোৱা ভুল হব। পুৰুষৰ যন্ত্ৰণাৰ পৰা সাৰিবৰ উদ্দেশ্যে যদি কোনো নাৰীয়ে অভিসন্ধি কৰে ই স্বাভাবিক, কিয়নো নাৰী দুৰ্ব্বল। অভিসন্ধি দুৰ্ব্বলৰ অস্ত্ৰ।

২৭। এজন ক্ষমতাবান বিষয়াৰ ভাৰ্য্যা হৈয়ো তেওঁ নিজৰেই দাসৰ প্ৰেমত পৰিছে।

২৮। 'মকৰ্' শব্দৰ সাধাৰণ অৰ্থ গুপ্ত অভিসন্ধি। এই ঠাইত বহোৱা আৰু তাবেঈন সকলে 'কৌতুক্-চুৰ' অৰ্থ লৈছে, অৰ্থাৎ মিছা অপবাদ।

২৯। আৰ্বী শব্দ 'মুত্তকা' ব্যৱহাৰ কৰা হৈছে। অৰ্থ আউজিবৰ নিমিত্তে ভৰীপৰা গাৰু। সেইকালত গদিচা পাৰি ডাঙৰ ডাঙৰ গাৰু আউজিবৰ নিমিত্তে

চুৰী থলে। আৰু (তেতিয়া) তেওঁ (ইয়ুচুফক) আদেশ দিলে, এওঁলোকক (দিয়া-মেলা কৰিবলৈ) তুমি ওলাই আহাঁ। তেতিয়া তেওঁক তেওঁলোকে দেখা পাই তেওঁৰ মাহাত্ম্য[30] স্বীকাৰ কৰিলে; আৰু (বিস্ময়-পূৰ্ণ হৈ) নিজৰ হাতবোৰকে যেন কাটিব[31] ধৰিলে। আৰু তেওঁলোকে ইয়াকে কলে, আল্লা পৱিত্ৰ! এইজন মানৱ নহয়! প্ৰকৃততে এওঁ এজন সম্মানিত ফিৰিশ্‌তা হে!

৩৩। তেওঁ কলে, যাকলৈ তোমালোকে মোৰ নিন্দা কৰিছিলা এইজনা তেৱেঁই; আৰু এই আষাৰ কথা সচা, ময়ে তেওঁক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰিছিলোঁ; কিন্তু তেওঁ আত্ম-সংযম কৰিলে। আৰু (মই এতিয়াও কওঁ) তেওঁক মই যি আদেশ দিওঁ তাকে যদি তেওঁ পালন নকৰে, তেওঁক নিশ্চয় বন্দী কৰা হব, আৰু তেওঁ নিশ্চয় লাঞ্ছিত লোকবিলাকৰ অন্তৰ্গত হব।

৩৪। তেওঁ (আল্লাৰ আগত) প্ৰাৰ্থনা কৰিলে, হে মোৰ প্ৰতিপালক, যি কথাৰ ফালে তেওঁলোকে মোক আহ্বান কৰিছে তাতোকৈ মোৰ পক্ষে বন্দীশাল হে অধিক প্ৰিয়, আৰু তুমিয়ে যদি তেওঁলোকৰ চতুৰালি মোৰ পৰা আঁতৰাই নিদিয়া, হব পাৰে মই তেওঁলোকৰ ফালে ঢাল লওঁ, আৰু (তাৰ ফলত) অজ্ঞানবিলাকৰ মাজৰ এজন হম।

৩৫। তেতিয়া তেওঁৰ প্ৰাৰ্থনা তেওঁৰ প্ৰতিপালকে গ্ৰহণ কৰিলে, আৰু তেওঁৰ পৰা তেওঁলোকৰ চতুৰালি আঁতৰালে; প্ৰকৃততে তেৱেঁই শ্ৰেষ্ঠ শ্ৰোতা, সৰ্ব্বজ্ঞাতা।

৩৬। পিছত (ইয়ুচুফ্ নিৰ্দ্দোষ হোৱাৰ) নিদৰ্শনসমূহ দেখা পোৱা সত্ত্বেও তেওঁলোকে (আজীজ আৰু তেওঁৰ লগৰীয়াবিলাকে) ইয়াকে উচিত বুলি ভাবিলে, কিছুকালৰ নিমিত্তে নিশ্চয় ইয়ুচুফক কাৰাৰুদ্ধ কৰি ৰাখে।[32]

---

ৰখা হৈছিল। তাতে বহি সকলোৱে ভোজন কৰিছিল, আৰু চুৰী-কটাৰি ব্যৱহাৰ কৰিছিল।

৩০। তেওঁ যে নিৰ্দ্দোষী তেওঁৰ মুখ দেখিয়ে তেওঁলোকে বুজিব পাৰিলে।

৩১। 'হাত কটা'ৰ অৰ্থ বিস্ময় প্ৰকাশ কৰা যেনেকৈ 'আজ্‌ল্‌-আনামিল'ৰ অৰ্থ লাজ নিবাৰণ কৰা, অনুতাপ কৰা। ই এটা আৰ্‌বী চলিত বাক্য।

৩২। ইয়ুচুফক বন্দী কৰাৰ উদ্দেশ্য আছিল জুলেইখাৰ মান ৰক্ষা কৰা। জনসাধাৰণে ইয়াকে কব, ইয়ুচুফ্ দোষী নোহোৱা হলে তেওঁক কিয় বন্দী কৰা হল? নিশ্চয় জুলেইখাৰ কথাহে সচা।

# ৰুকু ৫

## বন্দীশালত হজৰত ইয়ুচুফৰ ধৰ্মপ্ৰচাৰ, আৰু সপোনৰ মৰ্মৰ বিশ্লেষণ।

৩৭। আৰু তেওঁৰ লগতে আৰু দুইজন ডেকা বন্দীশালত ( বন্দীহৈ ) সোমাইছিল। সেই দুজনৰ এজনে কলে, সপোন দেখিলোঁ ( আঙুৰৰ পৰা ) মই মদ চেপি উলিয়াইছোঁ ; আৰু আনজনে কলে, সপোন দেখিলোঁ, কটি কেইটামান মূৰৰ ওপৰত মই লৈ যাব ধৰিছোঁ, তাকে চৰাইবোৰে খুটি খুটি খাইছে। ( দুয়ো জনে ইয়ুচুফক কলে ) সপোনৰ মৰ্ম্ম কি তুমি আমাক বুজাই দিয়া, কিয়নো আমি দেখা পাইছোঁ তুমি সৎকৰ্ম্মীসকলৰ মাজৰ এজন।[৩৩]

৩৮। তেওঁ কলে তোমালোক দুইকো মই সপোনৰ মৰ্ম্ম বুজাই নিদিয়ালৈকে তোমালোকলৈ নিয়মিত খাদ্য নাহে ;—খাদ্য তোমালোকলৈ অহাৰ পূৰ্ব্বেই ( তাৰ মৰ্ম্ম তোমালোকক বুজাই দিম ) ; [৩৪] মোৰ প্ৰতিপালকে মোক যি শিক্ষা দিছে সপোনৰ জ্ঞানো তাৰে এটা অংশ মাত্ৰ ; যি জাতিয়ে আল্লাত বিশ্বাস নকৰে, আৰু যিবিলাকে পৰলোক আছে বুলি স্বীকাৰ নকৰে সেইবিলাকৰ ধৰ্ম্ম মই ত্যাগ কৰিছোঁ।

৩৯। আৰু মই অনুসৰণ কৰিছোঁ মোৰ পিতৃ-পুৰুষ ইব্ৰাহিম আৰু ইয়াকুবৰ ধৰ্ম্ম। যেই সেই বস্তুকে আমি আল্লাৰ সমানে উপাস্য পাতি লব ই আমাৰ পক্ষে অসম্ভৱ ; আমাৰ প্ৰতি আৰু মানৱ জাতিৰ প্ৰতি এই ধৰ্ম্ম আল্লাৰেই কৃপা স্বৰূপ ; [৩৫] কিন্তু মানৱৰ সৰহভাগেই ( আল্লাৰ আগত ) কৃতজ্ঞতা স্বীকাৰ নকৰে।

---

৩৩। চোৱা, বা, আদি, ৪০।

৩৪। অনুবাদত আৰবী মূল-বচনৰে অনুসৰণ কৰা হৈছে। ইয়ুচুফে (অ) ইয়াকে কৈছে ; সপোন ব্যাখ্যা কৰাৰ যি বিশেষ বিদ্যা আল্লাই মোক শিকাইছে তাৰ দ্বাৰা মই অতি শীঘ্ৰে, এনেকি তোমালোকৰ খাদ্য আহি নৌ পাওঁতেই, সপোনৰ অৰ্থ তোমালোকক বুজাই দিম।

৩৫। ভাবিবলগীয়া কথা এই, বন্দীশালতো ইয়ুচুফে ধৰ্ম প্ৰচাৰ কৰিছিল। তেওঁ কোনো সুযোগকে এৰি দিয়া নাছিল। সপোনৰ অৰ্থ কোৱাৰ আগতে সত্য ধৰ্ম কি তাকে বুজাব ধৰিছে।

৪০। হে মোৰ বন্দীশালৰ সঙ্গী দুজন, (মোক ভাবি কোৱাঁ চোন) পৃথক পৃথক কেইবাজন প্রভু ভাল নে একেজন পৰাক্রান্ত আল্লা ভাল ?[৩৬]

৪১। আল্লাক এৰি তোমালোকে কেতবোৰ নামবহে পূজা কৰিছা; সিবিলাক হৈছে তোমালোকে আৰু তোমালোকৰ পিতৃপুৰুষে স্থিৰ কৰা নাম মাত্র;[৩৭] সেইবিলাকৰ সম্বন্ধে কোনো প্রমাণ আল্লাই অৱতীর্ণ কৰা নাই; মীমাংসাৰ গৰাকী একমাত্র আল্লা; তেওঁ ইয়াকে আদেশ দিছে, তোমালোকে তেওঁক এৰি আন কাৰো আৰাধনা যেন নকৰা; সেয়ে হৈছে সঠিক[৩৮] ধৰ্ম্ম, কিন্তু মানৱৰ বেছিভাগেই নাজানে।

৪২। হে মোৰ বন্দীশাল সঙ্গী দুজন, (এতিয়া সপোনৰ ব্যাখ্যা কৰোঁ শুনা)—তোমালোকৰ এজনৰ কথা এয়ে, তেওঁ নিজ প্রভুক মদ পান কৰোৱা পদবীত (আকৌ) নিযুক্ত হব; আৰু সিজনৰ কথা (ইয়াকে বুজিছোঁ), তেওঁক পিঙ্গত দিয়া হব, আৰু (মৃত্যুৰ পাছত) তেওঁৰ মূৰ (চৰায়ে) খুটি খাব; যিবিষয়ে তোমালোকে প্রশ্ন কৰিছিলা তাৰ মীমাংসা (এতিয়া) কৰি দিয়া হ'ল।[৩৯]

৪৩। সেই দুজনৰ মাজত যিজনক (মুক্তি) দিয়া হব বুলি তেওঁ ভাবিছিল সেইজনক তেওঁ কলে, নিজ প্রভুৰ ওচৰত তুমি মোৰ কথা (অলপ-অচৰপ) উল্লেখ কৰিবা। কিন্তু (শেষত) তেওঁৰ প্রভুৰ আগত (ইয়ুচুফৰ বিষয়ে) উল্লেখ কৰিবলৈ শ্বয়তানে[৪০] তেওঁক পাহৰালে; গতিকে সেই কাৰাগাৰতেই আৰু কেইবছৰমান[৪১] তেওঁ (বন্দীৰূপে) থাকিব লগীয়া হ'ল।

---

৩৬। কি সুন্দৰভাৱে মনত লাগি যোৱাকৈ তেওঁ আল্লাৰ একত্ব (তৌহীদ) প্রচাৰ কৰিছে।

৩৭। এই বিলাক মানুহে সাজি লোৱা নাম। তাত কোনো সাৰ নাই; তাৰ সম্বন্ধে কেৱে প্রমানো দিব নোৱাৰে।

৩৮। চোৰা, ৩০ : ৩১; আৰু ৯৮ : ৬।

৩৯। বোখাৰীত হদীছ আছে, বেয়া সপোন অইনৰ আগত প্রকাশ কৰিব নালাগে। তেনে কৰিলে তেনে সপোন ফলিবৰ সম্ভাবনা বেছি।

৪০। বেয়া কাম কৰাৰ, নাইবা ভাল কাম নকৰাৰ প্রেৰণা শ্বয়তানে হে দিয়ে। ফিৰিস্তাই ভাল কামৰ প্রেৰণা দিয়ে।

৪১। তিনি বছৰ। কিছুমানৰ মতে ইয়ুচুফ (আ) ন'বছৰ বন্দীশালত কষ্ট ভোগ কৰিব লগা হৈছিল।

# ৰুকু ৬

মিছৰৰ-সম্ৰাটৰ সপোন; ইয়ুছুফৰ (আ)
সেই সপোনৰ মৰ্ম-বিবৃতি।

৪৪। আৰু (এদিনা) ৰজাই কলে, মই সপোন দেখিছো, সাতজনী হৃষ্ট-পুষ্ট গাভীক সাতজনী ক্ষীণ গাভীয়ে খাব ধৰিছে; আৰু (দেখিছো) শস্যৰ আঁটি সেউজীয়া আৰু আন সাতোটা শুকান; হে বিষয়াসকল, যদি তোমালোকে সপোনৰ ব্যাখ্যা কৰিব পাৰা, মোৰ এই সপোনৰ অৰ্থ মোক ভাঙি কোৱাঁ।

৪৫। তেওঁলোকে কলে, এইবিলাক সিচৰতি ভাৱৰ শৃংখলা নোহোৱা সপোন,[৪২] আৰু আমি এনেবোৰ বিশৃংখল সপোনৰ ব্যাখ্যা কৰিব নাজানো।

৪৬। আৰু সেই দুজন বন্দীৰ মাজৰ যিজনে মুক্তি লাভ কৰিছিল আৰু বহু কালৰ পাছত (ইয়ুছুফৰ কথা) যাৰ মনত পৰিল সেইজনে কলে, এই সপোনৰ অৰ্থ মই তোমালোকক জানিবলৈ দিম: (তাৰ কাৰণে) মোক এঠাইলৈ যাব দিয়াঁ।[৪৩]

৪৭। (বন্দীশালত সি ইয়ুছুফক লগ ধৰি কলে,) হে ইয়ুছুফ, তুমি সত্যপৰায়ণ; সাতজনী হৃষ্ট-পুষ্ট গাভীক সাতজনী ক্ষীণ গাভীয়ে খাব ধৰিছে, আৰু সাতোটা শস্যৰ আঁটি সেউজীয়া আৰু আন সাতোটা শুকান, এই সপোনৰ অৰ্থ আমাক ভাঙি কোৱাঁ, যাতে মই লোকসকলৰ ওচৰলৈ উভতি গৈ তেওঁলোকক জানিবলৈ দিব পাৰোঁ।

৪৮। তেওঁ কলে, তোমালোকে ক্ৰমান্বয়ে সাত বছৰ নিয়ম মতে খেতি কৰিবা, আৰু শস্য কাটোঁতে খাবৰ জোখা কাটি লৈ অৱশিষ্টখিনি আঁটিতেই থাকিব দিবা।[৪৪]

---

৪২। এনেবোৰ সপোনৰ কোনো অৰ্থ নাই। এইবোৰ কল্পনাৰ সৃষ্টি। এনে প্ৰকাৰ সপোনৰ অৰ্থ বিচাৰি আপুনি নিজৰ মনত অশান্তিৰ সৃষ্টি নকৰিব।

৪৩। এতিয়াও সেই মানুহজনে ইয়ুছুফৰ নাম লোৱা নাই, আৰু বন্দীশালৰো উল্লেখ কৰা নাই।

৪৪। ইয়ুছুফে (আ) সপোনৰ ব্যাখ্যা কৰাৰ লগে লগে আহিব লগা বিপদ প্ৰতিকাৰৰ উপায়ো নিৰ্দ্দেশ দিছে।

৪৯। কিয়নো তাৰ পাছত আহিব সাতোটা[৪৫] কঠিন বছৰ; তোমালোকে সেই কেইবছৰৰ নিমিত্তে যিখিনি শস্য সঞ্চয় কৰি ৰাখিবা তাকে যেন সেই সাতোটা (কঠিন) বছৰে খাই শেষ কৰিব,—যৎসামান্য শস্যৰ বাহিৰে যি তোমালোকে সাঁচি থব পাৰা।

৫০। আৰু তাৰ পিছত আহিব এনে এটা বছৰ যেতিয়া মানুহৰ নিমিত্তে বৰষুণ পেলোৱা হব আৰু সেই সময়ত সিহঁতে (আঙুৰ) চেপি ৰস উলিয়াব।

## ৰুকু ৭

অভিযোগ সম্বন্ধে তদন্ত কৰাৰ অনুৰোধ; ইয়ুচুফৰ নির্দোষিতাৰ প্ৰমাণ; তেওঁৰ সম্মানজনক পদবী-লাভ; মিছৰ দেশত তেওঁৰ খ্যাতি।

৫১। আৰু ৰজাই কলে, তেওঁক মোৰ ওচৰলৈ লৈ আনা; কিন্তু যেতিয়া সেই দূতজন ইয়ুচুফৰ ওচৰলৈ আহিল তেওঁ কলে, তুমি নিজ প্ৰভুৰ ওচৰলৈ উভতি গৈ সুধিবা, যি মহিলাসকলে (ইয়ুচুফক দেখি) নিজৰ হাত কাটিছিল সেইসকলৰ সম্বন্ধে কি বিচাৰ কৰা হ'ল?[৪৬] বাস্তৱতে মোৰ প্ৰভুৱে তেওঁলোকৰ চাতুৰিৰ বিষয়ে ভালকৈ জানে।

৫২। তেওঁ (সেই মহিলাসকলক) সুধিলে, তোমালোকে যে ইয়ুচুফক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰিছিলা তাত তোমালোকৰ কি অভিপ্ৰায়

৪৫। হজৰত মহম্মদৰ (দ) কালতো আৰব দেশত সাত বছৰলৈ ভীষণ দুৰ্ভিক্ষ পৰিছিল। তেওঁৰ বহু প্ৰাৰ্থনাৰ ফলত সেই দুৰ্ভিক্ষ দূৰ হ'ল।—বোখাৰী আৰু মুচ্‌লিম।

৪৬। চোৰ্ৱা, আঃ ৩২ আঁৰ টী। মানে হৈছে, বিস্ময় প্ৰকাশ কৰিছিল। কিছুমানে আৰু এটা অৰ্থ লৈছে: পটিফাৰৰ পত্নী হৈ যে তেওঁ এজন দাসক কাম-দৃষ্টিৰে চাইছিল আৰু প্ৰলোভনত পেলাবলৈ চেষ্টা কৰিছিল তাৰ বাবে সেই নগৰৰ ভদ্ৰমহিলাসকলে লাজত পৰিছিল, আৰু তেওঁলোকৰ মান হানি হৈছে বুলি ভাবিছিল। অসমীয়া নাক কটাৰ অৰ্থৰ দৰে আৰবী হাত কটাৰ অৰ্থ লাজত পৰা, মানৰ হানি হোৱা।

নিজৰ চৰিত্ৰৰ ওপৰত যি চেকা পৰিছিল তাক ধুওচাই ইয়ুচুফে ৰজাৰ ওচৰলৈ যাবলৈ ইচ্ছা নকৰাটো স্বাভাৱিক কথা। বোখাৰী আৰু মুচ্‌লিমত হদীছ আছে: হজৰত মহম্মদে (দ) কৈছিল, মই কাৰাগাৰত থকা হলে কোনো দ্বিধা নকৰি তৎক্ষণাৎ ৰজাৰ ওচৰলৈ গলোঁহেতেন। ইয়াৰ পৰা বুজিব পাৰি, আধ্যাত্মিক জগতত হজৰত মহম্মদৰ (দ) স্থান ইয়ুচুফতকৈ কিমান ওখ।

আছিল ? তেওঁলোকে উত্তৰ দিলে, আল্লাই জানে এনে নহয়। তেওঁৰ সম্বন্ধে কোনো অসৎকৰ্ম্মৰ কথা আমি জানিব পৰা নাই। আজীজ-পত্নীয়ে কলে, এতিয়া সত্য কথা প্ৰকাশ হৈ পৰিল ; মইহে তেওঁক প্ৰলোভনত পেলাই তেওঁৰ মন ব্যাকুল কৰি তুলিছিলোঁ ; [৪৭] আৰু ইয়াত কোনো সন্দেহ নাই ইয়ুচুফ সেইসকলৰ মাজৰ যিসকল সত্যবাদী।

৫৩। ( পিছত ইয়ুচুফে কলে ) মই তদন্ত বিচাৰিছিলোঁ এই কাৰণে, তেওঁ ( আজীজে ) যেন জানিব পাৰে যে তেওঁৰ অনুপস্থিতিত মই বিশ্বাসঘাতকৰ কাৰ্য্য কৰা নাছিলোঁ, আৰু আল্লাই বিশ্বাসঘাতকবিলাকৰ অভিসন্ধি কেতিয়াও সফল নকৰে।

৪৭। ইয়ুচুফৰ পবিত্ৰ চৰিত্ৰ সম্বন্ধে মহিলাসকলে সাক্ষী দিলে, আৰু আজীজৰ পত্নীয়েও নিজৰ দোষ পৰিষ্কাৰভাবে স্বীকাৰ কৰিলে।

৫৪। আৰু মই নিজকে নির্দোষ বুলিও নাভাবোঁ ;[৪৮] মোৰ প্রভুৱে কৰুণা প্রদর্শন নকৰিলে ( মানুহৰ ) আত্মাই নিশ্চয় অসৎ কার্য্যৰ প্রেৰণা দিয়ে ; নিশ্চয় মোৰ প্রভু শ্রেষ্ঠ ক্ষমাশীল, পৰম দানশীল।[৪৯]

৫৫। আৰু ৰজাই কলে, তেওঁক মোৰ ওচৰলৈ মাতি আনা ; মই নিজৰ কোনো কামত তেওঁক সুকীয়াকৈ নিযুক্ত কৰিম। পিছত তেওঁৰে সৈতে কথা-বার্ত্তা হলত তেওঁ কলে, নিশ্চয় আমাৰ ওচৰত আজি তুমি সুপ্রতিষ্ঠিত, বিশ্বাসভাজন।

৫৬। ইয়ুচুফে কলে, দেশৰ অর্থশাসনৰ[৫০] ভাৰ তুমি মোৰ ওপৰত ন্যস্ত কৰা ; মই উত্তম ৰক্ষক, অতি অভিজ্ঞ।

৫৭। আৰু এইদৰে ( মিচৰ ) দেশত আমি ইয়ুচুফক সুপ্রতিষ্ঠিত কৰিছিলোঁ, তেওঁ যেন য'তে ইচ্ছা ত'তে সম্মানৰে সৈতে বাস কৰিব পাৰে। আমি যাকে ইচ্ছা তাকেই আমাৰ কৰুণা উপভোগ কৰিবলৈ দিওঁ ; আৰু আমি সৎকর্ম্মীসকলৰ প্রতিদান কেতিয়াও বিনষ্ট নকৰোঁ।[৫১]

৫৮। আৰু যিসকলে ( আল্লাত ) বিশ্বাস কৰে আৰু তেওঁলৈ ভয় ৰাখে সেইসকলৰ নিমিত্তে পৰলোকৰ প্রতিদান তাতোকৈ অধিক শ্রেষ্ঠ।

৪৮। সকলো নবীয়ে আল্লাৰ ক্ষমা প্রার্থনা কৰি থাকে। হজৰত মহম্মদকো ( ছ ) আল্লাই ক্ষমা প্রার্থনা কৰিবলৈ আদেশ দিছে ; 'তুমি নিজৰ দোষৰ নিমিত্তে আল্লাৰ ক্ষমা ভিক্ষা কৰা',—৪০ : ৫৫। আল্লাৰ ক্ষমা ভিক্ষা কৰা উপাসনাৰ এটা প্রধান অংশ। নবীসকলে আল্লাক ভয় কৰিছিল ; নিজৰ সামান্য দোষকো মহাপাপ বুলি ধৰিছিল। ইয়াত এইটো বুজা ভুল হব যে ইয়ুচুফে ( আ ) নিজৰ দোষ স্বীকাৰ কৰিছে। তেওঁ একেবাৰেই নির্দোষ আছিল।

৪৯। এই আয়ত আৰু আগৰ আয়ত ৫৩ কাৰ উক্তি এই সম্বন্ধে মতভেদ আছে। কিছুমানে—যেনে মৌলানা মুকদ্দিন, মৌলানা আজাদ আৰু আব্দুল্লা ইয়ুচুফ আলি—কয়, দুয়ো আয়ত আজীজ পত্নীৰ বাক্য। হজৰত মির্জা ব : মহমুদ আহমদৰ মতে ই ইয়ুচুফৰ ( আ) হে বাক্য। মৌলানা মহম্মদ আলিয়েও এই মত গ্রহণ কৰিছে।

৫০। সপোন দেখি ৰজাৰ বিশ্বাস হ'ল যে মিচৰ দেশত ভীষণ দুর্ভিক্ষ হব। সপোনৰ এনে অর্থ ইয়ুচুফেই ভাঙিছিল। ইয়ুচুফে ( আ ) ভাবিছিল, তেওঁ যদি ধন-ভাণ্ডাৰ আৰু কৰ-আদায় বিভাগৰ ভাৰ গ্রহণ কৰে দুর্ভিক্ষৰ সময়ত জনসাধাৰণৰ যথেষ্ট সহায় কৰিব পাৰিব।

৫১। চোৱা, বা, আদি, ৪১ : ৩৭—৪৩।

# ৰুকু ৮

শস্য আনিবৰ নিমিত্তে ইয়ুচুফৰ ককায়েকহঁতৰ মিছৰ যাত্ৰা ; তেওঁলোকৰ কেনানলৈ প্ৰত্যাবৰ্ত্তন ; বিন্য়ামিনক লগত লৈ পুনাই তেওঁলোকৰ মিছৰ যাত্ৰা ; নগৰত প্ৰবেশ কৰা সম্বন্ধে ইয়াকুবৰ (আ) উপদেশ।

৫৯। আৰু ইয়ুচুফৰ ককায়েকহঁত (মিছৰলৈ) আহিল।[৫২] যেতিয়া তেওঁৰ সম্মুখত সিহঁত উপস্থিত হ'লহি, তেওঁ সিহঁতক চিনি পালে, কিন্তু সিহঁতে তেওঁক চিনি নাপালে।[৫৩]

৬০। আৰু তেওঁ সিহঁতক সিহঁতৰ শস্য-সম্ভাৰ যোগাই দি কলে, এইবাৰ আহিলে তোমালোকৰ একেজন পিতাৰ (মাহীয়তি) ভাইকো[৫৪] মোৰ ওচৰলৈ লৈ আহিবা, তোমালোকে লক্ষ্য কৰা নাই নে মই শস্যৰ পৰিমাণ পূৰ্ণ কৰি দিওঁ, আৰু মই অতিথি-সৎকাৰো উত্তমৰূপে কৰোঁ।

৬১। কিন্তু যদি তোমালোকে তেওঁক মোৰ ওচৰলৈ লৈ নাহা, তেন্তে তোমালোকে মোৰ পৰা কিছু পৰিমাণো (শস্য) পাবৰ আশা নকৰিবা, আৰু তোমালোক মোৰ কাষ চাপিব নোৱাৰিবা।

৬২। সিহঁতে কলে, আমি তেওঁৰ পিতৃক তেওঁক পঠিয়াবলৈ সম্মত কৰিম, আৰু নিশ্চয় আমি এই কাৰ্য্য কৰিবলৈ ভাৰ ললোঁ।[৫৫]

৬৩। আৰু তেওঁ নিজৰ চাকৰবিলাকক আদেশ দিলে, সিহঁতে মূল্য-ৰূপে দিয়া ধন সিহঁতৰ থৈলাবোৰৰ ভিতৰতে (সিহঁতে নজনাকৈ) সুমাই থোৱাঁ ; অতি সম্ভৱ সিহঁতে নিজ পৰিয়ালৰ ওচৰলৈ উভতি যোৱাৰ পাছত এই ধন

---

৫২। কেনান দেশত ভীষণ দুৰ্ভিক্ষ হৈছিল। মিছৰৰ পৰা শস্য আনিবলৈ ইয়াকুবে (আ) নিজৰ পুত্ৰ কেইজনক পঠাইছিল।

৫৩। লবাকালতে ইয়ুচুফ্ মিছৰলৈ আহে। এতিয়া তেওঁৰ বয়স প্ৰায় ৪০ বছৰ। গতিকে সিহঁতৰ পক্ষে তেওঁক চিনি পোৱা কঠিন আছিল।

৫৪। বিন্য়ামিন্ (Benjamin)। তেওঁ আৰু ইয়ুচুফ একে মাক-বাপেকৰ সন্তান। অইন ককায়েকহঁতৰ মাক বেলেগ।

৫৫। এই ঠাইত মুফচ্ছিৰসকলে এটি সূক্ষ্ম কথা লিখিছে :—সিহঁতে ভৱিষ্যতৰ কথা কৈছে কিন্তু 'ইন্-শাআল্লাহ' (যদি আল্লাই ইচ্ছা কৰে) নকলে ; সেই কাৰণে সিহঁতৰ দুৰ্গতি হ'ল।

মূল্যৰূপে দিয়া ধন বুলি জানিব পাৰিব ; এনে কৰাৰ উদ্দেশ্য, যাতে সিহঁত পুনাই (শস্য কিনিবলৈ) আহে।

৬৪। পিছত সিহঁতে নিজ পিতৃৰ ওচৰলৈ উভতি গৈ কলে, হে আমাৰ পিতা, আমাৰ নিমিত্তে আৰু শস্য কিনা নিষিদ্ধ হৈছে ; গতিকে আমাৰ ভাই (বিন্য়ামিনক) আমাৰ লগতে (মিচৰলৈ) পঠাই দিয়া, যাতে আমি কিছু শস্য কিনি আনিব পাৰোঁ ; আৰু নিশ্চয় তেওঁক নিৰাপদে ৰাখিবৰ দায়িত্ব আমি নিজেই লৈছোঁ।[৫৬]

৬৫। তেওঁ কলে, ইয়াৰ পূৰ্ব্বে যেনেকৈ তেওঁৰ ককায়েক (ইয়ুচুফৰ) বিষয়ে তোমালোকক মই বিশ্বাস কৰি যি ফল পাইছিলোঁ তেনেকৈ তেওঁৰ বিষয়েও (তেনে ফল পাবলৈ) মই তোমালোকক বিশ্বাস কৰিম নে?[৫৭] কিন্তু আল্লাই উত্তম সংৰক্ষক, আৰু করুণাশীলসকলৰ মাজত তেৱেঁই সৰ্ব্বশ্ৰেষ্ঠ করুণাময়।

৬৬। আৰু নিজৰ সম্ভাৰ মোকলাই গালত সিহঁতে মূল্যৰূপে দিয়া ধন সিহঁতলৈ যে ওভতাই দিয়া হৈছে দেখা পালে। সিহঁতে কলে, হে আমাৰ পিতা, ইয়াতোকৈ বেছি আমি কি আশা কৰিব পাৰোঁ? (চোৱাঁ) এয়ে আমি মূল্যৰূপে দিয়া ধন, তাকে আমাক ওভতাই দিয়া হৈছে, গতিকে আমাৰ পৰিয়ালৰ নিমিত্তে শস্য আনিবলৈ আমি (পুনাই) ওলাই যাব খোজোঁ; আৰু আমি আমাৰ ভাইক নিৰাপদে ৰাখিবলৈ যত্ন লম; আৰু আমি অধিক শস্য আনিব পাৰিম, এটা উটৰ বোজাৰ সমান ;[৫৮] এই পৰিমাণ শস্য অনা কঠিন নহয়।

৬৭। তেওঁ কলে, যেতিয়ালৈকে তোমালোকে আল্লাৰ নাম লৈ মোৰ আগত দৃঢ় অঙ্গীকাৰ নকৰা যে, তোমালোকক বেৰি ধৰি আটক কৰি ৰখা

৫৬। এই সময়তো সিহঁতে আল্লাৰ নাম লবলৈ পাহৰিলে।

৫৭। এক সময়ত তোমালোকে ইয়ুচুফক ৰক্ষা কৰিবৰ ভাৰ লৈছিলা। মই তোমালোকৰ কথাত বিশ্বাস কৰি ইয়ুচুফক হেৰুৱালোঁ। এতিয়া তোমালোকে বিন্য়ামিনৰ ভাৰ লব খুজিছা। তাৰ বা কি ফল হয় আল্লাই জানে।

৫৮। বিবৰাজন এনে দয়ালু যে তেওঁৰ পক্ষে আমাক এটা উটৰ বোজা শস্য দিয়া একো টান কথা নহয়। কিছুমানে (যেনে মৌলানা আজাদে) আন অৰ্থ লৈছে। এতিয়া আমি যিমান শস্য আনিছোঁ ই তাকৰ, কিন্তু বিন্য়ামিনৰে সৈতে গৈ এইবাৰ ইয়াতোকৈ বহুত বেছি শস্য আনিব পাৰিম।

নহলে,[৫৯] তোমালোকে তেওঁক নিশ্চয় মোৰ ওচৰলৈ আকৌ লৈ আহিবা, মই কেতিয়াও তেওঁক তোমালোকৰ লগত নপঠিয়াওঁ। যেতিয়া সিহঁতে তেওঁৰ আগত সেইৰূপে দৃঢ় অঙ্গীকাৰ কৰিলে, তেওঁ কলে, আমি যি অঙ্গীকাৰ কৰিলোঁ সেই সম্বন্ধে আল্লাই সহায় কৰক।

৬৮। আৰু তেওঁ কলে, হে মোৰ পুত্ৰবিলাক, তোমালোকে ( নগৰত ) একেখন দুৱাৰেদি প্ৰবেশ নকৰিবা, বৰং বিভিন্ন দুৱাৰেদি[৬০] প্ৰবেশ কৰিবা; আৰু আল্লাৰ ইচ্ছাৰ বিৰুদ্ধে মই তোমালোকক কোনোমতে সহায় কৰিব নোৱাৰোঁ;[৬১] শেষ মীমাংসা কেৱল আল্লাৰ হাতত; মই নিৰ্ভৰ কৰিছোঁ তেওঁৰেই ওপৰত; আৰু সকলো নিৰ্ভৰশীল লোকে যেন তেওঁৰেই ওপৰত নিৰ্ভৰ কৰে।

৬৯। আৰু সিহঁতৰ পিতাকে সিহঁতক যিদৰে ( নগৰত প্ৰবেশ কৰিবলৈ ) আদেশ দিছিল যেতিয়া সিহঁতে সেইদৰে প্ৰবেশ কৰিলে,—ই আছিল ইয়াকুবৰ আন্তৰিক ইচ্ছা যি তেওঁ পূৰ্ণ কৰিছিল, তাৰ বাহিৰে এনে কাৰ্য্য আল্লাৰ ইচ্ছাৰ বিৰুদ্ধে সহায়কাৰী হোৱা সম্ভৱ নাছিল।[৬২] আৰু বাস্তৱতে তেওঁক আমি যি জ্ঞান দিছিলোঁ নিশ্চয় তেওঁ তেনে জ্ঞানৰ গৰাকী আছিল; কিন্তু মানুহৰ সৰহ ভাগেই নাজানে।

৫৯। শত্ৰুৱে যদি সিহঁতক গুপ্তচৰ ভাবি আটক কৰি ৰাখে তেন্তে সিহঁতে নিজৰ অঙ্গীকাৰ কেনেকৈ পূৰ্ণ কৰিব। তাৰ বাবে সিহঁতক দোষ দিব নোৱাৰি।

৬০। (১) কেনানৰ এজাক মানুহ একেখন দুৱাৰেদি নগৰত সোমালে মানুহৰ মনত সিহঁতৰ অভিপ্ৰায় কি এই সম্বন্ধে সন্দেহ উদয় হব পাৰে।

(২) এই সময়ত ইয়াকুবক ( আ ) তেওঁৰ পুতেক ইয়ুচুফৰ সম্বন্ধে সকলো কথাৰ নিৰ্দ্দেশ আল্লাই দিছিল। ইয়ুচুফে যেন বিন্য়ামিনক অকলে লগ পায়, এই উদ্দেশ্যে ইয়াকুবে তেনে আদেশ দিছিল।

৬১। আল্লাৰ যি ইচ্ছা সেয়ে ঘটিব; কিন্তু মোৰ কাম তোমালোকক সতৰ্ক কৰি দিয়া মাত্ৰ।

৬২। ইয়াকুবৰ মনত এই ভয় হৈছিল, তেওঁৰ পুত্ৰেকহঁতক সিহঁতে গুপ্তচৰ ভাবি গ্ৰেপ্তাৰ কৰিব, আৰু বিন্য়ামিনো সিহঁতৰ লগতে আটক হৈ থাকিব। যাতে সিহঁত ধৰা নপৰে তেওঁ বেলেগ বেলেগ দুৱাৰেদি নগৰত সোমাবলৈ আদেশ দিছিল। কিন্তু আল্লাৰ ইচ্ছা মতে বিন্য়ামিন অন্য কাৰণে মিচৰতে থাকিব লগা হ'ল।

## ৰুকু ৯

ইয়ুচুফৰ সৈতে বিন্য়ামিনৰ মিলন ; ৰূপৰ পিয়লা এটাৰ কাৰণে বিন্য়ামিনৰ বিৰুদ্ধে চুৰ কৰাৰ মিছা অপবাদ ; ইয়ুচুফৰ বিৰুদ্ধেও তেনে মিছা অপবাদ ; এই ঘটনাত আল্লাৰ উদ্দেশ্য : ইয়ুচুফৰ বাঞ্ছাৰ সফলতা ।

৭০। আৰু যেতিয়া সিহঁত ইয়ুচুফৰ আগত উপস্থিত হ'ল, তেওঁ তেওঁৰ ভায়েকক নিজৰ কাষতে বহিবলৈ ঠাই দিলে ;[৬৩] তেওঁ (তেওঁক গোপনে) কলে, বাস্তৱতে মই তোমাৰে ককাই (ইয়ুচুফ)। সুতৰাং সিহঁতে তোমাৰ সৈতে যি অপব্যৱহাৰ কৰি আহিছে তাৰ বাবে তুমি বেজাৰ নকৰিবা।

৭১। পিছত সিহঁতৰ শস্যসম্ভাৰ সিহঁতক যোগাই দিওঁতে নিজৰ ভায়েক (বিন্য়ামিনৰ) থৈলাৰ ভিতৰত পানী খোৱা পিয়লা এটা সোমাই থলে।[৬৪] তাৰ পিছত মাত দিওঁতা এজনে চিঞৰি মাত দিলে, হে যাত্ৰীদল, (বা) তোমালোক নিশ্চয় চোৰৰ দল।

৭২। সিহঁতৰ ফালে সিহঁতে ঘোৰ লৈ সুধিলে, তোমালোকে কি বস্তু হেৰুৱাইছা ?

৭৩। সিহঁতে কলে, আমি ৰজাৰ জোখ লোৱা পাত্ৰ[৬৫] এটা পোৱা নাই ; আৰু যেয়ে তাকে উলিয়াই আনিব সি এটা উটৰ বোজাৰ সমান (শস্য পুৰস্কাৰ) পাব ; আৰু তাৰ কাৰণে মই[৬৬] নিজেই জামিন থাকিলোঁ।

৬৩। বহু বছৰৰ পিছত আপোন সৰু ভায়েক বিন্য়ামিনক পাই ইয়ুচুফে সন্তোষ লাভ কৰিলে, আৰু সাদৰ-সম্ভাষণ জনাই নিজৰ কাষতে বহিবলৈ দিলে। ককায়েকহঁতে নজনাকৈ তেওঁ নিজৰ পৰিচয় দি তেওঁক সান্ত্বনা দিলে।

৬৪। (১) জানি-শুনি ৰূপৰ পিয়লা এটা বিন্য়ামিনৰ থৈলাৰ ভিতৰত সোমাই থলে স্মৰণৰ চিন্ স্বৰূপ। (২) চাকৰবিলাকে ভুলতে পিয়লাটো বান্ধি দিলে। এইটো এটা ঐশ্বৰিক কৌশল—এই পিয়লাটো ইয়ুচুফৰ নিমিত্তে ভায়েকক ৰাখি থবৰ উপায় হৈ পৰিল। পিছৰ ৭৭ আয়তত তাকে 'গুপ্ত উপায়' বোলা হৈছে।

৬৫। আৰবী ছুৱা'ৰ অৰ্থ শস্য ওজন কৰিবৰ সঁজুলি। পানী খোৱা পিয়লাও হব পাৰে। তাকে ৭১ আয়তত 'চেকোৱা' বোলা হৈছে।

৬৬। প্ৰধান বিষয়াজনে কৈছে ; অনুমান কৰিব পাৰি জামিন হোৱাৰ অধিকাৰ তেওঁৰেই আছিল।

৭৪। সিহঁতে কলে, আল্লাৰ শপত, আমি যে এই দেশত অশান্তি সৃষ্টি কৰিবলৈ অহা নাই তোমালোকে আগতে জানি থৈছা; আৰু আমি কেতিয়াও চুৰ কৰা নাই।

৭৫। সিহঁতে কলে, তোমালোক মিথ্যাবাদী বুলি প্ৰমাণিত হলে তাৰ শাস্তি কি?

৭৬। সিহঁতে উত্তৰ দিলে, তাৰ শাস্তি এই, যাৰ থৈলাত সেই বস্তু ওলায়, সি নিজেই হব তাৰ বিনিময়[৬৭] স্বৰূপ; (চোৰ্বা,) অন্যায়কাৰীবিলাকক আমি এইদৰেই শাস্তি দিওঁ।

৭৭। পিছত তেওঁ আপোন ভায়েকৰ থৈলাত (পিয়লাটো) বিচৰাৰ আগতে সিহঁতৰ থৈলাবোৰ মেলি চাবলৈ আৰম্ভ কৰিলে;[৬৮] তাৰ পিছত তেওঁ আপোন ভায়েকৰ থৈলাৰ পৰা পিয়লাটো পাই উলিয়ালে। এনে সূক্ষ্ম উপায় আমি ইয়ুচুফৰ কাৰণে অৱলম্বন কৰিছিলোঁ।[৬৯] আল্লাই এইৰূপ ইচ্ছা নকৰা হলে ৰজাৰ (প্ৰচলিত) বিধান মতে নিজৰ ভায়েকক আৱদ্ধ কৰি ৰাখিবৰ কোনো অধিকাৰ তেওঁৰ নাছিল। আমি যাৰে ইচ্ছা তাৰে সন্মান উন্নত কৰোঁ; আৰু সকলো জ্ঞানবান লোকৰ ওপৰতো আছে এজন সৰ্ব্বজ্ঞাতা।

৭৮। সিহঁতে কলে, তেওঁ যদি চুৰ কৰিছে (একো আচৰিত কথা নহয়); ইতিপূৰ্ব্বে তেওঁৰ ককায়েকেও চুৰ কৰিছিল।[৭০] কিন্তু এই কথা ইয়ুচুফে নিজ অন্তৰতে লুকাই ৰাখিছিল, আৰু সিহঁতৰ আগত তাকে প্ৰকাশ কৰা নাছিল। তেওঁ কেৱল ইয়াকে কলে, তোমালোকে বেয়া ঠাইত পৰিলাহি; আৰু তোমালোকে যি আৰোপ কৰিছা সেই বিষয়ে আল্লাই ভালকৈ জানে।

---

৬৭। যেতিয়ালৈকে বিচাৰ শেষ নহয় তাক আটক কৰি ৰখা হওক।

৬৮। ইয়ুচুফৰ (আ) আদেশ মতে প্ৰধান বিষয়াজনে পিয়লাটো অনুসন্ধান কৰিব ধৰিলে। বিন্য়ামিন ইয়ুচুফৰ মৰমৰ ভায়েক বুলি গম পাই বিষয়াজনে সৰ্ব্বশেষতহে তেওঁৰ থৈলাটো চাইছিল।

৬৯। চোৰ্বা, ওপৰৰ টী ৬৪। ইয়ুচুফৰ যে একান্ত ইচ্ছা আছিল ভায়েকক লগতে ৰাখে, সেই ইচ্ছা এই উপায়েৰে আল্লাই পূৰ্ণ কৰালে।

৭০। এইটো সম্বুলি মিছা অপবাদ। কিছুমান ব্যাখ্যাকাৰে লিখিছে, হব পাৰে লৰা-কালত ইয়ুচুফে এনে দোষ কৰিছিল। ই নিতান্ত ভুল। যিজনক আল্লাই নবিৰূপে নিৰ্ব্বাচিত কৰি লৈছে তেনেজনে লৰাকালতো চুৰ কৰাৰ নিচিনা জঘন্য দোষ কৰিব নোৱাৰে।

৭৯। সিহঁতে কলে, হে সম্ভ্ৰান্তজন,[১১] তেওঁৰ পিতাক সচাকৈয়ে নিতান্ত বৃদ্ধ; সেই দেখি তেওঁৰ পৰিবৰ্ত্তে আমাৰে মাজৰ যেই সেই এজনক আবদ্ধ কৰি ৰাখাঁ; আমি দেখিবলৈ পাইছোঁ তুমি প্ৰকৃততে সৎকৰ্ম্মীসকলৰ এজন।

৮০। ইয়ুচুফে কলে, যাৰ কাষত আমি নিজৰ বস্তু পাইছোঁ তাক নধৰি অইন এজনক আমি ধৰিম নে? এনে কৰ্ম্মৰ পৰা আল্লাই আমাক ৰক্ষা কৰক! তেনে কৰিলে আমি নিশ্চয় অন্যায়কাৰী হম।

## ৰুকু ১০

ইয়ুচুফৰ (আ) ককায়েকহঁতৰ কেনানলৈ প্ৰত্যাবৰ্ত্তন; বিন্য়ামিনৰ বিৰুদ্ধে মিছা অভিযোগ, ইয়ুচুফ সম্বন্ধে ইয়াকুবৰ (আ) অনুভূতি আৰু আশা; ইয়ুচুফৰ ককায়েকহঁতৰ পুনৰায় মিচৰ যাত্ৰা, তেওঁৰ আত্ম-পৰিচয় আৰু অপৰাধী ককায়েকহঁতক ক্ষমাদান।

৮১। পিছত তেওঁৰ পৰা কোনো আশা নেদেখি সিহঁত গোপনে মন্ত্ৰণা কৰিবৰ অৰ্থে আঁতৰ হ'ল। সিহঁতৰ মাজত যিজন ডাঙৰ ককায়েক[১২] তেওঁ কলে, তোমালোকে নাজানা নে, আগতে তোমালোকৰ পিতাৰে তোমালোকৰ পৰা আল্লাৰ নামত প্ৰতিশ্ৰুতি লৈছিল? আৰু ইয়াৰ পূৰ্ব্বেও (এবাৰ) ইয়ুচুফৰ (ৰক্ষাৰ) বিষয়ে যি ভাৰ নিজৰ গাত লৈছিলা সেই বিষয়ে তোমালোকৰ ত্ৰুটি হ'ল। গতিকে যেতিয়ালৈকে মোৰ পিতৃয়ে মোক নিজে আদেশ নিদিয়ে, নাইবা আল্লাই মোৰ সম্বন্ধে অন্যৰূপ মীমাংসা নকৰে এই দেশৰ পৰা মই কেতিয়াও ওলাই নেযাওঁ; কিয়নো তেৱেঁই বিচাৰকসকলৰ মাজত সৰ্ব্বশ্ৰেষ্ঠ।

৮২। তোমালোক নিজ পিতাকৰ কাষলৈ উভতি যোৱাঁ আৰু ইয়াকে কোৱাঁ,—হে আমাৰ পিতা সচাকৈয়ে তোমাৰ পুত্ৰেক (বিন্য়ামিন) চুৰিত ধৰা পৰিছে; আৰু যি কথা আমি জানিব পাৰিছোঁ তাকে অবিকল (তোমাৰ

১১। 'আজীজ' জুলেইখাৰ স্বামীৰো নাম আছিল; কিন্তু ইয়াত তেওঁক বুজোৱা নাই, প্ৰধান বিষয়াজনক বুজাইছে। 'আজীজ'ৰ অৰ্থ ক্ষমতাবান, সম্মানজনক ব্যক্তি।

১২। হজৰত ইয়াকুবৰ চতুৰ্থ পুত্ৰ য়িহুদা (Juda)। তেৱেঁ বিন্য়ামিনৰ ৰক্ষাৰ ভাৰ পিতাকৰ আগত লৈছিল।—বা, আদি, ৪৩:৯। সেই কাৰণে তেওঁ বিন্য়ামিনক এৰি ঘৰলৈ উভতি যাবলৈ মান্তি নহৈছিল।

আগত) ব্যক্ত কৰিছোঁ ; আৰু যি অদৃশ্য সেই বিষয়ে আগৰে পৰা সতর্ক হোৱা (আমাৰ পক্ষে) সম্ভৱপৰ নাছিল ।[৭৩]

৮৩। আৰু যিখন নগৰত আমি আছিলোঁ তাৰ অধিবাসীবিলাকক নাইবা যি যাত্রীদলৰ লগত আমি উভতি আহিছোঁ সিহঁতক সুধি চোৱাঁ ; আৰু আমি নিশ্চয় সচা কথা কৈছোঁ।

৮৪। তেওঁ কলে, নহয় ; তোমালোকৰ নিজ অন্তৰসমূহে এনে কথা সাজি লৈছে ;[৭৪] গতিকে মোৰ নিমিত্তে ধৈর্য্য ধৰি থকাই শ্রেয়ঃ; হব পাৰে সকলোকে আল্লাই (এদিন) মোৰ ওচৰলৈ আনে ;[৭৫] তেৱেঁই নিশ্চয় সর্ব্বজ্ঞাতা, শ্রেষ্ঠ জ্ঞানী।

৮৫। আৰু তেওঁ সিহঁতৰ পৰা মুখ ঘুৰাই ললে, আৰু কলে, হায় ! ইয়ুচুফৰ কাৰণে মই কিমান শোক কৰিম ! আৰু এই শোকত কান্দি কান্দি তেওঁৰ দুই চকু বগা হৈ পৰিল ;[৭৬] তথাপি তেওঁ মনৰ দুখ সম্বৰণ কৰিছিল।

৮৬। সিহঁতে কলে, আল্লাৰ শপত, তুমি ইয়ুচুফক স্মৰণ কৰাটো এৰিব নোৱাৰা, যেতিয়ালৈকে নৰিয়া পৰি তুমি অপাৰগ নোহোৱা নাইবা নিজকে সংহাৰ নকৰা।

৮৭। তেওঁ কলে, মই মোৰ কষ্ট আৰু দুখ কেৱল আল্লাকহে জনাওঁ, আৰু তোমালোকে যি জানিব পৰা নাই মই আল্লাৰ পৰা জানিব পাৰিছোঁ।[৭৭]

৮৮। হে মোৰ পুত্রবিলাক, তোমালোকে (মিছৰলৈ আৰু এবাৰ) ওলাই যোৱাঁ, আৰু ইয়ুচুফ আৰু তেওঁৰ ভায়েক (বিন্‌য়ামিনৰ) সন্ধান লোৱাঁ,

---

৭৩। এনে এটা ঘটনা হব আৰু বিন্‌য়ামিনক আটক কৰি ৰখা হব আমাৰ কল্পনাৰো অতীত আছিল। সেই দেখি প্রতিশ্রুতি মতে তেওঁক লগতে আনিব নোৱৰাৰ বাবে আমি দোষী নহওঁ।

৭৪। ইয়াকুবে (আ) ভালকৈ জানিছিল, বিন্‌য়ামিন চুৰ কৰিবৰ লৰা নহয় ; ইয়াত নিশ্চয় ককায়েকহঁতৰ কিবা চক্রান্ত আছে।

৭৫। ইয়াকুব (আ) এজন শ্রেষ্ঠ নবী, আৰু আল্লাৰ ওপৰত তেওঁৰ দৃঢ় বিশ্বাস থকা স্বাভাৱিক। আল্লাৰ পৰা তেওঁ এই বাণী পাইছিল, তেওঁৰ পুতেকহঁত নিৰাপদে উভতি আহিব। আঃ ৮৭ আৰু ৯৭ চোৱাঁ।

৭৬। সদায় চকুৰ লো টুকি থকাৰ কাৰণে তেওঁৰ দৃষ্টি ক্ষুণ্ণ হোৱা অসম্ভৱ নহয়। কিন্তু তেওঁ একেবাৰে অন্ধ হোৱা নাছিল।—ইব্‌নে 'আব্বাচ আৰু ইমাম ৰাজী।

৭৭। আল্লাৰ প্রত্যাদেশ দ্বাৰা তেওঁ সকলো কথা জানিব পাৰিছিল।

আৰু আল্লাৰ অনুগ্ৰহ সম্বন্ধে নিৰাশ নহবা;[৭৮] ইয়াত কোনো সন্দেহ নাই যিবিলাক অবিশ্বাসী সেইবিলাকহে আল্লাৰ অনুগ্ৰহ সম্বন্ধে নিৰাশ হয়।

৮৯। পিছত সিহঁত (মিছৰলৈ গৈ) ইয়ুচুফৰ সন্মুখত উপস্থিত হ'ল; সিহঁতে কলে, হে সম্ভ্ৰান্ত জন, আমি আমাৰ গোটেই পৰিয়ালৰ সৈতে বৰ কষ্টত পৰিছোঁ; আৰু আমি অলপ মচৰপ ধন লৈ আনিছোঁ, এতেকে আমাক পূৰ্ণ পৰিমাণে শস্য দিয়া,[৭৯] আৰু আমাৰ প্ৰতি বদান্য হোৱাঁ; নিশ্চয় আল্লাই বদান্যসকলক (যথেষ্ট) প্ৰতিদান দিয়ে।

৯০। তেওঁ কলে, যেতিয়া তোমালোক অজ্ঞান আছিলা তোমালোকে ইয়ুচুফ আৰু তেওঁৰ ভায়েকৰ সৈতে কেনে ব্যৱহাৰ কৰিছিলা, তোমালোকৰ জনা আছে নে?[৮০]

৯১। সিহঁতে (বিস্মিত হৈ) সুধিলে, কি! সচাকৈয়ে তুমি ইয়ুচুফ নে? তেওঁ কলে, ময়ে ইয়ুচুফ আৰু এইজন মোৰ (সক) ভাই; স্বৰূপতে আমাৰ প্ৰতি আল্লাই অনুগ্ৰহ কৰিছে; ইয়াত কোনো সন্দেহ নাই যি পাপৰ পৰা বিৰত থাকে আৰু ধৈৰ্য্য ধাৰণ কৰে (সি সৎকৰ্ম্মী); নিশ্চয় সৎকৰ্ম্মীসকলৰ প্ৰতিদান আল্লাই কদাপি বিনষ্ট নকৰে।

৯২। সিহঁতে কলে, আল্লাৰ শপত, আমাৰ ওপৰত আল্লাই তোমাক প্ৰকৃততে শ্ৰেষ্ঠতা দান কৰিছে; আৰু ইয়াত কোনো ভুল নাই আমি তোমাৰ অপৰাধ কৰিছিলোঁ।

৯৩। তেওঁ কলে, আজিৰ দিনা তোমালোকৰ প্ৰতি কোনো দোষাৰোপ কৰিবৰ কাৰণ নাই;[৮১] আল্লাই তোমালোকক ক্ষমা দান কৰক। আৰু তেৱেঁই কৰুণাশীলসকলৰ মাজত শ্ৰেষ্ঠ কৰুণাময়।

---

৭৮। হজ্ৰত ইয়াকুবৰ (আ) আল্লাৰ ওপৰত কি অসীম ভৰসা, মন কৰিব লগীয়া।

৭৯। সচা, কেনান দেশত কঠোৰ দুৰ্ভিক্ষ হৈছিল, আৰু খোৱা বস্তুৰ ভীষণ অভাৱ আছিল। কিন্তু পিতাকে সিহঁতক ইয়ুচুফ আৰু বিন্য়ামিনৰ সন্ধান লবলৈহে পঠাইছিল। সিহঁতে আচল কথা পাহৰি কেৱল শস্য যোগাৰ কৰাৰ চিন্তাত আছিল।

৮০। প্ৰকৃত কথা প্ৰকাশ কৰিবৰ সময় আহিল। ইয়ুচুফে সিহঁতৰ দোষ উল্লেখ কৰিলে; কিন্তু এনে সুন্দৰ ভাবে কৰিলে, সিহঁতে যেন লাজ নাপায়। তেওঁ কলে, তোমালোকে দুবুদ্ধি, অজ্ঞানতাবশতঃ এনে দোষ কৰিছিলা।

৮১। মক্কা-বিজয়ৰ সময়ত কোৰেইশবিলাকক হজ্ৰতে (ৰ) এই আয়ত আবৃত্তি কৰি ক্ষমা কৰিছিল। তেওঁ কৈছিল, হে কোৰেইশ, তোমালোক মোৰ ভাই-ককাই।

৯৪। তোমালোকে মোৰ চোলাটো লৈ যোৱাঁ, আৰু তাকে মোৰ পিতৃক আগ বঢ়াই দিবা ;[৮২] তেতিয়া সকলো বিষয় তেওঁ দেখিব, বুজিব পাৰিব ; তাৰ পাছত তোমালোক সকলোৱে নিজ নিজ পৰিয়ালক লগত লৈ মোৰ ওচৰলৈ ঘূৰি আহিবা।

## ৰুকু ১১

ইয়ুচুফৰ ভ্ৰাতৃবিলাকৰ কেনানলৈ প্ৰত্যাবৰ্ত্তন ; হজ্‌ৰত ইয়াকুবৰ (আ) আগত তেওঁলোকৰ ক্ষমা প্ৰাৰ্থনা কথা ; গোটেই পৰিয়ালৰ মিছৰ-যাত্ৰা ; ইয়ুচুফৰ সৈতে পুনৰ্ম্মিলন।

৯৫। আৰু যেতিয়া যাত্ৰীদল (মিছৰৰ পৰা) দূৰলৈ গ'ল সেই সময়তে সিহঁতৰ পিতাকে (কেনানত) এনে আষাৰ কথা কৈছিল,সচাকৈয়ে মই ইয়ুচুফৰ সুগন্ধ পাইছোঁ,[৮৩] যদিহে তোমালোকে মোক বুঢ়া অৱস্থাত দেখি·অবোধ বুলি নাভাবা।

৯৬। এই কথা শুনাবিলাকে কলে, [৮৪] আল্লাৰ শপত, নিশ্চয় তুমি (এতিয়াও) নিজৰ পুৰণি ভ্ৰান্তিত পৰি আছা।

৯৭। পিছত যেতিয়া শুভ-সংবাদ আনোতা এজনে সেই চোলাটো আহি পোৱা মাত্ৰ তেওঁৰ সন্মুখত আগ বঢালে,[৮৫] তেওঁ তেতিয়া অন্তৰ্দৃষ্টি লাভ কৰিলে।

---

ইয়ুচুফে (আ) যিদৰে নিজৰ ককায়েকহঁতৰ দোষ মাৰ্জ্জনা কৰিছিল, মোৰ তেওঁৰ দৰে আজি তোমালোকৰ একো দোষ নধৰোঁ ; যোৱাঁ, তোমালোক স্বাধীন আৰু মুক্ত। ·

৮২। হজ্‌ৰত ইয়াকুব (আ) প্ৰকৃততে অন্ধ হোৱা নাছিল। মনৰ বেজাৰত অনবৰত চকুৰ লো টুকি অৱশেষ তেওঁৰ দৃষ্টি ক্ষীণ হৈছিল। এতিয়া সেই দৃষ্টি আগৰ দৰে হ'ল, আৰু তাৰ উপৰি অন্তৰ্দৃষ্টিও লাভ কৰিলে। সিহঁতৰ চক্ৰান্তৰ কাৰণ আৰু ফল সকলো বুজিব পাৰিলে। আৰু আল্লাৰ প্ৰত্যাদেশ পায়ো তেওঁ সান্ত্বনা লাভ কৰিছিল, আৰু ইয়ুচুফ্‌ আৰু বিন্‌য়ামিনৰ লগত মিলন হোৱাৰ আশা এৰি দিয়া নাছিল।

৮৩। আন্তৰিক মিলনে দূৰত্ব জয় কৰে। প্ৰেমিক সাধক উৱইচ্‌-কৰ্‌নী সম্বন্ধে হজ্‌ৰত মহম্মদে (দ) এষাৰ কৈছিল, ইয়মনৰ পৰা মই উৱ্‌ইচৰ সুগন্ধ পাইছোঁ। ইংৰাজী কাব্যত বহুত দৃষ্টান্ত পোৱা যায়। Tennysonৰ কথা, From star to star vibrates light—উল্লেখযোগ্য।

৮৪। ঘৰত থকাবিলাকে বা বন্ধুবিলাকে। এতিয়ালৈকে পুতেকহঁত পোৱাহি নাছিল। 'পুৰণি ভ্ৰান্তি', অৰ্থাৎ ইয়ুচুফ সম্বন্ধে তেওঁৰ উন্মত্ততা এতিয়াও যোৱা নাই।

৮৫। পুতেকহঁতৰ মাজৰে·এজন ল'ৰি আগ বাঢ়ি গৈ চোলাটো ইয়াকুবক দিছিল।

তেওঁ কলে, মই তোমালোকক কোৱা নাছিলোঁ নে,[৮৬] যি তোমালোকৰ অজ্ঞাত সকলো মই আল্লাৰ পৰা জানিব পাৰিছোঁ ?

৯৮। সিহঁতে কলে, হে আমাৰ পিতা, আমাৰ অপৰাধসমূহৰ কাৰণে তুমি আমাৰ হৈ (আল্লাৰ) ক্ষমা প্ৰাৰ্থনা কৰাঁ; বাস্তৱতে আমি (তাঙৰ) দোষ কৰিছোঁ।[৮৭]

৯৯। তেওঁ কলে, মই আগলৈ তোমালোকৰ হৈ মোৰ প্ৰভুৰ পৰা ক্ষমা ভিক্ষা কৰিম ; নিশ্চয় তেৱেঁই শ্ৰেষ্ঠ ক্ষমাশীল, পৰম দানশীল।[৮৮]

১০০। পিছত যেতিয়া তেওঁলোক ইয়ুচুফৰ আগত উপস্থিত হ'ল, তেওঁ নিজৰ পিতৃ-মাতৃ দুয়োজনাকে সাদৰ-সম্ভাষণ কৰি নিজৰ কাষতে বহিবলৈ দিলে, আৰু কলে, যদি আল্লাই ইচ্ছা কৰে, তোমালোক নিৰাপদে নগৰত প্ৰবেশ কৰাঁ।

১০১। আৰু তেওঁ নিজ পিতৃ-মাতৃ দুয়োজনাকে ওখ আসনত বহিবলৈ কলে ; আৰু সকলোৱে তেওঁক এনে অৱস্থাত দেখি (আল্লাৰ আগত কৃতজ্ঞতা জনাবলৈ) সাষ্টাঙ্গে প্ৰণিপাত কৰি (মাটিত) পৰিল।[৮৯] আৰু তেওঁ কলে, হে মোৰ পিতা, মই পূৰ্ব্বে যি সপোন দেখিছিলোঁ তাৰ ব্যাখ্যা এয়ে ; অৱশ্যেতে তাকে মোৰ প্ৰভুৱে সত্যত পৰিণত কৰিলে, আৰু তেওঁ মোক কাৰাগাৰৰ পৰা মুক্ত কৰি, আৰু শয়তানে মোৰ আৰু মোৰ ভ্ৰাতৃবৰ্গৰ মাজত বিৰোধ সৃষ্টি

৮৬। চোৱাঁ, ওপৰৰ আঃ ৯৪ আৰু টী।

৮৭। সিহঁতে সৰল মনেৰে নিজৰ দোষ স্বীকাৰ কৰি আল্লাৰ ক্ষমা বিচাৰিছিল দেখি সিহঁতে আল্লাৰ ক্ষমা লাভ কৰিলে, আৰু ইয়ুচুফেও ক্ষমা দিলে।

৮৮। চোৱাঁ, আঃ ৯৩। ইয়ুচুফে (আঃ) সিহঁতৰ দোষ নধৰি তত্তালিকে সিহঁতৰ হৈ আল্লাৰ আগত ক্ষমা ভিক্ষা কৰিলে। হজৰত ইয়াকুবে (আঃ) ক্ষমা ভিক্ষা কৰাটো ইয়ুচুফৰ লগত সাক্ষাৎ নোহোৱালৈকে স্থগিত ৰখা উচিত বুলি ভাবিছিল। কোৰান-বিদ হজৰত মুকদ্দিন চাহেবে কি সুন্দৰ মত প্ৰকাশ কৰিছে—"ইয়ুচুফে (আঃ) কৈছিল, আল্লাই তোমালোকক ক্ষমা কৰিব, কিন্তু ইয়াকুবে (আঃ) 'চৌকা' শব্দ ব্যৱহাৰ কৰি ভিক্ষা কৰাটো আগলৈ থলে। তেওঁৰ ঐশ্বৰিক জ্ঞান অধিক আছিল। হজৰত মহম্মদেও (দঃ) ইয়ুচুফৰ দৰে তেওঁৰেই ভাষা ব্যৱহাৰ কৰি কোৰেইছক মক্কা-বিজয়ৰ দিনা কৈছিল, আজি তোমালোকৰ দোষ নধৰোঁ। মন কৰিব লগীয়া কথা এই, তেওঁ ইয়ুচুফৰ দৰে এই আৰাৰ কথা নকলে, আল্লাই তোমালোকক মাৰ্জ্জনা কৰিব।"

৮৯। আল্লাক এবি আইনক চিজ্‌দা কৰা নিষিদ্ধ। ইয়াত যি চিজ্‌দাৰ উল্লেখ হৈছে সি চিজ্‌দা-এ-শুকৰানা, অৰ্থাৎ আল্লাৰ কৃতজ্ঞতা জনাবলৈ আল্লাকেই চিজ্‌দা কৰা।

কৰা সত্বেও তোমালোকক মৰুভূমিৰ প্ৰান্তৰ পৰা (মোৰ ওচৰলৈ) আনি স্বৰূপতে মোৰ প্ৰতি (মহান) অনুগ্ৰহ কৰিলে। বাস্তৱতে মোৰ প্ৰভুৱে যি কৰিবলৈ ইচ্ছা কৰে তাকে সূক্ষ্ম উপায় অৱলম্বন কৰি সম্পন্ন কৰে; ইয়াত কোনো সন্দেহ নাই তেওঁ সৰ্ব্বজ্ঞাতা, শ্ৰেষ্ঠ জ্ঞানী।

১০২। হে মোৰ প্ৰভু, [২০] স্বৰূপতে তুমি মোক ক্ষমতা দান কৰিলা আৰু সকলো বিষয়ৰ তত্ত্ব উলিয়াবৰ বিদ্যা শিকালা; হে আকাশমণ্ডলী আৰু পৃথিবী সৃজন কৰোঁতা, ইহলোক আৰু পৰলোকত তুমিয়ে মোৰ ৰক্ষক; মই তোমাত আত্মসমৰ্পণ কৰা অৱস্থাতেই মোৰ মৃত্যু সাধন কৰিবা, আৰু ধৰ্ম্মপৰায়ণ সকলৰ সঙ্গী কৰি মোক তুলিবা।

১০৩। এয়ে হৈছে অদৃশ্য অতীতৰ কিছু বিবৃতি যি আমি তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰিছোঁ; কাৰণ যেতিয়া সিহঁতে নিজৰ কাৰ্য্য-পদ্ধতি সম্বন্ধে একমত হৈ চক্ৰান্ত কৰিছিল [২১] তেতিয়া তুমি সিহঁতৰ ওচৰত উপস্থিত নাছিলা।

১০৪। আৰু তুমি যিমানেই অভিলাষ কৰা মানুহৰ সৰহভাগেই বিশ্বাস স্থাপন নকৰে।

১০৫। অথচ তুমি সিহঁতৰ পৰা ইয়াৰ কাৰণে একো প্ৰতিদান বিচৰা নাই; প্ৰকৃততে ই মাত্ৰ এটি (মহান) উপদেশ, সকলো জাতিৰ নিমিত্তে।

## ৰুকু ১২

ইয়ুচুফৰ (আ) কাহিনীত জ্ঞানী মানুহৰ নিমিত্তে শিকনি আছে; হজ্‌ৰত মহম্মদৰ (ছ) কাম হৈছে মানৱক আল্লাৰ ফালে আহ্বান কৰা; ৰচুলসকলক আল্লাই বিশেষৰূপে সাহায্য কৰে।

১০৬। আৰু আকাশমণ্ডলী আৰু পৃথিবীৰ ভিতৰত কত নিদৰ্শন আছে যি সিহঁতে যাওঁতে আহোঁতে দেখা পায়, কিন্তু সিহঁতে সেইবিলাকৰ পৰা মুখ ঘূৰাই লয়।[২২]

---

২০। হজ্‌ৰত ইয়ুচুফৰ (আ) এই প্ৰাৰ্থনাটি কি সুন্দৰ! নবীৰ আধ্যাত্মিক জ্ঞানৰ পৰিচয় নবীৰ প্ৰাৰ্থনাৰ পৰা পোৱা যায়।

২১। মক্কাৰ কোৰেইশেও হজ্‌ৰত মহম্মদৰ (ছ) বিৰুদ্ধে চক্ৰান্ত কৰিছিল। যেনেকৈ ইয়ুচুফৰ (আ) ককায়েকহঁতৰ চক্ৰান্তই গুচি নধৰিল তেনেকৈ কোৰেইশৰ চক্ৰান্তও ব্যৰ্থ হ'ল।

২২। সিহঁতে নিদৰ্শন দেখিও নেদেখে, আৰু ঘটনাৱলীৰ পৰা একো শিক্ষা গ্ৰহণ নকৰে।

১০৭। আৰু সিহঁতৰ সৰহভাগেই আইনক আল্লাৰ সমানে উপাস্য নপতাকৈ তেওঁত বিশ্বাস নকৰে।[৯৩]

১০৮। কি! সিহঁত এই বিষয়ে নিশ্চিন্ত হৈছে নে—সিহঁতৰ ওপৰত পৰিব আল্লাৰ এনে শাস্তি[৯৪] যি সকলোকে আবৰি ধৰিব, নাইবা সেই নিৰূপিত সময় সিহঁতলৈ এনেভাৱে অকস্মাৎ আহি পাব যে সিহঁতে তাৰ গমকে নাপাব ?

১০৯। (হে ৰচুল,) তুমি কোৱা, মই যি পথে চলোঁ সি এয়ে—আল্লাৰ পিনে মই (মানুহক) আহ্বান কৰোঁ; সুনিশ্চিত প্ৰমাণৰ[৯৫] ওপৰত মোৰ স্থিতি, আৰু সেইসকলৰো যিসকলে মোৰ অনুসৰণ কৰিছে; আৰু আল্লা পৰম পৱিত্ৰ; আৰু মই সেইবিলাকৰ অন্তৰ্গত নহওঁ যিবিলাকে আইনক আল্লাৰ সমানে উপাস্য পাতি লৈছে।

১১০। আৰু তোমাৰ পূৰ্ব্বেও যিসকলে নগৰসমূহত বাস কৰিছিল সেইসকলৰ মাজৰেই কেইবাজন মানুহক আমি ৰচুল নিযুক্ত কৰি প্ৰেৰণ কৰিছিলোঁ,[৯৬] (আৰু) তেওঁলোকলৈ আমি প্ৰত্যাদেশ কৰিছিলোঁ। সিহঁতে পৃথিৱীত পৰিভ্ৰমণ নকৰে নিয় যাতে সিহঁতৰ পূৰ্ব্বগামীবিলাকৰ কি পৰিণাম হ'ল সিহঁতে লক্ষ্য কৰিব পাৰে ? আৰু যিসকল ধৰ্ম্মপৰায়ণ সেইসকলৰ নিমিত্তে পৰলোকৰ বাসস্থান নিশ্চয় অতি উত্তম ; তোমালোকে এতিয়াও নুবুজা নে ?

৯৩। অৰ্থাৎ আল্লাত বিশ্বাস কৰাৰ লগে লগে আল্লাক ভিন্ন আইন উপাস্য শ্বিৰ কৰে। ছুফীসকলে পীৰ-ফকিৰক অথবা বিশ্বাসকো শ্বিৰ্ক জ্ঞান কৰে, ক্ষমতাশালী মানুহৰ আগত মূৰ দোওৱাকো শ্বিৰ্ক বোলে ; এনেকি, নিজৰ আকাঙ্ক্ষা আৰু বাসনাৰ অধীন হোৱাকো তেওঁলোকে শ্বিৰ্কে খফী (অপ্ৰত্যক্ষ শ্বিৰ্ক) নাম দিছে।

৯৪। ইহলোকৰ শাস্তি আৰু পৰলোকৰ শাস্তি দুইকে বুজাইছে।

৯৫। সত্যতাৰ প্ৰমাণ। এনে প্ৰমাণ নথকিলে নবীয়ে নাইবা তেওঁৰ অনুচৰবৰ্গে মানুহক আল্লাৰ ধৰ্ম্মলৈ কেনেকৈ আহ্বান কৰিব ?

৯৬। ৰচুলসকলে আকাশৰ পৰা নামি অহা নাই। তেওঁলোক দেশত থকা মানুহবিলাকৰেই সঙ্গী ; সিহঁতৰ লগতে তেওঁলোকে জীৱন-যাপন কৰে। কিন্তু তেওঁলোকৰ প্ৰতি আল্লাৰ বিশেষ অনুগ্ৰহ থাকে ; তেওঁলোকৰ লগত আল্লাই বাক্যালাপ কৰে। চোৱা, ১০ : ১৬ ; ১২ ; ১১০ ; ২৫ : ২০।

১১১। অৱশেষত ( অবিশ্বাসীবিলাকৰ সম্বন্ধে ) যি সময়ত ৰচুলসকল নিৰাশ হৈ পৰিল, আৰু সেই অবিশ্বাসীবিলাকে ভাবিলে যি বিষয়ে সিহঁতক অঙ্গীকাৰ দিয়া হৈছিল সি মিছা হ'ল, ( ঠিক ) সেই সময়তে তেওঁলোকলৈ আহি পালে আমাৰ ( বিশেষ ) সাহায্য ;[৯৭] তাৰ দ্বাৰা যাকে আমাৰ ইচ্ছা তাকে ৰক্ষা কৰা হ'ল ; কিন্তু আমাৰ শাস্তি কেতিয়াও নিবৃত্ত নহয় পাপীষ্ঠ জাতিৰ পৰা।

১১২। স্বৰূপতে সিহঁতৰ ইতিবৃত্তৰ মাজত বোধশক্তি থকাবিলাকৰ নিমিত্তে আছে শিকনি ; এই ( কোৰান ) সাজি লোৱা বাণী নহয়, বৰঞ্চ ই পূৰ্ব্বগামী সত্যৰ সমৰ্থন আৰু সকলো ( আৱশ্যকীয় ) বিষয়ৰ বিবৰণ স্বৰূপ ; আৰু বিশ্বাসীসকলৰ নিমিত্তে ই পথপ্ৰদৰ্শন আৰু কৰুণা।

---

৯৭। অৰ্থাৎ অবিশ্বাসীবিলাকে যে বিশ্বাস স্থাপন কৰিব এনে আশা নাই বুলি নবীয়ে কোনো সময়ত ভাবিব পাৰে ; কিন্তু আল্লাৰ কৰুণা আৰু বিশেষ সহায় সম্বন্ধে নবী কেতিয়াও নিৰাশ নহয়।

# চুৰা ১৩

# আৰ্-ৰা'দ ঃ বজ্ৰ

## মক্কাত অৱতীৰ্ণ

৬ ৰুকু ঃ ৪৩ আয়ত

এই চুৰা মক্কাত অৱতীৰ্ণ হৈছিল। ১৪ আয়াতত ৰা'দ শব্দ প্ৰয়োগ কৰা হৈছে। ৰা'দ শব্দৰ অৰ্থ বজ্ৰ, আৰু সেই নামেৰে এই চুৰা জনাজাত; হজৰত মহম্মদে (ছ) কোৰানে অনা সত্য পৃথিৱীত বজ্ৰনাদে ঘোষণা কৰিছিল।

কি উদ্দেশ্য লৈ আৰু কি শিক্ষা দিবৰ কাৰণে কোৰান অৱতীৰ্ণ হৈছে তাকে এই চুৰাত বৰ্ণনা কৰা হৈছে। আল্লাৰ প্ৰত্যাদেশ মেঘৰ পৰা নমা বৰষুণৰ নিচিনা। যিদৰে বৰষুণ পেলাই মৃত ভূমিক আল্লাই সজীৱ কৰে সেইদৰে নবীৰ প্ৰতি প্ৰত্যাদেশ অৱতীৰ্ণ কৰি তেওঁ আধ্যাত্মিকৰূপে মৃত মানৱ জাতিক নতুন প্ৰাণ দিয়ে।

হজৰত মহম্মদে (ছ) আল্লাৰ পৰা প্ৰত্যাদেশ পাই নিয়োজিত কামত লাগি গ'ল আৰু অবিৰাম সত্য প্ৰচাৰ কৰিব ধৰিলে। যিবিলাকে এই কাৰ্য্যত তেওঁক একাগ্ৰমনেৰে সহায় কৰিছিল সেইবিলাক আল্লাৰ কৰুণাৰ ভাগী হ'ল; কিন্তু যিবিলাকে তেওঁৰ এই পবিত্ৰ কাৰ্য্যত নানা প্ৰকাৰ বাধা-বিঘিনিৰ সৃষ্টি কৰিলে আৰু হজৰতৰ সত্য-প্ৰতিষ্ঠানৰ অভিযান নিষ্ফল কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিছিল সিহঁত আল্লাৰ ক্ৰোধ-ভাজন হ'ল।

এই চুৰাত এটা ডাঙৰ ভবিষ্যৎবাণী কৰা হৈছে, শত্ৰুদলৰ বাধা-বিঘিনি সত্বেও সত্যৰ জয় হব, আৰু পৃথিৱীৰ নানা দেশত ইচ্লাম ধৰ্ম্ম বিয়পি পৰিব; আৰু এই নিৰ্দ্দেশ দিয়া হৈছে, যিখন নগৰৰ (মক্কা) পৰা শত্ৰুদলে হজৰত মহম্মদক (ছ) আৰু তেওঁৰ ভক্তিমন্ত অনুগামীসকলক ওলাই যাবলৈ বাধ্য কৰিলে সেই নগৰখন এদিন তেওঁলোকৰ হাতলৈ আহিব, আৰু সেই শত্ৰুদলেই হজৰতৰ ভৰিত পৰি তেওঁৰ ক্ষমা বিচাৰিব। আল্লাৰ এই বাণী কেইবছৰ মানৰ পাছতে পূৰ্ণ হ'ল। ইতিহাস এই বিষয়ে সাক্ষী।

সাৰৰণিত কোৱা হৈছে, সকলো বিষয়ৰ শেষ মীমাংসা কোৰানে স্পষ্টৰূপে কৰি দিছে। তাৰ লগতে মানৱ জাতিক এই উপদেশ দিয়া হৈছে, নিজৰ অসাৰ বাসনা আৰু বৃথা আকাংক্ষা অনুসৰণ নকৰি যি জাতিয়ে কোৰানে দেখুওৱা বাটেদি চলিব সেই জাতিয়ে জাতীয় জীৱনত মঙ্গল আৰু সফলতা লাভ কৰিব।

# ৰুকু ১

**আল্লাই বিশ্বজগতৰ স্রষ্টা আৰু নিয়ন্ত্রণ কৰোঁতা; পৃথিবী তেওঁৰ নিদর্শনৰে পৰিপূর্ণ; মৃত্যুৰ পাছত পুনর্জীৱন সত্য, অবিশ্বাসীবিলাকে নিদর্শন দেখিও বিশ্বাসী নহয়; সিহঁতে শাস্তি বিচাৰে, কিন্তু আল্লাই ইচ্ছা কৰে ক্ষমা দিবলৈ।**

১। পৰম করুণাময়, পৰম দানশীল আল্লাৰ নামত।

২। আলিফ, লাম, মীম, ৰা;[১] এইবিলাক হৈছে ধর্ম্মগ্রন্থৰ আয়তসমূহ; আৰু তোমাৰ প্রভুৰ পৰা তোমাৰ প্রতি (হে মহম্মদ,) যি অৱতীর্ণ কৰা হৈছে সি সত্য; কিন্তু সৰহভাগ মানুহে বিশ্বাস নকৰে।

৩। যিজনে তোমালোকৰ দৃষ্টিত পৰা স্তম্ভ নোহোৱাকৈ আকাশমণ্ডলীক[২] উর্দ্ধলোকত তুলি ৰাখিছে সেইজনেই আল্লা; পিছত তেওঁ প্রতিষ্ঠিত হ'ল মহা-সিংহাসনৰ ওপৰত;[৩] আৰু তেওঁ সূর্য্য আৰু চন্দ্রক (নিজ বিধানৰ) অধীন কৰিলে,—প্রত্যেকে নিৰূপিত সময় অনুযায়ী[৪] (নিজ পথেদি) আবর্ত্তন কৰে; সকলো বিষয় নিয়ন্ত্রণ কৰে তেৱেঁই,[৫] আৰু তেৱেঁই বিস্তাৰিতভাৱে বর্ণনা কৰে নিদর্শনসমূহ; তাৰ উদ্দেশ্য হৈছে, তোমালোকে যেন নিজ প্রতি-পালকৰ সাক্ষাৎ পোৱাত নিশ্চিতকৈ বিশ্বাস কৰা।

৪। আৰু এই পৃথিবী তেৱেঁই প্রসাৰিত কৰিছে, আৰু তাত তেওঁ সৃষ্টি কৰিছে বহু পর্ব্বত আৰু বহু নদ-নদী, আৰু তাৰ মাজত তেওঁ ফল সৃজন

---

১। 'আনাল্লাহু-আ'লামু-ওয়া-আৰা'-ৰ' চমুৰূপ। অর্থ হৈছে, মই আল্লা, সকলো জানোঁতা, সকলো দেখোঁতা।

২। সূর্য্য, চন্দ্র, গ্রহ, উপগ্রহ, নক্ষত্র সকলোকে বুজাইছে। গ্রহ-নক্ষত্রবিলাকক আল্লাই মাধ্যাকর্ষণ শক্তি দ্বাৰা উর্দ্ধলোকত ৰাখে আৰু সেইবিলাকৰ আবর্ত্তনৰ নিয়ন্ত্রণ কৰে।

৩। চোৰা, ৭ : ৫৫ আৰু টী।

৪; আবর্ত্তন আৰু পৰিভ্রমণৰ দ্বাৰা দিন ৰাতি, মাহ, বছৰৰ কাল নির্ণয় কৰা হয়। চোৰা, ৬ : ৯৮; আৰু ৭৫ : ৭, ৮।

৫। আমি সহজে বুজিব পাৰোঁ, প্রকৃতিৰ য'ত বিধান কার্য্যকৰী হোৱা পৰিলক্ষিত হয়, ত'ত এজন বুদ্ধিবিশিষ্ট পৰিচালক নিশ্চয় আছে, আৰু সেইজনেই আল্লা।

কৰিছে, যোৰা যোৰাকৈ,[৬] দুবিধ দুবিধ: তেৱেঁই আবৃত কৰে দিনক নিশাৰে; চিন্তাশীল মানুহৰ নিমিত্তে ইয়াৰ মাজত নিশ্চয় বহু নিদর্শন নিহিত আছে।

৫। আৰু পৃথিবীত আছে (খেতিৰ) মাটি, বেলেগ বেলেগ আৰু লগালগিকৈ; আৰু আছে আঙুৰৰ বহু উদ্যান, আৰু শস্যক্ষেত্র, আৰু খেজুৰৰ গছবোৰ—একে শিপাৰে নাইবা বেলেগ বেলেগ শিপাৰে পৰা উৎপন্ন;[৭] আটাইবোৰক একে পানীৰে সিঁচা হয়, অথচ খাদ্যৰূপে এবিধ ফলক আন এবিধ ফলতকৈ আমি শ্রেষ্ঠ কৰিছোঁ, বুদ্ধিমন্ত লোকৰ নিমিত্তে নিশ্চয় ইয়াৰ মাজত আছে বহু নিদর্শন।

৬। আৰু তুমি যদি বিস্মিত হোৱা, সিহঁতে এনে কথা কোৱাটো বিস্ময়কৰ—আমি মৃত্যুৰ পিছত মাটিকাত পৰিণত হলে নতুনকৈ আমাৰ সৃষ্টি সচাকৈয়ে হব পাৰে নে?[৮] এই বিলাকেই নিজ প্রভুত অবিশ্বাস কৰিছে; আৰু এই বিলাকৰ কণ্ঠসমূহত পৰিব শিকলিবিলাক,[৯] আৰু এনেবিলাকেই হব নৰকৰ অগ্নিৰ অধিবাসী; তাতেই সিহঁত স্থায়ীৰূপে বাস কৰিব।

৭। আৰু তোমাক সিহঁতে খাটিছে, তুমি যেন মঙ্গলৰ পূর্ব্বে অমঙ্গল শীঘ্রে লৈ আহা,[১০] অথচ সিহঁতৰ পূর্ব্বে বহু ঘটনা দৃষ্টান্তস্বৰূপ ঘটি গৈছে; আৰু কোনো সন্দেহ নাই, তোমাৰ প্রভু মানৱৰ নিমিত্তে সিহঁতৰ অন্যায়

৬। উদ্ভিদবোৰ যে প্রাণ আছে আৰু গছ, ফুল আদিৰ জীৱন মানুহৰ জীৱনৰ সদৃশ, এই সত্য আধুনিক বিজ্ঞানে প্রমাণ কৰিছে।

৭। একে শিপাৰ পৰা কেইবা জোপা গছ উৎপন্ন হয়; আৰু বিভিন্ন গছৰ বেলেগ বেলেগ শিপা থাকে। গছ-গছনিৰ, ফল-মূলৰ বর্ণ বেলেগ, গোন্ধ বেলেগ, ৰূপ পৃথক, সোৱাদ পৃথক। চিন্তাশীলবিলাকৰ নিমিত্তে সৃষ্টিৰ বিচিত্রতাত বহু নিদর্শন আছে।

৮। মৃত্যুৰ পাছত যে আৰু এটা জীৱন আছে তাত বিশ্বাস কৰা মুছলমানৰ ধর্ম। আৰবুৰিৰ পৰা শেষ পর্য্যন্ত কোৰানে ঠায়ে ঠায়ে বহুবাৰ উল্লেখ কৰিছে, এনে বিশ্বাস ইচলাম ধর্ম্মৰ প্রধান অঙ্গ। অবিশ্বাসীবিলাকে সকলতে পৰলোকৰ জীৱনলৈ বিদ্রূপহে কৰিছিল।

৯। চোৰী, ৭: ১৫৮; ৩৪: ৩৪; ৩৬: ৮। বিশেষকৈ চোৰী, ৪০: ৭২।

১০। আল্লা পৰম কৰুণাময়, ক্ষমাশীল। তেওঁ সহজে আৰু শীঘ্রে মানুহক শাস্তি নিদিয়ে; আত্ম-সংশোধন কৰিবলৈ মানুহক যথেষ্ট সময় আৰু সুযোগ দিয়ে। তাতো যদি মানুহে আমঠ হৈ সত্যৰ পৰা পৰাঙ্মুখ হয় আৰু অনুতাপ নকৰে, আল্লাই তাৰ মঙ্গলৰ নিমিত্তেই তাক শাস্তি দিয়ে।

আচৰণ সত্ত্বেও মাৰ্জ্জনাশালী; আৰু ইয়াতো কোনো সন্দেহ নাই, (পাপীষ্ঠবিলাকক) শাস্তি দিয়াত তোমাৰ প্ৰভু কঠোৰ।

৮। আৰু অবিশ্বাসীবিলাকে সোধে, তেওঁৰ প্ৰতি তেওঁৰ প্ৰভুৰ পৰা কোনো নিদৰ্শন কিয় অৱতীৰ্ণ হোৱা নাই? অথচ (সিহঁতে জনা উচিত) তুমি এজন সতৰ্ককাৰী মাথোন;[১১] আৰু একোজন পথ-প্ৰদৰ্শক পঠোৱা হয় প্ৰত্যেক জাতিৰ নিমিত্তে।

## ৰুকু ২

আল্লাৰ জ্ঞাণ সৰ্ব্বব্যাপী; তেওঁ সকলোৰেই ৰক্ষক; বিশ্বজগত তেওঁৰ বিধানৰ অধীন; বিশ্বাস আৰু সত্য চিৰস্থায়ী; আল্লাৰ বাধ্যসকলৰ নিমিত্তে আছে মঙ্গল; অবাধ্যবিলাকৰ বাসস্থান নৰক।

৯। প্ৰত্যেক তিৰোতাই যি গৰ্ভত ধাৰণ কৰে তাক আৰু সেই গৰ্ভবিলাকৰ হ্ৰাস হোৱা আৰু বৃদ্ধি হোৱা সকলো আল্লাই জানে;[১২] আৰু তেওঁৰে ওচৰত আছে সকলো বস্তুৰ উপযুক্ত পৰিমাণ।

১০। অদৃশ্য আৰু দৃশ্য[১৩] সকলো বিষয়ে তেওঁ পৰিজ্ঞাত; তেওঁ অতি মহান, গৌৰৱময়।

১১। তোমালোকৰ মাজৰ যেয়ে কথা গোপনে ৰাখে আৰু যেয়ে তাকে প্ৰকাশ কৰে, আৰু যেয়ে নিশাৰ আন্ধাৰত লুকাই থাকে আৰু যেয়ে দিনৰ পোহৰত ফুৰা-চকা কৰে, (তেওঁৰ চকুত) এইবিলাক সকলো সমান।

---

১১। নিদৰ্শনৰ ওপৰত নবীৰো কোনো ক্ষমতা নচলে। নিদৰ্শন আল্লাই যথাসময়ত আৰু যথা কাৰণে নিজ ইচ্ছামতে দেখুৱায়। নবী সতৰ্ক কৰোঁতা, বাট দেখাওঁতা, উপদেশ দিওঁতা মাথোন।

১২। গৰ্ভত সন্তানৰ ক্ৰমিক বৃদ্ধি আৰু লৰা বা ছোৱালী উপজা আল্লাই নিৰ্ণয় কৰা বিধানৰ অধীন।

১৩। যি চকুৰ আগত আছে তাকো জানে-আৰু যি মানুহে নেদেখে তাকো আল্লাই সমানে দেখে। অইন অৰ্থত, বৰ্ত্তমান কালত যি ঘটি আছে তাক আল্লাই জানে, আৰু ভবিষ্যতে যি ঘটিব তাকো তেওঁ সেইদৰেই জানে। অহা ১১ আয়তে অৰ্থ স্পষ্ট কৰি দিছে।

১২। মানুহৰ সন্মুখত আৰু তাৰ পিছত তাৰ নিমিত্তে আছে এনে প্ৰহৰীবিলাক[14] যিবিলাকে, ইজনৰ পিছত সিজনে, আল্লাৰ আদেশ অনুসাৰে তাক ৰক্ষা কৰি থাকে। ইয়াত অকণো সন্দেহ নাই, কোনো জাতিয়ে নিজেই নিজৰ অৱস্থা পৰিবৰ্ত্তন নকৰিলে, আল্লাই সিহঁতৰ অৱস্থাৰ কোনো পৰিবৰ্ত্তন নকৰে;[15] আল্লাই কোনো জাতিৰ অমঙ্গল ইচ্ছা কৰিলে তাৰ কোনো প্ৰতি-ৰোধ নাই; আৰু সিহঁতৰ নিমিত্তে এজনো ৰক্ষা কৰোঁতা নাই তেওঁৰ বাহিৰে।

১৩। তেৱেঁই তোমালোকক বিজুলী দেখুৱায়, যাতে (তোমালোকৰ মনত) ভয় আৰু আশাৰ সঞ্চাৰ হয়, আৰু (পানীৰে) গধূৰ মেঘমালা তেৱেঁই পৰিচালন কৰে।

১৪। আৰু প্ৰশংসাৰে সৈতে বজ্ৰই, আৰু ফিৰিশ্‌তাবিলাকেও, তেওঁলৈ ত্ৰাসিত হৈ তেওঁৰ পৱিত্ৰতাৰ কীৰ্ত্তন কৰে; আৰু তেৱেঁই বজ্ৰসমূহ নমাই তাৰ দ্বাৰা যাকে ইচ্ছা তাকেই আঘাত কৰে, তথাপিও আল্লাৰ সম্বন্ধে সিহঁতে তৰ্ক-বিতৰ্কহে কৰে; আৰু (সিহঁতে জনা উচিত) আল্লা কঠোৰ ক্ষমতাশালী।

১৫। তেওঁকেহে আহ্বান কৰা যথাৰ্থ[16] আহ্বান; আৰু তেওঁত বিনে যিবিলাকক সিহঁতে আহ্বান কৰে সেইবিলাকে সিহঁতক কোনো উত্তৰকে নিদিয়ে[17] —(সিহঁত হৈছে) সেইজনৰ সদৃশ যিজনে (পিয়াহত আকুল হৈ) পানীৰ পিনে নিজৰ হাতদুখন মেলি থাকে যাতে পানী তাৰ মুখত পৰে, কিন্তু সেই পানী তালৈ নাপায়হি; ইয়াৰ কাৰণ এই, অবিশ্বাসীবিলাকে প্ৰাৰ্থনা কৰা ভ্ৰান্তিত পৰাৰ বাহিৰে একোকে নহয়।

১৪। ধাৰ্ম্মিক মানুহক ৰক্ষা কৰিবলৈ যি ফিৰিশ্‌তাবিলাকক আল্লাই নিযুক্ত কৰে সেইবিলাকক ইয়াত 'মু' আক্কেবাত' বোলা হৈছে; আৰু ৬ : ৬২ত সেইবিলাকক 'হাফজা' বোলা হৈছে। ইংৰাজীত সেইবিলাকক guardian angels বোলে।

১৫। প্ৰত্যেক জাতিৰ উত্থান-পতন সেই জাতিৰ হাতহে্তেই। আল্লাৰ বা ভাগ্যক দোষ দিয়া অনুচিত।

১৬। নিখুঁত প্ৰাৰ্থনা; আন্তৰিক উচ্ছ্বাসৰে সৈতে এক আল্লাৰ প্ৰাৰ্থনা।

১৭। কোৰানৰ মতে আল্লাৰ অস্তিত্বৰ প্ৰমাণ আল্লাই নিজেই দিয়ে আমাৰ প্ৰাৰ্থনা গ্ৰহণ কৰি।

১৬। আৰু আকাশমণ্ডলী আৰু পৃথিবীৰ মাজত যি আছে সকলোৱে, ইচ্ছাৰে হওক বা অনিচ্ছাৰে হওক, আল্লাৰেই বাধ্যতা স্বীকাৰ কৰে, আৰু তাৰ ছাঁবিলাকেও[১৮] (তেনে কৰে) পুৱা আৰু সন্ধ্যা। [দ্বিতীয় ছিজ্‌দা]

১৭। (হে ৰছুল,) তুমি প্ৰশ্ন কৰাঁ, আকাশমণ্ডলী আৰু পৃথিবীৰ প্ৰভু কোন? তুমিয়ে (সিহঁতক) উত্তৰ দিয়াঁ, আল্লা। তুমি (আৰু) সোধা, তেন্তে তোমালোকে তেওঁত ভিন্ন এনেবিলাকক বন্ধুৰূপে কিয় গ্ৰহণ কৰিছা যিবিলাক নিজৰে উপকাৰ আৰু অপকাৰ সাধন কৰিবলৈ অসমৰ্থ? (আৰু) প্ৰশ্ন কৰাঁ, দৃষ্টিহীন[১৯] আৰু দৃষ্টিশালী দুয়ো সমান হব পাৰে নে? অথবা, ঘোৰ অন্ধকাৰ আৰু আলোক সমতুল্য হব পাৰে নে? নাইবা সিহঁতে আল্লাৰ সমানে এনে অংশীবিলাক স্থিৰ কৰি লৈছে নে, যিবিলাকে তেওঁ সৃষ্টি কৰা দৰে (বহুতো বস্তু) সৃষ্টি কৰিছে; আৰু তেনে সৃষ্টি সিহঁতৰ চকুত (আল্লাৰ) সৃষ্টিৰ অনুৰূপ?[২০] তুমি কোৱাঁ, সকলো বস্তুৰে সৃজন কৰোঁতা হৈছে আল্লা; আৰু তেৱেঁই এক-অদ্বিতীয়, পৰাক্ৰমশালী।

১৮। তেৱেঁই মেঘৰ পৰা বৰষুণ নমায়; তাৰ ফলত উপত্যকাৰ প্ৰবাহ-সমূহ নিজ নিজ আয়তন অনুসাৰে বৈ যায়; আৰু যি ফেন-ফোটকাৰ পানীৰ ওপৰত (ওপঙ্গি থাকে) তাকে প্ৰবল সোঁতে উটাই নিয়ে।[২১] আৰু অলঙ্কাৰ বা কোনো প্ৰকাৰ পাত্ৰ গঢ়িবলৈ সিহঁতে যি ধাতুকে অগ্নিৰ তাপত গলায় তাৰ পৰাও সেই ধৰণৰ ফেন-ফোটকাৰ ওলায়।[২২] এইদৰে আল্লাই

১৮। পুৱা আৰু গধূলি ছাঁ মাটিত দীঘল হৈ পৰে আল্লাক সাষ্টাঙ্গে প্ৰণিপাত কৰাৰ দৰে, চিয্‌দা কৰে)।

১৯। বিশ্বাস হৈছে আত্মাৰ দৃষ্টি—'Faith is the eye of the Soul'. যাৰ বিশ্বাস নাই সি অন্ধ; সি নিদৰ্শন দেখিও নেদেখে, সত্য উপলব্ধি কৰিব নোৱাৰে।

২০। চোৰা, ৩ : ৫০। হজ্‌ৰত ঈচাই (আ) যে আল্লাৰ দৰে চৰাই সৃষ্টি কৰা নাছিল এই আয়তৰ পৰা বুজিব পাৰি।

২১। বৰষুণৰ স্নিগ্ধকৰ তেজা পানী হৈছে আল্লাৰ প্ৰত্যাদেশ; তাৰ দ্বাৰা পৃথিবীত সত্য প্ৰতিষ্ঠিত হয়। ফেন অস্থায়ী বস্তু, তাক পানীৰ সোতে উটাই নিয়ে। অসত্য ফেনৰ নিচিনা অস্থায়ী; সত্য চিৰকলীয়া।

২২। দ্বিতীয় উপমাত কৈছে, ধাতুৰ মলিৰ কোনো মূল্য নাই। ইয়াক মানুহে পেলাই দিয়ে। সত্য বৈ যায় : অসত্য উৰি যায়।

ব্যক্ত কৰে সত্য আৰু অসত্যৰ উপমা। গতিকে সেই ফেন-ফোটকাৰ কামত নলগা মলিৰ দৰে পেলনি যায় ; কিন্তু যি মানৱৰ হিত সাধন কৰে সি মাটিতে ৰৈ যায় ; আল্লাই উপমাসমূহৰ অৱতাৰণা কৰে এই দৰেই।

১৯। যিসকলে নিজ প্ৰভুৰ আদেশ পালন কৰে সেইসকলৰ নিমিত্তে আছে ( চিৰকালৰ ) মঙ্গল ; কিন্তু যিবিলাকে তেওঁৰ আদেশৰ বিৰুদ্ধে চলে, যদি সিহঁত পৃথিবীৰ সকলো বস্তুৰ, আৰু তাৰ লগতে তাৰ সমান আৰু বস্তুৰ গৰাকী হয়, সিহঁতে ( শাস্তিৰ পৰা ৰক্ষা পাবৰ নিমিত্তে ) গোটেইখিনি মোচন-মূল্য স্বৰূপ দিবলৈ ইচ্ছা কৰিব, ( কিন্তু তাকে গ্ৰহণ কৰা নহ'ব ) ; সিহঁতৰ পৰা লেখ লোৱা হ'ব টানকৈ, আৰু সিহঁতৰ আশ্ৰয়-স্থল হ'ব নৰক ; আৰু নৰক জিৰণিৰ কি নিকৃষ্ট ঠাই !

## ৰুকু ৩

ধৰ্মপৰায়ণসকলৰ অন্তৰ্ভুক্ত সত্য জানিবলৈ ; তেওঁলোকৰ গুণাৱলী। তেওঁলোকৰ আৰু তেওঁলোকৰ আত্মীয়স্বজনৰ স্বৰ্গত সুখ উপভোগ। অন্যায়কাৰীবিলাকৰ পৰিণাম ; পৰলোকৰ জীৱন শ্ৰেষ্ঠ আৰু অনন্ত ; ইহলোকৰ সুখ ক্ষন্তেকীয়া।

২০। ( হে ৰচুল, ) কি ! তোমাৰ প্ৰতি তোমাৰ প্ৰভুৰ পৰা যি অৱতীৰ্ণ হৈছে তাক যিজনে সত্য বুলি জানিছে তেওঁ সেইজনৰ নিচিনা হ'ব পাৰে নে যি অন্ধ ?[২৩] উপদেশ গ্ৰহণ কৰে কেৱল বোধশক্তি থকাসকলে,—

২১। যিসকলে আল্লাৰ লগত কৰা অঙ্গীকাৰ পূৰ্ণ কৰে,[২৪] আৰু কেতিয়াও চুক্তি ভঙ্গ নকৰে,

২২। যিসকলে যেনে সম্বন্ধ স্থাপন কৰিবলৈ আল্লাই আদেশ দিছে

২৩। বুদ্ধি বা মনোবৃত্তিক ঐশ্বৰিক প্ৰত্যাদেশৰ দ্বাৰা সতেজ নকৰিলে মন আৰু আত্মা আন্ধাৰত থাকে ; তাত সত্য প্ৰবেশ কৰিব নোৱাৰে।

২৪। অৰ্থাৎ ৰছী'অতৰ বিধানসমূহ পালন কৰি আল্লাৰ লগত সম্বন্ধ অটুট ৰাখে।

তেনে সম্বন্ধ স্থাপন কৰে,[২৫] আৰু নিজ প্ৰভুৰ ভয় ৰাখে, আৰু যিসকল ( শেহ দিনৰ ) কঠোৰ লেখ সম্বন্ধে আতঙ্কিত[২৬] থাকে,

২৩। আৰু যিসকলে নিজ প্ৰভুৰ সন্তুষ্টিৰ অৰ্থে ধৈৰ্য্য ধাৰণ কৰে[২৭] আৰু নমাজৰ অনুষ্ঠান কৰে, আৰু তেওঁলোকক আমি যি সম্পদ দান কৰিছোঁ তাৰ পৰা ব্যয় কৰে, গোপনে আৰু প্ৰকাশ্যে, আৰু মঙ্গল দ্বাৰা অমঙ্গলৰ প্ৰতিবিধান কৰে ; সেইসকলৰ নিমিত্তে আছে পৰলোকৰ উত্তম বাসস্থান,

২৪। চিৰকলীয়া কাননসমূহ,[২৮] যাৰ ভিতৰত সেইসকলে প্ৰৱেশ কৰিব ; আৰু তেওঁলোকৰ পিতৃবিলাকৰ আৰু তেওঁলোকৰ পত্নীবিলাকৰ আৰু তেওঁলোকৰ সন্তান-সন্ততিৰ মাজৰ যিবিলাক ধৰ্ম্মপৰায়ণ সেইসকলেও ( প্ৰৱেশ কৰিব ),[২৯] আৰু ফিৰিশ্‌তাবিলাকেও প্ৰৱেশ কৰি তেওঁলোকৰ সন্মুখত উপস্থিত হব প্ৰত্যেক দুৱাৰেদি।

২৫। ( আৰু কব ) তোমালোকৰ প্ৰতি শান্তি বৰ্ষণ হওক ![৩০] কিয়নো তোমালোকে ধৈৰ্য্য ধাৰণ কৰিছিলা ; গতিকে ( তোমালোকলৈ স্থাপিত হ'ল ) পৰলোকৰ কেনে উৎকৃষ্ট বাসস্থান !

২৬। আৰু চুক্তি স্থাপন হৈ যোৱাৰ পাছত যিবিলাকে আল্লাৰ সৈতে কৰা অঙ্গীকাৰ ভঙ্গ কৰে আৰু যি সম্বন্ধ স্থাপন কৰিবলৈ আল্লাই আদেশ দিছে

২৫। সমগ্ৰ মানৱ জাতিৰ সৈতে সদয় ব্যৱহাৰ আৰু সহযোগিতা কৰা, আৰু মিলা-প্ৰীতিৰ সম্বন্ধ দৃঢ় কৰা ; এয়ে হৈছে আল্লাৰ আদেশ।

২৬। আতঙ্কৰ কাৰণ এই, কানোচা মহাবিচাৰৰ দিনা পাপৰ পৰিমাণ পুণ্যতকৈ অধিক হয়, আৰু আল্লাই তেওঁলোকৰ বিৰুদ্ধে বিচাৰ কৰে।

২৭। আল্লাৰ পথত যি ক্লেশ-কষ্ট সহ্য কৰিব লগা হয় তাক প্ৰফুল্ল মনেৰে সহ্য কৰে, আৰু তেওঁলোকৰ বিশ্বাসৰ অলপো লৰ-চৰ নহয়।

২৮। চোৰা, ৯ : ৭২। আদন্ শব্দৰ মানে, চিৰকাল অৱস্থান কৰিবৰ ঠাই। স্বৰ্গৰ সুখ অনন্ত। সুফীসকলে কয়, স্বৰ্গ-সুখৰ চানেকি শান্তিময় আত্মা—চোৰা, ৮৯ : ২৭। আল্লাৰ সুৰে সুৰ মিলাই জীৱনযাপন কৰাকে 'ঐশ্বৰিক জীৱন' ( Life Divine ) বোলে।

২৯। কোৰানৰ মতে পৰলোকত আত্মীয়স্বজনৰ পৰস্পৰ মিলন হব। ধৰ্ম্মপৰায়ণ আত্মীয়সকল স্বৰ্গত একেলগে বাস কৰিব।

৩০। স্বৰ্গ-বাসীসকলক ফিৰিশ্‌তাবিলাকে চালাম দিয়াৰ কথা কোৰানৰ কেইবা ঠাইতো উল্লেখ হৈছে ; যেনে ৩৬ : ৫৯ ; আৰু ৭৯ : ৫৪।

তাকে ছিডি পেলায়, আৰু পৃথিবীত অশান্তিৰ সৃষ্টি কৰে, সিহঁতৰ ওপৰত পৰিব (আল্লাৰ) অভিশাপ,[31] আৰু সিহঁতৰ নিমিত্তে থাকিব নিকৃষ্ট বাসস্থান।

২৭। যাৰে ইচ্ছা তাৰে নিমিত্তে আল্লাই জীবিকা প্ৰশস্ত কৰে, আৰু (প্ৰয়োজন মতে) সঙ্কীৰ্ণ কৰে; আৰু সিহঁত পাৰ্থিব জীৱন লৈ আনন্দিত; কিন্তু পৰকালৰ তুলনাত পাৰ্থিব জীৱন খন্তেকীয়া সম্বল মাত্ৰ।

## ৰুকু ৪

**আল্লাৰ স্মৰণে দিয়ে মনৰ সুখ আৰু শান্তি; সত্যৰ জয় আৰু জগতত সত্যৰ প্ৰতিষ্ঠা; মক্কা-বিজয় সম্বন্ধে মহৎ ভবিষ্যৎবাণী।**

২৮। আৰু যিবিলাক অবিশ্বাসী সেইবিলাকে কয়, তেওঁৰ প্ৰতি তেওঁৰ প্ৰভুৰ পৰা কোনো নিদৰ্শন কিয় অৱতীৰ্ণ হোৱা নাই?[32] তুমি কোৱা, আল্লাই যাকে ইচ্ছা তাকে ভ্ৰান্তিত পৰিব দিয়ে;[33] আৰু তেওঁ নিজৰ ফালে বাট দেখুৱায় সেইজনক যিজনে (তেওঁৰ ফালে) ঘূৰি যাবলৈ বিচাৰে।

২৯। তেওঁলোকেই বিশ্বাস কৰে; আৰু আল্লাৰ (বেছিকৈ) স্মৰণ কৰাৰ ফলত তেওঁলোকৰ অন্তৰসমূহে শান্তি লাভ কৰে;[34] মন কৰিবা, অন্তৰসমূহে শান্তি লাভ কৰে আল্লাক বেছিকৈ স্মৰণ কৰিলে।

---

৩১। আল্লাৰ অভিশাপ মানুহৰ অভিশাপৰ অনুৰূপ নহয়। আৰবী লা'নত্ শব্দৰ আছল অৰ্থ হৈছে আল্লাৰ সন্নিধানৰ পৰা আঁতৰোৱা। চোৱা, ২ : ৮৯, আৰু ১৬০।

৩২। চোৱা, ওপৰৰ আঃ ৮।

৩৩। চোৱা, ২ : ২৭ আৰু টী। সত্য গ্ৰহণ বা প্ৰত্যাখ্যান, কৰাত মানুহ স্বাধীন। যেয়ে বিৰুদ্ধ আচৰণ কৰে আৰু বিপথে যাবলৈ বিচাৰে আল্লাই তাক বাধা নিদিয়ে। আৰু যেয়ে আল্লাৰ ফালে যাবলৈ বাট বিচাৰে তাক আল্লাই সেই বাটেদি লৈ যায়।—১৪ : ২৮; ২৯ : ৭০।

৩৪। হজৰতে (ছ) ছহাবাসকলক এই মহৎ শিক্ষা দিছিল—সকলো সময়তে আল্লাক স্মৰণ কৰা। তেওঁলোকে এই শিক্ষা নিজৰ জীৱনত কাৰ্য্যকৰী কৰিছিল। ঘোৰ যুদ্ধৰ সময়তো নমাজ এৰা নাছিল। প্ৰকৃততে যিসকল বিশ্বাসী আৰু বুদ্ধিমন্ত সেই-সকলৰ গুণ বৰ্ণনাৰ প্ৰসঙ্গে কোৰানে উল্লেখ কৰিছে,—তেওঁলোকে উঠোঁতে আৰু বহোঁতে আৰু শোওঁতে আল্লাক স্মৰণ কৰে।—৩ : ১৯১। চুৰা মুু'মিনত আছে—'আৰু তোমা-

৩০। যিসকলে বিশ্বাস কৰে আৰু সজ কাম কৰে সেইসকলৰ নিমিত্তে আছে স্বৰ্গীয় সুখ আৰু উৎকৃষ্ট প্ৰত্যাবৰ্ত্তন।

৩১। এইদৰে আমি তোমাক এনে এটা সম্প্ৰদায়লৈ প্ৰেৰণ কৰিছোঁ যাৰ পূৰ্ব্বে বহুতো সম্প্ৰদায় অন্তৰ্হিত হৈ গৈছে,—এই অৰ্থে, যাতে যি (কোৰান) আমি তোমাৰ প্ৰতি প্ৰত্যাদেশ কৰিছোঁ তাকে সিহঁতৰ আগত পাঠ কৰা। তত্ৰাচ সিহঁতে করুণাময় বিধাতাৰ (অস্তিত্ব) অস্বীকাৰ কৰে। তুমি কোৱাঁ, তেৱেঁই মোৰ প্ৰভু ; তেওঁত ভিন্ন আৰু কেও উপাস্য নাই ; তেওঁৰেই ওপৰত মই ভৰসা কৰিছোঁ ; আৰু তেওঁৰেই ফালে হব মোৰ প্ৰত্যাবৰ্ত্তন।

৩২। আৰু যদি এই কোৰানৰ দ্বাৰা পৰ্ব্বতসমূহক সঞ্চালন কৰা হয়, নাইবা তাৰ দ্বাৰা পৃথিবীক ছিন্ন কৰা হয়, নাইবা তাৰ গুণে মৃত মানুহক কথা পাতবলৈ সমৰ্থ কৰা হয়[৩৫] (তথাপি তাত সিহঁতে কেতিয়াও বিশ্বাস নকৰে)। নহয়, (প্ৰকৃত কথা এই) সকলো বিষয়ৰ নিয়ন্ত্ৰণ আল্লাৰ হাতত। কি! বিশ্বাসীবিলাকে (এতিয়াও) জানিব পৰা নাই নে, আল্লাই ইচ্ছা কৰা হলে, সমগ্ৰ মানৱ জাতিক সুপথ প্ৰদৰ্শন কৰিলেহেতেন?[৩৬] আৰু অবিশ্বাসী-বিলাকে যি কু-কাৰ্য্য কৰিছে তাৰ বাবে সিহঁতৰ ওপৰত পৰিব বিপদৰ পাছত বিপদ, নাইবা সিহঁতৰ বাসস্থানৰ[৩৭] ওচৰতেই বিপদ উপনীত হব।

---

লোকে বেছিকৈ আল্লাক স্মৰণ কৰাঁ যাতে তোমালোক সফল-মনোৰথ হব পাৰা'।—৬২ : ১১।

৩৫। অবিশ্বাসীবিলাকে অলৌকিক ঘটনা নিদৰ্শন স্বৰূপ বিচাৰি ফুৰে। কিন্তু এনেবোৰ ঘটনা দেখিলেও সিহঁতে সত্য গ্ৰহণ নকৰে। কিন্তু বিশ্বাসীসকলে দেখিছে, ডাঙৰ ডাঙৰ ৰাজ্য, যেনে চীৰিয়া, ইৰান, ৰুম প্ৰভৃতি দৃঢ় বিশ্বাস দ্বাৰা জয় হল, এয়ে পৰ্ব্বতৰ সঞ্চালন আৰু পৃথিবীৰ ছিন্ন-বিছিন্ন হোৱা। আৰু সেইসকলে দেখা পাইছে ; যি জাতি মৃত আছিল, কোৰানৰ শিক্ষা দ্বাৰা পুনৰ্জীৱিত হ'ল, আৰু সমগ্ৰ জগতত ধৰ্ম্ম আৰু সত্যৰ সাক্ষী হৈ থিয় দিলে।

৩৬। পাপ আৰু পুণ্যৰ যুদ্ধ, ন্যায় আৰু অন্যায়ৰ সংগ্ৰাম চিৰকাল চলি থাকিব, আৰু মানৱ জাতিয়ে দেখা পাই থাকিব পুণ্য আৰু ন্যায়ৰ জয়, পাপ আৰু অন্যায়ৰ পৰাজয়। এয়ে আল্লাৰ ইচ্ছা। এয়ে তেওঁৰ বিধান। আন্ধাৰ নহলে পোহৰৰ মূল্য আমি বুজিব নোৱাৰোঁ।

৩৭। ইয়াত এটা ডাঙৰ ভবিষ্যৎবাণী কৰা হৈছে। ইচ্লামৰ শত্ৰু কোৰেইশৰ ওপৰত আল্লাৰ শাস্তি পৰিব ; পোনতে সৰু-সুৰা বিপদ, পিছত হজেইবিয়াৰ অঞ্চলত নামিব হজ্ৰত (ৰ) আৰু হজ্‌যাত্ৰী সঙ্গীসকল, আৰু তাতে সন্ধিস্থাপন হব। কোৰেইশে সন্ধিৰ চৰ্ত্ত

কালক্ৰমে আল্লাৰ প্ৰতিশ্ৰুতি পূৰ্ণ হবৰ সময় পাবহি ; ইয়াত একো সন্দেহ নাই, আল্লাই নিজ অঙ্গীকাৰ কদাপি ভঙ্গ নকৰে।

## ৰুকু ৫

সত্যৰ বিৰোধীবিলাকৰ কু-অভিসন্ধি, তাৰ নিষ্ফলতা ; ধাৰ্ম্মিকসকলৰ নিমিত্তে আছে অনন্ত স্বৰ্গ-সুখ ; সকলো বিষয়ৰ মীমাংসা কোৰানত।

৩৩। স্বৰূপতে তোমাৰ পূৰ্ব্বৰ অন্য ৰছুলসকলৰ সৈতেও উপহাস কৰা হৈছিল। কিন্তু এই অবিশ্বাসীবিলাকক (প্ৰথমতে) অৱসৰ দিছিলোঁ,[38] পিছত (আত্ম-সংশোধন নকৰাৰ বাবে) সিহঁতক ধৰিলোঁ ; তেতিয়া (বিৰুদ্ধ আচাৰৰ) প্ৰতিফল কেনে (ভীষণ) আছিল !

৩৪। আৰু, প্ৰত্যেক আত্মাই যি অৰ্জ্জন কৰিছে তাক যিজনে নিৰীক্ষণ কৰি থাকে (এনেজনৰ সদৃশ হব পাৰে নে যিজন তাকে কৰিবলৈ অক্ষম ?) অথচ সিহঁতে অইনক আল্লাৰ সমান উপাস্য পাতিছে। তুমি কোৱাঁ, সেইবিলাকৰ তোমালোকে নাম[39] লোৱাঁ চোন। কি ! পৃথিবীৰ এনে বস্তু সম্বন্ধে তোমালোকে তেওঁক জানিব দিবা নে যি তেওঁৰ জ্ঞানৰ অতীত ? সেয়ে যদি নহয়, ই (মুখৰ) এটা অসাৰ বাক্য মাত্ৰ।[40] নহয়, (প্ৰকৃততে)

---

ভক্তাৰ কাৰণে পাছত হব মক্কা-বিজয়। তাকে কৈছে 'ধাৰ্ম্মিকৰ ওচৰত' পৰা বিপদ। এই ভবিষ্যৎবাণী বাইবেলতো কৰা হৈছে ; চোৱাঁ, দ্বি, বি, ১৮ অধ্যায়।

৩৮। যথেষ্ট সময় দিছিলোঁ যাতে সিহঁতে চিন্তা কৰে আৰু বেয়া বাট এৰি ভাল বাট ধৰে।

৩৯। অংশীবিলাক কোন সেইবিলাকৰ নাম লোৱাঁ, আৰু সেইবিলাকৰ যদি গুণ থাকে বৰ্ণনা কৰাঁ। তেতিয়া মই তোমালোকক দেখুৱাব পাৰিম সেইবিলাক গুণ-হীন। আল্লাৰ গুণত সম্পূৰ্ণতা আছে ; অংশীবিলাকৰ গুণ অসম্পূৰ্ণ।

৪০। বহাবাসকলে অৰ্থ কৰিছে, এনে কথা যাৰ কোনো মূল্য নাই। তফচীৰকাৰ-বিলাকে মানে কৰিছে, এনে কথা বা উক্তি যি যুক্তিসঙ্গত নহয়, যাৰ কোনো প্ৰমাণ নাই।

অবিশ্বাসীবিলাকৰ চকুত শোভনীয় কৰা হৈছে সিহঁতৰ গুপ্ত অভিসন্ধি ; আৰু সিহঁতক সুপথৰ পৰা প্ৰতিৰোধ কৰা হৈছে[৪১]; আৰু যাক আল্লাই বিপথে যাবলৈ দিয়ে তাক সুপথ দেখুৱাবলৈ কেও নাই।

৩৫। পাৰ্থিৱ জীৱনত সিহঁতৰ নিমিত্তে আছে শাস্তি ; কিন্তু পৰলোকৰ শাস্তি নিশ্চয় তাতোকৈ অধিক কঠোৰ ; আৰু আল্লাৰ বিৰুদ্ধে সিহঁতক ৰক্ষা কৰোঁতা কেও নাই।

৩৬। ধাৰ্ম্মিকসকলৰ নিমিত্তে প্ৰতিশ্ৰুত স্বৰ্গ এনে এখন উদ্যানৰ অনুৰূপ[৪২] যাৰ তলেদি জুৰিবিলাক বৈ গৈছে, যাৰ ফল আৰু যাৰ ছাঁ[৪৩] চিৰ-কলীয়া ; এয়ে সেইসকলৰ প্ৰতিদান যিসকলে আল্লাৰ ভয় ৰাখে ; কিন্তু অবিশ্বাসীবিলাকৰ প্ৰতিফল হৈছে নৰকৰ অগ্নি।

৩৭। আৰু যিবিলাকক আমি ধৰ্ম্মগ্ৰন্থ দান কৰিছোঁ সেইবিলাকে তোমাৰ প্ৰতি যি অৱতীৰ্ণ হৈছে তাত ( সাধাৰণতে ) আনন্দ প্ৰকাশ কৰে ;[৪৪] কিন্তু বিভিন্ন দলৰ কিছুমানে তাৰ কিছু ভাগ অস্বীকাৰ কৰে।[৪৫] তুমি কোৱাঁ, মোৰ প্ৰতি ইয়াকে মাথোন আদেশ কৰা হৈছে যে মই ( কেৱল ) আল্লাৰেই আৰাধনা কৰোঁ আৰু অইনক তেওঁৰ সমানে উপাস্য নাপাতোঁ ; তেওঁৰেই ফালে মই ( সকলোকে ) আহ্বান কৰোঁ, আৰু তেওঁৰেই পিনে মোৰ প্ৰত্যাবৰ্ত্তন।

---

৪১। মক্কাৰ কোৰেইশ্‌বিলাকে হজ্‌ৰতৰ ( স্ব ) বিৰুদ্ধে চক্ৰান্ত কৰিছিল, আৰু নানা সূক্ষ্ম উপায় চিন্তা কৰি উলিয়াইছিল, যাতে হজ্‌ৰতৰ নতুন ধৰ্ম্ম ( ইচ্‌লাম ) প্ৰচাৰ আৰু বিস্তাৰ নহয়। এনে চেষ্টা কৰাৰ ফল কি হ'ল? সুপথ সিহঁতে দেখা নাপালে, আৰু বিপথে বহুদূৰ অগ্ৰগামী হ'ল।

৪২। চোৱাঁ, ৪৭ : ১৬। ই স্বৰ্গৰ উপমা মাত্ৰ। আৰ্‌বী শব্দ 'মছল'ৰ অৰ্থ দৃষ্টান্ত, উপমা। স্বৰ্গৰ সুখ পৃথিৱীত অনুভৱ কৰিব নোৱাৰি ; আৰু স্বৰ্গৰ সুখ বুজাবলৈ পৃথিৱীৰ সুখৰ তুলনাও দিব নোৱাৰি। স্বৰ্গৰ যি বৰ্ণনা আমি কোৰানত পাওঁ তাৰ অধিকাংশকে উপমা বুলি ধৰি লব লাগিব।

৪৩। পৃথিৱীত কৰা সৎ কাম আৰু তাৰ উপকাৰৰ স্বৰ্গীয় প্ৰতিৰূপকে ফল আৰু ছাঁ বোলা হৈছে।

৪৪। ইহুদী আৰু খৃষ্টিয়ানবিলাকৰ বুদ্ধিমন্ত কিছুমানে তোৰা আৰু ইন্‌জীলৰ বহু ভৱিষ্যৎবাণী ( বিশেষকৈ হজ্‌ৰত মহম্মদৰ (স্ব) আগমন সম্বন্ধে ) কোৰানত পূৰ্ণ হৈছে বুলি বিশ্বাস কৰে। ইয়াত তেনে পুথিপোৱা লোকসকলক বুজাইছে।

৪৫। চোৱাঁ, ২ : ৮৭।

৩৮। আৰু এইদৰেই সকল বিষয়ৰ[৪৬] মীমাংসা স্বৰূপ এই কোৰান আৰবী ভাষাত আমি অৱতীৰ্ণ কৰিছোঁ; আৰু তোমাৰ প্ৰতি জ্ঞান অহাৰ পিছতো যদি তুমি সিহঁতৰ বৃথা বাঞ্ছাসমূহৰ অনুসৰণ কৰা, তেন্তে আল্লাৰ বিৰুদ্ধে তোমাৰ নিমিত্তে নাথাকিব কোনো সহায় কৰোঁতা আৰু কোনো ৰক্ষা কৰোঁতা।

## ৰুকু ৬

বিভিন্ন জাতিৰ উত্থান আৰু পতন আল্লাৰ হাতত; ইচ্লামৰ জগতত প্ৰচাৰ আৰু বিস্তাৰ হোৱা সম্বন্ধে নিৰূপিত বিধান; ধৰ্ম্মপ্ৰচাৰ ৰচুলৰ কাম আৰু বিৰোধীক শাস্তি দিয়া আল্লাৰ কাম; তেওঁৰ (ৰচুলৰ) সত্যতাৰ সাক্ষী আল্লা আৰু বিভিন্ন ধৰ্ম্মগ্ৰন্থসমূহ।

৩৯। আৰু স্বৰূপতে তোমাৰ পূৰ্ব্বেও ৰচুলসকলক আমি প্ৰেৰণ কৰিছিলোঁ; আৰু তেওঁলোকক (বিয়া কৰাবলৈ) দিছিলোঁ পত্নীবিলাক,[৪৭] আৰু (দিছিলোঁ) সন্তান-সন্তুতি; আৰু আল্লাৰ আদেশ বিনে নিদৰ্শন উপনীত কৰে এনে ক্ষমতা কোনো ৰচুলৰে নাছিল;[৪৮] প্ৰকৃততে একোটা যুগৰ নিমিত্তে আছে (আল্লাই) নিৰূপিত কৰা বিধান।

৪০। যি ইচ্ছা তাকে আল্লাই লোপ হবলৈ দিয়ে, আৰু যি ইচ্ছা তাকে প্ৰতিষ্ঠিত কৰে;[৪৯] আৰু এই গ্ৰন্থৰ উৎপত্তি হৈছে আল্লাৰ সন্নিধানৰ পৰা।

৪১। আৰু সিহঁতৰ প্ৰতি যি অঙ্গীকাৰ আমি কৰিছিলোঁ তাৰ কিছু ভাগ (তোমাৰ জীৱনতে পূৰ্ণ কৰি) তোমাক দেখিবলৈ দিওঁ, নাইবা (তাৰ

---

৪৬। ধৰ্ম্মমূলক আৱশ্যকীয় বিষয়বোৰৰ মীমাংসা।

৪৭। ৰচুলসকলে বিয়া কৰাইছিল আৰু তেওঁলোকৰ লৰা-ছোৱালীও হৈছিল। ইচ্লামৰ শিক্ষা এই, আল্লাক পাবলৈ পৰিয়াল আৰু সমাজৰ বন্ধন ছিঁড়ি বাবি-বননিলৈ যাবৰ কোনো প্ৰয়োজন নাই।

৪৮। প্ৰয়োজন মতে নিদৰ্শন আল্লাই নিজে দেখুৱায়; আৰু যদি কেতিয়াবা নবী আৰু ৰচুলে দেখুৱায় আল্লাৰ বিশেষ অনুমতি লৈ হে দেখুৱায়।

৪৯। (১) অসত্য বিলুপ্ত হয় আৰু সত্য প্ৰতিষ্ঠিত হয় আল্লাৰ ইচ্ছা মতে, (২) এটা জাতি অথবা ৰাজ্য ধ্বংস হয় আৰু আন এটা জাতি অথবা ৰাজ্য প্ৰতিষ্ঠিত হয় আল্লাৰ ইচ্ছাতে।

পূৰ্ব্বেই ) তোমাৰ জীৱন অন্ত কৰোঁ।[৫০] গতিকে তোমাৰ ওপৰত আছে মাথোন সত্য প্ৰচাৰ কৰাৰ ভাৰ, আৰু লেখ লোৱাৰ ভাৰ থাকিল আমাৰ ওপৰত। [১]

৪২। সিহঁতে নেদেখে নে, আমি দেশখন তাৰ প্ৰান্তৰসমূহৰ পৰা ( ক্ৰমান্বয়ে ) হ্ৰাস কৰি আনিছোঁ। আৰু ( সকলো বিষয়ৰ ) বিচাৰ আল্লাই কৰে; আৰু তেওঁৰ বিচাৰ ওলটাবলৈ কাৰো সাধ্য নাই; আৰু তেওঁ লেখ লোৱাত খৰতকীয়া।[৫২]

৪৩। আৰু স্বৰূপতে সিহঁতৰ পূৰ্ব্ববৰ্ত্তীবিলাকেও ( সত্যৰ বিৰুদ্ধে ) গোপনে অভিসন্ধি কৰিছিল; কিন্তু সকলো অভিসন্ধিৰ ওপৰত আছে আল্লাৰ ক্ষমতা। প্ৰত্যেক আত্মাই যি অৰ্জ্জন কৰে তাক তেওঁ জানে; আৰু অবিশ্বাসী-বিলাকে আগলৈ জানিব পাৰিব পৰলোকৰ উত্তম বাসস্থানৰ গৰাকী কোন।

৪৪। আৰু যিবিলাক অবিশ্বাসী সেইবিলাকে ( তোমাক ) এই বুলি কয়, তুমি ( আল্লাৰ ) প্ৰেৰিত ৰচুল নোহোৱা; তুমি কোৱাঁ, মোৰ আৰু তোমা-লোকৰ মাজত আল্লাৰ, আৰু যিজনৰ ধৰ্ম্মগ্ৰন্থৰ জ্ঞান আছে তেনেজনৰ সাক্ষী যথেষ্ট।[৫৩]

---

৫০। কোনো বিপৰ্য্যয়ৰ নিদৰ্শনৰূপে যি ভবিষ্যৎবাণী কৰা হয় তাকে ৰচুলে ( স্ব ) নিজৰ জীৱনতে পূৰ্ণ হোৱা দেখা পায়। আৰু যদি আল্লাৰ এয়ে ইচ্ছা হয়, তেওঁৰ অন্তৰ্দ্ধানৰ পাছত খলীফাসকলৰ সময়ত সেই ভৱিষ্যতবাণী পূৰ্ণ হয়।

৫১। নবীৰ কাম হৈছে অবিৰাম ধৰ্ম্ম প্ৰচাৰ কৰি গৈ থকা আৰু মানৱক সত্যৰ পিনে আনিবলৈ যাৱপৰনাই চেষ্টা কৰা। বিৰোধীবিলাকক শাস্তি দিয়া বা নিদিয়া, বা অকো অলপ দিনলৈ স্থগিত ৰখা, হৈছে আল্লাৰ কাম।

৫২। সিহঁতৰ অধীনত দেশৰ যিবিলাক অংশ আছিল সেইবিলাক ক্ৰমান্বয়ে মুচলমানসকলৰ হাতলৈ আহিল। আল্লাৰ বিচাৰ এই, যি ৰাজত্বৰ উপযোগী তাকে ৰাজত্ব দান কৰা। আৰু প্ৰকৃততে ৰাজত্ব একোকে নহয়; সত্য আৰু ধৰ্ম্মৰ জয় হোৱাটো হে আছল কথা।

৫৩। আল্লাৰ সাক্ষী এই, তেওঁ নিজৰ প্ৰেৰিত নবী আৰু ৰচুলসকলক বিশেষ সাহায্য কৰি আহিছে। পুথিৰ জ্ঞানধাৰসকলৰ সাক্ষী হৈছে, তেওঁলোকৰ ধৰ্ম্মপুথিত হজৰত মহম্মদৰ ( স্ব ) আগমন সম্বন্ধে যিবোৰ ভবিষ্যৎবাণী উল্লিখিত আছে সেইবোৰ যে পূৰ্ণ হল তাকে উপলব্ধি কৰি প্ৰকাশ কৰা।

# চুৰা ১৪

## ইব্ৰাহিম

### মক্কাত অৱতীৰ্ণ

৭ ৰুকু, ৫৩ আয়ত

হিজ্ৰতৰ আগৰ দুই বছৰৰ মাজতে এই চুৰা মক্কাত অৱতীৰ্ণ হৈছিল। ৪৭ আয়তত কোৰেইশৰ অভিসন্ধিৰ কথা উল্লেখ হৈছে। এনেকোৱা ঘটনাৰ পৰা এই চুৰাৰ অৱতীৰ্ণ হোৱাৰ সঠিক সময় নিৰ্ণয় কৰিব পাৰি।

আল্লাৰ ৰচুলসকলৰ আগমনৰ উদ্দেশ্য কি? মানৱ জাতিক আন্ধাৰৰ পৰা পোহৰলৈ নিয়া, অসত্য আৰু অধৰ্মৰ বাটৰ পৰা সত্য আৰু ধৰ্মৰ ফালে মানুহক আকৃষ্ট কৰা। সাধাৰণতে মানুহে ৰচুলক নিজৰে নিচিনা এজন মানুহ বুলি গণ্য কৰে, আৰু তেওঁ যে আল্লাৰ বাৰ্ত্তাবাহক তাকো স্বীকাৰ নকৰে। কিন্তু ই তাওৰ ভুল। আল্লাই ৰচুলক নিজৰ প্ৰত্যাদেশ দি মানুহক ধৰ্ম শিক্ষা দিবলৈ প্ৰেৰণ কৰে। সেই কাৰণে ৰচুলৰ কাম যিবিলাকে প্ৰতিৰোধ কৰে সেইবিলাক আল্লাৰ ক্ৰোধ-ভাজন হয়। সেই দেখি ধৰ্মৰ বিৰুদ্ধে সিহঁতৰ প্ৰচেষ্টা সফল হব নোৱাৰে। আল্লাই সিহঁতক অনুতাপ কৰিবলৈ সময় আৰু সুযোগ দিয়ে। তেতিয়াও যদি সিহঁতে নিজৰ বিৰুদ্ধ আচৰণ নেৰে, সিহঁতে আল্লাৰ শাস্তি ভোগ কৰিব, এই জীৱনত আৰু পৰকালৰ জীৱনতো।

সত্য আৰু বিশ্বাস যে চিৰস্থায়ী আৰু অসত্য আৰু অবিশ্বাস ভিত্তিহীন তাকে এটি সুন্দৰ উপমাৰ দ্বাৰা প্ৰকাশ কৰা হৈছে।

দ্বিতীয় চুৰাত হজৰত ইব্ৰাহিম (আ) আৰু তেওঁৰ পুত্ৰেক হজৰত ইস্মাইলৰ (আ) প্ৰাৰ্থনা আৰু কা'বা নিৰ্মাণৰ কথা উল্লেখ কৰা হৈ গৈছে। এই চুৰাৰ শেষ ভাগতো হজৰত ইব্ৰাহিমৰ এটি হৃদয়গ্ৰাহী প্ৰাৰ্থনা দিয়া হৈছে। হজৰত ইব্ৰাহিমৰ (আ) পত্নী হাযেৰা আৰু পুত্ৰেক ইস্মাইলৰ মক্কা উপত্যকাত বসতি কৰাৰ একমাত্ৰ উদ্দেশ্য আছিল এক অদ্বিতীয় আল্লাত বিশ্বাস স্থাপন কৰা, মক্কাক কেন্দ্ৰ কৰি পৃথিৱীত তৌহীদ প্ৰতিষ্ঠিত কৰা।

আৰবত তৌহীদ প্ৰতিষ্ঠিত হল ইস্মাইলৰ বংশধৰ হজৰত মহম্মদৰ (দ) দ্বাৰা। প্ৰকৃততে ইচ্‌লাম সেই তৌহীদৰে পূৰ্ণ বিকাশ।

## ৰুকু ১

ৰচুলসকলৰ আবিৰ্ভাৱৰ মুখ্য উদ্দেশ্য; নবীয়ে মাতৃভাষাত ধৰ্ম্ম-প্ৰচাৰ কৰে, যাতে মানুহে ধৰ্ম্মৰ কথা বুজিব পাৰে; মুচাক ফিৰৌনৰ বিৰুদ্ধে আল্লাৰ বিশেষ সাহায্য; ধৰ্ম্মপালন এটা ডাঙৰ পৰীক্ষা।

১। পৰম করুণাময় পৰম দানশীল আল্লাৰ নামত।

২। আলিফ্‌লাম ৰা;[১] এইখনেই ধৰ্ম্মগ্ৰন্থ যি তোমাৰ প্ৰতি আমি অৱতীৰ্ণ কৰিছোঁ, যাতে তুমি মানৱ জাতিক ঘোৰ অন্ধকাৰৰ[২] পৰা আলোকৰ ফালে উলিয়াই নিয়া, সেই শক্তিশালী, প্ৰশংসনীয় ( আল্লাৰ ) বাটলৈ ;—

৩। যিজন আল্লা আকাশমণ্ডলীত থকা আৰু পৃথিবীত থকা সকলোৰেই গৰাকী। আৰু কঠোৰ শাস্তিৰ কাৰণে সেই অবিশ্বাসীবিলাকৰ প্ৰতি ধিক!—

৪। যিবিলাকে পৰলোকতকৈ পাৰ্থিৱ জীৱন বেছি ভাল পায়, আৰু ( মানুহক ) প্ৰতিৰোধ কৰে আল্লাৰ পথৰ পৰা, আৰু সেই পথকে একা-বেকা কৰিব বিচাৰে ;[৩] সেইবিলাকেই পৰি আছে দূৰৰ ভ্ৰান্তিত।

৫। আৰু আমি এনে ৰচুলক হে প্ৰেৰণ কৰিছোঁ যি নিজ জাতিৰ ভাষা জানে, তেওঁ যেন সিহঁতক ( আল্লাৰ বাণী ) স্পষ্টকৈ বুজাব পাৰে ;[৪] তাৰ পাছত আল্লাই যাকে ইচ্ছা তাকে ভ্ৰান্তিত পৰিবলৈ দিয়ে, আৰু যাকে ইচ্ছা তাকে সুপথে লৈ যায় ; আৰু তেৱেঁই ক্ষমতাশীল, শ্ৰেষ্ঠ জ্ঞানী।[৫]

---

১। চোৰা, ১০ : ২ ; ১১ : ২।

২। অন্ধ-বিশ্বাস বা অবিশ্বাসৰ পৰা পূৰ্ণ সঠিক বিশ্বাসৰ ফালে; অজ্ঞানতাৰ পৰা জ্ঞানৰ ফালে, ক্ৰিয়া-পদ্ধতিৰ পৰা ধৰ্ম্মৰ সাৰৰ ফালে।

৩। পাৰ্থিৱ জীৱনৰ সুখ ভোগ কৰাই সিহঁতৰ মুখ্য উদ্দেশ্য। গতিকে সিহঁতে মানুহক ধৰ্ম্মৰ পথৰ পৰা আঁতৰাই নিবলৈ, আৰু ধৰ্ম্মৰ বিকৃত অৰ্থ কৰিবলৈ চেষ্টা কৰে।

৪। কোৰান আৰ্‌বী ভাষাত আহিল, আৰু সেয়ে আছিল হজ্‌ৰত মহম্মদৰ (ছ) মাতৃ-ভাষা গতিকে ইয়াৰ দ্বাৰা আৰবিলাকৰ মাজত ইচ্‌লামৰ প্ৰচাৰ প্ৰথমে হল। তাৰ পাছতহে ইচ্‌লাম আৰবৰ পৰা উপচি পৰিল, আৰু নানা ভাষাৰ সহায় লৈ নানা দেশত বিস্তৃত হল।

৫। এই আয়তৰ পৰা দুটা কথা ওলাই পৰে। (১) ধৰ্ম্ম-প্ৰচাৰ পোনতে মাতৃ-ভাষাত কৰা উচিত; (২) কোৰান পাঠ কৰোঁতে প্ৰত্যেক আয়তৰ অৰ্থ বুজি হৃদয়ঙ্গম কৰিব লাগে; আৰু নমাজত যি দো'আ-দৰুদ আমি আৰ্‌বী ভাষাত পঢ়োঁ তাৰো অৰ্থ

৬। আৰু স্বৰূপতে আমি মুচাক প্ৰেৰণ কৰিছিলোঁ নিজ নিদৰ্শনসমূহৰে সৈতে ; ( আৰু এই আদেশ দিছিলোঁ, ) তুমি নিজ জাতিক উলিয়াই নিয়া ঘোৰ অন্ধকাৰৰ পৰা আলোকৰ ফালে, আৰু আল্লাই ঘটোৱা অতীতৰ ঘটনাসমূহ[৬] নিৰ্দ্দেশ কৰি সিহঁতক সতৰ্ক কৰি দিয়া। ধৈৰ্য্যশীল আৰু কৃতজ্ঞ ব্যক্তিৰ নিমিত্তে ইয়াত নিশ্চয় আছে বহু নিদৰ্শন।

৭। আৰু ( ভাবি চোৱা ) যেতিয়া মুচাই নিজ জাতিক কলে, তোমালোকক ফিৰৌনৰ লোকবিলাকৰ পৰা উদ্ধাৰ কৰি আল্লাই যি অনুগ্ৰহ তোমালোকৰ প্ৰতি কৰিছিল তাকে স্মৰণ কৰা ; সেইবিলাকে তোমালোকক দাৰুণ যন্ত্ৰণা[৭] দিছিল, আৰু তোমালোকৰ কন্যাবিলাকক জীয়াই ৰাখি পুত্ৰবিলাকক বধ কৰিছিল ; আৰু তাতেই তোমালোকৰ নিমিত্তে আছিল তোমালোকৰ প্ৰভুৰ ফালৰ পৰা এটা ডাঙৰ পৰীক্ষা।[৮]

## ৰুকু ২

আল্লাৰ অনুগ্ৰহ বৃদ্ধি হয় কৃতজ্ঞতা স্বীকাৰ কৰিলে ; ৰচুলসকলক অগ্ৰাহ্য কৰা অহঙ্কাৰীবিলাকৰ কাৰ্য্য ; আল্লাৰ আদেশ মতে নবীয়ে নিদৰ্শন দেখুৱায়, কাৰ্য্য ইচ্ছাৰে নহয়।

৮। আৰু ( মনত পেলোৱা ) যেতিয়া তোমালোকৰ প্ৰভুৱে জাননি দিছিল[৯] এই বুলি, যদি তোমালোক কৃতজ্ঞ হৈ থাকা তেন্তে তোমালোকৰ প্ৰতি নিজ ( অনুগ্ৰহ ) মই নিশ্চয় বৃদ্ধি কৰিম ;[১০] কিন্তু যদিহে অকৃতজ্ঞ হোৱা তেন্তে ( জানিবা ) মোৰ শাস্তিও নিশ্চয় কঠোৰ।

বুজিব লাগে। দুখৰ বিষয় বহু শিক্ষিত লোকেও অৰ্থ বুজিবলৈ চেষ্টা নকৰে। এইটো বৰ কঠিন কামো নহয়।

৬। আছল অৰ্থ 'আল্লাৰ কাল বা যুগ'। যুগে যুগে বিভিন্ন জাতিৰ সৈতে আল্লাৰ কি ব্যৱহাৰ হৈছিল তাকে চিন্তা কৰি শিক্ষা লবলৈ নবীয়ে উপদেশ দিছে।

৭। অপৰিমিত কৰ, বেগাৰ শ্ৰম, দাসত্ব প্ৰভৃতি।

৮। কষ্ট সহ্য কৰি, ধৈৰ্য্য ধৰি, সত্যত অটল হৈ থকা প্ৰকৃত বিশ্বাসৰ চিন। কিন্তু এইটো ডাঙৰ পৰীক্ষা। এই পৰীক্ষাত উত্তীৰ্ণ হলে আল্লাৰ বিশেষ অনুগ্ৰহ লাভ কৰিব পাৰি। ইস্ৰাইলে এই উপায়ে ৰাজত্ব লাভ কৰিছিল। মুচলমানবিলাকেও কষ্টত পৰি, ধৈৰ্য্য ধৰি, বহু দেশৰ আধিপত্য লাভ কৰিছিল।

৯। আল্লাৰ এই বিধি মানুহৰ মাজত ঘোষণা কৰা হল।

৯। আৰু মুচাই কৈছিল, যদি তোমালোকে আৰু পৃথিৱীত থকা সকলোৱে (আল্লাৰ) কৃতজ্ঞতা স্বীকাৰ নকৰা (তাত তেওঁৰ একো ক্ষতি নহয়), কিয়নো আল্লা নিশ্চয় অভাৱহীন, প্ৰশংসনীয়।

১০। তোমালোকৰ পূৰ্ব্বে অহা নুহ আৰু 'আদ আৰু ছমুদ জাতিৰ, আৰু সিহঁতৰ পৰবৰ্ত্তীবিলাকৰ বিবৰণ তোমালোকলৈ অহা নাই নে? সেইবিলাকৰ বিষয়ে আল্লাত ভিন্ন আন কাৰো (পূৰ্ণ) জ্ঞান নাই।[১১] এই জাতিবিলাকৰ ওচৰলৈ ৰচুলসকল আহিছিল প্ৰত্যক্ষ প্ৰমাণসমূহ লৈ; কিন্তু সিহঁতে নিজৰ হাতবোৰ নিজৰ মুখবোৰত সোমাই[১২] বৈ থাকিল; আৰু সিহঁতে ইয়াকে কৈছিল, যি কথাৰ কাৰণে তোমালোকক প্ৰেৰণ কৰা হৈছে তাত আমি নিশ্চয় বিশ্বাস নকৰোঁ, আৰু আমাক তোমালোকে যি কথাৰ পিনে আহ্বান কৰিছা সেই বিষয়েও নিশ্চয় আমাৰ ঘোৰ[১৩] সন্দেহ।

১১। সিহঁতৰ ৰচুলসকলে কৈছিল, আকাশমণ্ডলী আৰু পৃথিৱীৰ সৃজন কৰোঁতা আল্লাৰ সম্বন্ধে কোনো সন্দেহ হব পাৰে নে? তেওঁ তোমালোকক এই অৰ্থে আহ্বান কৰিছে, তেওঁ যেন তোমালোকৰ সকলো পাপ মাৰ্জ্জনা কৰে, আৰু নিৰূপিত সময় পৰ্য্যন্ত তোমালোকক অৱসৰ[১৪] দিয়ে। সিহঁতে উত্তৰ

---

১০। বিদ্যা-বুদ্ধি, ধন-সম্পত্তি, সন্তান-সন্ততি, সুখ-শান্তি, ক্ষমতা আৰু প্ৰভাৱ এই-বিলাক আল্লাৰ অনুগ্ৰহ। এইবিলাক মানৱৰ মঙ্গলৰ কাৰণে ব্যৱহাৰ কৰিলে আল্লাই এনে দান আমাক আৰু অধিক পৰিমাণে দিয়ে। আল্লাৰ কৃতজ্ঞতা প্ৰকাশ কৰাৰ অৰ্থ এই দানবিলাকৰ উচিত ব্যৱহাৰ কৰা।

১১। কোৰানত সকলো নবীৰ উল্লেখ নাই। দৃষ্টান্তস্বৰূপে কিছুমান নবীৰ কাহিনী বৰ্ণনা কৰা হৈছে। বহু ঠাইত বহু নবীৰ আবিৰ্ভাৱ হৈছে, কিন্তু তাৰ জ্ঞান আল্লাৰ কাষত।

১২। ব্যাখ্যাকাৰবিলাকে তিনিটা অৰ্থ লিখিছে—(১) নিজৰ মুখ বন্ধ কৰি বিৰক্তিৰ ভাব প্ৰকাশ কৰিছিল; (২) ৰচুলৰ মুখ বন্ধ কৰিছিল, উপদেশ নুশুনিবৰ অৰ্থে; (৩) ধং দেখুওৱাই ৰচুলৰ সংবাদ অগ্ৰাহ্য কৰিছিল।

১৩। 'মুৰীব' ৰইব্ শব্দৰ পৰা ওলাইছে। 'শ্বক্' আৰু 'ৰইব' দুয়ো শব্দ প্ৰয়োগ হোৱাৰ কাৰণে আমি 'ঘোৰ সন্দেহ' অৰ্থ লৈছোঁ (superlative sense)। আচলতে শ্বক্ আৰু ৰইবৰ মাজত প্ৰভেদ আছে। সচা নে মিছা নিৰ্ণয় কৰিবৰ নোৱাৰা অৱস্থা হৈছে 'শ্বক'; কিন্তু 'ৰইব' এনে সন্দেহক বোলে *যি আত্মাৰ আধ্যাত্মিক সংহাৰ সাধন কৰে। কোৰানৰ আৰম্ভতে আছে, 'লা ৰইব ফিহ্,' অৰ্থাৎ এই কোৰানৰ সত্যতাত কোনো সন্দেহ হব নোৱাৰে।* এনে সন্দেহ থাকিলে আমাৰ আধ্যাত্মিক মৃত্যু ঘটিব।

১৪। ভাবি-চিন্তি সত্য গ্ৰহণ কৰিবলৈ; আত্ম-সংস্কাৰ কৰিবলৈ।

দিছিল, তোমালোক আমাৰ নিচিনা মানুহ মাত্ৰ; তোমালোকে ইয়াকে ইচ্ছা কৰিছা, যিবিলাকৰ পূজা আমাৰ পিতৃপুৰুষবিলাকে কৰিছিল সেইবিলাকৰ পৰা আমাক প্ৰতিৰোধ কৰা। সেয়ে যদি হয়, তোমালোকে আমাৰ আগত প্ৰকাশ্য প্ৰমাণ উপস্থিত কৰা।

১২। সিহঁতৰ ৰচুলসকলে সিহঁতক উত্তৰ দিলে, হয়, তোমালোকৰ নিচিনা মানুহ নহৈ আৰু আমি কি হম? কিন্তু আল্লাই নিজ ভৃত্যবিলাকৰ মাজৰ যাৰে প্ৰতি ইচ্ছা তাৰে প্ৰতি বিশেষ অনুগ্ৰহ বৰ্ষণ কৰে;[১৫] আৰু আল্লাৰ আদেশ বিনে তোমালোকৰ আগত প্ৰকাশ্য প্ৰমাণ উপস্থিত কৰিবৰ অধিকাৰ আমাৰ নাই; গতিকে বিশ্বাসীসকলে একমাত্ৰ আল্লাতেই নিৰ্ভৰ কৰা উচিত।

১৩। কেৱল আল্লাত আমি ভৰসা নকৰিম কিয়, যিহলত তেৱেঁই আমাক (জীৱনৰ) সজ বাটবোৰ দেখুওৱাইছে? আৰু তোমালোকে আমাক যি যন্ত্ৰণা দিছা তাকে আমি নিশ্চয় সহ্য কৰি থাকিম; আৰু নিৰ্ভৰ কৰোঁতা-সকলে যেন একমাত্ৰ আল্লাতেই নিৰ্ভৰ কৰি থাকে।

## ৰুকু ৩

ৰচুলসকলৰ প্ৰতি অত্যাচাৰ; অত্যাচাৰীহঁতৰ শাস্তি, আৰু বিশ্বাসীবিলাকৰ দেশত স্থাপন; বিৰোধীবিলাকৰ প্ৰচেষ্টাৰ স্থায়িত্ব নাই; মতবিচাৰৰ দিনা মিছা উপাস্যবোৰৰ দুৰ্বলতা ওলাই পৰিব।

১৪। আৰু অবিশ্বাসীবিলাকে সিহঁতৰ অত্য ৰচুলসকলক কলে, আমাৰ এই দেশৰ পৰা তোমালোকক আমি নিশ্চয় উলিয়াই দিম, নতুবা তোমালোকে

১৫। তেওঁলোকৰ প্ৰতি প্ৰত্যাদেশ নমায়, আৰু মানৱৰ সংস্কাৰৰ অৰ্থে তেওঁলোকক 'নবুৱত' আৰু 'ৰিচালত'ৰ পদত নিযুক্ত কৰে। আল্লাই নিজৰ নবী আৰু ৰচুল নিজেই বাচি লয়—চোৱা, ৬ : ১২৬, 'কোনজনক ৰচুল নিযুক্ত কৰিব লাগে আল্লাই ভালকৈ জানে'।

১৬। দাৰ্শনিক পণ্ডিতবিলাকে যুক্তি আৰু বুদ্ধিৰে আল্লাৰ অস্তিত্ব প্ৰমাণ কৰিবলৈ চেষ্টা কৰে। কিন্তু এই উপায়ত নিশ্চয়তা নাই; সেই দেখি তেওঁলোকৰ মাজত নানা মত, আৰু এটা মত আন মতৰ বিৰোধী। নবীসকলৰ অস্ত্ৰ হৈছে প্ৰত্যাদেশ, আল্লাৰ সৈতে বাক্যালাপ। এই উপায় হৈছে সুনিশ্চিত উপায়। আল্লাই নিজে নিজ বাণীৰে নিজৰ পৰিচয় দিয়ে; সেইদেখি আল্লাৰ অস্তিত্ব আৰু গুণ সম্বন্ধে নবীসকলৰ মাজত একো অনৈক্য নাই।

আমাৰ ধৰ্ম্মলৈ উলটি আহিব লাগিব। এনে অৱস্থাত তেওঁলোকৰ ( ৰচুলসকলৰ ) প্ৰভুৱে তেওঁলোকৰ প্ৰতি প্ৰত্যাদেশ কৰিলে, আমি নিশ্চয় অন্যায়কাৰীবিলাকক সংহাৰ কৰিম ;[১৭]

১৫। আৰু সিহঁতৰ পিছত সেই দেশতে আমি নিশ্চয় তোমালোকক বসতি কৰিবলৈ দিম।[১৮] ই সেইজনৰ প্ৰতিদান স্বৰূপ যিজনে মোৰ সম্মুখত ( বিচাৰ পাবৰ নিমিত্তে ) থিয় দিবলৈ ভয় কৰে,[১৯] আৰু মোৰ শাস্তিৰ অঙ্গীকাৰৰ কাৰণেও ভয়াতুৰ ;

১৬। আৰু ৰচুলসকলে বিজয়ৰ নিমিত্তে প্ৰাৰ্থনা কৰিছিল ; আৰু ( তাৰে ফলত ) প্ৰত্যেকটো দাম্ভিক অত্যাচাৰী নিৰাশ হৈ পৰিল।

১৭। তাৰ আগতে আছে নৰক, আৰু ( তাত ) পান কৰিবলৈ তাক দিয়া হব উতলা[২০] পানী ,

১৮। সি সেই পানী ঢোকা ঢোকাকৈ পিব ধৰিব, কিন্তু তাকে সি সহজে গিলিবলৈ নোৱাৰিব ; আৰু মৃত্যু ইফাল সিফালৰ পৰা তাৰ ওচৰলৈ চাপি আহিব, অথচ তাৰ মৰণ নহব ;[২১] আৰু তাৰ সম্মুখতে থাকিব ভীষণ শাস্তি।

১৯। যিবিলাকে নিজ প্ৰতিপালকক অবিশ্বাস কৰিছে সিহঁতৰ উপমা এই—সিহঁতৰ কাৰ্য্যসমূহ[২২] এদ'মা ভস্মৰ অনুৰূপ ; ধুমুহাৰ দিনা বতাহে তাক

---

১৭। নবীৰ বিৰোধীবিলাক হৈছে সত্যৰ শত্ৰু। আল্লাই সিহঁতক উচিত শাস্তি দিয়ে। এয়ে নবীৰ সত্যতাৰ ডাঙৰ প্ৰমাণ।

১৮। ইয়াত এই ভবিষ্যৎবাণী নিহিত আছে যে হজ্‌ৰত ৰচুলক (স) কোৰেইখে মক্কাৰ পৰা উলিয়াই দিব ; কিন্তু এনে এটা সময় আহিব যেতিয়া সিহঁত পৰাস্ত হব আৰু হজ্‌ৰতৰ ( স ) ক্ষমা খুজিব। অহা আঃ ১৬ পৰা মক্কাবিজয়ৰ নিৰ্দ্দেশ পোৱা যায়।

১৯। ইয়াত ৰাগিব. ইচ্‌ফাহানীৰ অৰ্থ লৈ এই অনুবাদ কৰা হৈছে।

২০। কিছুমানে পুঁজ মানে লৈছে। আমি কামুচে দিয়া অৰ্থ গ্ৰহণ কৰিছোঁ।

২১। মৰণ কষ্ট মৃত্যুৰ তুল্য। সকলো প্ৰকাৰ কষ্ট ভোগ কৰিব, আৰু জীৱনেই মৰণৰ সদৃশ হব।

২২। সত্যপ্ৰচাৰৰ বিৰোধীবিলাকৰ প্ৰচেষ্টা ভস্মৰ দৰে ; তাৰ কোনো সংস্থিতি নাই। সিহঁতে যিমানেই চেষ্টা কৰক সত্য জগতত প্ৰতিষ্ঠিত হবই।

উৰাই লৈ যায়; সিহঁতে যি অৰ্জ্জন কৰিছে তাৰ কিছু ভাগো সিহঁতে ভোগ কৰিবলৈ অক্ষম হব; এয়ে হৈছে বহু দূৰৰ ভ্ৰান্তি।

২০। তুমি ভাবি চোৱা নাই নে, আকাশমণ্ডলী আৰু পৃথিৱী আল্লাই সৃষ্টি কৰিছে সত্যৰে[২২] সৈতে; তেওঁ ইচ্ছা কৰিলে তোমালোকৰ অস্তিত্ব লোপ কৰিব পাৰে, আৰু (তোমালোকৰ ঠাইত) নতুন সৃষ্টিৰ[২৩] উদ্ভাৱন কৰিব পাৰে।

২১। আৰু এনে কাৰ্য্য কৰা আল্লাৰ পক্ষে কোনোমতেই কঠিন নহয়।

২২। আৰু সিহঁতৰ আটাইবিলাকক (কিয়ামতৰ দিনত[২৪]) আল্লাৰ সন্মুখত উপস্থিত হব লাগিব: তেতিয়া যিবিলাকে অহঙ্কাৰ কৰিছিল সেইবিলাকক দুৰ্ব্বলবিলাকে কব, বাস্তৱতে (পৃথিৱীত) আমি তোমালোকৰেই অনুগমন কৰিছিলোঁ। গতিকে (আজি) আল্লাৰ শাস্তিৰ কিছুভাগ আমাৰ পৰা তোমা-লোকে আঁতৰাই নিবা নে? সিহঁতে উত্তৰ দিব, আল্লাই আমাক (সাৰিবৰ) বাট দেখুওৱা হলে আমিও তোমালোকক নিশ্চয় তেনে বাট দেখুওৱালোঁ-হেঁতেন,[২৫] (আজি আমাৰ এনে অৱস্থা) আমি অস্থিৰ হওঁ নাইবা ধৈৰ্য্য ধৰোঁ, আমাৰ পক্ষে দুয়ো সমান। হায়, আমাৰ নিমিত্তে পলাই যাবলৈকে কোনো ঠাই নাই।

## ৰুকু ৪

চয়তানে মানুহক কু-কৰ্ম কৰিবলৈ উদগনি দিয়ে, কিন্তু বাধ্য নকৰে;
পবিত্ৰ বাক্য আৰু কৰ্মৰ এটি সাৰগৰ্ভ উপমা; বোধশক্তিয়ে আমাক
সত্য উপলব্ধি কৰিবলৈ সহায় কৰে; কিন্তু আমাক
নিশ্চয়তালৈ ঐশ্বৰিক বাণীয়েহে নিয়ে।

২৩। আৰু যেতিয়া সকলো বিষয়ৰ মীমাংসা হব তেতিয়া চয়তানে[২৬] কব, বাস্তৱতে তোমালোকৰ প্ৰতি আল্লাই যি অঙ্গীকাৰ কৰিছিল সি সচাকৈয়ে

২৩। আল্লাই জগত এনেই সৃষ্টি কৰা নাই, এটা মহৎ উদ্দেশ্য লৈ সৃষ্টি কৰিছে—মানৱ জাতিৰ মঙ্গলৰ অৰ্থে।

২৪। চোৰা, ৪ : ১৩৪; ৬ : ১০৪; ৩৫ : ১৭।

২৫। আমি নিজেই শাস্তি ভোগ কৰি আছোঁ, আৰু শাস্তিৰ পৰা সাৰিব পৰা নাই। তোমালোকক সাৰিবলৈ উপায় দিম কেনেকৈ?

২৬। চয়তানৰূপী মানুহক বুজাইছে, যি মানুহক বেয়া কাম কৰিবলৈ উদগাই দিয়ে। এনে মানুহবিলাকে নিজৰ দোষ স্বীকাৰ কৰিবলৈ বাধ্য হব।

পূৰ্ণ হল, কিন্তু তোমালোকৰ সৈতে মই যি অঙ্গীকাৰ কৰিছিলোঁ৷ তাকে মই পূৰ্ণ কৰিবলৈ নোৱাৰিলোঁ; আৰু তোমালোকক বাধ্য কৰিবলৈ মোৰ কোনো ক্ষমতাও নাছিল[২৭]—মই তোমালোকক আহ্বান কৰিছিলোঁ মাত্ৰ, আৰু মোৰ কথাত তোমালোকে কাণ দিছিলা; গতিকে মোৰ নিন্দা নকৰি তোমালোকে নিজৰেই নিন্দা কৰা। (আজিৰ দিনা) তোমালোকৰ আৰ্তনাদ[২৮] মই শুনিব নোৱাৰোঁ, আৰু তোমালোকেও শুনিব নোৱাৰা মোৰ আৰ্তনাদ; ইয়াৰ পূৰ্বে তোমালোকে যে মোক আল্লাৰ সমানে উপাস্য পাতিছিলা তাক মই অস্বীকাৰ কৰিছোঁ।[২৯] ইয়াত একো সন্দেহ নাই, যিবিলাক অন্যায়কাৰী সিহঁতৰ নিমিত্তে থাকিব যন্ত্ৰণাদায়ক শাস্তি।

২৪। আৰু যিসকলে বিশ্বাস কৰিছে আৰু সৎ কাম কৰিছে সেইসকলক এনে উদ্যানসমূহত প্ৰৱেশ কৰিবলৈ দিয়া হব যাৰ তলেদি জুৰিবিলাক বৈ গৈছে; সেইসকলে নিজ প্ৰভুৰ আদেশত তাতেই অনন্তকাল বাস কৰিব; তাত সেইসকলে পৰস্পৰ সম্ভাষণ জনাব এই বুলি, (তোমালোকৰ প্ৰতি হওক) শান্তি![৩০]

২৫। তোমালোকে ভাবি চোৱা নাই নে, আল্লাই কিদৰে পবিত্ৰ বাক্যৰ[৩১] উপমা দিছে?—এজোপা পবিত্ৰ গছৰ নিচিনা; তাৰ শিপা শকত আৰু তাৰ শাখাসমূহ আকাশ পাইছেগৈ।

---

২৭। শয়তানে অথবা শয়তানৰূপী মানুহে আনক বেয়া কাম কৰিবলৈ উদগনিহে দিয়ে, বাধ্য নকৰে। সেই কাৰণে নিজৰ দুষ্কৰ্মৰ কাৰণে মানুহ নিজেই দায়ী।

২৮। 'মুছৰিখ্' শব্দৰ আচল অৰ্থ হৈছে, সহায় পাবৰ নিমিত্তে চিঞৰ মৰা। মানে হৈছে, আজি এনে ভয়ানক দিন, মই তোমালোকক কোনো সহায় কৰিব নোৱাৰোঁ, আৰু তোমালোকৰ পৰাও মই সহায় বিচাৰিব নোৱাৰোঁ।

২৯। চোৱা, ৩৫ : ১৫। শয়তানে কব, মই তোমালোকৰ দ্বাৰা শিৰ্ক কৰোৱা নাই, তোমালোকে নিজেই শিৰ্ক কৰিছিলা।

৩০। (১) স্বৰ্গৰ অধিবাসীসকলে চাৰিওকালৰ পৰা চালামৰ (শান্তি) অভিবাদন শুনি পাব; (২) ইজনে সিজনক চালাম কৰিব; (৩) আল্লাই আৰু তেওঁৰ ফিৰিশ্‌তা-বিলাকে স্বৰ্গবাসীসকলক চালাম জনাব। চোৱা, ৫৬ : ২৭।

৩১। 'কলিমা'ৰ অৰ্থ অন্ততে বাক্য; কিন্তু কাৰ্য্যকো বুজায়। বাস্তৱতে পবিত্ৰ কথা আৰু পবিত্ৰ কাৰ্য্যৰ মাজত কোনো প্ৰভেদ নাই। এনে বাক্য বা কাৰ্য্যৰ

২৬। নিজ প্ৰভুৰ বিধিমতে ই নিয়মিত সময়ত ফল উৎপাদন কৰে; আৰু মানৱ জাতিৰ নিমিত্তে আল্লাই উপমাসমূহ বৰ্ণনা কৰে, যাতে সিহঁতে (চিন্তা কৰি) উপদেশ গ্ৰহণ কৰে।

২৭। আৰু অপবিত্ৰ বাক্যৰ তুলনা এজোপা অপবিত্ৰ গছৰ[32] নিচিনা, যাৰ শিপা ছিগি মাটিৰ ওপৰত এলাই পৰিছে; এনেজোপা গছৰ কোনো স্থায়িত্ব নাই।

২৮। বিশ্বাসীসকলক দৃঢ় বাক্যৰে আল্লাই (বিশ্বাসত) প্ৰতিষ্ঠিত কৰে এই পাৰ্থিৱ জীৱনত আৰু পৰলোকৰ জীৱনতো; আৰু অন্যায়কাৰীবিলাক বিপথে গলে আল্লাই যাবলৈ দিয়ে; আৰু আল্লাই যি ইচ্ছা তাকে সম্পন্ন কৰে।

## ৰুকু ৫

আল্লাৰ অনুগ্ৰহৰ বিকাশ ইচলাম আৰু ইচলামৰ ৰচুল হজৰত মহম্মদৰ (দ) দ্বাৰা হৈছে; মানুহক বিপথে নিবলৈ চেষ্টা কৰাৰ অৰ্থ আল্লাৰ অকৃতজ্ঞ হোৱা; বিশ্ব-জগত মানৱৰ অধীন।

২৯। (হে ৰচুল,) তুমি সেইবিলাকৰ সম্বন্ধে ভাবি চোৱা নাই নে যিবিলাকে আল্লাৰ অনুগ্ৰহ[33] নিজৰ অকৃতজ্ঞতাৰে সৈতে সলনি কৰিছে, আৰু স্বজাতিক বিধ্বংসনৰ বাসস্থানত নমাইছে?—

৩০। নৰকত; তাৰ ভিতৰত সিহঁতে প্ৰবেশ কৰিব; আৰু ই থাকিবলৈ কেনে নিকৃষ্ট ঠাই!

---

মূল হৈছে দৃঢ় বিশ্বাস; তাকে লোকে আৰু বিবেকে দৃঢ় কৰে। ডালবিলাকে আকাশ পোৱাৰ অৰ্থ হৈছে, ঐশ্বৰিক প্ৰত্যাদেশে সেই বিশ্বাসক পৰিপুষ্ট কৰে। বোধশক্তিয়ে কয়, 'থাকিব লাগে'; প্ৰত্যাদেশে কয়, 'আছে'। যুক্তিয়ে পূৰ্ণ নিশ্চয়তালৈ আমাক লৈ যাব নোৱাৰে, প্ৰত্যাদেশে পাৰে।

৩২। কোৰানৰ আইন ঠাইত এইটোকে 'কুফ্ৰ' বুলিছে। অপবিত্ৰ বাক্য আৰু কৰ্ম বিষাক্ত, ক্ষতিকৰ।

৩৩। আল্লাৰ বাণী কোৰান, তৌহীদ-প্ৰতিষ্ঠা, প্ৰভৃতি হৈছে আল্লাৰ মহান অনুগ্ৰহ।

৩১। আৰু সিহঁতে আনক আল্লাৰ তুল্য পাতি লৈছে, যাতে তেওঁৰ পথৰ পৰা[৩৪] ( লোকক ) বিপথে লৈ যায়; তুমি কোৱাঁ, ( পৃথিবীৰ ) সুখ ( দিনচেৰেকৰ নিমিত্তে ) ভোগ কৰি লোৱাঁ; কিন্তু পিছত নৰকৰ অগ্নিৰ ফালে হব তোমালোকৰ প্ৰত্যাবৰ্ত্তন।

৩২। মোৰ যি ভৃত্যবিলাকে বিশ্বাস কৰিছে তুমি সেইবিলাকক কোৱাঁ, এনেদিন[৩৫] অহাৰ পূৰ্ব্বে যিদিনা বেচা-কেনা নহব আৰু বন্ধুত্বৰ কোনো লক্ষণ নাথাকিব সেইবিলাকে যেন নমাজৰ অনুষ্ঠান কৰে আৰু সিহঁতক আমি যি সম্বল দান কৰিছোঁ তাৰে পৰা সিহঁতে যেন ব্যয় কৰি থাকে, গোপনে আৰু প্ৰকাশ্যে।

৩৩। তেৱেঁই আল্লা, যিজনে আকাশমণ্ডলী আৰু পৃথিবী সৃজন কৰিছে, আৰু মেঘৰ পৰা বৰষুণ নমাই তাৰ দ্বাৰা নানাবিধ ফল উৎপাদন কৰিছে তোমালোকৰ জীবিকাৰ নিমিত্তে; আৰু তোমালোকৰ বশবৰ্ত্তী কৰিছে জাহাজ-বিলাক, যাতে তেওঁৰ আদেশ মতে সাগৰত সেইবোৰে যাতায়াত কৰিব পাৰে; আৰু নৈবিলাকো তেওঁ তোমালোকৰ বশীভূত কৰিছে।

৩৪। আৰু তেওঁ তোমালোকৰ অধীন কৰিছে নিয়মিতৰূপে আবৰ্ত্তন কৰি থকা সূৰ্য্য আৰু চন্দ্ৰ; আৰু নিশা আৰু দিনকো তোমালোকৰ অধীন কৰিছে।[৩৬]

৩৫। আৰু তোমালোকে তেওঁৰ পৰা যি মাগিছিলা সকলো তেওঁ তোমালোকক দিছে; আৰু যদি তোমালো আল্লাৰ অনুগ্ৰহৰ লেখ লবলৈ যোৱা, তোমালোকৰ সাধ্য নাই তাকে গণ কৰিবলৈ; কোনো সন্দেহ নাই, মানৱ নিতান্ত অন্যায়কাৰী, অত্যন্ত অকৃতজ্ঞ

---

৩৪। তেওঁহাঁতৰ পথৰ পৰা আঁতৰাই বিপথ বাটেদি লৈ যায়।

৩৫। পুনৰুত্থানৰ দিন, কিয়ামতৰ দিন। পাৰ্থিব জীৱনতে পুণ্য অৰ্জ্জন কৰিব লাগে, একপিনে আল্লাৰ উপাসনা কৰি আৰু আনপিনে মানুহৰ হিত সাধনৰ নিমিত্তে ধন মুকলি হাতেৰে ব্যয় কৰি। মৃত্যুৰ পাছত পাপ-পুণ্যৰ ফলাফল মানুহে ভোগ কৰিব। তেতিয়া বিচাৰৰ সময়; কৰ্ম কৰিবৰ সময় নহয়।

৩৬। প্ৰকৃতিৰ শক্তিসমূহ ( force of nature ), গ্ৰহ-নক্ষত্ৰ, চন্দ্ৰ-সূৰ্য্য, সমগ্ৰ বিশ্ব-জগত, মানৱৰ উপকাৰৰ নিমিত্তে সৃষ্টি কৰিছে। সেই কাৰণে কোৱানে প্ৰকৃতিৰ পূজা, নক্ষত্ৰৰ পূজা, সূৰ্য্যৰ পূজা নিষিদ্ধ কৰিছে; যি আমাৰ অধীন, বশবৰ্ত্তী তাৰ পূজা আমি কৰা কোনো মতে যুক্তিসঙ্গত নহয়।

## ৰুকু ৬

**হজৰত ইব্ৰাহিমৰ ( আ ) আল্লাৰ ওচৰত প্ৰাৰ্থনা ; হাজেৰা আৰু তেওঁৰ পুতেক ইস্মাইলৰ মক্কা উপত্যকাত বসতি কৰা ; এক আল্লাত বিশ্বাস আৰু তেওঁৰেই উপাসনাৰ প্ৰতিষ্ঠা।**

৩৬। আৰু ( মনত পেলোৱা ) যেতিয়া ইব্ৰাহিমে এই বুলি প্ৰাৰ্থনা কৰিলে,[৩৭] হে মোৰ প্ৰভু! তুমি ( এই ঠাইত ) এখন শান্তিৰ নগৰ পাতা, আৰু মোক আৰু মোৰ সন্তান-সন্ততিক মূৰ্তিবিলাক পূজা কৰাৰ পৰা ৰক্ষা কৰা।

৩৭। হে মোৰ প্ৰভু! সেই মূৰ্তিবিলাকে মানৱ জাতিৰ ভালেখিনিকে পথভ্ৰষ্ট[৩৮] কৰিছে ; কিন্তু যেয়ে মোৰ অনুসৰণ কৰিছে সি মোৰ আপোন ; কিন্তু যেয়ে মোৰ কথাত নচলে[৩৯] ( তাৰ বিষয়ে ) তুমি নিশ্চয় ক্ষমাবান শ্ৰেষ্ঠ দানশীল।

৩৮। হে আমাৰ প্ৰভু! বাস্তৱতে এই শস্যবিহীন অনুৰ্বৰ উপত্যকাত, তোমাৰ পবিত্ৰ আলয়ৰ ওচৰত, মই মোৰ সন্তান-সন্ততিৰ কিছুমানক বসতি কৰিবলৈ দিছোঁ ; হে আমাৰ প্ৰভু! ( মোৰ অভিপ্ৰায় ) তেওঁলোকে যেন ( ইয়াত ) নমাজ অনুষ্ঠিত কৰে। এতেকে মানুহৰ অন্তৰসমূহ তেওঁলোকৰ প্ৰতি আকৰ্ষিত কৰা, আৰু নানাবিধ ফল তেওঁলোকক দান কৰা, অতি সত্বৰ তেওঁলোকে ( তোমাৰ ) শলাগ লব।

---

৩৭। হজৰত ইব্ৰাহিমে ( আ ) পানী নথকা শস্যক্ষেত্ৰ-বিহীন উপত্যকাত আল্লাৰ আদেশ মতে নিজৰ ভাৰ্য্যা বিবি হাজেৰা আৰু কেঁচুৱা পুতেক ইস্মাইলক বসতি কৰিবলৈ এৰি যোৱাৰ পূৰ্ব্বে এই প্ৰাৰ্থনা কৰিছিল। আল্লাই প্ৰত্যাদেশ দ্বাৰা তেওঁক জানিবলৈ দিছিল, এই ঠাইত এখন নগৰ ( মক্কা ) স্থাপিত হব যি পৃথিৱীত তৌহীদৰ কেন্দ্ৰ হৈ পৰিব। হজৰত ইব্ৰাহিম ( আ ) আৰু তেওঁৰ পুতেক হজৰত ইস্মাইলে (আ) একেলগে কা'বা ঘৰৰ নিৰ্মাণ কৰা সম্বন্ধে চোৱা কোৰাণ, ২ : ১২৮—১৩০। এই ঠাইত হজৰত মহম্মদৰ ( দ ) আবিৰ্ভাৱৰ নিমিত্তে দুয়ো আল্লাৰ ওচৰত প্ৰাৰ্থনা জনাইছিল।

৩৮। অৰ্থাৎ প্ৰতিমাবিলাক মানুহৰ বিপথে যোৱাৰ কাৰণ হৈ উঠিল।

৩৯। তৌহীদ এৰি পৌত্তলিকতাৰ বাট ধৰে। ভাবিবলগীয়া কথা এই, অবাধ্যবিলাকৰ নিমিত্তেও ইব্ৰাহিমে (আ) আল্লাৰ ক্ষমা ভিক্ষা কৰিছে। তেওঁৰ মন কিমান বহল আছিল।

৩৯। হে আমাৰ প্ৰভু! আমি যি গোপনে ৰাখোঁ আৰু যি প্ৰকাশ কৰোঁ সকলো তুমি নিশ্চয় জানা; আৰু আল্লাৰ পৰা কোনো বস্তুৱেই অদৃশ্য নাথাকে, পৃথিবীত নাইবা আকাশত।

৪০। সকলো প্ৰশংসা আল্লাৰ কাৰণে যিজনে মোক বৃদ্ধাৱস্থা সত্বেও ইস্মাইল আৰু ইচ্‌হাক[40] (দুজন পুত্ৰ) দান কৰিছে; ইয়াত একো সন্দেহ নাই, মোৰ প্ৰভুৱে প্ৰাৰ্থনা গ্ৰহণ কৰে।

৪১। হে আমাৰ প্ৰভু! নমাজ প্ৰতিষ্ঠিত কৰিবলৈ মোক আৰু মোৰ কিছুমান বংশধৰকো তুমিয়ে শক্তি দান কৰা; হে আমাৰ প্ৰভু! মোৰ এই প্ৰাৰ্থনা গ্ৰহণ কৰা।

৪২। হে আমাৰ প্ৰভু! যি দিনা (কৰ্ম্মৰ) লেখ লোৱাৰ অৱতাৰণা কৰা হৰ, মোক আৰু মোৰ পিতৃমাতৃক আৰু বিশ্বাসীসকলক তুমি ক্ষমা দান কৰিবা।

## ৰুকু ৭

ইচ্‌লামৰ বিৰুদ্ধে শত্ৰুবিলাকৰ অভিসন্ধিয়ে গুটি নধৰে; সিহঁত উপযুক্ত শাস্তি ভোগ কৰিব; আল্লাই নতুন আকাশ আৰু নতুন পৃথিবী সৃজন কৰিব।

৪৩। আৰু অন্যায়কাৰীবিলাকে যি কাৰ্য্য কৰে তাক আল্লাই মন কৰা নাই বুলি নাভাবিবা; তেওঁ সিহঁতক অৱসৰ দিছে[41] মাথোন, সেই দিনালৈকে যিদিনা (সিহঁতৰ) চকুবোৰে (ভীষণ ঘটনাবিলাক) তধা লাগি ৰৈ থৰে চাই থাকিব।

---

৪০। ইব্ৰাহিমৰ (আ) ডাঙৰ পুতেক আছিল ইস্মাইল। তেওঁৰ মাক হাযেৰা (Hagar) ইব্ৰাহিমৰ দ্বিতীয়া পত্নী আছিল। যেতিয়া ইস্মাইলৰ জন্ম হয় তেতিয়া পিতাকৰ বয়স ৮৬ বছৰ। হজৰত ইস্মাইলকো আল্লাই নবুৱত্ দান কৰিছিল। তেওঁৰ ১২ জন পুত্ৰ আছিল। এজনৰ নাম কেদাৰ, আৰবজাতিৰ আদি পুৰুষ। ইস্মাইলৰ বংশত হজৰত মহম্মদৰ (দ) জন্ম হয়। ইচ্‌হাক হজৰত ইব্ৰাহিমৰ দ্বিতীয় পুত্ৰ। তেওঁ ওপজাৰ সময়ত পিতাকৰ বয়স ১০০ বছৰ।—বা, আদি ২১২৫। ইস্মাইলৰ (আ) পুতেক হজৰত ইয়াকুব (আ) ইস্ৰাইলবিলাকৰ পূৰ্ব্বপুৰুষ।

৪১। যাতে সিহঁতে অনুতাপ কৰিবৰ সুযোগ পায় আৰু আল্লাৰ ক্ষমা বিচাৰে। আল্লা শাস্তি দিয়াত ক্ষিপ্ৰ নহয়।

৪৪। সিহঁতে (ভয়তে) নিজৰ মূৰবোৰ দাঙি আগবৈ ল'ৰ ধাবিব; এনেদৰে যেন সিহঁতৰ দৃষ্টি সিহঁতলৈ উভতি নাহে, আৰু সিহঁতৰ অন্তঃকৰণসমূহ হ'ব (আশা) শূন্য।[৪২]

৪৫। আৰু তুমি মানুহবিলাকক সতৰ্ক কৰি দিয়া সেই দিনৰ সম্বন্ধে, যিদিনা সিহঁতলৈ (প্ৰতিশ্ৰুত) শাস্তি আহি পাব; সেই সময়ত অত্যাচাৰী-বিলাকে কব, হে আমাৰ প্ৰভু! অদূৰ সময় পৰ্য্যন্ত আমাক অৱসৰ দিয়া, যাতে আমি তোমাৰ আহ্বানৰ প্ৰত্যুত্তৰ দিব পাৰোঁ, আৰু প্ৰেৰিত ৰছুলসকলৰো অনুগমন কৰিব পাৰোঁ।[৪৩] (তেতিয়া সিহঁতক আল্লাই কব,) ইয়াৰ পূৰ্ব্বে তোমালোকে এই কথাৰ শপত খোৱা নাছিলা নে, তোমালোকৰ অৱস্থাৰ পতন কেতিয়াও নহব?

৪৬। অথচ যিবিলাকে নিজ আত্মাসমূহৰ প্ৰতি অন্যায় কৰিছিল সিহঁতৰ বাসস্থানবিলাকত তোমালোকে বাস কৰিছিলা; আৰু সিহঁতৰ লৈতে আমি কেনে ব্যৱহাৰ কৰিছিলোঁ তোমালোকৰ আগত প্ৰস্ফুটিত হ'ল; আৰু (তাৰ উপৰিও) আমি তোমালোকৰ নিমিত্তে বহু উপমা বৰ্ণনা কৰিছিলোঁ।[৪৪]

৪৭। আৰু সিহঁতে সিহঁতৰ অভিসন্ধি পাতিলে, আৰু সিহঁতৰ অভিসন্ধি আল্লাৰ কাষত, যদিও সিহঁতৰ অভিসন্ধি ইমান গুৰুতৰ যে তাৰ ফলত পৰ্ব্বতসমূহ বিচলিত হয়।[৪৫]

---

৪২। ভয়ত সিহঁতৰ অৱস্থা উন্মাদগ্ৰস্ত মানুহৰ দৰে হ'ব। মক্কা-বিজয়ৰ সময়ত কোৰেইশবো এনে অৱস্থা হৈছিল। মক্কা-বক্ষাৰ নিমিত্তে সিহঁতৰ সাহ, উদ্যম একেবাৰে নোহোৱা হল।

৪৩। অনুতাপ কৰাবো সময় আছে। শেষ মুহূৰ্ত্তত অনুতাপ কৰাৰ কোনো অৰ্থ নাই।

৪৪। সিহঁতৰ ঘৰবিলাকৰ চিন পৰ্য্যন্ত নাই; নগৰবিলাকো নোহোৱা হল। এইবোৰ ঘটনাবিলাকতে তোমালোকৰ নিমিত্তে উপদেশ আছিল। তাকে উপমা দ্বাৰা তোমালোকক ভালকৈ বুজাই দিয়া হ'ল।

৪৫। কোৰেইশ্‌বিলাকে হজৰত ৰছুলক (দ) হত্যা কৰিবলৈ চক্ৰান্ত আৰু চেষ্টা কৰিছিল; কিন্তু সিহঁত সফলকাম নহল। 'আল্লাৰ কাষত' অভিসন্ধি থকাৰ মানে, সেই অভিসন্ধি নিষ্ফল কৰিবৰ ক্ষমতা আল্লাৰ হাতত আছিল। সিহঁতৰ সকলো চেষ্টা আৰু কু-অভিসন্ধি আল্লাই ব্যৰ্থ কৰিলে।

৪৮। গতিকে আল্লাই নিজৰ ৰচুলসকলক দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰিব বুলি নাভাবিবা ;[৪৬] নিশ্চয় আল্লা শক্তিশালী, ( কুকৰ্ম্মৰ ) প্ৰতিফল দিবৰ পৰাকী।

৪৯। সেই দিনা এই পৃথিবীক আন এখন পৃথিবীত পৰিবৰ্ত্তন কৰা হব, আৰু ( তাৰ লগতে )আকাশমণ্ডলীবো ( পৰিবৰ্ত্তন হব, )[৪৭] আৰু সিহঁত সকলো উপস্থিত হব একমাত্ৰ পৰাক্ৰমশালী আল্লাৰ সন্মুখত।

৫০। আৰু সেইদিনা তুমি দেখা পাবা, অপৰাধীবিলাকক একেলগ কৰি শিকলিবোৰৰে বান্ধি থোৱা হৈছে।

৫১। সিহঁতৰ পৰিধানবিলাক হব আলকাতৰাৰে সনা, আৰু সিহঁতৰ মুখবোৰ অগ্নিয়ে আবৰি ধৰিব,[৪৮]

৫২। এনেকুৱা হোৱাৰ কাৰণ হৈছে, প্ৰত্যেক আত্মাই যি অৰ্জ্জন কৰিছে তাৰ প্ৰতিফল আল্লাই তাক দিব ; ইয়াত একো সন্দেহ নাই, লেখ লোৱাত আল্লা বেগৱন্ত।

৫৩। এই কোৰান মানৱ জাতিৰ নিমিত্তে ( মহান ) সংবাদ স্বৰূপ ; আৰু ( ইয়াৰ অৱতীৰ্ণ হোৱাৰ উদ্দেশ্যে এই, ) তাৰ দ্বাৰা যেন সিহঁতক সতৰ্ক কৰা হয়, আৰু সিহঁতে যেন জানিব পাৰে, তেৱেঁই অকল একমাত্ৰ উপাস্য, আৰু মন্তসকলে যেন উপদেশ গ্ৰহণ কৰিব পাৰে।

---

৪৬। আল্লাৰ প্ৰতিশ্ৰুত শাস্তি আহিবই আহিব, ইয়াত অকণো সন্দেহ নাই।

৪৭। দুইটা অৰ্থ হব পাৰে। (১) মহাপ্ৰলয়ৰ সময়ত এই পৃথিবী আৰু এই আকাশ ধ্বংস হব ; আৰু আল্লাই অইন পৃথিবী আৰু অইন আকাশ নিজ ইচ্ছামতে সৃষ্টি কৰিব। (২) সেই যুগত নানা তৰহৰ প্ৰাকৃতিক পৰিবৰ্ত্তন হব। তাৰ আভাস বিজ্ঞানৰ সহায়ত বৰ্ত্তমান যুগতো আমি দেখা পাইছোঁ।

৪৮। এই আয়ত আৰু আগৰ আয়তত পাৰলৌকিক শাস্তিক পাৰ্থিৱ শাস্তিৰ চানেকিৰূপে দেখুওৱা হৈছে। বৰ্বৰ যুদ্ধত শত্ৰুৰ কিছুমান বন্দীক শিকলিৰে বান্ধি থোৱা হৈছিল। আলকাতৰাৰে মুখ কৃষ্ণবৰ্ণ হোৱাৰ অৰ্থ কলঙ্কিত হোৱা। পৰলোকৰ অপমানৰ ই প্ৰতিফলন মাত্ৰ।